# smritigandhā

A collection of personal essayes in assamese
by Rabendra Kumar Das
& published by G C Nath on behalf of AANK-BAAK
3/Bye lane No. 5, Natun Saraniya, Gandhibasti,
Guwahati-781 003, Assam, Phone . +91 98641 22631
e-mail : aankbaak@yahoo.com, gcnath31@gmail.com

---

প্ৰথম প্ৰকাশ : ফেব্ৰুৱাৰী, ২০১০

প্ৰচ্ছদ আৰু অংগসজ্জা : পংকজ পৰাশ

আঁক-বাক, ৩/ উপ-পথ নং ৫, নতুন শৰণীয়া, গান্ধীবস্তি,
গুৱাহাটী-৭৮১ ০০৩ৰ পৰা গণেশ চন্দ্ৰ নাথৰ দ্বাৰা প্ৰকাশিত
আৰু এক্সপ'জাৰ, চানমাৰি, গুৱাহাটীত মুদ্ৰিত।

দাম : এশ বাৰ টকা

# আগকথা

অসমীয়া বাতৰি কাকত-আলোচনী অ'মাৰ অসম, দৈনিক জনমভূমি, আজিৰ দৈনিক বাতৰি, সাতসৰী আদিত সময়ে সময়ে প্ৰকাশিত মোৰ লেখা কিছুমান একগোট কৰি আঁক-বাকে কিতাপ এখন সংকলন হিচাপে প্ৰকাশ কৰাৰ হেঁপাহ কৰিছিল। স্মৃতিগঙ্গা সেই হেঁপাহৰে মূৰ্ত প্ৰকাশ। মোৰ নিজৰ ফালৰ পৰা কিতাপ প্ৰকাশৰ কোনো ধৰণৰ মানসিক উৎসাহ নথকাৰ পটভূমিত আঁক-বাকৰ এই উৎসাহক মই কৃতজ্ঞতা জনোৱাৰ বিকল্প নাই। প্ৰতিষ্ঠানটোৰ স্বত্বাধিকাৰী সমন্বিতে সকলোৰে মই শলাগ লৈছোঁ।

স্মৃতিগঙ্গা পঢ়ুৱৈ সমাজে আদৰি ল'লে সকলোৰে প্ৰচেষ্টা সফল হ'ল বুলি পতিয়ন যাম।


ৰবেন্দ্ৰ কুমাৰ দাস
কাঁচল ৰোড, বামুণীমৈদাম
গুৱাহাটী-২১

১৮/০৯/২০০৯

# সূচীপত্ৰ

# ১।

## জিম কৰবেটৰ দেশত

২১ ফেব্ৰুৱাৰী, ২০০৬। গধূলি পাঁচ বজাৰ লগে লগে সমাপ্ত হৈছে উত্তৰাখণ্ড ৰাজ্যৰ দ্বিতীয় বিধানসভা নিৰ্বাচনৰ এদিনীয়া ভোটগ্ৰহণ পৰ্ব। ভাৰতৰ নিৰ্বাচন আয়োগৰ দ্বাৰা পৰ্যবেক্ষক নিযুক্ত হৈ মই আহিছোঁ এই ৰাজ্যৰ টিহৰি গাড়োৱাল জিলাৰ প্ৰতাপ নগৰ বিধানসভা সমষ্টিলৈ। জিলাখনত অন্য আৰু পাঁচটা বিধানসভা সমষ্টিও আছে।

সম্পূৰ্ণ শান্ত পৰিবেশত সুন্দৰভাৱে ভোটগ্ৰহণ সমাপ্ত হোৱাৰ পাছত সন্ধিয়া মই আহি মোৰ প্ৰতাপ নগৰৰ গেষ্ট হাউছত সোমাইছোঁহি। আশী কিলোমিটাৰ নিলগৰ জিলা সদৰ ঠাই নিউ টিহৰি চহৰৰ পৰা ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেট সঞ্জয় কুমাৰে ফোন কৰিলে। তেওঁৰ জিলাখনৰ বাকী পাঁচটা সমষ্টিতো শান্তিপূৰ্ণ নিৰ্বাচন অনুষ্ঠিত হোৱাত উপায়ুক্তৰ মনত আনন্দ— টেলিফোনতে মই অনুমান কৰিলোঁ।

২২ তাৰিখৰ পৰা পঁচিছ তাৰিখলৈ আমাৰ বিৰতি। সাতাইশ তাৰিখে ভোট গণনা। ২৬ তাৰিখে আকৌ আহি উপস্থিত হ'ব লাগিব সমষ্টিত। গতিকেই সঞ্জয় কুমাৰে মোক সুধিলে, মাজৰ তিনি দিন মই কেনিবা যাম নেকি— কিবা প্ৰ'গ্ৰেম কৰিছোঁ নেকি। যদি মই যাব খোজোঁ, তেওঁ মোৰ কাৰণে ৰূম বুক কৰি থ'ব।

মই সঞ্জয় কুমাৰক কৈছিলোঁ, মই জিম কৰবেট নেচনেল পাৰ্কলৈ যাব খুজিছোঁ।

সঞ্জয় কুমাৰে আমাৰ কাৰণে দুটা কোঠা বুক কৰি থ'লে।

২৩ তাৰিখে পুৱাতেই মই মোৰ লগত লিয়াজো বিষয়াৰ কাম কৰি থকা টিহৰি বান্ধ জলবিদ্যুৎ প্ৰকল্পৰ বিষয়া ডেকা অভিযন্তা ৰাকেশ প্ৰসাদ থপ্‌লিয়াল, গাড়ীচালক মংগল সিং আৰু নিৰাপত্তাৰক্ষী চনম সিং টিহৰি চহৰৰ পৰা জিম কৰবেট নেচনেল পাৰ্কলৈ বুলি যাত্ৰা আৰম্ভ কৰিলো।

২০০৩ চনত তিনি ৰাতিৰ বাবে এবাৰ উত্তৰাঞ্চললৈ আহিছিলো ব্যক্তিগত কামত। ১/১/২০০৭ তাৰিখে উত্তৰাখণ্ড নাম পোৱা তেতিয়াৰ উত্তৰাঞ্চললৈ দিল্লীৰ পৰা পৰিবহণ নিগমৰ বাছত আহিছিলো। সেই যাত্ৰাত সেইবাৰ ৰাজ্যখনৰ ডেৰাডুন, মুচৌৰী, ঋষিকেশ আৰু হৰিদ্বাৰলৈ গৈছিলো। গতিকেই ৰাজ্যখনৰ আৰু বাকী অংশৰ বিষয়ে একো নাজানিছিলো।

টিহৰি গাড়োৱাল জিলালৈ পৰ্যবেক্ষক হৈ আহিবলৈ নিয়োগ পত্ৰখন পাই মোৰ লগত থকা উত্তৰাঞ্চলৰ মেপ আদিবোৰ উলিয়াই চাইছিলো জিম কৰবেট নেচনেল পাৰ্কখনৰ লোকেশ্যন। নিৰ্বাচন আয়োগৰ নিৰ্দেশ মতে মোৰ সমষ্টিত ২৬ তাৰিখৰ পৰা মোৰ দ্বিতীয় ভিজিট হ'ব লাগে। গতিকে এই দ্বিতীয় ভিজিটলৈ তিনি দিন মই ক'লৈ যাম সেই হিচাপটো মিলাবলৈকে মই মেপখন চাইছিলো। নিউ টিহৰি চহৰৰ পৰা জিম কৰবেট পাৰ্কলৈ বহুদূৰ হ'ব— মেপখনে কয়। গতিকেই মই প্ৰথম অৱস্থাত দূৰত্বৰ কথাটো চিন্তা কৰিয়েই কৰবেট পাৰ্কলৈ যোৱাৰ চিন্তাটো বাদ দি সেই তিনি দিন গংগোত্ৰী বা যমুনোত্ৰীলৈ যোৱাৰ কথা মনে মনে চিন্তা কৰিছিলো।

কিন্তু, সঞ্জয় কুমাৰে ক'ৰবালৈ যাম নেকি বুলি সোধোঁতে মই তেওঁক অলপ পাছত জনাম বুলি কৈ লগে লগে ৰাকেশৰ লগত জিম কৰবেট পাৰ্কলৈ যোৱাৰ কথাটো উলিয়ালো। মোৰ চিন্তাটো আছিল, যোৱা ২২ দিন ইমান পাহাৰে পাহাৰে ঘূৰি ফুৰিবলগীয়া হৈছে যে জিম কৰবেট পাৰ্কলৈ আকৌ তিনিশ পঞ্চাশ কিলোমিটাৰ পাহাৰীয়া ৰাস্তা একেদিনাই গৈ ওলাবলৈ মোৰ ভাল নালাগিব।

কিন্তু, জিম কৰবেট পাৰ্কৰ নাম শুনিয়েই ৰাকেশ ৰ'ব নোৱৰা হ'ল। গাড়োৱালৰ ল'ৰা। তেওঁ নিজেও পাৰ্কখন দেখা নাই। মোতকৈ তেওঁৰহে তালৈ যাবলৈ আগ্ৰহটো বেছি হ'ল এইবাৰ। মংগল সিংতো সাজুৱেই। তিনিশ পঞ্চাশ কিলোমিটাৰ পাহাৰীয়া পথত একেদিনাই গাড়ী চলাবলৈ তেওঁলোকৰ কোনো অসুবিধা নহয়।

পোন্ধৰ মিনিটমান সময় মোবাইলত টিপা-টিপি কৰি কাৰোবালৈ কাৰোবালৈ ফোন কৰি কৰি ৰাকেশে কৰবেট নেচনেল পাৰ্কলৈ যাব পৰা সমতলৰ ৰাস্তা এটা উলিয়ালে। মোক ক'লে, টিহৰি চহৰৰ পৰা ঋষিকেশ পোৱাৰ আগলৈকে মাথোঁ নব্বৈ কিলোমিটাৰমান পাহাৰীয়া ৰাস্তা— তাৰ পিছত ঋষিকেশ, হৰিদ্বাৰ হৈ নজিবাবাদৰ ৰাস্তা লৈ উত্তৰ প্ৰদেশৰ মাজেদি আঢ়ৈশ কিলোমিটাৰমান সম্পূৰ্ণ সমতল।

গতিকেই সঞ্জয় কুমাৰক আমি নেচনেল পাৰ্কলৈ যোৱাৰ কথাটো চূড়ান্ত কৰি জনাই দিলো।

টিহৰি গাড়োৱাল জিলাৰ সীমাত আৰম্ভ হৈছে ডেৰাডুন জিলাৰ ঋষিকেশ। কিছু দূৰ গৈ ডেৰাডুন জিলা শেষ হৈছে— আৰম্ভ হৈছে হৰিদ্বাৰ জিলা। হৰিদ্বাৰৰ মাজেৰে গৈ গৈ উত্তৰাখণ্ড ৰাজ্যৰ সীমা পাৰ হৈ আহি সোমাইছোঁ উত্তৰ প্ৰদেশত। উত্তৰ প্ৰদেশৰ বিজনোৰ জিলা। বিজনোৰ জিলা শেষ হোৱাত আকৌ সোমাইছোঁ উত্তৰাখণ্ড ৰাজ্য। এইবাৰ এই ৰাজ্যৰ উধাম সিং নগৰ জিলা। এই জিলা সোমোৱাৰ লগে লগেই আৰম্ভ হৈছে কুমাউন মণ্ডল। আমি ইয়াৰ আগলৈ আহিছিলো গাড়োৱাল মণ্ডলৰ পৰা।

আৰু শেষত এয়া ৰামনগৰ। এখন ব্যস্ত চহৰ। নৈনিতাল জিলাত। সঞ্জয় কুমাৰে আমাৰ কাৰণে এই ৰামনগৰৰ বন বিভাগৰ অধীনস্থ টাইগাৰ প্ৰজেক্টৰ ফিল্ড ডাইৰেক্টৰজনৰ কাৰ্যালয়লৈ গৈ আমাৰ কোঠা দুটাৰ বাবে ৰিজাৰ্ভেশ্যন কনফাৰ্ম কৰি আহিলে।

এই ৰামনগৰৰ পৰা আৰু ওঠৰ কিলোমিটাৰ পথ বাব লাগিব ধনগড়ী গে'টলৈ। এই গে'টত আৰম্ভ হৈছে ভাৰতৰ প্ৰথমখন ৰাষ্ট্ৰীয় উদ্যান আৰু প্ৰথমটো টাইগাৰ প্ৰজেক্ট জিম কৰবেট নেচনেল পাৰ্ক। ৰামনগৰ আৰু ধনগড়ীৰ এই ওঠৰ কিলোমিটাৰৰ বাটছোৱাত অনেক ট্যুৰিষ্ট লজ আছে। সেইবোৰৰ ধুনীয়া ধুনীয়া নাম।

মংগল সিঙে বনানিৰ মাজে মাজে সুন্দৰ মসৃণ বাটটোৰে গাড়ী চলাই গৈ থাকিল। আমাৰ সোঁফালে এখন নদী বৈ গৈছে। খৰালি নদীখনৰ বুকুত শিলেই শিল এতিয়া। কি নদী এই নদী? নাম?

আবেলি চাৰি বাজি যোৱাৰ পাছত আমি আহি ধনগড়ী গে'ট পালোহি। ১৯৩৬ চনত স্থাপন কৰা হৈছিল এই ৰাষ্ট্ৰীয় উদ্যানখন। উদ্যানখনৰ প্ৰৱেশ পথ এই ধনগড়ী গে'ট।

গে'টত কিবাকিবি এণ্ট্ৰি লিখিবলৈ ৰাকেশ থপলিয়াল কাৰ্যালয়ত সোমাল। মই থিয় হৈ ৰ'লো গে'টৰ কাষতে থকা এক আৱক্ষ মূৰ্তিৰ কাষত। কোন তেওঁ? এটা শিলাৰত স্থাপন কৰা আছে, সেউজীয়া ৰঙৰ এক আৱক্ষ মূৰ্তি— এক বিদেশী চাহাবৰ। টাই মৰা এক ইংৰাজৰ। শিলাৰত লিখা আছে 'JIM'। Edward James Corbett (1875-1955)। ক'লা ৰঙৰ স্লেবত সোণালী আখৰেৰে লিখা।

আকুলভাৱে মই চাই ৰ'লো এই আৱক্ষ মূৰ্তিটোলৈ। কিমান কথা যেন কওঁ কওঁ কৰি আছে এই প্ৰস্তৰ মূৰ্তিয়ে।

এইবাৰ মই সোমালো ওচৰতে থকা এখন দোকানলৈ। ডেকা ল'ৰাজন ধুনীয়াকৈ। আশিস ঠাকুৰ। তেওঁলোকে দোকানখন দিছে। ১২ বছৰমান ধৰি। মই কেইখনমান কিতাপ কিনিলো আশিসৰ দোকানখনত। কুমাউনী ব্ৰেণ্ডৰ আচাৰ আৰু জেলীৰ বটল কেইটামান কিনো বুলি লওঁতেই ৰাকেশে চিঞৰ লগালে— 'ছাৰ, সোনকাল কৰক। চাৰে চাৰি বজাৰ পাছত সোমাব নিদিব পাৰ্কৰ ভিতৰত।'

গাড়ীত উঠিলো লৰালৰিকৈ। ইয়াৰ পৰা আৰু একত্ৰিশ কিলোমিটাৰ যাব লাগিব অৰণ্যৰ মাজে মাজে আমাৰ বাবে আবন্টন কৰা ডিখালা ক'ৰেষ্ট ৰেষ্ট হাউছলৈ। আজাৰ

হোৱাৰ আগে আগে এই একত্রিশ কিলোমিটাৰ পথ আমি পাৰ হ'ব লাগিব। আন্ধাৰ হোৱাৰ লগে লগে এইছোৱা পথত বিচৰণ কৰে বনৰজাই।

ধনগড়ী গে'টৰ পৰা সেই ৰামনগৰৰ পৰা আহি থকা বাটেৰে যদি আমি আৰু তিনি কিলোমিটাৰ আগুৱাই গ'লোহেঁতেন, আমি পালোহেঁতেন সেইখন ঠাই— মোহন। কিলোমিটাৰ পোষ্টত লিখা আছে সেই ঠাইখনৰ নাম।

জিম কৰবেট সম্পৰ্কত মই আচলতে কেতিয়াও একো পঢ়া নাই, মাথোঁ এটা লেখাৰ বাহিৰে। সেইটো— The End of the Mohan Man-Eater। এই লেখাটোৰ লেখক জিম কৰবেট। লেখাটো সন্নিবিষ্ট আছে অসম ৰাজ্যিক পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশন নিগমে অসমৰ বিদ্যালয়বিলাকৰ বাবে যুগুতাই উলিওৱা নৱম-দশম শ্ৰেণীৰ ইংৰাজী বিষয়টোৰ পাঠ্যপুথি Learner's English নামৰ কিতাপখনত। মোহন নামৰ এই গাঁওখনৰ সেই নৰখাদক বাঘটোৰ হত্যা কৰোঁতে লোমহৰ্ষক কথা-কাণ্ডবোৰ এই চিকাৰীজন জিম কৰবেটে তেওঁৰ এই লেখাটোত বিস্তৃতভাৱে বৰ্ণনা কৰিছে।

তেনেহ'লে নৰখাদক হত্যা কৰাৰ তাগিদাতেই জিম কৰবেট এই ধনগড়ী, ঢিখালা বা ৰামনগৰৰ ওচৰে-পাঁজৰে ক'ৰবাত বসবাস কৰিছিল নেকি? মই নাজানো।

নিৰ্জন এক জয়াল লুংলুঙীয়া হাবিয়নি বাটেৰে মংগল সিঙে গাড়ী চলাই গৈ থাকিল। বেলি পৰিবলৈ আৰু কিছুপৰ বাকী। ঘন ঘন, ওখ ওখ হাবিয়নি গছবোৰে আগুৰি আছে জিম কৰবেটৰ স্মৃতি বিজড়িত এই ৰাষ্ট্ৰীয় উদ্যানখন।

আমাৰ চাৰিওজনৰ বাবে এই ৰাষ্ট্ৰীয় উদ্যানখনলৈ এয়াই প্ৰথম আগমন। মই ইমান দূৰৰ পৰা, গুৱাহাটীৰ পৰা, এই ৰাষ্ট্ৰীয় উদ্যানখন চাবলৈ দ্বিতীয়বাৰ আৰু ক'ত আহিম? বাকীকেইজন এই ৰাজ্যখনৰেই। কিন্তু, আহিবলৈ ইয়ালৈ সুযোগ-সুবিধা ক'ত হয় সততে? গতিকেই তেওঁলোক তিনিওজনে অৰণ্যৰ মনোমোহা দৃশ্যৰাজি উপভোগ কৰাত ব্যস্ত হ'ল। ক'ৰবাত কেনেবাকৈ বনৰজাক দেখা পায় নেকি, তাৰ সন্ধানত উদ্বিগ্ন হৈ ৰ'ল তেওঁলোক তিনিও। মোক কিন্তু অনবৰতে আচ্ছন্ন কৰি ৰাখিলে গে'টতেই দেখি অহা সেই আবক্ষ মূৰ্তিটোৱে— টাই মৰা সেই ইংৰাজজনৰ সেই করুণ হাঁহিৰে ভৰা মুখখনে।

উই হাফলু। বাটৰ কাষে কাষে, ডাঙৰ ডাঙৰ গছবিলাকৰ প্ৰায় গাতে লাগি লাগি ওখ ওখ উই হাফলু গোটেইখন। কিছুমান দহ ফুট-বাৰ ফুট ওখ। ইমান ওখ ওখ উই হাফলু এইখন ৰাষ্ট্ৰীয় উদ্যানৰ এই জলবায়ু বা মাটিত বিশেষভাৱে সৃষ্টি হোৱাৰ যদি কিবা বৈজ্ঞানিক কাৰণ আছে, মই নাজানো। কিন্তু ভাঙি নষ্ট নকৰাকৈ ৰখা এই হাফলুবোৰ নিশ্চয়কৈ অৰণ্যখনৰ সৌন্দৰ্যই মাথোঁ নহয়, বিশেষত্ব আৰু মৌলিকতাও।

কৰবেট টাইগাৰ ৰিজাৰ্ভখনক পৰ্যটনৰ পৰিসীমাৰ পাঁচটা খণ্ডত বিভক্ত কৰি থোৱা হৈছে— ঢিখালা ট্যুৰিজিম খণ্ড, বিজৰাণী ট্যুৰিজিম খণ্ড, ঝিৰণা ট্যুৰিজিম খণ্ড, ডমুণ্ডা ট্যুৰিজিম খণ্ড আৰু সোনানদী ট্যুৰিজিম খণ্ড।

আমি সোমাইছোঁ ঢিখালা ট্যুৰিজিম খণ্ডত। ধনগড়ীৰ গে'টৰ পৰা আমি পাঁচ

কিলোমিটাৰ আগুৱাই আহিছোঁ। সোঁফালে সোঁৱোৰ চুলতান ক'ৰ্বেট ৰেষ্ট হাউছৰ ঘৰবোৰ। পৰ্যটনস্থলীৰ পৰ্যটকৰ আৱাসগৃহ। চুলতানৰ উপৰি ঢিখালা ট্যুৰিজিম খণ্ডৰ অন্তৰ্গত অন্যবোৰ ৰেষ্ট হাউছ হৈছে— খিন্নানৌলি ৰেষ্ট হাউছ, চাৰপুতলি ৰেষ্ট হাউছ, গৈৰাল ৰেষ্ট হাউছ আৰু ঢিখালা ৰেষ্ট হাউছ। আমি থাকিম দুটা ৰাতি এই ঢিখালা ৰেষ্ট হাউছত।

বেলি ডুবাৰ অলপ আগে আগে আমি আহি একত্ৰিশ কিলোমিটাৰ নিলগৰ ঢিখালা ক'ৰ্বেট ৰেষ্ট হাউছ পালোহি। ইয়াত আছে আৰু কেবাটাও নৱনিৰ্মিত আৱাস গৃহ। আমাক আবণ্টন দিয়াটো এটা কাঠৰ পুৰণি চাং বাংলো।

বাঘ দেখোঁ দেখোঁ বুলি উন্মুখ হৈ থকা মোৰ সহযাত্ৰী তিনিজন নিৰাশ হ'ল। গধূলি পৰত বনৰজা এই বাটেদি নোলাল। অৱশ্যেই বাটৰ কাষে কাষে আমি জাকে জাকে হৰিণা পহু দেখিলোঁ। কিয়বা ওলাই আছে এই গধূলি পৰত এনেকৈ।

অন্য আৰু বহু পৰ্যটকক ঢিখালাৰ এই আৱাসগৃহ এলেকাত ঘূৰি ফুৰা দেখিছোঁ। তাৰে কেবাজনো বিদেশী পৰ্যটক।

আহল-বহল এক মুকলি পৰিৱেশত আমাৰ এই পুৰণি চাং বাংলোটো। ৰূম এটেন্‌ডেণ্ট জিৎৰাম জোড়্লিক সোধোঁতে ক'লে, সন্মুখৰ সৌ বৈ যোৱা নদীখন ৰামগংগা নদী। খৰালি নদীখনৰ বুকু শিলেৰে উপচি আছে। সিপাৰত পাহাৰবোৰ। যোৱা এইকেইটা দিনে ইমান উচ্চতাৰ পাহাৰবোৰ দেখিলোঁ গাড়োৱাল সংমণ্ডলত, যে কুমাউন সংমণ্ডলৰ ৰামগংগাৰ সিপাৰৰ পাহাৰবোৰ তেনেই চাপৰ চাপৰ যেন লাগিল আমাৰ। তথাপি চিত্ৰকৰৰ চিত্ৰপটত অংকিত হোৱা যেন কোনো এক নিপুণ চিত্ৰহে এইখন আমাৰ সন্মুখত শব্দ তুলি তুলি অবিৰাম বৈ যোৱা ৰামগংগা আৰু ৰামগংগাৰ সিপাৰে কুমাউনী পাহাৰবোৰ।

জিৎৰাম জোড়্লিয়ে ক'লে, কৰ্বেট নেচনেল পাৰ্কৰ এটা অংশ নৈনিতাল জিলাত পৰে যদিও আমাৰ এই পুৰণি ৰেষ্ট হাউছটো পৌড়ী জিলাতহে অৱস্থিত। জিৎৰাম একৈশ বছৰ ধৰি বন বিভাগৰ কৰ্মচাৰী হিচাপে জিম কৰ্বেট নেচনেল পাৰ্কত চাকৰি কৰি আছে। এই ৰেষ্ট হাউছতে। তেওঁ এই চাকৰি কৰিবলৈ অহাৰ আগতে ফৌজত চাকৰি কৰিছিল— অসমৰ ডিব্ৰুগড়ৰ কাষে জয়ৰামপুৰত আছিল হেনো।

ৰামগংগা। গংগা নদীৰ বহু বিখ্যাত উপনদী যমুনা, সোণ, গণ্ডক, মহেন্দ্ৰ, ঘাগ্ৰা আদিৰ দৰে ৰামগংগা এখন বিখ্যাত উপনদী। দৰাচলতে ৰামগংগা গংগাৰ প্ৰথমখন মুখ্য উপনদী। উত্তৰাখণ্ডৰ গাড়োৱাল মণ্ডলৰ দোহাৰা-গংগা নামৰ ৩১১০ মিটাৰ উচ্চতাৰ এক উৎপত্তিস্থলৰ পৰা বৈ আহি গংগা নদীত মিলিত হোৱালৈকে ৰামগংগাৰ দৈৰ্ঘ্য ৫৯৬ কিলোমিটাৰ। পাহাৰে পাহাৰে এশ পঁচিশ কিলোমিটাৰমান বৈ অহাৰ পিছত ৰামগংগা সমতলত বাকীখিনি বৈ গৈছে। সমতলত কালাগড় নামৰ ঠাইডোখৰত প্ৰথম ব'বলৈ আৰম্ভ কৰি বৈ বৈ ৰামগংগা শেষত উত্তৰ প্ৰদেশৰ ফটেহগড় জিলাৰ কনৌজ নগৰত লগ লাগিছে। আৰু মাজৰ সমতলত বৈ যোৱা বাবেই আমি আজি এই ৰেষ্ট হাউছটোৰ

পৰা ৰামগংগাৰ অপৰূপ সৌন্দৰ্য উপভোগ কৰিব পাৰিছোঁ।

ৰাকেশ গৈছিল চনম সিং আৰু মংগল সিঙৰ থকা ঠাইৰ ব্যৱস্থা চাবলৈ। তেওঁলোকৰ কাৰণে ডৰমিটৰীত ব্যৱস্থা কৰা হৈছিল। সেইবোৰ চাই উভতি আহি ৰাকেশে মোক খবৰ দিলেহি যে বে'লৰ দবাৰ দৰে এখনৰ ওপৰত এখন বিছনা থকা এটা হলঘৰত দুয়োজন সিং আছে। ৰাকেশৰ বাবে ডাঙৰ কথাটো হ'ল— সেই হলঘৰটোত তেনেকুৱা কিছুমান বিছনাত বিদেশী কেইজনমানো থাকিছেগৈ। মই ৰাকেশক ক'লো যে ইমানবোৰ ধন-বিত খৰচ কৰি বিদেশীসকল আমাৰ দেশৰ এই ঐতিহাসিক পাৰ্কখন চাব, বুজিব আৰু উপভোগ কৰিবলৈ আহিছে— দামী দামী কোঠা একোটা ভাড়া লৈ টকা-পইচা খৰচ কৰি কাকো দেখুৱাবলগীয়া তেওঁলোকৰ একো নাই। চাবা, তেওঁলোকে ডৰমিটৰীত থাকিও শেষত তোমাৰ আৰু মোতকৈও বেছিকৈহে জিম কৰবেট নেচনেল পাৰ্কখন অনুভৱ আৰু উপভোগ কৰি যাবগৈ। এইখন ঠাইৰ পৰা এশ কিলোমিটাৰবো কম দূৰত্বৰ সৌ নৈনিতাল চহৰত জন্মগ্ৰহণ কৰা জিম কৰবেটৰ বিষয়ে যিমান জানো, হাজাৰ হাজাৰ কিলোমিটাৰ দূৰৰ পৰা অহা সেই বিদেশীসকলে আমাৰ দেশৰ এই বিদেশী বন্ধুজন জিম কৰবেটৰ বিষয়ে ইতিমধ্যেই বহুত কিবাকিবি পঢ়ি-মেলি আহিছে।

• আমাৰ এই ৰামগংগা তীৰৰ ৰেষ্ট হাউছটো এশ বছৰবো পুৰণি। আশিসৰ দোকানত কিনা কিতাপ দুখনমান পঢ়ি মই এই কথা জানিছিলো। কিন্তু, কিমান বছৰৰ পুৰণি? জিংৰামে মোক বহুত তথ্য দিছিল মোৰ কোঠালৈ গধূলি চাহ দিবলৈ আহি— সেই মোহন নামৰ গাঁওখন আলমোড়া জিলাত পৰে, সেইটো বাটেৰেই গৈ থাকিলে সম্ভৱ কিলোমিটাৰ নিলগত ৰাণীখেত নামৰ মনোমোহা ঠাইখন পোৱা যায়, চামৌলি গাড়োৱালৰ পৰা ৰামগংগা বৈ আহিছে, ধনগড়ী গে'টৰ পৰা ডিখালা ৰেষ্ট হাউছলৈ আহি থকা একত্ৰিশ কিলোমিটাৰ বাটৰ প্ৰথম ওঠৰ কিলোমিটাৰ অঞ্চল নৈনিতাল জিলাত পৰে আৰু বাকী আমি থকা এই ডিখালা ৰেষ্ট হাউছলৈকে এই অঞ্চল পৌড়ী গাড়োৱাল জিলাত পৰে। সেয়েহে ভাবিছিলো, জিংৰামে হয়তো জানিব এই ৰেষ্ট হাউছটো কিমান বছৰৰ পুৰণি।

নাজানিলে। ৰাম এটেন্‌ডেণ্ট জিংৰাম জোড়লি নামৰ কৰ্মচাৰীজনে নাজানিলে।

ৰাতি আহিছিল মোৰ কামলৈ সুকেশ চন্দ্ৰ পন্ত্ নামৰ শকত-আৱত আদহীয়া, স্বাস্থ্যবান মানুহজন। তেখেত এই পাৰ্কখনৰ দায়িত্বত থকা বন বিভাগৰ ৰেঞ্জ অফিচাৰ। আচলতে তেখেতক লগ পাবলৈ বিচাৰি মই জিংৰামৰ আগত খবৰ দি পঠিয়াইছিলো। তেখেতৰ পৰা মই মাথোঁ জানিবলৈ বিচাৰিছিলো কোন চনত এই এশ বছৰীয়া ঐতিহ্যপূৰ্ণ ৰেষ্ট হাউছটো নিৰ্মাণ কৰা হৈছিল। মই দুটা ৰাতি সুদূৰ গুৱাহাটীৰ পৰা এক বিশেষ সুযোগত আহি এই ৰেষ্ট হাউছটোত থাকিম, যাৰ জন্ম এশ বছৰৰ আগতে, মই থকা এই কোঠাটোও এশ বছৰৰ পুৰণি, গতিকেই মোৰ স্বাভাৱিকভাৱে জানিবৰ উৎসুকতা থাকিল এই ঘৰটোৰ নিৰ্মাণ সম্পৰ্কত। কিন্তু ইমান বছৰ এই পাৰ্কখনত ৰেঞ্জ অফিচাৰৰ দায়িত্বত থকা মিষ্টাৰ পন্তবো কোনো তথ্য হাতত নাই এই ৰেষ্ট হাউছটোৰ সম্পৰ্কত।

মই অনুভৱ কৰোঁ, এশ বছৰীয়া ডিখালা ৰেষ্ট হাউছটোৰ বিস্তৃত বিৱৰণ এই পাঁচটা কোঠা সংযুক্ত ৰেষ্ট হাউছটোত এখন ফলকত ধুনীয়াকৈ লিপিবদ্ধ কৰি থোৱা উচিত আছিল। এইখন পার্ক ভাৰতৰ প্ৰথমখন নেচনেল পার্ক, এইটো ৰেষ্ট হাউছ পার্কখনৰ আটাইতকৈ পুৰণি আৰু এশ বছৰ অতিক্ৰম কৰা একমাত্ৰ পুৰণি ৰেষ্ট হাউছ। হয়তো দেশখনৰ আটাইবোৰ ৰাষ্ট্ৰীয় উদ্যানৰ ভিতৰতেই আটাইতকৈ পুৰণি। তেনেক্ষেত্ৰত স্বাভাৱিক মৰ্যাদাৰে এখন সুন্দৰ ফলকত এই ৰেষ্ট হাউছটোৰ সম্পৰ্কত যৎ তথ্য বন বিভাগে বা পার্ক কৰ্তৃপক্ষই লিপিবদ্ধ কৰি ৰখাটো প্ৰয়োজন আছিল— য'ত লিখা থাকিলহেঁতেন স্বয়ং জিম কৰবেট প্ৰথম বা শেষবাৰৰ বাবে কেতিয়া এই ৰেষ্ট হাউছটোলৈ আহিছিল। গুৱাহাটীলৈ ঘূৰি গৈ মই এই টাইগাৰ প্ৰজেক্টটোৰ ফিল্ড ডাইৰেক্টৰজনলৈ এইবোৰ কথা জনাই চিঠি এখন লিখিম।

ৰাতি চাৰিখন চিঠি লিখিলো এই এশ বছৰীয়া কোঠাটোত বহি। আহিবৰ সময়ত গুৱাহাটীৰ পৰা ইনলেণ্ড লেটাৰ আৰু এনভেলপ কেইটামান লৈ আহিছিলো। কেৰালাৰ কোচিত নেভীত চাকৰি কৰি থকা বিপুল কুমাৰ শইকীয়ালৈ এখন আৰু বাকী তিনিখন ৰঙিয়া, বৰপথাৰ আৰু পুৰণিগুদামলৈ। জিম কৰবেটৰ স্মৃতিৰে বিমুগ্ধ, এশ বছৰীয়া পুৰণি এই ৰেষ্ট হাউছটোৰ এই কোঠাটোত বহি বহি চিঠিকেইখন লিখি লিখি মই এই ৰাতি অনুভৱ কৰিছিলো পৰম তৃপ্তি।

কেণ্টিনত ৰাতিৰ আহাৰ প্ৰস্তুত হৈছে বুলি খবৰ দিবলৈ জিংৰাম জোড়লি আকৌ আহিল মোৰ কোঠালৈ। আচলতে তেজস্বীয়া শৰীৰৰ, তেজস্বীয়া মানসৰ জিংৰামৰ স'তে কথা পাতি মই অনুভৱ কৰিছিলো সুমধুৰ আকৰ্ষণ। তেওঁ এইবাৰ দিলে মোক অন্য এক খবৰ— এই পার্কখনৰ পৰা ষাঠি কিলোমিটাৰমান নিলগত কালাধুংগী নামৰ ঠাই এখন আছে, তাতেই বহুবছৰ ধৰি জিম কৰবেট থাকিছিল। তেওঁ থকা ঘৰ দুটা বন বিভাগে এতিয়া মিউজিয়ামৰূপে সজাই তুলিছে।

গতিকেই মই থিৰাং কৰিলো, কাইলৈ আমি কালাধুংগীলৈ যাম।

আমি কেণ্টিনলৈ বুলি নামি গ'লো। ফেব্ৰুৱাৰী মাহৰ এক হিমানী নিশা। নিস্তব্ধ বনানি। প্ৰবাহিনী আৰু কল্লোলিনী ৰামগংগা। আকাশত অৰ্দ্ধ চন্দ্ৰ। চন্দ্ৰটোৰ ওচৰে-পাঁজৰে অনেক তৰা। সেই তৰাবোৰে চাই আছে যেন নিমাত জিম কৰবেট পার্কৰ প্ৰতিটো জীৱ-জন্তু আৰু প্ৰতিজোপা গছ-বিৰিখলৈ। শীতল এজাক বতাহ প্ৰবাহিত এই অভয়াৰণ্যত।

চল্লিশ বছৰীয়া পুৰণি এখন কেণ্টিন। কত পৰ্যটক আহে ইয়ালৈ। কত বিদেশী পৰ্যটক আহে। কিন্তু, নাই কেণ্টিনখনৰ কোনো সৌষ্ঠৱ আৰু আকৰ্ষণ। নিতান্ত এক ব্যৱসায়িক দৃষ্টিভংগীৰে চলাই আছে অপৰিপাটি এই ইতিহাসপ্ৰসিদ্ধ পার্কখনৰ পুৰণি কেণ্টিনখন। বিদেশী পৰ্যটকসকল আহে। অন্ততঃ তেওঁলোকে দেখি যাবলগীয়াকৈতো কেণ্টিনখন সুপৰিচালিত আৰু পৰিষ্কাৰ হ'ব লাগে। কোনে শিকাব এইবোৰ কথা আমাৰ দেশৰ এই মানুহবিলাকক? কিন্তু ডাইৰেক্টৰজনলৈ চিঠিখন লিখোঁতে মই কেণ্টিনখনৰ

এই অৱস্থাৰ কথাও লিখিম।

ক্ৰমশঃ গহীন হৈ আহিছে বাস্তিৰ ৰামগংগা। গহন হৈ আহিছে গহীন বনানিৰ সত্তা। মোহময় হৈ আহিছে মোৰ মানসত এক আৱক্ষ মূৰ্তি— জিম কৰবেট তেওঁ।

পিছদিনা পুৱাতেই সাৰ পাই উঠিলো। ছয় বজাতে। পুৱতি নিশা ৰামগংগা কেনেকুৱা লাগে চাবলৈকে ওলাই আহিছিলো কোঠাৰ বাহিৰলৈ। অন্ধকাৰৰ মাজেদি বৈ গৈছে শিলে শিলে বৈ যোৱা এক ভাৰতীয় নদী। কালি জিংৰাম জোড়লিয়ে কৈছিল, কালি হেনো দুপৰীয়াৰ ভাগতো এই নদীৰ পাৰলৈ কেবাটাও বাঘ আহিছিল।

ডিখালা ৰেষ্ট হাউছৰ পিছফালে কিছুমান ছায়ামূৰ্তি আন্ধাৰতে থিয় হৈ আছে। সেইবোৰ কিছুমান বিদেশী পুৰুষ-মহিলা। সেই ঠাইলৈ হাতী আহিব। হাতীত উঠিব তেওঁলোক। বহু স্বপ্নৰ তেওঁলোকৰ জিম কৰবেট নেচনেল পাৰ্কখন পৰিক্ৰমণ কৰিব আৰু বুকুত সাবটি লৈ যাব তাৰ মধুৰ সোঁৱৰণি।

চাৰে ছয় বজাৰ পাছত আমিও নামি আহিলো। আমাৰ বাবেও বৈ আছিল এখন অ'পেন জীপ। তিনি ঘণ্টা সেইখনে আমাক পাৰ্কখন ফুৰাব।

বছৰটোৰ ১৫ নৱেম্বৰৰ পৰা ১৫ জুনলৈকে জিম কৰবেট ৰাষ্ট্ৰীয় উদ্যানখন পৰ্যটকৰ দৰ্শনৰ বাবে মুকলি ৰখা হয়।

জীপলৈ বুলি গৈ থকা বাটত নেচনেল পাৰ্কৰ সৰু ডাকঘৰটো। চাৰিকোণীয়া 'পত্ৰ পেটী'ত কালি ৰাতি লিখা চিঠিকেইখন সুমুৱাই দিলো। 'লেটাৰ বক্স'ৰ ইমান সুন্দৰ হিন্দী প্ৰতিশব্দ— 'পত্ৰ পেটী'। যোৱা একৈশটা দিন এই ৰাজ্যখনত সাময়িকভাৱে 'চাকৰি' কৰিবলৈ আহি হিন্দী ভাষাৰ ইমান বেছি ব্যাপক প্ৰসাৰ, প্ৰচাৰ আৰু প্ৰচলন দেখি দেখি [illegible]মধ্যেই মই স্তম্ভিত হৈ আছিলোৱেই। ৰাজধানী ডেৰাডুনৰ সচিবালয়ৰ উচ্চপদস্থ বিষয়াসকলে মণ্ডল আয়ুক্ত, জিলা দণ্ডাধীশসকললৈ হিন্দী ভাষাত চৰকাৰী চিঠি-পত্ৰ লিখে। টিহৰি গাড়োৱাল জিলাৰ জিলা দণ্ডাধীশ সঞ্জয় কুমাৰে বিভিন্ন সময়ত আমি অৱজাৰভাৰসকললৈ লিখা প্ৰতিখন চৰকাৰী চিঠি আছিল হিন্দী ভাষাত লিখা। এতিয়া, এই গহীন অৰণ্যৰ মাজত ইংৰাজী লেটাৰ বক্স শব্দ দুটাৰ ইমান ধুনীয়া হিন্দী তৰ্জমা দেখি মই পুনৰবাৰ হতবাক হৈ গ'লো। ভাবিলো, কেতিয়াবা যদি আমিও অসমত লেটাৰ বক্সবিলাকৰ গাত সেইবোৰৰ অসমীয়া প্ৰতিশব্দ লিখিবলগীয়া হয়, কি লিখিম?

কেণ্টিনত চাহ খাই উঠি আমি আমাৰ বাবে বৈ থকা জীপখনত উঠিলো। এখেত মদন ৰাম। জীপখনৰ চালক। মদন ৰামে একত্ৰিশ বছৰ কাল জিম কৰবেট ৰাষ্ট্ৰীয় উদ্যানৰ ভ্ৰমণকাৰী জীপ চলাইছিল। অলপতে তেওঁ চাকৰিৰ পৰা অৱসৰ লৈছে। এইখন তেওঁৰ নিজৰ জীপ। এতিয়া উদ্যানত ভাড়া হিচাপে চলায়।

বনানিৰ মাজে মাজে মদন ৰামে ধীৰ গতিত গাড়ীখন চলাবলৈ ধৰিলে। ঘড়ীত তেতিয়া সাত বাজি ত্ৰিশ মিনিট গৈছে।

**Wildlife Board of India** ৰ অনুমোদন ক্ৰমে ভাৰত চৰকাৰে ১৯৭৩ চনৰ এক এপ্ৰিলত ব্যাঘ্ৰ সংৰক্ষণৰ উদ্দেশ্যে ৰামগংগা নদীৰ পাৰত অৱস্থিত কৰবেট নেচনেল

পাৰ্কক প্ৰজেক্ট টাইগাৰ হিচাপে চিহ্নিত তথা মৰ্যাদা প্ৰদান কৰি এই নতুন আঁচনিখন প্ৰবৰ্তন কৰিলে। ইতিপূৰ্বে ১৯৩৬ চনত স্থাপিত এই ৰাষ্ট্ৰীয় উদ্যানখনে দেশৰ প্ৰথমখন ৰাষ্ট্ৰীয় উদ্যান হিচাপে মৰ্যাদা লাভ কৰিছিলেই। কৰবেট পাৰ্ক হিচাপে ৫২০.৮২ বৰ্গ কিলোমিটাৰ, সোনানদী ৱাইল্ডলাইফ চেঞ্চুৱেৰী হিচাপে ৩০১.১৮ বৰ্গ কিলোমিটাৰ আৰু ৰিজাৰ্ভ ফ'ৰেষ্ট হিচাপে ৪৯৬.৫৪ বৰ্গ কিলোমিটাৰ, মুঠ ১৩১৮.৫৪ বৰ্গ কিলোমিটাৰ আবৰি এই ৰাষ্ট্ৰীয় উদ্যানখন গঢ় লৈ উঠিছে।

নৈনিতাল চহৰৰ বৃটিছ পোষ্টমাষ্টৰ ক্ৰিষ্টোফাৰ কৰবেটৰ পুতেক বন্যপ্ৰাণীপ্ৰেমী জেম্‌ছ এডৱাৰ্ড কৰবেটৰ পৰামৰ্শ ক্ৰমে তেতিয়াৰ ভাৰতৰ সংযুক্ত ৰাজ্যসমূহৰ লেফ্‌টেনেণ্ট গৱৰ্ণৰ ছাৰ জন্‌ছ হেৱেটে কুমাউন পৰ্বতমালাৰ নয়নাভিৰাম প্ৰকৃতিৰ অফুৰন্ত দানেৰে সমৃদ্ধ ৰামগংগা নদীৰ পাৰৰ এই বৃহৎ বনাঞ্চলক বন্যপ্ৰাণী পাৰ্ক হিচাপে গঠন কৰিবলৈ সিদ্ধান্ত ল'লে। ১৯৩৬ চনৰ ৮ আগষ্টত তেতিয়াৰ ইউনাইটেড প্ৰভিন্সৰ গৱৰ্ণৰ ছাৰ মেলকম হেইলীৰ নামেৰে এই পাৰ্কখনৰ নাম 'হেইলী নেচনেল পাৰ্ক' হিচাপে গঠন কৰিলে। পাছলৈ ১৯৫৫ চনত জেম্‌ছ এডৱাৰ্ড বা জিম কৰবেটৰ মৃত্যুৰ পাছত তেওঁৰ নামেৰে পাৰ্কখনৰ নামকৰণ কৰা হ'ল জিম কৰবেট নেচনেল পাৰ্ক হিচাপে।

ইতিমধ্যে আমাৰ জীপখনৰ কাষেদি দুটা হৰিণা পাৰ হৈ গ'ল। আজি পুৱাটোৰ প্ৰথম অতিথি এই দুটা হৰিণা দেখি স্বাভাৱিকতেই আমাৰ মন প্ৰফুল্লিত হৈ উঠিল।

হিমালয়ৰ পাদদেশত শিৱালিক-টেৰাই জৈববিৱৰ্ত বৈচিত্ৰ্যময় সত্তাৰেৰে কৰবেট নেচনেল পাৰ্ক মূলতঃ বাঘ সংৰক্ষণ আৰু বিস্তৃতিৰে উল্লেখনীয়। তদুপৰি দুশবো অধিক হাতী এই ৰাষ্ট্ৰীয় উদ্যানখনৰ অন্যতম প্ৰধান প্ৰাণীসম্পদ। সৌৱোৰ যে জাকে জাকে ফুটুকী চিতল হৰিণ ঘূৰি ফুৰিছে বনাঞ্চলৰ সৌন্দৰ্য বৃদ্ধি কৰি, সেইবোৰক সযতনে আশ্ৰয় দি জিম কৰবেট নেচনেল পাৰ্কে নিজৰ ঐতিহ্য টনকিয়াল কৰি ৰাখিছে। সৌৱোৰ চম্বৰ চৈগ্— দীঘল দীঘল শিঙৰ ওখ ওখ ঘোঁৰাটোৰ দৰে।

দূৰৈৰ পৰা দেখিলো এটা ম'ৰা চৰাই। লুংলুঙীয়া কেঁচা আলিটোৰে অকলশৰে গৈ আছে। কৰবেট ৰাষ্ট্ৰীয় উদ্যানখন দৰাচলতে সৰু-বৰ অগণন পক্ষীকুলৰো আৱাসভূমি। পৰিভ্ৰমী চৰাইবোৰ বতৰৰ স'তে মিলাই মিলাই এই বনাঞ্চললৈ আহে। প্ৰায় ছশমান ভিন্ন ভিন্ন পক্ষীৰে এই বন মুখৰিত আৰু কল্লোলিত হৈ থাকে গোটেইটো বছৰ। বিভিন্ন প্ৰজাতিৰ মাছৰোকা, ভাটো, ধোঁপিয়া চৰাইৰে এই বনাঞ্চল সজীৱ আৰু প্ৰাণচঞ্চল।

আচলতে মনন বাঘে আমাক পাৰ্কখনৰ এতোৰৰ বিশেষ অঞ্চললৈ লৈ আহিছে। তাৰ পৰা হেনো চিকাৰ বিচাৰি অহা বাঘ দেখা পায়। আমি ঠাইডোখৰ আহি পোৱাৰ আগতেই দেখিছোঁ আৰু চাৰিখন জীপ গাড়ী আহি ট্যুৰিষ্ট লৈ সেই ঠাইত হাজিৰ হৈছেহি। কিন্তু, আধা ঘণ্টামান সময় অপেক্ষা কৰিও আমি কোনেও বনৰজাৰ দৰ্শন নাপালো।

ওকান দিনবোৰত ঠায়ে ঠায়ে উদ্ জাতীয় খাঁইবোৰ পুৰি পেলোৱা হয়। আজি বি বাটেৰে আহি আছোঁ আমি আৰু কেইমাহমান পাছত বাৰিষা বতৰত সেইবোৰ পানীৰে উপচি থাকিব। এই অৰণ্য বহুবিধ উল্লেখনীয় বৃক্ষৰ বাবেও বিখ্যাত। সাগৰগুটিৰ পৰা

৩৮৫-১১০০ মিটাৰ উচ্চতাত অৱস্থিত, বাৰ্ষিক ১৪০০-২৮০০ মিলিমিটাৰ বৃষ্টিপাতেৰে পুষ্ট এই বনাঞ্চলত ৪-৪০° ডিগ্ৰী চেলছিয়াছ উষ্ণতাৰে আৱিষ্ট জলবায়ুৰে শাল, চিছাম, খইৰ, জামু, আহত, বৰগছ, সৰল, বগৰী, সোণাৰু, শিলিখা, ভোমোৰা, সিমলু, কাঞ্চন আদি গছেৰে সমৃদ্ধ।

এইধৰণৰ বৃক্ষছায়াত বৃক্ষডালত অনেক চৰায়ে বাহ পতাৰ দৰে, প্ৰয়োজনীয় মাত্ৰাৰ বৃষ্টিপাতৰ বাবে এই উদ্যানৰ মাজেৰে বৈ যোৱা ৰামগংগা নদী আৰু সোনানদী বহু মাছ-ঘঁৰিয়ালৰ বাবেও বিখ্যাত। আমি থকা ৰেষ্ট হাউছটোৰ সন্মুখেৰে বৈ যোৱা ৰামগংগা নদীখনত যথেষ্ট পৰিমাণৰ ঘঁৰিয়াল আছে, যাৰ বাবে সেই নদীত সন্তৰণ নিষিদ্ধ কৰি উদ্যান কৰ্তৃপক্ষই জাননীফলক আঁৰি থ'বলগীয়া হৈছে। মহছীৰ, গুঞ্চ আদি বিভিন্ন প্ৰকাৰৰ মাছেৰে সমৃদ্ধ নদী আৰু জলাশয়বোৰত মাছ মৰাটো বন কৰ্তৃপক্ষই নিষিদ্ধ কৰি থৈছে, যাৰ ফলত সামগ্ৰিকভাৱে সেই চল্লিশ বছৰীয়া কেণ্টিনখনত মাছৰ প্ৰচলন নাই। অৱশ্যে এই নিষিদ্ধকৰণ কৰবেট পাৰ্কৰ ভিতৰতহে। পাৰ্কৰ বাহিৰত কৰ্তৃপক্ষৰ অনুমতি লৈ ৰামগংগা আৰু মণ্ডল নদীত ১ অক্টোবৰৰ পৰা ৩০ জুনলৈকে মাছ মৰাৰ সুযোগ পোৱা যায়।

মদন ৰামে এইবাৰ আমাক আনি ৰামগংগা নদী পোৱালে। নদীৰ ওপৰত নদীৰ পানী চুওঁ চুওঁ কৰি থকা কাঠ আৰু খেৰেৰে সজা এখন দলং। নদীৰ বুকুত ডাঙৰ ডাঙৰ শিল। নদীৰ সিপাৰত হিমালয় শিৱালিক পাহাৰমালা। নদীও নীলা, পাহাৰো নীলা। অপৰূপ সৌন্দৰ্যৰ এই নদী ৰামগংগা।

ৰামগংগা পাৰ হৈ আকৌ অটব্য হাবিৰ মাজত সোমালো। সৌজোপা গছত সৌবোৰ [illegible]ৰ পৰিয়াল। ক'লা ক'লা মুখৰ সৰু-ডাঙৰ অনেক হনুমান বান্দৰ।

আমাৰ আগে আগে হাতীত উঠি কেইটামান বিদেশী পৰিয়াল গৈ আছে। পুৱতি নিশাতে আন্ধাৰতে দেখা সেই ছায়ামূৰ্তিবোৰ চাগে'।

সন্মুখেদি দৌৰ মাৰি পাৰ হৈ গ'ল এটা বনৰীয়া কুকুৰা। দীঘলকৈ। এইখন ৰাষ্ট্ৰীয় উদ্যানত নীলগাই, বাৰ্কিং, ডীয়েৰ, লিওপাৰ্ড কেট, বনৰীয়া মেকুৰী, বিভিন্ন প্ৰকাৰৰ সাপ আদি সৰীসৃপো সমানেই সমৃদ্ধ।

সৌবোৰ মুকলিতে কিছুমান বনগাহৰি। ডাঙৰ ডাঙৰ শকত-আৱত।

বাঘ দেখা নোপোৱাৰ অবুজ বেদনা এটাই তেওঁলোক তিনিওকে আচ্ছন্ন কৰি ৰাখিছিল। মোৰ তেনেকুৱা হোৱা নাছিল। আচলতে বাঘ দেখাৰ মানসেৰে মই জিম কৰবেট ৰাষ্ট্ৰীয় উদ্যানলৈ অহা নাছিলো। জিম কৰবেট শব্দ দুটাইহে মোক এই বনাঞ্চললৈ টানি আনিছিল। তদুপৰি সেই যে ধনগড়ী গেটতেই সেউজীয়া আৱৰু মূৰ্তিটো দেখা পাইছিলো— করুণ চকুহালিৰ এজন বিদেশী— তেওঁ মোক কালি আবেলিৰে পৰা আচ্ছন্ন কৰি ৰাখিছে এই পৰ্যন্ত। মদন ৰামৰ গাড়ীৰে হাবিয়ে হাবিয়ে ঘূৰি ফুৰাৰ মুহূৰ্তবোৰতো সেই করুণ চকুহালিয়ে মোক শৰবিদ্ধ কৰি থৈছিল। কিয় ক'ব নোৱাৰো। আচলতে মই অনুভৱ কৰিছো, কালি ৰাতি যে জিংৰাম জোড়লিয়ে মোক

কালাধুংগীৰ দুটা ঘৰৰ কথা কৈছিল, সেই ঘৰ দুটাত এসময়ত বসবাস কৰা এজন ভাৰতত জন্মগ্ৰহণ কৰা বিদেশী চাহাবৰ কথা কৈছিল, সেই চাহাবজনে মোক কালাধুংগীলৈ আমন্ত্ৰণ জনাই আছিল অনবৰত।

তিনি ঘণ্টা বনে বনে ঘূৰি ফুৰাৰ পাছত ৰতন ৰামে আমাক আকৌ আনি আমাৰ ৰেষ্ট হাউছ পোৱালেহি। মই ৰাকীকেইজনক লৰালৰি কৰিবলৈ ক'লো। কালাধুংগীলৈ যাব লাগে। ধনগড়ী গে'টৰ সেউজীয়া মূৰ্তিটোৱে, কালাধুংগীৰ ঘৰ দুটাই এক অদ্ভুত মমতাৰে মোক টানি নিব ধৰিছে যেন।

চাৰে এঘাৰ বজাত আমি আকৌ মংগল সিঙৰ গাড়ীত উঠিলো এইবাৰ আমি যাম আশী কিলোমিটাৰ নিলগৰ এখন ঠাইলৈ। কালাধুংগী তাৰ নাম।

ধনগড়ী গে'টৰ পৰা ৰামনগৰলৈ বুলি যাত্ৰা আৰম্ভ কৰিলো। কালি একেই বাটেৰে ৰামনগৰৰ পৰা আবেলি ধনগড়ীলৈ আহি থাকোঁতে লগ পোৱা পাওঁফালৰ এই নদীখনৰ কথা ৰাতি জিংৰাম জোড়্‌লিক সুধিছিলো। জিংৰামে ক'লে, এইখন কোশী নদী। কোশী আমাৰ কাষে কাষে বৈ আহিছে।

ৰামগংগাৰ দৰে কোশীও গংগাৰ এখনি উল্লেখনীয় উপনদী। এই কোশী আমাৰ স'তে আহি আহি ৰামনগৰ পাইছেহি।

ৰামনগৰৰ পৰা এইবাৰ আমি একত্ৰিশ কিলোমিটাৰ নিলগৰ সেই কালাধুংগীলৈ যাম। কালাধুংগী— কালি ৰাতি জিংৰাম জোড়্‌লিয়ে মোৰ হৃদয়ত সযতনে সুমুৱাই দিয়া এটা মিঠা অনুভৱৰ নাম কালাধুংগী।

অতি সুন্দৰ এক মসৃণ বাটেৰে মংগল সিঙে কালাধুংগীলৈ বুলি তীব্ৰগতিত গাড়ী চলাই গ'ল। কোশী নদীৰ বান্ধ এটাৰ ওপৰেদি আমাৰ গাড়ী চলিল।

ম'তিপুৰ, চুনাখান, নয়াগাঁও আদি ঠাইবোৰ পাৰ হৈ আহিলো। বাটৰ কাষত আমৰ বাগিচাবোৰত চাপৰ চাপৰ প্ৰজাতিৰ আম গছবোৰত নতুন নতুন সৰু সৰু আমফুলবোৰ জাতিষ্কাৰ হৈ ফুলিছে। সেই সকলোবোৰেই যেন মোক কালাধুংগীলৈ উত্ৰাৱল হৈ টানি আনিছে।

এখন সৰু চহৰ কালাধুংগী। উত্তৰাখণ্ড ৰাজ্যৰ নৈনিতাল জিলাৰ সমতল ভূমিৰ এখন সৰু চহৰ— কালাধুংগী। ইয়াৰ পৰা বাওঁফালে উত্তৰলৈ চৌত্ৰিশ কিলোমিটাৰ নিলগত সেই মনোৰম শৈলচহৰ নৈনিতাল, যাৰ সৈতে সংযোজিত আছে কালাধুংগীৰ এক মনোমোহা ইতিহাস।

সেই অধ্যায় পাছত।

যত চহৰ কালাধুংগীৰ মাজেৰে আহি আহি আমি উপস্থিত হ'লো এখা জিম কৰবেট মিউজিয়ামত। এই ঠাইৰ পৰা পোনে পোনে পূবলৈ গৈ থাকিলে পায় পঁচিশ কিলোমিটাৰ নিলগত হলদ্বানি নামৰ ঠাইখন। কিন্তু, আৰু এখন ঠাই আছে ছোটি হলদ্বানি— কালাধুংগীৰ প্ৰায় কাষতে।

আৰু এই ছোটি হলদ্বানিৰ আছে এক অন্য ইতিহাস। সেই অধ্যায়ো পাছলৈ থ'লো।

বিচেপশ্যনত টিকট কাটি আমি জিম কৰবেট মিউজিয়ামত প্ৰৱেশ কৰিলো, শান্ত-শিষ্ট এক প্ৰাকৃতিক পৰিৱেশ। গছ-বিৰিখেৰে ভৰা এক বিশাল চৌহদ। বাইশ বিঘা মাটিৰ এই অঞ্চলটো জিম কৰবেট নামৰ নৈনিতাল চহৰৰ এজন আইৰিছ মানুহে ১৯১৫ চনত ক্ৰয় কৰিছিল। আৰু তাতে তেওঁ সাজিছিল দুটা আটোমটোকাৰি সৰু ঘৰ। ১৯২২ চনত।

এইটো সৌফালৰ ঘৰ। শিল, চুণ আৰু মৰ্টাৰেৰে এই ঘৰটো সাজিছিল জিম কৰবেটে, তেওঁৰ আৰু তেওঁৰ বায়েক মেগীৰ শীতকালীন আবাসগৃহ হিচাপে। বাহিৰৰ দেৱালত লিখা আছে এখন ফলকত এই কথা। ফলকখনত আৰু লিখা আছে— এনেকুৱা আৰ্হিৰ আৰু এটা ঘৰ নৈনিতালত আছে, যিটো ঘৰ জিমে তেওঁৰ গ্ৰীষ্মকালীন আবাস হিচাপে ব্যৱহাৰ কৰিছিল। ৰাকেশ থপলিয়াল কাষতে আছিল মোৰ— কিন্তু, মই সেই ফলকখন আলফুলে চুই চালো। তাত লিখা থকা প্ৰতিটো শব্দ মোৰ হৃদয়েদি এপাহ এপাহ সুগন্ধি ফুলৰ দৰে সোমাই গৈ থাকিল।

ঘৰটোৰ এইটো প্ৰথম কোঠা। এচুকত এটা আলফুলে যতনাই থোৱা ফায়াৰ প্লেছ আছে। কালাধুংগীৰ বহু নিয়ৰে সেমেকা কৰা শীতৰ ৰাতি জেমছ এডৱাৰ্ড কৰবেট আৰু তেওঁতকৈ এবছৰৰ ডাঙৰ তেওঁৰ বায়েক মাৰ্গাৰেট উইনিফ্ৰেডে এই ফায়াৰ প্লেচত খৰিৰে জুই জ্বলাই জ্বলাই হয়তো বহু কথা পাতিছিল। কি কথা? ১৯১৫ চনতে কিনা, ওচৰৰ চোটি হলবানি গাঁওখনৰ মাটিখিনিত, বন্য ব্যাঘ্ৰৰ আক্ৰমণৰ পৰা ৰক্ষা কৰি চল্লিশটা পৰিয়ালক তাত সংস্থাপিত কৰাৰ পৰিকল্পনাৰ কথা? চোটি হলবানিক এখন আদৰ্শ গাঁও হিচাপে গঢ়ি তোলাৰ কথা? হয়।

জুইৰ কাষত বহি বহি জিম কৰবেটে তেওঁৰ জন্মভূমি ভাৰতে স্বাধীনতা লাভ কৰাৰ কিছুদিনৰ পাছতেই জন্মভূমি এৰি থৈ কেনিয়ালৈ গুচি যোৱাৰ পৰিকল্পনাৰ কথাও বায়েক মেগীৰ আগত ব্যক্ত কৰিছিল হয়তো। হয়তো এই জুইৰ পোহৰতেই মেগীৰ মুখত প্ৰকাশ হৈ উঠিছিল জন্মভূমিখন এনেদৰে এৰি থৈ নাযাবৰ বাবে ভায়েকক সৈমান কৰিবলৈ কৰা বহু প্ৰচেষ্টাৰ নিষ্ফল প্ৰতিচ্ছবি। নুশুনিলে জিমে বায়েকৰ বহু বুজনি।

ফায়াৰ প্লেছটোৱে মোক সেইবোৰ সকলো কথা এফালৰ পৰা কৈ যাবলৈ ধৰিলে যেন।

কোঠাটোত আছে জিম কৰবেটৰ পৰিয়ালৰ বহুকেইজন সদস্যৰ ফটো। দেৱালত আঁৰি থোৱা আছিল জিমৰ দেউতাক ক্ৰিষ্টোফাৰ উইলিয়াম গাৰনি কৰবেট, মাক মেৰী জেন কৰবেট, জিমৰ নিজৰ আৰু বায়েক মেগীৰ ফটো। অবিবাহিত জিম আৰু অবিবাহিতা মেগী আছিল সৰু কালৰে পৰা দুয়ো দুয়োৰে অতিশয় ঘনিষ্ঠ আৰু অতি মৰমৰ। সেয়েহে জীৱনৰ বহুখিনি সময় তেওঁলোক দুয়ো দুয়োৰে কাষত থকাৰ অপূৰ্ব সুযোগ লাভ কৰিছিল। আৰু এদিন দুয়ো একেলগে তেওঁলোকৰ অতি মৰমৰ কালাধুংগী, কালাধুংগীৰ এই ঘৰ দুটা আৰু চোটি হলবানি গাঁওখন কাকো একো জানিবলৈ নিদি এৰি থৈ গুচি গৈছিল। গুচি গৈছিল কেনিয়ালৈ। ১৯৫৫ চনৰ এপ্ৰিল মাহৰ উনৈশ তাৰিখে ব্ৰংকাইটিছ ৰোগত আক্ৰান্ত হৈ ভায়েক জিম কৰবেট কেনিয়াত মৃত্যুমুখত পৰাৰ পাছতো নিঃসংগ মেগী বহুদিনলৈ কেনিয়াতে আছিলে। ১৯৬৩ চনত ৮১ বছৰ বয়সত মেগীৰ মৃত্যু হওঁতে তেওঁৰো শেষকৃত্য জিমৰ সমাধিৰ কাষতেই নীৰৱে সম্পন্ন কৰা হৈছিল।

সেই মৰমৰ বায়েক মেগী থকাৰ বাবে জিমে এই ঘৰটোৰ দ্বিতীয় কোঠাটো সজাই দিছিল। প্ৰথমটো কোঠাৰ কাষৰটো। দুয়োটা কোঠাৰ মাজত আছে এখন দুৱাৰ। এই দুয়োটা কোঠাৰ মজিয়াখন কাঠৰ। সেই তেতিয়াই বনোৱা এই কাঠ আজিও সলনি কৰা হোৱা নাই- গাইডজনে ক'লে আমাক।

তৃতীয়টো কোঠা আছিল এটা বাথৰুম। কিন্তু, এতিয়া কোঠাটোত বাথৰুমৰ কোনো চিন-চাব নাই। কোঠাটো এতিয়া অন্যধৰণেৰে সাধাৰণ কোঠালৈ পৰিবৰ্তন কৰি লোৱা হৈছে।

তৃতীয় কোঠাটোৰ পৰা চতুৰ্থ কোঠাটোলৈ এখন দুৱাৰ। সেইখনেৰে আমি চতুৰ্থ কোঠাটোত প্ৰবেশ কৰিলো। এই কোঠাটোত আছে এখন ৬ ফুট x ২ ফুট জোখৰ কাঠৰ টেবুল। গাইডজনে ক'লে— টেবুলখন জিম কৰবেটে নিজে সাজি লৈছিল। জিম কৰবেটৰ হাত দুখন কেৱল বাঘ হত্যা কৰিবৰ বাবে বন্দুক চলাবলৈ নহয়, নিপুণ কাঠমিস্ত্ৰীৰ হাতৰ দৰে সেই হাত দুখনে ধুনীয়া ধুনীয়া কাঠৰ সামগ্ৰীও সাজি উলিয়াইছিল। কোঠাটোত আছে এখন কৰবেটৰ দিনৰে পাছি আৰু এখন ভঙা কাঠৰ চকী। কি কৰিছিল এই পাছিখনেৰে জিম আৰু মেগীয়ে? গাইডজনে নাজানে। ক'তো লিখিও থোৱা নাই। মিউজিয়ামত এইবোৰ কথাৰ বিশদ বিৱৰণ থাকিব লাগে। হয়তো এই পাছিখনে বহু কথাৰ, বহু যুগৰ সাক্ষ্য বহন কৰি আছে। কোঠাটোৰ দেৱালত লগাই থোৱা আছে এটা শোকেছ। শোকেছটোত সুন্দৰকৈ থোৱা আছে আইবিদ্ধ বায়েক-ভায়েকহালে ব্যৱহাৰ কৰা এটা বগা জগ্, সেউজীয়া বৰণৰ ট্ৰে এখন, কাপ প্লেট এযোৰ চীনা মাটিৰ থাল চাৰিখন আৰু এটা বাউল। জিমৰ কাঠৰ সামগ্ৰী প্ৰস্তুত কৰা কাৰ্পেণ্ট্ৰী টুলছসমূহো তাতেই থোৱা আছে। আৰু আছে চিকাৰী জিম কৰবেটৰ সেই সুবিখ্যাত হাণ্টিং কেপটো।

আৰু এইটো শেষৰটো কোঠা। পঞ্চমটো কোঠা। এই কোঠাটোত আছে বহুত সামগ্ৰী। বেৰত এটা থোৰণ্ডা। থোৰণ্ডাটোত আছে এটা শিলৰ টুকুৰা। গাইডজনে ক'লে— সেই শিলটোত আছে আইৰণ। যাৰবাবে শিলটুকুৰাই ক'লা বৰণ লৈছে। এই অঞ্চলত তেনে এনেকুৱা শিল পোৱা যায়, যাৰ বাবেই ঠাইখনৰ নাম হৈছেগৈ কালাধুংগী, অৰ্থাৎ ক'লা শিল।

বেৰত থকা এই বাকচটোত আছে সেই অমূল্য সম্পদবোৰ— জিম কৰবেটৰ ৰচনাৰ সেই কিতাপবোৰ। মই অবাক নয়নেৰে খুলিব নোৱৰা সেই বাকচটোৰ কিতাপকিলাকলৈ চাই থাকিলো। এইখন হিন্দী কিতাপ— কুমাও কে শেৰ। আৰু এইকেইখন ইংৰাজী কিতাপ— My India, The Man Eating Leopurd of Rudraprayag, The Jungle Love, Tree Tops, Man Eaters of Kumaon। হিন্দী আৰু ইংৰাজী ভাষাৰ এই কিতাপবোৰ সেই প্ৰসিদ্ধ চিকাৰীজনে লিখি থৈ গৈছিল; সুদীৰ্ঘ কাল নৈনিতাল, কালাধুংগী, ৰুদ্ৰপ্ৰয়াগ আদি কুমাওৰ বিভিন্ন ঠাইবিলাক পৰিভ্ৰমণ কৰি ফুৰা এক আইৰিছ ব্যক্তিয়ে। সেই আইৰিছ ব্যক্তিজনে দেখি গৈছিল জীৱনৰ সুদীৰ্ঘ কাল নিজৰ জন্মভূমি ভাৰত আৰু তেওঁৰ সেই দৃষ্টিৰে তেওঁ দেখিছিল এখন ভাৰত— যাৰ নাম মাই ইণ্ডিয়া।

আজীৱন কুমাওৰ প্ৰকৃতি, জীৱজগত, বনাঞ্চল, বনপ্ৰাণীৰ মাজত দিন পাৰ কৰা জিম কৰবেটে দেখিছিল প্ৰকৃতিৰ অফুৰন্ত দান আৰু তাৰ বিপৰীতে সেই প্ৰকৃতি ধ্বংসে কৰিবলৈ মানৱ জাতিৰ অহৰ্নিশ প্ৰয়াস। প্ৰকৃতিয়ে কিদৰে মানেৰে ওপচাই ৰাখিছিল মানৱ জীৱন, সেই

প্রকৃতিৰে জীৱ বাঘে কাঢ়ি নিছিল মানৱ জীৱন। কেবায়েক টমৰ স্কুলীয়া বন্ধু এজনৰ সৈতে পাঁচ বছৰ বয়সতে জংঘলত প্ৰৱেশ কৰি প্ৰথম শুটিং আৰম্ভ কৰা জিমে পাছলৈ দেখি উঠিছিল প্ৰকৃতিৰ মধুৰতা আৰু হিংস্ৰতা উভয়কে। আৰু এই সকলোবোৰকে নিজৰ মাথোঁ স্কুলীয়া শিকাৰ জ্ঞানেৰে হাতত কলম তুলি লৈছিল তেওঁ লিখিবলৈ। ত্ৰিশৰ দশকত তেওঁ প্ৰথম লিখা আৰম্ভ কৰিছিল।

লেখক জিম কৰবেটৰ প্ৰথমখন কিতাপ প্ৰকাশ পায় ১৯৪৩ চনত— সৌ বাকচটোত সোমাই থকা সৌ কিতাপখন, Man Eaters of Kumaon। কিন্তু প্ৰথমতে, ১৯৪৩ চনত এই কিতাপখন প্ৰকাশ পাইছিল Jungle Stories নামেৰে, আগষ্ট মাহত। বায়েক মেগীয়ে কৰা কঠোৰ শ্ৰমো এই কিতাপখনৰ পৃষ্ঠাই পৃষ্ঠাই লাগি আছিল। Jungle Stories প্ৰকাশ পোৱাৰ এমাহৰ ভিতৰতে কিতাপখনে অৰ্জন কৰিছিল প্ৰচুৰ জনপ্ৰিয়তা। অক্সফোৰ্ড ইউনিভাৰ্ছিটি প্ৰেছে পাছত পৰামৰ্শ দিছিল লেখক জিম কৰবেটক এই কিতাপখনৰ এই নামটো সলাই Man Eaters of Kumaon ৰাখিবলৈ। সেই মৰ্মে ১৯৪৪ চনৰ আগষ্ট মাহত নতুন নাম Man Eaters of Kumaon লৈ কিতাপখন প্ৰকাশ পাইছিল। ১৯৪৫ চনৰ ছেপ্টেম্বৰ মাহত অক্সফোৰ্ড ইউনিভাৰ্ছিটি প্ৰেছে মাদ্ৰাজৰ পৰা এই কিতাপখনৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰিছিল। তাৰ পিছৰ বছৰ কিতাপখন গ্ৰেট ব্ৰিটেইন আৰু ইউ এছ এৰ পৰাও প্ৰকাশ পাইছিল।

বহুচৰ্চিত জিম কৰবেটৰ এই Man Eaters of Kumaon কিতাপখনতে বৰ্ণিত আছিল আৰু এজনৰ জীৱনগাঁথা। তেওঁ ৰবীন। সেই অধ্যায় পাছত।

বাকচত থকা এই কিতাপখন The Man Eating Leopurd of Rudraprayag প্ৰকাশ পাইছিল ১৯৪৮ চনত। প্ৰথম কিতাপখন জিমে ১৯৩৫-১৯৪৫ চনৰ সময়ছোৱাত যিসকল সৈনিক, নাবিক, বায়ু সৈনিক নিজ দেশ সংযুক্ত ৰাষ্ট্ৰৰ বাবে প্ৰাণ দিছিল, তেওঁলোকৰ বাবে উচৰ্গা কৰিছিল। কিন্তু ১৯৪৮ চনত প্ৰকাশিত এই দ্বিতীয়খন কিতাপ তেওঁ ৰুদ্ৰপ্ৰয়াগৰ সেই নৰখাদক নাহৰফুটুকীটোৰ হাতত বলি হোৱা দুৰ্ভগীয়াসকলৰ নামত উচৰ্গা কৰিলে। বিশ্বাস কৰা হয়, এইখন জিমৰ সৰ্বশ্ৰেষ্ঠ কিতাপ আছিল। তাৰ কাৰণ আছিল, কিতাপখনত আছিল সুপৰিচালিত কাহিনীক্ৰম আৰু তাৰ লগে লগে বন্যপ্ৰাণী সংৰক্ষণ সম্পৰ্কত জিম কৰবেটৰ নিজস্ব চিন্তাধাৰাৰ মূৰ্ত প্ৰকাশ।

ইতিমধ্যে ভাৰত স্বাধীন হৈছিল। বৃটিছে ত্যাগ কৰা ভাৰতত অন্য বহু বিদেশীৰ দৰে জিম আৰু মেগীৰ মনতো প্ৰৱেশ কৰিছিল স্বাধীন ভাৰতত হ'ব পৰা বিদেশীসকলৰ সামাজিক দুৰৱস্থা আৰু নিৰাপত্তাৰ হিমালয়সদৃশ সন্দেহ আৰু শংকাবোৰ। তেওঁলোক সামাজিকভাৱে অৱনমিত হ'ব দেশখনৰ দ্বিতীয় বা তৃতীয় শ্ৰেণীৰ নাগৰিকৰ মৰ্যাদালৈ, নাৰী আৰু শিশুসকলৰ ওপৰত চলোৱা হ'ব দুৰ্বাৰ অত্যাচাৰ। এই ভয়াবহ দুশ্চিন্তাবোৰক কালাধুংগীৰ গাঁওখনে দিয়া পাৰাপাৰহীন মৰম আৰু আকুলতায়ো কোনোপধ্যেই দূৰ কৰিব নোৱাৰিলে। শেষত, প্ৰথমে অমান্তি হোৱা বায়েক মাৰ্গাৰেটক বহু বুজাই-মেলি জিমে— বাসস্তৰ বহুবীয়া জিমে জন্মভূমি ভাৰত এৰি যাবলৈ সৈমান কৰিছিল। কালাধুংগী, চোটি হলদ্বানিৰ মানুহবোৰৰ মৰম নেওচা দি তেওঁলোকৰ মাজৰ পৰা আনুষ্ঠানিকভাৱে বিদায় লৈ এই গাঁও, এই ঘৰ, এই জন্মভূমি এৰি

যোৱাটো এই ভগ্নী-ভাতৃহালৰ বাবে কোনোপধ্যেই সম্ভৱ নাছিল। সেয়েহে, ক্ষাকো একো জানিবলৈ সুকন্তা নিদিয়াকৈ এদিন তেওঁলোক কালাধুংগী এৰি গুচি গ'ল। .. গুচি গ'ল কেনিয়ালৈ।

কেনিয়া কিয় বাছি লৈছিল এই আইৰিছ মূলৰ ভাৰতত জন্মগ্ৰহণ কৰা চাহাবজনে? দৰাচলতে জিমে কেনিয়া দেশখন জানিছিল আৰু তেওঁ অনুভৱ কৰিছিল যে ভাৰতত এৰি অহা জীৱনটোকে তেওঁ কেনিয়াতো পাব। অ'ত-ত'ত কিছুদিন ঘূৰি ঘূৰি দুই ভগ্নী ভাতৃহালে মাউণ্ট কেনিয়াৰ মনোৰম প্ৰাকৃতিক দৃশ্যৰে সম্বলিত নোয়ী চহৰৰ Outspan Hotel ত এটা ঘৰ কিনি তাতেই থাকিবলৈ ল'লে।

আৰু তাতেই ১৯৫২ চনত জিম কৰবেটৰ তৃতীয়খন কিতাপ মাই ইণ্ডিয়া প্ৰকাশ পাইছিল। বেৰত আঁৰি থোৱা সৌ বাকচটোৰ ভিতৰৰ পৰাই মাই ইণ্ডিয়াই আমি ভাৰতীয়সকলক সৰাক নয়নেৰে চাই আছে। দেশ আৰু জন্মভূমি এৰি যোৱাৰ পাঁচ বছৰৰ পাছত বিদেশৰ এক পান্থশালাত নিজৰ জন্মভূমি, সেই ঠাইৰ জলবায়ু, মানুহ, গছ-লিখিৰে বাৰু বিদেশী লেখকক কিদৰে সম্মোহিত কৰি ৰাখিছিল, যাৰ ফলশ্ৰুতিত তেওঁৰ কলমেদি নিগৰি-নিজৰি বৈ গৈছিল চোটি হাল্দৱানি, কালাধুংগীৰ অযুত কাহিনী? বাকচৰ ভিতৰৰ মাই ইণ্ডিয়াই চাই চাই মই আকুলভাৱে তাকেই ভাবি আছিলো।

Jungle Love। সৌখন কিতাপ। বাকচৰ ভিতৰত! জিম কৰবেটৰ চতুৰ্থখন কিতাপ। ১৯৫৩ চনত এই কিতাপখন প্ৰকাশ পাইছিল। এইখন কিতাপ জিমৰ বন্যজালিক জীৱনৰ কিছুমান তথ্যসম্বলিত অনুভৱৰ মূৰ্ত প্ৰকাশ। বনৰ গছ-লতা, চৰাই-চিৰিকতিয়ে কিদৰে তেওঁক মোহময় কৰি ৰাখিছিল অনবৰতে, সেই কথা লিপিবদ্ধ কৰিবলৈ জিমে বাছি লৈছিল এই কিতাপ— Jungle Love।

বাকচৰ ভিতৰত সৌখন কিতাপ— Tree Tops। জেমছ এডৱাৰ্ড আৰু মাৰ্গাৰেট উইনিফ্ৰেড থাকিবলৈ লোৱা নেৱই চহৰৰ পৰা বিশ মাইল নিলগৰ চাংগানা নামৰ ঠাইখনৰ Royal Lodgeত ১৯৫২ চনৰ ফেব্ৰুৱাৰী মাহত ডিউক অব এডিনবাৰ্গ প্ৰিন্স ফিলিপ আৰু তেওঁৰ পত্নী ৰাণী এলিজাবেথ আহি কিছুদিন থাকিছিলহি। এডভেঞ্চাৰ বিচৰা দম্পতীহালৰ আন বহু কথাৰ মাজতে এলিজাবেথৰ তৰফৰ পৰা জিমলৈ এটা প্ৰস্তাৱ আছিল— Royal Lodge ৰ একোপা গছ বগাব মহাৰাণীয়ে আৰু তেওঁৰ এই অভিযানটোত জিম কৰবেট উপস্থিত থাকিব লাগে। জিম গ'ল Royal Lodgeলৈ। ৰাণীয়ে জখলা এডালেৰে বগাই বগাই Tree Tops পালেগৈ। চাই থাকিল অদ্ভুত সাহসী মহাৰাণী এলিজাবেথৰ এই নিদৰ্শন তলৰ পৰা জিম কৰবেটে।

পিছদিনা ৰজা ফিলিপৰ মৃত্যু হৈছিল। জখলা বগাই বগাই Tree Tops পাবলৈ শিকা মহাৰাণীয়ে জখলাৰে বগাই বগাই যেন এইবাৰ আৰু এক শীৰ্ষ বিন্দু পালেগৈ— সিংহাসন। Tree Tops বগোৱাৰ এদিন পাছতেই সিংহাসনত আৰোহণ কৰা মহাৰাণী এলিজাবেথৰ সেই কথাবোৰ জিম কৰবেটে তেওঁৰ Tree Tops নামৰ কিতাপখনত নিখুঁতকৈ বৰ্ণনা কৰিছে। কিতাপখন অক্সফোৰ্ড ইউনিভাৰ্চিটি প্ৰেছে ১৯৫৫ চনত প্ৰকাশ কৰিছিল। এইখন আছিল জিমৰ শেষ কিতাপ। কিন্তু তাৰ আগতে তেওঁ লিখিছিল তেওঁৰ পঞ্চমখন কিতাপ The Temple

Tiger, ১৯৫৪ চনত। The Temple Tiger কিতাপখন কালাধুংগীৰ এই মিউজিয়ামটোৰ বেৰত আঁৰি থোৱা বাক্সটোত নাই।

এইটো কোঠাৰ মজিয়াও কাঠৰ। কোঠাটোত কাৰ্পেণ্টাৰ জিম কৰবেটে নিজে বনোৱা দুখন কাঠৰ চকী, এখন ২১/২ ফুট x ২ ফুট আকাৰৰ কাঠৰ টেবুল, এখন কেম্পখাট, এখন ফল্ডিং টেবুল, এটা বুক ছেল্‌ফ। সৰু গ্লাছ লগোৱা কাঠৰ আলমাৰি আৰু দুটা কাঠৰ আলমাৰি আছে। জিম কৰবেটে লিখা-পঢ়া কৰিবৰ সময়ত ব্যৱহাৰ কৰা চিমনী নোহোৱা এটা লেম্পো কোঠাটোত আছে।

বনলৈ যাওঁতে পখিলা ধৰিছিল; সেইবোৰ অধ্যয়ন কৰিছিল কৰবেটে। পখিলা ধৰা নেট এখনো কোঠাটোত আছিল। কোঠাটোৰ বেৰত এইটো এটা হৰিণাৰ শিং। জিমেই ধৰা। চিকাৰলৈ যাওঁতে লৈ যোৱা এই দুটা লেণ্টাৰ্ণ লেম্প। কোঠাটোত পৰি আছে।

আৰু এইটো বাওঁফালে দ্বিতীয়টো ঘৰ। এই ঘৰটোত থাকিছিল কালাধুংগীৰ বগা চাহাব জিম কৰবেট। কালাধুংগী, চোটি হালবানি আদি গাঁৱৰ মানুহবোৰে মৰমতে মাতিছিল 'কাৰ্পেট চাহিব' বুলি।

এই ঘৰটোৰ বাৰাণ্ডাত দেৱালত এখন ডাঙৰ মেপ আঁকি থোৱা আছে, য'ত জিম কৰবেটে টেহৰি, পৌড়ী, নৈনিতাল, আলমোড়া, চামোলি, পিথোৰাগড়, উত্তৰকাশী আৰু ডেৰাডুন জিলাৰ যিবোৰ নৰখাদক নিজে নিধন কৰিছিল, সেইবোৰৰ তালিকা লিখা আছে। এই মেপখনে কয়, ১৯০৭ চনৰ পৰা ১৯২৯ চনলৈকে জিম কৰবেটে চম্পাৱত, মুক্তেশ্বৰ, পানাৰ, কদ্ৰপ্ৰয়াগ, থাক্, মোহন, কান্দা, চৌগড়, চুকা, থালাদাছ আদি ঠাইৰ পৰা অনেকবোৰ নৰখাদকক নিজে গুলীয়াই গুলীয়াই হত্যা কৰিছিল। এই বাঘবোৰে ইতিমধ্যে এহেজাৰ এশ উনপঞ্চাশটা নৰ জীৱন নিঃশেষ কৰিছিল। এইবিলাকৰ ভিতৰত দুশটা নেপালৰ আছিল।

মৃত সেই ব্যক্তিসকলৰ পৰিয়ালবিলাকৰ প্ৰতি আছিল কৰবেটৰ অপৰিসীম কৰুণা। তেনেকুৱা কিছুমান পৰিয়ালকে আনি কৰবেটে চোটি হালবানি গাঁৱত পুনৰসংস্থাপন কৰিছিল। সেই পৰিয়ালবোৰেই এদিন কাকো একো নোকোৱাকৈ দেশান্তৰ হোৱা জিম কৰবেটৰ বাবে হিয়া ধাকুৰি কান্দিছিল।

আমি প্ৰথম কোঠাটোত সোমালো। এইটো আছিল জিম কৰবেটৰ শোৱনি কোঠা। মজিয়াখন কাঠৰ। ইয়াত আছে দুখন ডাঙৰ টেবুল, এটা ডাঙৰ ষ্টীলৰ বাকচ, বেৰত লগাই থোৱা দুটা আলমাৰি, দুখন দুৱাৰ আৰু খিৰিকী। বেৰত থকা এটা আলমাৰি দেখুৱালে মোক গাইডজনে। তাত আছে কাঠৰ থাক্ কিছুমান। সেইবোৰত থৈছিল জিম কৰবেটে তেওঁৰ হেঁপাহৰ বন্দুকবোৰ। আজি সেই বন্দুকবোৰ এই ঘৰত নাই। ফলত অসম্পূৰ্ণ হৈ থাকিল এই মিউজিয়াম। ক'লৈ গ'ল সেই বন্দুকবোৰ? কিছুমান কথা ক'লেহেঁতেন এই বন্দুকবোৰে, যদি সেইবোৰ এই আলমাৰিটোত সজাই থোৱাৰ ব্যৱস্থা কৰা হ'লহেঁতেন।

ঘৰটোৰ দ্বিতীয়টো কোঠাত প্ৰৱেশ কৰিলো। ইয়াত আছে এখন কাঠৰ টেবুল, তিনিখন বাঁহেৰে নিৰ্মিত চকী, বাঁহৰ টেবুল, বাঁহৰ মোৰা আৰু ৰেক্। কোঠাটোত আছে গ্লাছত বন্ধাই থোৱা এখন চিঠি, জিম কৰবেটৰ চহীৰে সৈতে। চিঠিখন তেওঁ লিখিছিল কেনিয়াৰ ন্যেইৰ

ষ্টেণ্ডার্ড বেংকৰ মাৰফতত, ১৯৫২ চনৰ ১৩ জানুৱাৰীত চিৰঞ্জীলাললৈ।

কোন এই চিৰঞ্জীলাল? চিৰঞ্জীলাল আছিল নৈনিতাল বেংকৰ মেনেজাৰ। কি লিখিছিল? লিখিছিল— কালাধুংগীৰ এই ঘৰ দুটা যে চিৰঞ্জীলালক বিক্ৰী কৰিছিল জিম কৰবেটে, কৰবেটে বিচাৰে যে এই ঘৰ দুটা 'উইন্টাৰ হোম' হিচাপে পৰিবৰ্তন কৰক। তাৰ পৰিবৰ্তে জিমে লিখিছিল যে কালাধুংগী গাঁৱৰ মানুহবিলাকৰ ব্যৱহাৰত অহাকৈ আৰু এটা ঘৰ পঞ্চায়ত ভৱনলৈ ৰূপান্তৰ কৰা হওক।

ভাৰত এৰি যোৱাৰ আগতে ১৯৪৭ চনৰ ২১ নৱেম্বৰত সম্পূৰ্ণ আচবাব-পত্ৰ থকা নৈনিতালৰ গাৰ্নি হাউছটো মিছেছ বাৰ্মা নামৰ মহিলা এগৰাকীক জিমে বিক্ৰী কৰি দিছিল। সেই অধ্যায় পাছত।

মিছেছ বাৰ্মাক জিম কৰবেটে কালাধুংগীৰ ঘৰ দুটাও বেচিব খুজিছিল। কিন্তু, মিছেছ বাৰ্মাই ঘৰ দুটা নিবিচাৰিলে। অন্য কোনো গ্ৰাহকো নোপোৱাত জিমে ঘৰ দুটা বিক্ৰীৰ বাবে এখন পাৱাৰ-অৱ্-এটৰ্নী লিখি দিলে। পাছত মাথোঁ দহ টকাত বেংকৰ মেনেজাৰ মিষ্টাৰ চিৰঞ্জীলালক এই ঘৰ দুটা বিক্ৰী কৰি দিয়া হৈছিল।

নেৈৰ পৰা লিখিছিল যদিও কালাধুংগীৰ এই ঘৰ দুটা জিম কৰবেটে গাঁৱৰ মানুহৰ পঞ্চায়ত ভৱন হিচাপে আৰু দেখা নাপালে কেতিয়াও।

ছোটি হালদ্বানিত স্থাপন কৰা সেই মানুহবিলাকৰ মাটিৰ খাজনা দেশ এৰি যোৱাৰ পাছতো জিম কৰবেটে কেনিয়াৰ পৰা নিয়মিত পঠিয়াই আছিল তেওঁৰ মৃত্যুলৈকে। জিমৰ মৃত্যুৰ পাছত এই খাজনা মেগীয়েও পঠিয়াই আছিল কেনিয়াৰ পৰা।

এইবোৰ হৃদয়স্পৰ্শী কথা কালাধুংগীৰ এই ঘৰ দুটাই অতি সযতনে বুকুত সাবটি ৰাখি থৈছে। সময়ে সময়ে কওঁ কওঁ কৰে কথাবোৰ এনেকৈ।

এই দ্বিতীয়টো কোঠাত জিমহঁতৰ পৰিয়ালৰ বাই-ভনী, সাক-সেউতাকৰ ফটোৰ লগতে এখন ফটো বেৰত আঁৰি থোৱা আছে। ৰবীন আৰু ৰচিনাৰ। কোন তেওঁলোক?

ৰবীনৰ কথা জিমে তেওঁৰ The Man Eaters of Kumaon কিতাপখনত সবিস্তাৰে লিখিছে। তিনিমহীয়া ৰবীনক জিমে পোন্ধৰ টকা মূল্যত কিনি আনিছিল। কুকুৰ এটা। প্ৰথমতে নাম আছিল পিঞ্চা। জিমৰ শিশু অৱস্থাত এবাৰ ক'ৰবাৰ কুকুৰ এটাই জিমক কামুৰি ধৰোঁতে ৰবীন আহি সেই কুকুৰটোক কামুৰি জিমক ৰক্ষা কৰিছিল। জিম কৰবেটৰ চিকাৰী জীৱনৰ বহু দিনত সিটো ঘৰত দেখা পোৱা লেন্টাৰ্ণ লেম্প এটা আৰু ৰবীন আছিল জিমৰ নিয়মীয়া সহচৰ। পাছলৈ লগ হৈছিল আৰু এটা কুকুৰ— ৰচিনা। এই ৰবীন-ৰচিনাৰ দুই চকুৱেও দেখিছিল ভয়াবহ জংঘলৰ বহু কাহিনী। যিবোৰ অৱশ্যে সিহঁতে সিহঁতৰ গৃহস্থৰ দৰে লিখি বৰ্ণনা কৰিব নোৱাৰিছিল। ৰবীনৰ সৈতে পাৰ কৰা চিকাৰৰ বহু কথা জিম কৰবেটে লিপিবদ্ধ কৰি থকা দিনবোৰতে ১৯৩০ চনৰ কোনোবা এদিন ৰবিনৰ মৃত্যু হৈছিল। পিছত ৰচিনাৰো। ৰবীন-ৰচিনাৰ মৃত্যুৰ প্ৰকৃত তাৰিখ দুটা আজিও কোনেও উদ্ধাৰ কৰিব নোৱাৰিলে।

ৰাহিৰৰ লনত কাম কৰি থকা মালীজনে মোক দেখুৱাই দিলে বিশাল চৌহদটোৰ চুক এটালৈ। সেই চুকটোত আছে ৰবীন আৰু ৰচিনাৰ দুটা সমাধি। মৃত্যুৰ পাছত কৰবেটে দুয়োকে

এই ঠাইত সসম্মানে সমাধিস্থ কৰিছিল।

মই লাহে লাহে আগবাঢ়িলো সেই সমাধিস্থলীলৈ। চৌহদটো লোহাৰ গ্ৰীলেৰে ধুনীয়াকৈ আবৰি সজ্জিত কৰি ৰখা হৈছে। ভিতৰত দুটা প্ৰস্তৰ সমাধি। বাওঁফালৰটো ৰবিনৰ, সোঁফালৰটো ৰচিনাৰ। এটা কুকুৰ ক'লা-বগা; আনটো ফুটুকা-ফুটুকী। গৌৰীপুৰৰ মাটিয়াবাগৰ সেই ঐতিহাসিক প্ৰমথেশ-প্ৰতিমাইঁতৰ ঘৰটোৰো প্ৰাংগণত দেখিছিলো এটা সমাধি— এটা হাতীৰ। মৰমৰ হাতীটো মৃত্যু হোৱাত প্ৰমথেশ ভাতৃ লালজীয়ে হাতীটো এই ঘৰটোৰ প্ৰাংগণতেই সমাধিস্থ কৰি এক বিৰল জীৱপ্ৰেমৰ নিদৰ্শন জগতলৈ দেখুৱাই থৈ গৈছিল।

মই দেখা নাই কেনিয়াৰ ন্যেই চহৰত, নৈনিতালত জন্মগ্ৰহণ কৰা এহাল ডমিচাইল্ড ভাৰতীয় ভগ্নী-ভাতৃৰ ওচৰা-উচৰিকৈ থকা দুটা সমাধি। কিন্তু তেওঁলোকে নিৰ্মাণ কৰা তেওঁলোকৰ মৰমৰ দুটা কুকুৰৰ, তেওঁলোকৰ জীৱনৰ বহু ইতিহাসৰ পোনপটীয়া সাক্ষী এই ৰবিন-ৰচিনাৰ সমাধি দুটা দেখি মই অবাক বিস্ময়ত কঁপি উঠিছিলো। আমাৰ দেশত জন্মগ্ৰহণ কৰিছিল এই দুই ভগ্নী-ভাতৃ জিম কৰবেট আৰু মাৰ্গাৰেট উইনিফ্ৰেড, যাৰ হৃদয়ত থকা অপাৰ-অক্ষয় চেনেহৰ নিদৰ্শন কালাধুংগীৰ এই নীৰৱ সমাধি দুটা। কোনোবা দূৰ-সুদূৰত সমাধিস্থ হৈ থকা আমাৰ দেশৰ এই অচিন-অজান ভগ্নী-ভাতৃহাললৈ অযুত নুফুটা কথাৰে মোৰ অন্তৰত বৈ বৈ গৈছে কৃতজ্ঞতাৰ অজস্ৰ নিজৰা। কালি আবেলি ধনগড়ী গে'টত প্ৰথম দেখা সেই সেউজীয়া আবক্ষ মূৰ্তিটো দেখি যে মই হঠাতে জিম কৰবেট ৰাষ্ট্ৰীয় উদ্যানৰ সকলো আকৰ্ষণৰ প্ৰতি উদাসীন হৈ কেৱল মাত্ৰ কালাধুংগীৰ এই ঘৰ দুটাৰ প্ৰতিহে আকুল হৈ উঠিছিলো, ক'লা ৰঙৰ লোহাৰ গ্ৰীলেৰে আবৰা দুটা সমাধি এনেকৈ এই ঘৰ দুটাৰ এটা চুকত সজ্জিত হৈ আছে বাবেই নে? হ'ব পাৰে। মই নাজানো।

নৰখাদক বাঘ এহেজাৰ এশ উনপঞ্চাশটা জীৱ নিঃসংকোচে বধ কৰা এজন দক্ষ চিকাৰীৰ দুটা পোহনীয়া কুকুৰৰ বিয়োগত হৃদয় উজাৰি উথলি আহিছিল হয়তো শোকবিলাপ।

কাষত গাতে লাগি থকা গাঁওখন চোটি হলবানি। নামটো দিছিল জিম কৰবেটে। তাত এতিয়া পথাৰত খেতি— সেউজীয়া ধেঁহু খেতি, মাজে মাজে আম গছ। নতুনকৈ ফুল ফুলিবলৈ লৈছে আমৰ। সেই গাঁৱতেই চল্লিশটা পৰিয়ালক বাঘৰ আক্ৰমণৰ পৰা ৰক্ষা পোৱাকৈ কৰবেটে সংস্থাপন কৰিছিল। আজি তাত সেই পৰিয়ালবোৰৰ তৃতীয় বা চতুৰ্থ প্ৰজন্মৰ মানুহবোৰ আছেগৈ। সেই গাঁওখন এখন আদৰ্শ গাঁও হিচাপে গঢ়ি তুলিবলৈ কৰবেটে কৰিছিল অহোপুৰুষাৰ্থ। মৃত্যুলৈকে— বায়েক মেগীৰো মৃত্যুলৈকে, কেনিয়াৰ পৰা সেই মানুহবোৰলৈ মাটিৰ খাজনা মাথোঁ পঠিয়াই থকাই নহয়, তেওঁ নিজে হাতে-কামেও এই মানুহখিনিৰ বাবে লাগি গৈছিল। কৃষিয়েই আছিল যিহেতু এই মানুহখিনিৰ জীৱিকা, গতিকে পথাৰলৈ নিয়মিত পানী যোগানৰ বাবে তেওঁ নলা খান্দি দিছিল, বান্ধ বান্ধি দিছিল। বনৰীয়া জন্তু আহি শস্যপথাৰ নষ্ট কৰিব নোৱৰাকৈ ব'ৰ নদীৰ পাৰৰ শিল আনি পথাৰৰ মূৰত দেৱাল সাজি দিছিল। আফ্ৰিকাৰ পৰা কল আৰু মাকৈৰ উন্নত প্ৰজাতিৰ বীজ আনি দিছিল এই মানুহবোৰক।

চল্লিশজোপা আমগছ আৰু ওঠৰজোপা লিচুগছেৰে আবৰা বিশাল চৌহদৰ এই মিউজিয়াম ঘৰ দুটা এৰি আহিবৰ সময়ত স্বাভাৱিকতেই মনটো সেমেকি উঠিছিল। কাৰ বাবে? জিম

কৰবেটৰ বাবে, মাৰ্গাৰেট উইনিয়েডৰ বাবে? ৰবিন-ৰচিনাৰ বাবে?

ঠিক নাজানো কাৰ বাবে। কিন্তু বাবে বাবে মনত পৰিছিল সেই দিনটোলৈ— যিদিনা কাকো একো ক'ব নোৱৰা অৱস্থাত এজন বৃদ্ধ লোকে সত্তৰটা বছৰ অতিবাহিত কৰা জন্মভূমি দেশখনক এৰি গুচি যাবলগীয়া হৈছিল এখন বেলেগ দেশলৈ জীয়াই থাকিবৰ বাবে। কিয় তেওঁৰ জন্মভূমিয়ে তেওঁক মৃত্যুৰ সময়ত সমাধিস্থ হ'ব পৰাকৈ এই বিশাল দেশখনে ঠাই অকণ উলিয়াই দিব নোৱাৰিলে? এই প্ৰশ্ন আজিৰ প্ৰজন্মৰ মই মোৰ এই দেশখনক কৰিছোঁ। কুকুৰ দুটাৰ সমাধি দুটা দেশখনে চাব পৰাকৈ যি দূৰদৰ্শী ব্যক্তিয়ে নিজৰ ঘৰতেই ঠাই অকণ উলিয়াই দিব পাৰিছিল, তেওঁলোকৰ সমাধি দুটা চাবলৈ আমি কেনিয়ালৈ যাব লাগিব? পুৱা যে লগ পাইছিলো Information Centreত ধনগড়ী গেটত চেণ্টাৰটোৰ কৰ্মচাৰীজনক। তেওঁক সোধোঁতে যে ক'লে সেই কেন্দ্ৰটোত সংৰক্ষণ থকা বহু জন্তুৰ ছালবোৰ জিম কৰবেটে চব লৈ গ'ল লণ্ডন। এইবোৰ, এইবোৰ অপবাদ আজিও এই দেশৰ মানুহে সেইজন মানুহৰ ওপৰত জাপি দি আছে? গেটৰ সন্মুখত সেউজীয়া আৱক্ষ মূৰ্তিটো খিয় কৰাই থৈও কোনোবাই এনেধৰণৰ মন্তব্যবোৰ যে তেওঁৰ প্ৰতি কৰি আছে আজিও— তেওঁ ভাৰত এৰি থৈ যোৱাৰ ষাঠি বছৰৰ পাছতো— সেই কথা মনত পেলাই মই কাকন্দ হৈ গ'লো অবাক বেজাৰত, দুখত।

সেয়েহে মিউজিয়ামৰ পৰা ওলাই আহিবৰ সময়ত গাইডজনে ভিজিটৰ্ছ বুকখন আগবঢ়াই দিওঁতে মই তাৰ এখিলা পাতত লাহে লাহে লিখি গ'লো অসমীয়াতে— 'মই জিম কৰবেটৰ মিউজিয়ামটো চাই তেওঁলৈ শ্ৰদ্ধাঞ্জলি জনালো।'

গাইডজনে চাই থাকিল মোৰ আখৰকেইটা। হয়তো নুবুজিলে একো। নালাগে বুজিব। সমাধিত শুই থকা ৰবিন আৰু ৰচিনাই বুজিলেই হ'ব।

ৰাকেশেও সুধিছিল কি লিখিলো। ওচৰতে বৈ আছিল। মই অসমীয়াত পঢ়ি দিলো আৰু হিন্দীত অনুবাদ কৰি ক'লো ৰাকেশক।

এইবাৰ? এইবাৰ গাৰ্ণি হাউছলৈ।

পুৱা ধনগড়ীৰ গেটৰ ওচৰত আশিস ঠাকুৰৰ দোকানখনত সোমাইছিলো জাম-জেলী আৰু আচাৰৰ বটল কেইটামান কিনো বুলি— ৰাকেশ, চনম সিং, মংগল সিংহঁতৰ পৰিয়ালসকলক দিবলৈ, গুৱাহাটীৰ মোৰ প্ৰতিবেশীসকলক দিবলৈ। কুমাউনি ফ্ৰেডৰ বটলকেইটা সৰু সৰু। তেতিয়াই আশিসে কৈছিল, নৈনিতাল চহৰত যেই কোনো মানুহেই কৈ দিব পাৰিব গাৰ্ণি হাউছটোৰ কথা।

জিম কৰবেট মিউজিয়ামৰ পৰা চৌত্ৰিশ কিলোমিটাৰ নিলগত পাহাৰ চূড়াত নৈনিতাল চহৰ। নৈনিতাল জিলাৰ সদৰ ঠাই। কালাধুংগীৰ পৰাই আৰম্ভ হৈছে পাহাৰ, নৈনিতাললৈকে।

হ্ৰদ চহৰ নৈনিতাল, ১৯৩৮ মিটাৰ উচ্চতাৰ নৈনিতাল, নৈনি লেক, তাল্লি তাল, মাল্লি তাল, তাহানিৰ উত্তৰ প্ৰদেশৰ গ্ৰীষ্মকালীন ৰাজধানী নৈনিতাল, বৰ্তমান যেনেৰ ঐতিহাসিক গৱৰ্ণৰ হাউছ, ১৮৯০ চনৰ Nainital Yacht Club বা Boat Club, তেতেন পীক, সকলো ভাল পৰিল। মোহনীয় পাহাৰৰ অপৰূপ সৌন্দৰ্য মোৰ কাৰেই ঢাকিব নোৱাৰিলে। উদ্ভ্ৰান্ত হৈ

মই যাকে পাওঁ তাকেই মাথোঁ সোধোঁ— গাৰ্ঘি হাউছ ক'ত? মোক মাথোঁ গাৰ্ঘি হাউছ লাগে।

নামেই শুনা নাই কোনেও গাৰ্ঘি হাউছৰ। কিয় কৈছিল আশিসে তেনেহ'লে নৈনিতালৰ গাৰ্ঘি হাউছটো যেই কোনো এজন মানুহে দেখুৱাই দিব পাৰিব বুলি?

শেষত এবাৰ নৈনি লেকৰ পাৰত সেই ঐতিহাসিক বোট্ ক্লাবত প্ৰৱেশ কৰিলো। তেওঁলোকৰ কোনোবাই জানিব পাৰে। এজনে বুজাই দিলে মংগল সিঙক— এইফালে, সেইফালে যাব লাগে।

ক্রিষ্টোফাৰ উইলিয়াম গাৰ্ঘি কৰবেট আছিল নৈনিতাল ডাকঘৰৰ পোষ্টমাষ্টাৰ। আয়াৰলেণ্ডৰ পৰা অহা আইৰিছসকলৰ তেওঁ আছিল দ্বিতীয় প্ৰজন্মৰ লোক। তেওঁ নৈনিতাল চহৰৰ অ'ত-ত'ত আৰু পাহাৰত মাটি কিনিছিল, ঘৰ সাজিছিল। তেওঁৰ পত্নী মেৰী জেন্ কৰবেটে এইবিলাকৰ দায়িত্ব চম্ভালিছিল। দহ-বাৰটা সন্তানৰ মাতৃ। বিশাল এখন সংসাৰ চলাব লাগে। সেই প্ৰয়োজনতেই মেৰীয়ে ঘৰভাৰা দিয়া ব্যৱসায়ত হাত দিবলৈ বাধ্য হৈছিল।

তেনেকৈ, তেনেকৈয়ে কৰবেট দম্পতীয়ে নৈনিতাল চহৰৰ পাহাৰৰ ওপৰত আয়াৰপাতা নামৰ ঠাইডোখৰত এটা ঘৰ সাজিলে— গাৰ্ঘি হাউছ। তেওঁলোকৰ বহুকেইটা সন্তানৰ মাজৰ এজন জেমছ এডৱাৰ্ড কৰবেটৰো জীৱন এইটো ঘৰতেই অতিবাহিত হ'বলৈ ধৰিলে। বহুকেইজন ভায়েক-ককায়েক, বায়েক-ভনীয়েকৰ মাজতো সেই দিনবিলাকতেই মেগী জিমৰ আটাইতকৈ বেছি সহচৰ আছিল। অন্য ল'ৰা-ছোৱালীৰ দৰেই জিম স্কুললৈ গৈছিল। স্থানীয় ভাষা শিকিলে। হাইস্কুললৈকে পঢ়িলে।

কিন্তু, এই সকলোবোৰৰ মাজতো এক ব্যতিক্ৰমী জীৱন হিচাপে জিম গ'ল জংঘললৈ, হাবিলৈ। কেতিয়াবা ককায়েক টমৰ লগত, কেতিয়াবা টমৰ বন্ধুৰ লগত।

হাবিত তেওঁ ইমান কিবাকিবি দেখিলে, যি তেওঁক পৰৱৰ্তী জীৱনত চল্লিশজন মানুহক চোটি হাৰবানিত আশ্ৰয় দিয়াৰ পৰা কাকো একো নজনোৱাকৈ কেনিয়ালৈ গুচি যোৱা সকলোবোৰ কথা শিকাত সহায় কৰিছিল। জীৱনৰ আদিপাঠ হাবিতেই শিকিছিল।

পোন্ধৰ বছৰ জিম কৰবেট নৈনিতাল টাউন কমিটীৰ সদস্য আছিল। সেই সময়ছোৱাতেই এজন চিন্তাশীল নাগৰিক হিচাপে তেওঁ নিজস্ব চিন্তাধাৰা ব্যক্ত কৰিব পাৰিছিল। নৈনিতালৰ সমাজ জীৱনৰ এক অংগাংগী হিচাপে তেওঁ নৈনিতালবাসীৰ বৰ আদৰৰ আছিল। জীৱিকা নিৰ্বাহৰ বাবে তেওঁ পঁচিশ বছৰ কাল ভাৰতীয় ৰে'লত চাকৰিও কৰিছিল— ফুৱেল ইন্সপেক্টৰ, এছিষ্টেণ্ট ষ্টেচন মাষ্টাৰ, ষ্টোৰকিপাৰ, ট্ৰেন্সশ্বিপমেন্ট ইন্সপেক্টৰ বিভিন্ন পদবীত।

বহুদূৰ ঘূৰি-পকি মানুহক সোধা-পোছা কৰি মংগল সিঙে আনি আঁকোৰা-পকোৰা ৰাস্তাৰে আয়াৰপাতা অঞ্চলত এটা পুৰণি ঘৰৰ কাষত গাড়ী ৰখালেহি। এইটোৱেই জিমৰ দেউতাক ক্রিষ্টোফাৰ গাৰ্ঘি কৰবেটে সজা 'গাৰ্ঘি হাউছ'। হাবি-বননিয়ে আৱৰি ধৰিছে ঘৰটো। নৈনিতাল চহৰৰ বিভিন্ন ঠাইত থাকি থাকি ১৯৩৪ চনত জিম মেগীৰ লগত এই ঘৰটোত থাকিবলৈ আহিছিল। আৰু ১৯৪৭ চনৰ ২১ নৱেম্বৰৰ দিনা মিছেছ বাৰ্মা নামৰ মহিলা এগৰাকীক ঘৰটো বিক্রী কৰি দি চিৰদিনৰ বাবে জন্মভূমি নৈনিতাল, শৈশৱ, কৈশোৰ, যৌৱনৰ নৈনিতালক বিদায় দি কেনিয়ালৈ গুচি গৈছিল জিম কৰবেট।

ঘৰটোৰ ভিতৰৰ পৰা এহাল মুনিহ-তিৰোতা ওলাই আহিল। বাৰ্মা পৰিয়ালে তেওঁলোকক ঘৰটো চোৱা-চিতাৰ দায়িত্বত ৰাখিছে। বাৰ্মা পৰিয়ালৰ কিবাকিবি বস্তু কিছুমান তাত আছে। কিন্তু তেওঁলোকে একো ক'ব নোৱাৰিলে ঘৰটোৰ বিষয়ে যে ঘৰটোত এসময়ত চাৰিটা বেডৰুম আছিল, ড্ৰয়িংৰুম আৰু ডাইনিং ৰুমৰ মাজৰ কৰিডৰটোত জিম কৰবেটে নন্দা দেৱী দৰ্শন কৰিবলৈ যাওঁতে ৪২৬৭ মিটাৰ উচ্চতাত নিধন কৰা পহু এটাৰ শিং সজাই থোৱা আছিল, পোন্ধৰ মিটাৰ দীঘল আৰু ১.৫ মিটাৰ ব্যাসৰ এটা হাতীৰ দাঁত, যাৰ লাওখোলা বেৰত ওলোমাই থোৱা আছিল, দুশ আশী বছৰীয়া পুৰণি এখন কাঠৰ বৰ্ডত আছিল এটা পিয়ানো, ড্ৰয়িংৰুমত আছিল দুটা আফ্ৰিকান ট্ৰাইবেল ড্ৰাম, জিমে মাছ ধৰা সঁজুলি, টিনৰ নাও এই ঘৰটোত আছিল।

এইবোৰ একো কথা এই মুনিহ-তিৰোতাহালে নাজানে। মই নাজানো বাৰ্মা পৰিয়ালে ঘৰটো কিনি ল'বৰ সময়ত ঘৰটোত কৰবেটৰ কি কি সামগ্ৰী থাকি গৈছিল, সেইবোৰৰ পাছলৈ কি ব্যৱস্থা হৈছিল।

অ'ক গছবোৰ আয়াৰপাতা বাগিচাটোত তেতিয়াও আছিল— ক্ৰিষ্টোফাৰ গাৰ্ণিয়ে ঘৰটো সাজিবৰ সময়ত, জিম কৰবেটে জন্মভূমি এৰি যাবৰ সময়ত আৰু ষাঠি বছৰৰ আগতে ঘৰটো বাৰ্মা পৰিয়ালক বিক্ৰী কৰিবৰ সময়ত।

ষাঠি বছৰৰ পাছতো গাৰ্ণি হাউচৰ কাষৰ আয়াৰপাতাৰ বাটৰ কাষত অ'ক গছবোৰ বৈ আছে। তাৰ পাতবোৰ সৰিছে। নতুন পাত ওলাইছে। মই চাই থাকিলো সেইবোৰ।

# ২।

# সিদিনা কিছু সময় 'পকী'ত

তেজপুৰ চহৰৰ মাজমজিয়াত এই ৰাস্তাটোৰে জীৱনত কিমানবাৰ খোজ কাঢ়িছোঁ, সীমা নাই। ঠিক সেইখিনিতেই ৰাস্তাটোৰ কাষতেই এই ঘৰটো আছে সেই কথাও জানো। তথাপি তালৈ যোৱা হোৱা নাই। এই অনুশোচনাই আছিল মুখ্য কাৰণ 'পকী'লৈ যোৱাৰ। ইতিমধ্যে অসমীয়া আলোচনীৰ পাততে জ্যোতিপ্ৰসাদ আগৰৱালাৰ স্মৃতি বিজড়িত এই ঘৰটো সম্পৰ্কত প্ৰবন্ধও পঢ়িছোঁ। তেজপুৰ চহৰৰ মাজমজিয়াত অনুষ্ঠিত কুইজ প্ৰতিযোগিতাত 'পকী কি? ক'ত আছে?' প্ৰশ্নটোৰ কোনো উত্তৰ প্ৰতিযোগী দলবোৰে দিব নোৱাৰিলে বুলি এক বিস্ময়কৰ খবৰো জানিব পাৰিছোঁ। আৰু, জ্যোতি শতবৰ্ষতেই যদি 'পকী' চাবলৈ নাযাওঁ, তেনেহ'লে যাম কেতিয়া? এইবিলাক বিভিন্ন কথাৰ প্ৰসংগ মনলৈ আনি এই বছৰৰ ১২ জুনত শতবৰ্ষৰ বৰ্ষজোৰা সময়সীমা উকলি যাবলৈ পাঁচ দিন থাকোঁতে মই 'পকী' চাবলৈ গৈছিলো। মই বহু বছৰৰ পৰা বাতৰি কাকতত প্ৰকাশ পোৱা গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধীনৰ পি এইচ ডি পোৱা গৱেষকসকলৰ নাম, তেওঁলোকৰ গৱেষণাৰ বিষয় আদি তথ্যবোৰ গোটাই গোটাই ডায়েৰী এখনত লিখি আহিছোঁ। মই আক্ষেপেৰে কওঁ, তেনেবোৰ বহুতো গৱেষণাৰ বিষয় পঢ়ি মোৰ ভাব হয়, এখেতে যদি এইটো বিষয়ত গৱেষণা নকৰি 'পকী'ৰ বিষয়ে গৱেষণা কৰিলেহেঁতেন, তেওঁৰ নিজৰ বাহিৰেও আন

বহুতবে বহুত উপকাৰ হ'লহেঁতেন। কিন্তু এইবোৰ মোৰ কল্পনাপ্ৰসূত চিন্তাধাৰাৰ তাৎক্ষণিক কোনো মূল্য নেদেখি এটা ভাল বস্তু চোৱাৰ হেঁপাহতেই সিদিনা কিছুসময় 'পৰী'ত কটাবলৈ মনস্থ কৰিলো।

'পৰী'ত সোমাই মই একাদিক্ৰমে কোঠাবোৰ ভ্ৰমি ফুৰা নাছিলো। মই পোনে পোনে সোমালো যিটো কোঠাত, সেইটো ভিতৰৰ ফালৰ কিছু ডাঙৰ কোঠা এটা আছিল। প্ৰথমতেই পালো টীলৰ আলমাৰি তিনিটা। আৰু প্ৰতিটোৰেই ওপৰত আছিল একনকৈ পোট্ৰেইট। প্ৰথমখন গহন চন্দ্ৰ গোস্বামীৰ, দ্বিতীয়খন শোণিত কোঁৱৰ গজেন বৰুৱাৰ। এই দুখনৰ তলত বগা কাৰ্ডত ব্যক্তি দুগৰাকীৰ নাম লিখা আছিল। তৃতীয়খন চিনিব নোৱাৰিলো; তলত বগা কাৰ্ডখন নাই। কাষত আছে দুটা কাঠৰ আলমাৰি। ভিতৰত আছে কিছুমান কিতাপ আৰু আলোচনী। আলমাৰিটোৰ ওপৰত আছে এখন ডাঙৰ আৰ্ট— মাইকী মানুহ কিছুমানে মাছ মাৰি থকা। কোনে আঁকিছিল বাৰু? কাৰো নাম নাই। মোৰ বৰ জানিবলৈ মন গ'ল।

ঠিক তেনেতে এজন মানুহ কোঠাটোলৈ সোমাই আহিল। মানুহজনে নিজৰ পৰিচয় দিলে— লিখন শৰ্মা, তেওঁ 'জ্যোতি ভাৰতী'ৰ মিউজিয়াম এছিষ্টেণ্ট। সম্ভৱ, মই পোনে পোনে কাকো একো নোকোৱাকৈ, নোসোধাকৈ এনেকৈ আহি কমটোত সোমোৱাত তেওঁ ক'ৰবাৰ পৰা মন কৰি আছিল; বা ভিজিটৰ এজনক সহায় কৰি নিজৰ দায়িত্ব পালন কৰিবলৈ মিউজিয়াম এছিষ্টেণ্ট শৰ্মা কোঠাটোলৈ আহিছিল। আৰু মোক তেওঁ দুই-এটা কথা ক'বলৈ আৰম্ভ কৰিলে। লিখন শৰ্মাক মই প্ৰাথমিক পৰ্যায়তে ক'লো যে দুবছৰমানৰ আগতে মই কলকাতা মহানগৰৰ মাজমজিয়াত থকা সেই সুবিশাল ঐতিহ্যপূৰ্ণ ভৱনটো 'জোড়াসাঁকোৰ ঠাকুৰবাৰী' চাবলৈ গৈছিলো, প্ৰতিটো কোঠা তন্ন তন্নকৈ নিৰীক্ষণ কৰিছিলো আৰু ঠিক সেইভাবেই মই 'পৰী' চাবলৈ আহিছো। মই তেওঁক এই কথাকো ইংগিত দিছিলো— কি পৰিপাটিকৈ ঠাকুৰবাৰী সুসজ্জিত কৰি ৰখা হৈছে। শৰ্মাক মই সুধিছিলো— বগা কাৰ্ডত নাম নিলিখা সেই তৃতীয়খন পোট্ৰেইট কাৰ? তেওঁ জনাইছিল, সেইখন শিৱপ্ৰসাদ ভট্টাচাৰ্যৰ। মই শিৱ ভট্টাচাৰ্যৰ ছবিখন চিনি নোপোৱা বাবে শৰ্মা যদি আচৰিত হৈছিল, মই ক'ব নোৱাৰো। কিন্তু দুখন কাৰ্ডেৰে দুজন ব্যক্তিক চিনাক্ত কৰি দিয়াৰ বাবে এইজন ব্যক্তিকো কিয় কৰিব নোৱাৰি? এইবোৰ কাম নিঃসন্দেহে মিউজিয়াম এছিষ্টেণ্টৰে। এইবাৰ মই সুধিলো সেই মাইকী মানুহে মাছ মাৰি থকা ছবিখনৰ সম্পৰ্কে। শৰ্মাই ক'লে— ছবিখনৰ নাম 'বিলৰ বুকুত', আঁকিছে তেজপুৰৰ নৰোধৰ হাজৰিকাই। মই শৰ্মাক এইবাৰ প্ৰকাশ্যেই ক'লো যে এই কথাবোৰ আচলতে লিখা থাকিব লাগে আৰু সেয়া কৰিলে তেওঁৰ নিজৰ কামো কিছু কমি থাকিব আৰু দৰ্শনাৰ্থীসকলৰো উপকাৰ হ'ব।

তেওঁ মোৰ ওচৰত নাথাকিলেও হ'ব বুলি কোৱাৰ পিছতো মিউজিয়াম এছিষ্টেণ্ট শৰ্মাই মই 'পৰী'ত থকা সমুদায় সময়খিনিত মোৰ লগতেই থাকিল বেছ সৌহাৰ্দ্যপূৰ্ণভাৱে। মই শৰ্মাৰ পৰা উলিয়াই লোৱা প্ৰাথমিক কথাখিনি আছিল এনেধৰণৰ— অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ৰ অধীনত 'জ্যোতি ভাৰতী'ত বৰ্তমান অৱসৰপ্ৰাপ্ত বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে হীৰপ্ৰসাদ মহন্তই। মহন্ত, শৰ্মাকে ধৰি এই কাৰ্যালয়টোত বৰ্তমান মুঠ কৰ্মচাৰীৰ

সংখ্যা পোন্ধৰজন। এই কোঠাটোৰ আচবাবসমূহ ৰাজ্য চৰকাৰৰ পৰা দিয়া হৈছে।

এই কোঠাটোত আছে এটা খো-কেছ জাতীয় কাঠৰ আলমাৰি। গ্লাছৰ মাজেৰে চাই দেখিলো ভিতৰত ৰূপকোঁৱৰৰ 'ৰূপালীম' নাটকৰ সেই অমূল্য পাণ্ডুলিপিখিনি। কাষৰ আন এটা একেইধৰণৰ খো-কেছত আছে শিল্পীগৰাকীৰ কিছুমান গীতৰ পাণ্ডুলিপি। এই কোঠাটোৰ আন এফালে আৰু দুখন পোট্রেইট— কলাগুৰু বিষ্ণুপ্রসাদ ৰাভাৰ আৰু নটসূর্য ফণী শৰ্মাৰ। এই দুয়োখন আঁকিছে তেজপুৰৰ বীৰেন চৌধুৰীয়ে, আৰু প্ৰথমতে দেখা গহন চন্দ্ৰ গোস্বামী, গজেন বৰুৱা আৰু শিৱ ভট্টাচাৰ্যৰ পোট্রেইটকেইখন আঁকিছে তেজপুৰৰ প্ৰয়াত হেম মহন্তই। 'পকী'ৰ সৈতে শোণিত কোঁৱৰ গজেন বৰুৱা আৰু তাহানিৰ নেফা, বৰ্তমানৰ অৰুণাচলৰ, জনজাতীয়সকলৰ আছিল অতি নিকট সম্পৰ্ক। জ্যোতিপ্ৰসাদৰ ককাদেউতাক হৰিবিলাস আগৰৱালা আছিল সুদক্ষ মৌজাদাৰ আৰু ব্যৱসায়ী। তেওঁৰ ৰবৰৰ ব্যৱসায় আছিল। আৰু এই ব্যৱসায় সংক্ৰান্ততেই তেওঁৰ নেফা অঞ্চলৰ অকা, ডফলা আদি লোকসকলৰ লগত ঘনিষ্ঠতা হৈছিল। নিয়মিত এই জনজাতীয়সকল পকীলৈ আহিছিল, নৈশযাপন কৰিছিল। ১৮৭৯ চনত এই পকীত থাকিছিলহি ডফলা গামসকল। এই পকীত থাকিছিলহি অঁকা বজা-ৰাণীসকল। পকীৰ এই কোঠাটোৰ এটা খো-বক্সত আছে অৰুণাচলী বাইজৰ সৈতে গজেন বৰুৱাৰ ১২ খন ক'লা-বগা ফটো। আৰু তাৰে এখনত নৃত্যশিল্পী গজেন বৰুৱা। এই কোঠাটোত থকা যেনখন হেনো তেতিয়া নাছিল; এইখন সজ্জাকালয়ে লগাই দিছে পাছত। এই কোঠাটোৰ পৰা ওলাই আহিলেই এখন চোতাল। পুৰণি অসমীয়া পৰিয়ালৰ ঘৰ এখনৰ চোতাল এখন। চাৰিকোণীয়া, একেই আকৃতিৰ, আগতে ডাঙৰ এনেকুৱা এখন চোতাল ৰবীন্দ্রনাথ ঠাকুৰৰ ঠাকুৰবাৰীতো দেখিছিলো। সেই চোতালখনত কবিগুৰুৰ ককায়েক হেমেন্দ্রনাথৰ জীয়ৰী প্ৰজ্ঞাসুন্দৰীৰ লগত অসমৰ সুসন্তান লক্ষ্মীনাথ বেজবৰুৱাৰ বিয়া হৈছিল। মোৰ ৰাৰুকৈ জানিবলৈ মন গ'ল, এনেকুৱা কি কি উল্লেখযোগ্য ঘটনাপ্ৰবাহ সংঘটিত হৈছিল পকীৰ এইখন চোতালত? কোনে ক'ব মোক? ঠাকুৰবাৰীৰ সেই বিয়াখনৰ কথা মোক কৈছিল সেই মিউজিয়ামটোৰ মহিলা কিউৰেটৰগৰাকীয়ে— যেতিয়া মই তেওঁক কৈছিলো যে মই অসমৰ পৰা আহিছো ঠাকুৰবাৰী চাবলৈ। লিখন শৰ্মাইতৰ পোন্ধৰজনীয়া দলটোৱে বাৰু পকীৰ এই চোতালখনৰ মধুৰ বা ঐতিহ্যপূৰ্ণ ঘটনাৰাজি সংগ্ৰহ কৰিছেনে, তেওঁলোকৰ মুখস্থ আছেনে? থকাটো বাঞ্ছনীয়। এই ঐতিহ্যময় চোতালখন পাৰ হৈ বাওঁফালে দুটা কমত 'জ্যোতি ভাৰতী'ৰ কাৰ্যালয়। তাৰ কাষৰ এটা কমত আছে পুৰণি অসমৰ কিছুমান কঁহী-বাটি, কিংখাপ, বাদ্যযন্ত্র আদি। এইবোৰ হেনো সজ্জাকালয়ে স্থানীয়ভাৱে সংগ্ৰহ কৰিছে। লগতে আছে কিছুমান ক'লা-বগা ফটো। এই ফটোবিলাকৰ বিষয়ে একো লিখা হোৱা নাই। মই বিশ্বাস কৰোঁ, এই ফটোবিলাকৰ বিষয়ে হীৰুপ্ৰসাদ মহন্তই তথ্য সংগ্ৰহ কৰি লিখি থোৱাটো ভাল হ'ব। এইবাৰ সোমালো পশ্চিমৰ ফালৰ এটা কোঠাত। ইয়াত এটা কাঠৰ আলমাৰি আছে— য'ত ৰূপকোঁৱৰে ব্যৱহাৰ কৰা চোলাটো সজ্জিত কৰি ৰখা আছে।

মোৰ হৃদয়ৰ নিভৃততম কোণৰ পৰা উজাৰি আহিল এক অনামী অনুভৱ— এই আলমাৰিটোত যদি দেখা পালোহেঁতেন ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ সেই প্ৰজ্ঞাৰ চকুযুৰিক কিশ-

বৰুৱাৰ ফটো এখন আৰু পুৰণি গ্ৰামোফোন ৰেকৰ্ড কিছুমান। যেনে— বেউলা-ওজাপালি (পৰিচালনা- বিষ্ণুপ্ৰসাদ ৰাভা), আই মোৰ পানেচৈ (নাটকৰ অংশ) (শিল্পী- মিত্ৰদেৱ মহন্ত), তাবিজ লাগেনে আৰু ই যে দুখৰ কাহিনী (খৃষ্টীয়া গীত) (শিল্পী- প্ৰফেছৰ ভীম নাথ, পৰিচালনা- ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা)। এই গ্ৰামোফোন ৰেকৰ্ডবোৰ দেখি মোৰ মনলৈ কোনো অনুভৱ নাহিল যে এইবোৰ কোনোবাই দৰ্শনী হিচাপে ইয়াত এনেকৈ থৈছে। বিপৰীতে, মোৰ ভাব হ'ল— ক'তো থ'বলৈ ঠাই নাই বাবেই ইয়াত এইবোৰ এনেকৈ পেলাই থোৱা হৈছে। মই বিস্ময়ত হতবাক হ'লো— সেই খো-বন্নটোত তেনেই আলাই-আথানি হৈ পৰি আছে অন্য বহুতো ক'লা ক'লা ৰঙৰ গ্ৰামোফোন ৰেকৰ্ড। এইবোৰ কি, কাৰ, কিহৰ? তাৰ কোনো টুকি পোৱা উত্তৰ নাই। কিন্তু কিয় পৰি আছে এনেকৈ? তাৰ অতি সহজলভ্য উত্তৰ— আমাৰ অনীহা। মই নাজানো, এই ৰেকৰ্ডবিলাকৰ বিষয়ে ৰেকৰ্ড জ্যোতি ভাৰতীয়ে ৰাখিছে নে নাই। কিন্তু এইবোৰৰ তালিকা এখন আমি দৰ্শকসকলে পৰ্কী চাবলৈ আহিলে দেখা পোৱাকৈ ৰখাটো হীৰুপ্ৰসাদ মহন্তৰ্হতৰ দায়িত্ব। হ'ব পাৰে, এইবোৰ গ্ৰামোফোন ৰেকৰ্ড আজি আৰু প্ৰব্য হৈ থকা নাই। তথাপি এই তালিকাখন সহজলভ্য হৈ থাকিব লাগে। সেয়া কৰিলে, আমি যে এই ৰেকৰ্ডবোৰক অসন্মান কৰি এনেকৈ পেলাই থোৱা নাই, সেয়া প্ৰতিপন্ন হ'ব। আমিতো বিশ্বাস কৰোঁ, এই ক'লা ক'লা গ্ৰামোফোন ৰেকৰ্ডবোৰ আমাৰ কৃষ্টিৰ ঔজ্বোজ্জ্বল দিন কিছুমানৰ ধৱল, স্বচ্ছ সাক্ষী। সেই খো-বন্নতে দেখা পালো কিছুমান পকাবন্ধা নীলা ৰঙৰ ক'ভাৰৰ কিতাপ। এইবোৰ শিল্পীগৰাকীৰ ব্যক্তিগত লাইব্ৰেৰীৰ পৰা সংগ্ৰহ কৰা। এই কিতাপবিলাকৰ ক্ষেত্ৰতো মহন্তলৈ মোৰ একেই বক্তব্য আৰু পৰামৰ্শ থাকিল গ্ৰামোফোন ৰেকৰ্ডবিলাকৰ ক্ষেত্ৰত কৰাৰ দৰে।

খো-বন্নৰ ওপৰত তিনিখন ফটো আছে— (১) 'জয়মতী' নিৰ্মাণৰ কাৰিকৰী দিশৰ কামত ব্যস্ত জ্যোতিপ্ৰসাদ, (২) 'জয়মতী' কথাছবিৰ জাপিনৃত্যৰ দৃশ্য, (৩) ১৯৩৫ চনত কলকাতাৰ ইডেন গাৰ্ডেনত অসম এছ'চিয়েশ্যনে পতা বিহৰ সভাপতিৰূপে জ্যোতিপ্ৰসাদ। দেৱালত আছে ১৯৪৮ চনত চকীত বহি কগ্ন অৱস্থাৰ জ্যোতিপ্ৰসাদৰ এখন ফটো, ১৯২৭ চনত নগাঁৱৰ শুকদেৱ গোস্বামী আৰু স্থানীয় জনেক শিশু শিল্পীৰ লগত উঠা জ্যোতিপ্ৰসাদৰ এখন ফটো।

এইবাৰ সোমালো এই সেই বহু আকাংক্ষিত কোঠাটোত। জ্যোতি ভাৰতী বা পৰ্কীৰ বাৰাণ্ডাত উঠিয়ে পায় এই প্ৰথম কোঠাটো। জ্যোতিপ্ৰসাদ আগৰৱালাৰ শোৱনি কোঠা। এই কোঠাটোত আছে— (ক) জ্যোতিপ্ৰসাদে ব্যৱহাৰ কৰা 'আৰ্চি'খন। পৰিয়ালৰ মানুহে কয়, এইখন হেনো কলকাতাৰ Auction Marketত কিনিছিল পাঁচ টকাত। ইয়াৰ মূল ৰংটো আছিল ক'লা। এতিয়া বাৰ্ণিচ কৰা হৈছে। (খ) দেৱালত দহখন ক'লা-বগা ফটো— (১) ১৯২৭ চনত বিলাতত পঢ়ি থকা কালত সুৰেন্দ্ৰনাথ বৰুৱা, গিৰিজাধৰ বৰুৱা আৰু জ্যোতি, (২) ১৯২৩ চনত লৰ্ড বোজবাৰী কানট্ৰী ইষ্টেট লেকত নাও বাই থাকোঁতে জ্যোতি, (৪) এডিনবাৰ্গ বিশ্ববিদ্যালয়ত পঢ়াকালত ছাত্ৰ জ্যোতি, (৫) জ্যোতিৰ পিতৃ-মাতৃ পৰমানন্দ আৰু কিৰণময়ী, (৬) জ্যোতিৰ ৰবদেউতাক 'প্ৰতিমাৰ খনিকৰ' চন্দ্ৰকুমাৰ আগৰৱালা, (৭) জ্যোতিৰ

কনিষ্ঠ খুৰায়েক গোপালচন্দ্ৰ আগৰৱালা, (৮) নবীন কুমাৰ আগৰৱালা, তৰুণ কুমাৰ আগৰৱালা, প্ৰবোধ বৰুৱা আৰু জ্যোতিৰ দুই ভাই সূৰ্যপ্ৰসাদ আৰু কমলাপ্ৰসাদ, (৯) স্বৰ্গীয় মহীকান্ত দাস, কিশোৰ জ্যোতিপ্ৰসাদ আৰু শিশু হৃদয়ানন্দ, (১০) পিতৃ পৰমানন্দ, ভগ্নী অন্নপূৰ্ণা, ভাতৃ সূৰ্য আৰু কমলাৰ সৈতে জ্যোতি।

এইবাৰ মোৰ দৃষ্টি নিক্ষেপ হ'ল পকীৰ অতি মূল্যবান সেই সম্পত্তিটোলৈ; জ্যোতিপ্ৰসাদৰ সাংগীতিক আঙুলিবিলাকে অনবৰতে তৰাফুল বাছি থকা সেই ঐতিহ্যমণ্ডিত অৰ্গেনটোলৈ। যেন পকীৰ দেৱালে দেৱালে, দুৱাৰে-খিৰিকীয়ে প্ৰতিধ্বনিত হৈ উঠিব সেই সুৰৰ্দী সুৰৰ লহৰ— 'গছে গছে পাতি দিলে ফুলৰে শৰাই...।' মই লাহেকৈ চুই চালো। যেন শান্ত-সমাহিত এখনি জ্যোতিমুখে সমগ্ৰ অসম কঁপাই গালে— 'আমাৰে সখিয়া আকুলা গিয়াকুলে...।' এই অৰ্গেনটোৰ বিষয়ে দুটামান বাক্য বাৰু কাগজ এখনত লিখন শৰ্মিষ্ঠ লিখি থ'বনে?

এইখন বিছনা! বগা কাপোৰেৰে ঢকা। মই কাষতে ৰ'লো। মানুহ লাগে তেওঁক। মৃত্যুৰ আগে আগেও তেওঁ চিঞৰি উঠিছিল— তেওঁক মানুহ লাগে। আৰু, ১৭ জানুৱাৰীৰ দিনটো মানুহক 'শিল্পী দিৱস' পাতিবলৈ এৰি দি, মানুহৰ পৃথিৱীখন এৰি থৈ গুচি গ'ল— লুইতৰ পাৰে পাৰে, ভাৰত সাগৰৰ তীৰে, বিশ্বসভালৈ। মৃত্যু কিমান শীতল, কিমান কৰুণ, এই বিছনাখনলৈ চাই অনুভৱ কৰিব পাৰি। শুধ বগা কাপোৰখনত যেন অজস্ৰ আখৰ ছিটিকি আছে ইফালে-সিফালে। মই সেইবোৰ শৃংখলাবদ্ধভাৱে সজাই তুলিলো এনেদৰে— 'মাটিৰে দেহাটি এৰি জয়মতী জ্যোতিৰে দেহাটি লৈ...।' মই সদায় অনুভৱ কৰোঁ— এই সুবিখ্যাত গীতটি যদি আমি স্কুলত পঢ়া দিনত আমাৰ পাঠ্যপুথিত থাকিলহেঁতেন, আমাক যদি পৰীক্ষাত তাৰ ব্যাখ্যা লিখিবলৈ দিলেহেঁতেন, মই লিখিলোহঁতেন— জয়মতীৰ ৰূপত ৰূপকোঁৱৰে নিজকে প্ৰকাশ কৰি, অসুন্দৰৰ সকলো দুষ্কাৰ্যৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰি বিশ্ববিজয়ী হৈ গুচি গ'ল সুন্দৰৰ সেই পৃথিৱীলৈ— য'ত মাটিৰ দেহা তেনেই অমূলক; তাত থাকে মাথোঁ প্ৰাণ, প্ৰাণ আৰু শিল্পীপ্ৰাণ!!

এই চিৰস্মৰণীয় বিছনাখনৰ কাষতে আছে এই অবিস্মৰণীয় কোঠাটোৰ একমাত্ৰ খিৰিকীখন। তাত আছে এখন সৰু শৰাই। গীতৰ শৰাই? নহয়। এই সৰু শৰাইখনে আৱৰি আছে অমৃতবাণী কেশৱানন্দ দেৱগোস্বামীৰ 'নামঘোষা'— মই লাহেকৈ গামোচাখন দাঙি চাইছিলো শৰাইখন ঢাকি থোৱাৰ পৰা। কোঠাটোত আছে টেবুল এখন, জ্যোতিপ্ৰসাদৰ দুখন ডাঙৰ পোৰ্ট্ৰেইট— শতবৰ্ষৰ শ্ৰদ্ধাৰ্ঘ্য হিচাপে এখন আঁকিছে উষানগৰৰ প্ৰফুল্ল কেওটে। আৰু আছে কোঠাটোত তিনিখন দুৱাৰ— ইয়াৰে এখন দুৱাৰেদি তেওঁ এদিন চিৰদিনৰ বাবে ওলাই গৈছিল, যাতে পিছৰ দিনবিলাকত আমি সোমাই আহিব পাৰো-এইখন দুৱাৰেদি এইটো কোঠালৈ।

সেই দুৱাৰখন পাৰ হ'লেই এইটো এটা কোঠা। এই কোঠাটোত আছে তিনিটা কাঠৰ খো-বক্স— তাৰে দুটাৰ ওপৰত দুটা চামৰাৰ ছুটকেছ। এই তিনিটা খো-বক্সৰ এটাত আছে কলাগুৰু বিষ্ণু ৰাভাই ব্যৱহাৰ কৰা সামগ্ৰীসমূহ— কাঁহী-বাটি, গিলাচ, চেণ্ডেল, মোজা, বেজাৰ, বৰ্ষাই থোৱা ৰূপত অসম বিধানসভা সচিবালয়ৰ প্ৰমাণপত্ৰ এখন। ১৯৬৭ চনত

ইমান বিচিত্র পৰিসৰৰ পৰা লোক আহে নে নাহে।

মই লাহে লাহে চিৰি বগাই ছাদলৈ গ'লো। এইখন ছাদতেই মহাত্মা গান্ধী উঠি আহিছিল এদিন। এসময়ত জনতাক তেওঁ দৰ্শন দিছিল। ভাৰতৰ স্বাধীনতা আন্দোলনৰ অহিংস সংগ্ৰামত জনতাক তেওঁ উদ্বুদ্ধ কৰিছিল। 'পকী'ৰ পৰা ওলাই আহিবৰ সময়ত বহু কথাই মনলৈ আহিছিল— মোৰ জন্মৰ আগতেই মোৰ প্ৰিয়তম শিল্পীগৰাকীৰ এই ঘৰটোত মৃত্যু হৈছিল। তেওঁ কোৱা জোনাকী বাটৰ মই কাহিনী শুনিছোঁ, জোনাকী কাৰেঙৰ মই ছবি দেখিছোঁ, বুকুৰ তেজেৰে লিখা তেওঁৰ গানবোৰ মই পঢ়িছোঁ— এইবুলি মই বিশ্বাস কৰিছিলো ইমান দিনে। কিন্তু এই যে তেওঁ মহাপোহৰৰ বাবে গুচি গ'ল, সেই বাটেৰে কিমান দূৰ আগুৱাইছোঁ মই, আমি, সকলোৱে? 'পকী' এদিন 'ঠাকুৰবাৰী' হ'ব নে নাই ক'ব নোৱাৰো। কিন্তু মই বিশ্বাস কৰোঁ, পশ্চিমবংগত যদি 'ঠাকুৰবাৰী' কৰিব পাৰি, অসমত 'পকী'ও কৰিব পাৰি। এই বিশাল ঐতিহ্যখণ্ডক যথোপযুক্ত সন্মান দিব পৰাটোতেই নিৰ্ভৰ কৰিছে ভৱিষ্যৎ অসমৰ সংস্কৃতিপ্ৰাণ সত্তাটোক সঞ্জীৱিত কৰি ৰখাৰ সম্ভাৱনীয়তা।

# ৩।

# বিষ্ণুপ্ৰসাদ

ই বিষ্ণুপ্ৰসাদ চোৱা নাই— কহিনুৰ থিয়েটাৰৰ ১৯৯৯-২০০০ নাট্যবৰ্ষৰ এখন নাটক বিষ্ণুপ্ৰসাদ। মই বিষ্ণুপ্ৰসাদ পঢ়িছোঁ— মহেন্দ্ৰ বৰঠাকুৰে কহিনুৰ থিয়েটাৰৰ বাবে লিখা নাটক বিষ্ণুপ্ৰসাদ।

২০০০ চনৰ ১ জানুৱাৰী তাৰিখে মহেন্দ্ৰ বৰঠাকুৰে লিখা বিষ্ণুপ্ৰসাদ নাটকখনৰ প্ৰথম পুস্তক প্ৰকাশ হৈছিল। এই নাটকখনেই পাঠশালাৰ ৰতন লহকৰৰ কহিনুৰ থিয়েটাৰে এটা বছৰ তেওঁলোকৰ ভ্ৰাম্যমাণ থিয়েটাৰত দৰ্শকৰ বাবে প্ৰদৰ্শন কৰিছিল। মই ব্যক্তিগতভাৱে নাটকখন কোনো ঠাইতে চাব পৰাকৈ সময় মিলাব পৰা নাছিলো বাবে চোৱা নহ'ল। কিন্তু বাতৰি কাকতত যি পঢ়িছিলো, সেইমতে অসমৰ বহুকেইখন উল্লেখযোগ্য ঠাইত নাটকখনৰ দৰ্শনীত দৰ্শকৰ উপস্থিতি আশানুৰূপ নাছিল, হতাশজনক আছিল। এনেকুৱা ধৰণৰ মন্তব্য তেজপুৰৰ ক্ষেত্ৰতো শুনা গৈছিল — সেই তেজপুৰ, য'ত হাস্পতালত কেন্সাৰ ৰোগত আক্ৰান্ত বিষ্ণুপ্ৰসাদ শুই আছিল এটা কোঠাত আৰু সেই কোঠাৰ বাহিৰত বোধন বাচফোৰ নামৰ হাস্পতালৰ ছুইপাৰজন সদায় বৈ থাকিছিল— সি নিজেই তাৰ ডিউটী ঠিক কৰি লৈছে এইটো কোঠাৰ লগত। বোধন বাচফোৰে বিষ্ণুপ্ৰসাদক এৰি থৈ নগৈছিল।

কিন্তু বিষ্ণুপ্ৰসাদ গ'লগৈ— সকলোকে এৰি থৈ। তেজপুৰকো, বোধন বাচফোৰকো।

১৯৬৯ চনৰ ২০ জুন সিদিনা।

পল পল মৃত্যু অভিমুখে আগুৱাই থকা এক কেন্সাৰ ৰোগীৰ কোঠাৰ বাহিৰত অচিনা-অজানা এজন ছুইপাৰ কেনেকৈ পল পল থিয় হৈ থাকিব পাৰে, সেই স্পিৰিটটো জানিবৰ বাবেই মই মহেন্দ্ৰ বৰঠাকুৰৰ বিষ্ণুপ্ৰসাদৰ পাত মেলি গ'লো।

বিষ্ণুপ্ৰসাদ ৰাভা তেওঁৰ নাম।

বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনৰ তেনেই ওচৰে-পাজৰে আছিল চাৰিগৰাকী নাৰী— প্ৰিয়বালা, নিৰুপমা, কনকলতা, মোহিনী। এওঁলোকৰ ভিতৰত প্ৰিয়বালাক বাদ দি তিনিগৰাকীকে মঞ্চত উপস্থাপন কৰোৱা হৈছে। বিষ্ণুপ্ৰসাদত লিখা আছে নিৰুপমাক বাদ দি বাকীকেইগৰাকী আছিল বিষ্ণুপ্ৰসাদ ৰাভাৰ পত্নী। নাটকখনৰ ঠায়ে ঠায়ে এক ব্যক্তিৰ নাম উল্লেখ আছিল। তেওঁ মোহনলাল মুখাৰ্জী। এই মোহনলাল মুখাৰ্জীয়ে লিখা এখন কিতাপ সম্পৰ্কীয় দৰ্শনত বিষ্ণুপ্ৰসাদ ৰাভা মই মহেন্দ্ৰ বৰঠাকুৰৰ বিষ্ণুপ্ৰসাদৰ সমান্তৰালভাৱে পঢ়ি আছিলো। আৰু এই কিতাপখনৰ ৯৯ আৰু কেইটামান পৃষ্ঠাত নিৰুপমাক ৰাভাৰ দ্বিতীয় পত্নী বুলি উল্লেখ কৰা আছে। সেয়া মই পঢ়িবলৈ পাইছোঁ।

যোৰহাটৰ সংগীত শিল্পী প্ৰিয়বালা দত্তক বিষ্ণুপ্ৰসাদ ৰাভাই বিবাহ কৰাইছিল। বিবাহত মাথোন কেইটামান মাহৰ ভিতৰতে প্ৰিয়বালাৰ মৃত্যু হৈছিল আৰু পত্নীৰ সেই বিয়োগত ম্ৰিয়মাণ আমাৰ বিষ্ণুপ্ৰসাদে নাটকখনৰ প্ৰথম দৃশ্যত হাৰমণিয়মত এটি গীতৰ সুৰ তুলি আছে— 'পৰজনমৰ শুভ লগনত যদিহে আমাৰ হয় দেখা/পূৰাবানে প্ৰিয়ে এই জনমৰ মোৰ হিয়াৰ অপূৰ্ণ আশা...।'

কলীন শৰ্মা সোমাই আহিল ৰাভাৰ কোঠালৈ— ফণী শৰ্মা তেওঁ। পত্নীৰ অকাল আৰু দুৰ্ভাগ্যজনক মৃত্যুৰ পাছত বিষ্ণু ৰাভাই ৰাতিবোৰ পাৰ কৰিছিল বে'ল ষ্টেচনৰ প্লেটফৰ্মত বহি। পি ডব্লিউ ডিৰ কনুৱাৰ ঘৰত বহি। সেই কথা হয়তো ৰাভা থকা হাস্পতালৰ কোঠাত অনবৰতে ডিউটী কৰিবলৈ অহা নাৰ্ছ দুজনীয়ে নাজানিছিল। 'তহঁত দুজনীক মই অনবৰতে মোৰ কোঠাটোত ডিউটী কৰা দেখোঁ। সদায় ডিউটী থাকেনে তহঁতৰ?' সদায় ডিউটী থাকেনে নাথাকে মই নাজানো। কিন্তু সিহঁত দুজনীয়ে মূৰ দুপিয়াইছিল— সদায় থাকে। হয় সিহঁত দুজনীয়ে মিছাকৈ মূৰ দুপিয়াইছিল, নতুবা বোধন বাচফোৰৰ দৰে সদায় বিষ্ণু ৰাভাৰ কোঠাত ডিউটী উলিয়াই লৈছিল আৰু সিহঁতে শিকিব খুজিছিল সেই কথা— যোৰকৈ সৌতৰ বুকুত বুকু দি কোনজন যায় এক অনন্য ধাৰা হৈ, কি আছিল তেওঁৰ সেই স্পিৰিট!

প্ৰিয়বালাই তুলি যোৱা সুৰ মচিব নোৱাৰি উচুপি উচুপি কান্দিছিল বিষ্ণু ৰাভাই। সেই সুৰ প্ৰতিধ্বনি হয় ৰাভাৰ হাৰমণিয়ামত— 'পৰজনমৰ শুভ লগনত...'

আৰু, এয়া নিৰুপমা। কামাখ্যা গেটৰ কাষত এটা জুপুৰি ঘৰত থাকে এই নাৰী নিৰুপমা। চেনোলা কোম্পানীয়ে শংকৰদেৱ আৰু মাধৱদেৱৰ নামৰ দুখন পালা কৰিব। নিৰুপমাই সত্যসন্ধা, খেৰসুতী আৰু কালিন্দীৰ কণ্ঠ দিব। কুসুম্বৰ আৰু শংকৰদেৱ হ'ব বিষ্ণু ৰাভা। মাধৱদেৱৰ পালাত নিৰুপমা মাধৱদেৱৰ মাক হ'ব। মনোমতী, চিত্ৰাঙ্গদা, এই কথাছবিবোৰত এই নিৰুপমা দেৱীয়ে অভিনয় কৰিছিল। এই বিষ্ণুপ্ৰসাদ ৰাভা আছিল নিৰুপমাৰ গুৰু। গুৰুদেৱ।

সন্মুখৰ এটি অৰ্গেনত জ্যোতিপ্ৰসাদ আগৰৱালাই গানৰ সুৰ কৰি আছে। ফণীন শৰ্মা আৰু বিষ্ণু ৰাভা কোঠালৈ সোমাই আহিছে। আলাপতে এবাৰ ইয়ালে আহোঁতে বিষ্ণু ৰাভাই নিজৰ কবিতা এটা এৰি থৈ গৈছিল। কবিতাটো জ্যোতিপ্ৰসাদে ফণী শৰ্মাক গাবলৈ দিলে—

'ভাঙ ভাঙ ভাঙ ভাঙ লোহাৰ শিকলি ভাঙ/ছিণ্ড ছিণ্ড ছিণ্ড ছিণ্ড দাসৰ বান্ধোন ছিণ্ড/শুন সৌৱা শুন শুন ঘোষিছে বা নিদান/মুক্ত আকাশে উৰে দীপ্ত বজ্ৰ নিচান।'

আৰু জ্যোতিপ্ৰসাদে লিখিছিল— 'ৰণ ৰণ ৰণ আলোড়ন কম্পন/ঘন ঘোৰ গৰ্জন অন্তৰ কনকন/সীমান্তে প্ৰান্তে শত্ৰু যে আগমন/অসমীয়াৰ জীৱনৰ সন্ধিক্ষণ।'

মই আজিও অনুশোচনা কৰোঁ কহিনুৰৰ মঞ্চৰ মহেন্দ্ৰ বৰঠাকুৰৰ নাটক বিষ্ণুপ্ৰসাদত এই দৃশ্যটি চাবলৈ নোপোৱা বাবে— এইটো দৃশ্যতেই অৱতাৰণা হৈছিল অসমীয়া সংস্কৃতিৰ ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ— জ্যোতিপ্ৰসাদ-বিষ্ণুপ্ৰসাদ-ফণী শৰ্মা। কি কৈছিল জ্যোতিপ্ৰসাদে বিষ্ণুপ্ৰসাদ ৰাভা আৰু ফণী শৰ্মাক? 'ফুটবল খেলত বিষ্ণু বেকত, তুমি থাকিম গ'লত। আমাৰ সংস্কৃতিৰ পথাৰতো সেইটোৱেই হওক বুজিছা।' এই কামনা জ্যোতিপ্ৰসাদৰ।

এই শিবিৰটোৰেই আগবঢ়াইছিল বিষ্ণুপ্ৰসাদ— এবাটে পুলিচৰ চকুত ধূলি দি হাতত ষ্টেনগান লৈ সশস্ত্ৰ বিপ্লৱৰ বিপ্লৱী বিষ্ণুপ্ৰসাদ আনবাটে হাতত জ্যোতিপ্ৰসাদৰ গান আৰু তাৰ স্বৰলিপি— 'জ্যোতি'ৰ গান।

ষ্টেনগান আৰু জ্যোতিৰ গান মিহলি হৈ যি সত্তা হৈছিল, সেয়াই বিষ্ণুপ্ৰসাদ।

১৯৫১ চন। বৰদোৱা মৌজাত চলিছে দুৰ্ভিক্ষ। গাঁৱৰ মানুহে খোৱা নহ শাক ভাত খাবলৈ পোৱা নাই। কনবীয়া কচু-টেঙীয়াও পাবলৈ নোহোৱা হ'ল। সাতোটা মানুহৰ মাজত আধাসেৰ চাউল। আনহাতে দীঘল লেচেৰী সত্ৰৰ চাৰিটা ভঁৰাল ধানেৰে ঠেকামাৰি আছে। 'আমি খাবলৈ ধান বিচাৰিছিলো। ঘূৰাই দিম বুলিও কথা দিছিলো'— বুজাইছে বিষ্ণু ৰাভাই ট্ৰাইবেল গাঁৱৰ দুৰ্ভিক্ষত পৰা মানুহবোৰক। তাৰ পিছত গোটেই খোৱা মানুহখিনিক বিষ্ণুপ্ৰসাদে কৈছে— 'ভঁৰালৰ অনিষ্ট নকৰাকৈ ধান লৈ আহকগৈ। জোৰ যাপ কৰি আনিব নিষেধ। ডকাইতি নহয়। আমাৰ প্ৰতিশ্ৰুতি আছে, সময়ত জোখমতে ঘূৰাই দিম।'

হাতত ষ্টেনগান লৈ ঘূৰি ফুৰা মানুহ এজনে কেনেকৈ সাম্যবাদৰ কথা কয়, মই বুজি নাপাওঁ। হয়তো তেনে কথা ক'ব পাৰে বাবেই তেওঁ বিষ্ণুপ্ৰসাদ— সেই শিবিৰটোৰ নাম বিষ্ণুপ্ৰসাদ— সেই নাটকৰ নাম বিষ্ণুপ্ৰসাদ।

-কল্টু ৰাভাৰ ঘৰৰ চোতাল। ৰাতি। গোবিন্দ, উপেন দাস আৰু বিষ্ণু ৰাভা। পুলিচে পিছা দি ফুৰিছে। বিষ্ণু ৰাভাক লাগে। কল্টু ৰাভাৰ ঘৰৰ চোতালৰ খেৰৰ দ'মৰ মাজত বিপ্লৱী বিষ্ণু ৰাভা। খেৰৰ মাজত উশাহ বন্ধ হ'বৰ উপক্ৰম। খেৰৰ মাজৰ পৰাই মুখ উলিয়াই উপেন দাসে বিষ্ণু ৰাভাক সুধিছে, 'আপুনি এতিয়াও ফূৰ্তি কৰিব পাৰিছে কেনেকৈ?'

-'তাৰকাযুক্ত হোটেলত থাকি বিপ্লৱৰ কথাৰ কথা কাহানিও ভাৱ নাই বাবে।'

-বিপ্লৱী বিষ্ণুপ্ৰসাদৰ স্পষ্ট কথা। যেন এতিয়াও প্ৰচণ্ড দুখে চৌদিশে ঘূৰি থাকে, সেইজন বিষ্ণুপ্ৰসাদক মই কহিনুৰৰ মঞ্চত দেখিবলৈ নাপালো বাবে। মিলনৰ সেইদিনা আলো-ছায়াৰ জ্যোতি মই অনুভৱ কৰিব নোৱাৰিলো বুলি যেন আজিও খেদ থাকি গ'ল।

তাৰকাযুক্ত হোটেলত থাকি বিপ্লৱৰ কথা কাহানিও ভবা নাছিল বাবেই হয়তো বিষ্ণুপ্ৰসাদ ৰাভা মহেন্দ্ৰ বৰঠাকুৰৰ কলমত বিষ্ণুপ্ৰসাদ হৈ জিলিকি উঠিল। আৰু এই কথা বিষ্ণুপ্ৰসাদ ৰাভাৰ হাস্পতালৰ কোঠাটোতে ডিউটী কৰিবলৈ অহা নাৰ্ছ দুজনীয়ে হৃদয়েৰে অনুভৱ কৰিছিল বাবেই সিহঁতে কোঠাটোতহে মিলাই মিলাই লৈছিল। সেই নাৰ্ছ দুজনীক এবেলি লগ পাই বহু কথা মোৰ সুধিবলৈ থাকি গ'ল— 'কি স্পিৰিটে সিহঁত দুজনীক বিষ্ণু ৰাভাৰ কোঠাত ডিউটী কৰিবলৈ প্ৰেৰণা যোগাইছিল, সেই কথা সুধিবলৈ।

বিষ্ণু ৰাভাৰ দাম বান্ধি দিয়া হৈছিল দহ হেজাৰ টকা। ওপৰৰ পৰা আদেশ আহিছে যদি জীয়াই জীয়াই ধৰিব নোৱাৰে, প্ৰয়োজনবোধ কৰিলে গুলীয়াই দিব।

বেলশৰৰ নবীন চন্দ্ৰ মেধিৰ ঘৰ। জীয়েক কনকলতা আৰু কেইজনীমান ছোৱালীয়ে গান গাই আছে— 'নিচলা আইৰে আমি খাটি অসমীয়া/অসমী আইৰে আমি ছোৱালী ধুনীয়া।' গীতটোৰ ৰচকজন বিষ্ণু ৰাভা। অচিনাকি বিষ্ণু ৰাভা সোমাই আহিল। কনকলতাহঁতে চিনি নাপালে। সেই অচিনাকি বিষ্ণু ৰাভাক কনকলতাই কৈছে— 'বিষ্ণু ৰাভা দেশদ্ৰোহী? দেশদ্ৰোহী আপোনালোক। আমি বিষ্ণু ৰাভাক ভাল পাওঁ, আমি তেওঁৰ গান গাওঁ, তেওঁৰ পদ্য ভাল পাওঁ।'

তাৰ পিছত কনকলতাই গাইছে বিষ্ণু ৰাভাৰ পদ্য— 'ৰাইজে ৰজা মোৰ/প্ৰজায়েই ৰজা মোৰ/সুখৰে পঞ্চায়ত ৰাজ/সাজ মুক্তি সেনা সাজ/হওঁ সমদল আজি বাজ।'

পুলিচে বহুত খবৰ গোটাইছে, বাংগালডোবা চামথাইবাৰীত কনকলতাৰ লগত ৰাইজে বিষ্ণু ৰাভাৰ বিয়া পাতি দিছে। ৰজাবাৰীৰ এখন হাবিতলীয়া ঠাইত বিষ্ণু ৰাভা গৈ মিটিং পাতিছিল আৰু অসমখন দুটা অঞ্চলত ভাগ কৰি মুক্ত অঞ্চলৰ পৰিকল্পনা কৰিছিল। পূব অসমৰ কমাণ্ডাৰ হৈছে চন্দ্ৰসিং টেৰণ আৰু উত্তৰ কামৰূপৰ পৰা গোৱালপাৰালৈকে এই অঞ্চলৰ কমাণ্ডাৰ বিষ্ণু ৰাভা।

পুলিচলৈ এইমাত্ৰ খবৰ আহিছে ৰাভা আৰু তেওঁৰ পৰিবাৰ কনকলতা ধৰা পৰিল। ফকিৰাগ্ৰামৰ ওচৰত। এতিয়া ধুবুৰী জে'লত। সেই কাৰাগাৰত বহি বহি বিষ্ণু ৰাভাই ছবি আঁকিছে। কোনে জানো নেপথ্যত গাইছে সেই কবিতা—

'বিষ্ণু ৰাভা, এতিয়া কিমান ৰাতি/তুমি সাৰে আছা, সাৰে আছোঁ আমি/আৰু সাৰে আছে প্ৰীতি।'

মদন লোহাৰ নামৰ এক হত্যাকাৰী কয়দীৰ লগত বিষ্ণু ৰাভাই কথা পাতিছে— 'সশস্ত্ৰ সংগ্ৰামৰ আমি পক্ষপাতী। কিন্তু হত্যাকাৰী আৰু সশস্ত্ৰ বাহিনী একে হ'ব নোৱাৰে।' এই কাৰাগাৰতে বিষ্ণু ৰাভাই লিখিছিল, কুৰি বছৰ জৈইল, মামীৰ হাৰ, সোণপাহী।

কনকলতাৰ মৃত্যু হ'ল। ঠুনঠুন, মুনমুন নামৰ দুটি শিশুক বুদুৰী নামৰ এক ভগ্নীৰ কাষত এৰি থৈ বিষ্ণু ৰাভা এতিয়া উৰিষ্যাৰ বহৰমপুৰ জে'লত। হাহাকাৰ দেখিছে বলীন শৰ্মাই সৰ্বত্ৰ। বিষ্ণু ৰাভাৰ কথা কৈ কৈ আৰ্তনাদ কৰি উঠিছে বলীন শৰ্মাই— 'সি ক'ব, অসমত নিগাজিকৈ বাস কৰা সকলো জাতি-উপজাতি, সকলো ভাষা-ভাষী, সকলো ধৰ্মৰ লোক অসম মাতৃৰ সন্তান, আমি সকলো ভাই। যোৱা চল্লিশ বছৰে সি ধুবুৰীৰ পৰা শদিয়ালৈকে

ঘূৰি ঘূৰি এইবোৰ কথা কৈ আহিছে। কিন্তু সেই কথা প্ৰাণেৰে কোনোবাই অনুভৱ কৰিছেনে?'

নাজানো। সেই কথাময়ো নাজানো। মাজে মাজে ভাব হয়, এই প্ৰশ্নটোৰ উত্তৰ হিচাপেই বাৰু ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই লিখিছিলনে সেই কবিতা — 'বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি?'

এই প্ৰশ্ন কৰিও ক্ষান্ত হ'ব পৰা নাই কবি। সেয়েহে ক্ৰুৰভাৱে কবিয়ে বিষ্ণু ৰাভাক কৈছে— 'বিষ্ণু ৰাভা আকৌ তুলিকা লোৱা ইটাৰ দেৱালত আঁকি যোৱা সেই ছবি যি ছবিত ফুটি উঠে হেজাৰ শিল্পীৰ উত্থান।'

ইটাৰ দেৱালত ছবি আঁকি যোৱা বিষ্ণু ৰাভাৰ স্পিৰিট মই কবিতাত পঢ়িছিলো। কিন্তু নাটকত সেই স্পিৰিট চাওঁ বুলি **বিষ্ণুপ্ৰসাদ** মেলি লৈছিলো। পঢ়ি গৈছিলো নাটকৰ পৃষ্ঠাবোৰ।

শেষ হৈ আহিছে **বিষ্ণুপ্ৰসাদৰ** পৃষ্ঠাবোৰ আৰু বিষ্ণুপ্ৰসাদৰ উশাহবোৰ। তেজপুৰৰ হাস্পতালত বিয়াকুল মোহিনী ৰাভা। বহু লোক অ'ত-ত'ত বহি, থিয় হৈ বৈ আছে। মন্দিৰ, নামঘৰত চাকি জ্বলিছে, মছজিদত বাইজে দোৱা কৰিছে, গুৰুদ্বাৰত চাৰ্চত প্ৰাৰ্থনা চলিছে।

আৰু উদ্‌ভ্ৰান্ত হৈ উঠিছে ফণী শৰ্মা। বলীন শৰ্মা। 'সি সঁচাকৈয়ে বিষ্ণু বুজিছা? তাৰ হাততেই শংখ, চক্ৰ, গদা, পদ্ম। মানুহে দুখন হাতেৰে কাম কৰে, সি চাৰিখনেৰে কৰিছিল।' আৰ্তকণ্ঠ ফণী শৰ্মাৰ।

হাতৰ শংখ, চক্ৰ, গদা, পদ্ম, সকলো এৰি থৈ বিষ্ণু ৰাভা গ'লগৈ

'মই গ'লোগৈ। মোৰ আপোনাৰ দেশ, মোৰ চিকুণি দেশ, মোৰ শুৱলা সুফলা, মৰমী দেশখনৰ সুৰীয়া সুবদি মাতৰ বাইজক এৰি মই গ'লোগৈ।

**বিষ্ণুপ্ৰসাদ** জপাই থ'লো মই।

আজি ২০ জুন। আকৌ মই এবাৰ **বিষ্ণুপ্ৰসাদ** মেলি ল'লো। ক'ৰবাৎ ক'ৰবাত মই নিজেই বিভ্ৰান্ত হৈছোঁ। হয়তো **বিষ্ণুপ্ৰসাদৰ** পাতত মই বিষ্ণু ৰাভাক বিচাৰি উলিয়াবলৈ শিকা নাছিলো, বিচাৰি উলিয়াব পৰা নাছিলো এতিয়া ভাব হয়, সেই যে কাঁচনুৰৰ মঞ্চত বহুত মানুহে **বিষ্ণুপ্ৰসাদ** চাবলৈ যোৱা নাছিল, তেওঁলোকেও বিষ্ণু ৰাভাক বিচাৰি উলিয়াবলৈ শিকা নাছিল নেকি?

পাতবোৰ লুটিয়াই যাওঁতে হঠাৎ আকৌ চকু পৰিল ১৩শ দৃশ্যত 'নিজান 'চলত তুমি সাৰে আছা/সাৰে আছে ক্ৰুৰ ইটাৰ দেৱাল/মাজনিশা কোনে বাজ আলিয়োৰি' আক্ষেপ কৰিব যায় বিষ্ণু ৰাভা নাই।'

মোৰ কোনো আক্ষেপ নাই বিষ্ণু ৰাভা নাই বুলি। হাস্পতালৰ দুজনী চিউটাৰ নাৰ্ছ, এঠাৰ বাহিৰৰ এজন ডিউটীৰ ছুইপাৰ আৰু হাতত এবটিল পানীৰ লৈ অহা এজনী অন্যনাৰি বুঢ়ীৰ হৃদয়ত মই দেখিবলৈ পালো বিষ্ণু ৰাভা

সেইজন বিষ্ণু ৰাভাৰ নেপথ্য কণ্ঠ আকৌ শুনি আহিছে কিছুমানৰ এৰা পুৰণা দেৱাৰ শৰীৰকেইটাত— 'মই জনজাতিও নহয়, অজনজাতিও নহয়, মই মানুহ মই অসমী আইৰ সন্তান। মই কেৱল বিষ্ণুপ্ৰসাদ।'

সেইজন ২০ জুনৰ বিষ্ণুপ্ৰসাদ।

# ৪। কাঠনিবাৰী ঘাটত

মই যেতিয়া কাঠনিবাৰী ঘাটলৈ গৈ আছিলো, সেয়া আছিল সাত আঘোণ, ১৯২৮ শক। ২৪ নৱেম্বৰ, ২০০৬ চন। বিয়লি বেলা। আঘোণ আঘোণ আবেশ। পাতলকৈ এজাক শীতল বতাহে জুৰাই গৈছে কাঠনিবাৰী ঘাটলৈ যোৱা দীঘল বাট।

ছুম' ভিক্টা গাড়ী এখনৰ মই কাঠনিবাৰীৰ যাত্ৰী।

একাৱন্ন বছৰৰ আগতে এদিন এই বাটেৰে তেওঁ আহিছিল কাঠনিবাৰী ঘাটলৈ। এই বাটৰ ধূলি উৰিছিল সিদিনা ঘাটলৈ বলা প্ৰতিজ্ঞাক কম্পিত বতাহত।

বিশ্বনাথ চাৰিআলিৰ পৰা দহ কিলোমিটাৰ আহি পালো ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথৰ বাওঁফালে বাঘমাৰী চাহ বাগিচা। কাষেদি সেই এছিয়াবিখ্যাত মোনাবাৰী চাহ বাগিচা। আমাৰ গাড়ী ৰাষ্ট্ৰীয় ঘাইপথৰ পৰা আঁতৰি সোঁফালে চাহ বাগিচাৰ মাজে মাজে গৈ থাকিল এইবাৰ।

এই বাটেৰেই তেওঁ পঞ্চাশ বছৰৰ আগতে এদিন কাঠনিবাৰী ঘাটলৈ গৈছিল।

আমাৰ গাড়ী মোনাবাৰী বাগিচাৰ নিউ লাইনৰ কাষেৰে পিচ দিয়া বাজাৰে গৈ আছে ঘাটলৈ। চাহ বাগিচাৰ বনুৱাসকলৰ ঘৰবোৰ বাটৰ কাষে কাষে। সেইবোৰ সৰু সৰু ঘৰত আছে কিছুমান সৰু সৰু আশা। আৰু সেই আশাবোৰ জীয়াই ৰখা কিছুমান অস্ফুট ভাষা। নোকোৱাকৈ, নুশুনাকৈ।

পঞ্চাশ বছৰৰ আগতে সিদিনা গধূলি বেলিকা এই বাটটোৰে এখন গৰুগাড়ী গৈছিল। গাড়ীৰ সন্মুখৰ পৰ্দাখনৰ ৰঙটো আছিল সেউজীয়া। ছটফটীয়া পোৱন্ধ-বোৱন্ন বছৰীয়া ল'ৰা এজন আছিল গাড়ীত। বৰুণ তাৰ নাম। আৰু তাৰ বাইদেবেক। সেদিনটো তেতিয়া 'প্ৰকাণ্ড সেন্দূৰ বাটি' যেন হৈ পৰিছিল।

গৰুগাড়ীখনে দহ মাইল যাত্ৰা কৰিব ঘাটলৈ। ঘাট পাই মানে আন্ধাৰ হ'ব। বেলি ডুব যাব নদীত। গৰুগাড়ী চলাই গাড়োৱান আকৌ উভতি যাব। ঘাটত জ্বলাই দিব গাড়ীৰ লেমটো। 'বহ দূৰৰে ঘাটত জ্বলাই নিয়া লেমটোৰ পোহৰ টিমিকি টিঙ্কিং' জ্বলি থাকিব। বৰুণ আৰু তাৰ বায়েক এই গৰুগাড়ীখনত আহিছে দহ মাইল দূৰৰ বাগানৰ পৰা। বৰুণৰ 'ডিনিহিদেউৰ চাইকেল এক্সিডেণ্ট। হাস্পতালত, টেলিগ্ৰাম পোৱা দুদিন হ'ল। বাগানৰ পাততৰ সময়, 'ছীজন টাইম', 'দেউতায়ো ছুটী ল'ব নোৱাৰে।'

গতিকেই টাউনৰ নৱম শ্ৰেণীৰ ছাত্ৰ বৰুণে গাড়োৱানৰ গৰুগাড়ীত উঠি বাগানৰ পৰা দহ মাইল দূৰৰ কাঠনিবাৰী ঘাটলৈ বায়েকক লৈ আহি আছে। চাহ বাগানখনৰ টী হাউছত দেউতাকে হে'ড হিচাপে কাম কৰে। যোৰহাটৰ হাস্পতালত ডিনিহিয়েক এক্সিডেণ্ট হৈ পৰি আছে। 'এসপ্তাহ হওঁতেই মাতি পঠিয়াইছে। সামান্য আঘাত। টেলিগ্ৰামখনত লিখি পঠিয়াইছে 'কাম ছাৰ্প', অথচ 'ম' বৰ্ণটো লিখিছে। 'ডিনিহিদেউ অলপ-অচৰা মানুহ।'

জাহাজ অহাৰ সময় বান্ধি ন কৰা। 'জাহাজ বা কোন বান্ধি আছে। সময়ৰ ঠিক নাই। আৰু কেতিয়াবা নাহেও।'

'আজি জাহাজ ডাউনহে।' এই ডাউন ষ্টিমাৰত উঠি বৰুণ আৰু তেৰ বছৰ আগতে বিয়া হোৱা তাৰ বাইদেবেক শিলঘাটত নামিব। শিলঘাটত তেওঁলোক ৰেল ট্ৰেণখনত উঠিব আৰু যোৰহাটলৈ যাব। 'কাইলৈৰ ভিতৰতে যেনে-তেনে যোৰহাট পাবগে লাগে। বৰ জৰুৰী।'

আৰু, ছুম' ভিক্ষা কাঠনিবাৰী বস্তি পাৰ হৈ আহিবাই গৈ আছে। পিচ দিয়া ছয় কিলোমিটাৰমান বাট শেষ হ'ল। এইবাৰ কেঁচা ৰাস্তা।

কোন বাগানত বৰুণহঁতৰ ঘৰ? মই হিচাপ কৰাত লাগিলো। দহ মাইল দিলগত ঘাটৰ পৰা। বোৱন্ন কিলোমিটাৰ। কি বাগান আছে? মেলাবাৰী? ৰাখমাৰী? বাখমাৰী চাহ বাগিচাৰ হে'ড টী হাউছত কাম কৰিছিল নেকি বৰুণৰ দেউতাকে? কিজানিবা বিহালী চাহ বাগিচা? হ'বও পাৰে!

কাঠনিবাৰী গাঁৱৰ মাজেদি পাৰ হৈছে আমাৰ গাড়ী। কেঁচা বাটৰ ধূলিবোৰ উৰি উৰি পিছলৈ গৈ আছে। আবেলি পৰৰ আবোল মাছৰ বাটৰ কাষৰ গছ বিৰিখত ভাগৰুৱা চৰাইৰ কোলাহল। সিহঁতৰ এতিয়া বাহ বিচৰাৰ সময়। সুঁৰুলী যেন যৌৱা কিছুমানে আবোল মাছৰ সোণালী পথাৰত চামনি ৰাজিছে। অ'ত-ত'ত কাঠ ৰাজৰ মজাকোৰ দেখা গৈছে। পাব্লিক হেলথ ইঞ্জিনিয়াৰিঙৰ পানী যোগান আঁচনিৰ মেচিনঘৰ সাঁটো। ৰাস্তাৰ দাঁতিত। বৰুণহঁতৰ গৰুগাড়ীখন যেতিয়া এইফালে গৈছিল, সিদিনা গধূলি একেজন বছৰৰ আগতে এই মেচিনঘৰটো নাছিল নিশ্চয় ইয়াত।

গৰুগাড়ীত বহুত বস্তু উঠিছে। টিনৰ ট্ৰাংক এটা, হ'ল্ড-অল্ এটা, ফ্লাস্ক এটা, এখন ইংৰাজী ফিল্ম মেগাজিন। আৰু? আৰু এখন দুৰু দুৰু কঁপা হৃদয়— গাড়ীৰ সন্মুখৰ সেউজীয়া বৰণৰ পৰ্দাখনৰ আঁৰত।

সৌটো পশুপালন বিভাগৰ সৰু চিকিৎসালয়। বন্ধ। হয়তো বহুদিনৰ পৰা। চৌহদটোত বনৰীয়া ঘাঁহ-বন গজি গৈছে। কাঠনিবাৰী গাঁৱৰ ঘাঁহ-বন। এই গাঁৱত আছে কিছুমান নেপালী মানুহ, কিছুমান মিঞা মানুহ, কিছুমান বিহাৰী মানুহ, কিছুমান নমঃশূদ্ৰ মাছমৰীয়া মানুহ। এই গাঁওখনৰেই কোনোবা কোনোবা মানুহে বাৰু একাবন্ন বছৰ আগতে এদিন দেখিছিল নেকি গধূলি বেলিকা সেউজীয়া বৰণৰ পৰ্দা এখনৰ এখন গৰুগাড়ী? দেখিছিলনে সেই পৰ্দাখনৰ সিপাৰত 'এখন পৰিপূৰ্ণ মুখ। দীঘলীয়া বেলুন যেন গোল গোল হাত' আৰু অসমীয়া পাটৰ সাজযোৰেৰে ওৰণি টানি অহা এখন লাৱণি মুখ? সেই পৰ্দাৰ আঁৰৰ পৰা ভাহি আহিছিলনে বিয়াৰ মাহ-হালধি-তেলৰ মলমলীয়া গোন্ধ?

পাইছিলো। মই পাইছিলো ক'ৰবাত কোন কাহানিতেই ভাহি অহা এক বিচ্ছুৰিত সুবাসৰ আকুলতা আৰু মাদকতা এই কাঠনিবাৰী ঘাটত। তাৰেই উন্মাদনাত বনহংসৰ দৰে ধাবমান মোৰ মনটো আহি উপস্থিত হ'ল এই কাঠনিবাৰী ঘাটত। ক'ত আছিল অচিনা-অজানা এক অনামী সুৰ, যিয়ে মোক এই কাঠনিবাৰী ঘাটলৈ উদ্ভ্ৰান্ত হৈ টানি আনিছিল?

সেই মায়াময়তা আছিল সেই কাঠনিবাৰী ঘাটত। সেই বাংময়তা আছিল এই কাঠনিবাৰী ঘাটত। সেই স্বপ্নকাতৰতা আছিল এই কাঠনিবাৰী ঘাটত। মহিম বৰাৰ 'কাঠনিবাৰী ঘাট'ত।

বিশ্বনাথ চাৰিআলি মহকুমাৰ বাঘমৰা মৌজাৰ এইখন গাঁও কাঠনিবাৰী। আৰু এয়া এই কাঠনিবাৰী গাঁৱৰ ঘাট— কাঠনিবাৰী ঘাট।

৫২ নং ৰাষ্ট্ৰীয় ঘাইপথৰ দাঁতিৰ বাঘমাৰী, মোনাবাৰী চাহ বাগিচাৰ পৰা চৈধ্য-পোন্ধৰ কিলোমিটাৰ নিলগৰ এই নদী-ঘাট কাঠনিবাৰী ঘাট।

১৯৫৫ চনত ৰচিত 'কাঠনিবাৰী ঘাট' গল্পটোত আজিৰ পৰা একাবন্ন বছৰৰ আগতে তেওঁ ৰাতি ন বজাৰ ডাউন ষ্টিমাৰ ধৰিবলৈ এই কাঠনিবাৰী ঘাটলৈ আহিছিল। তেওঁ শিলঘাটলৈ যাব। শিলঘাটত তেওঁৰ ঘৰ। মাজৰাতি গৈ শিলঘাট পাব জাহাজ। তেওঁ দিনে-পোহৰেই আহি ঘাট পালেহি আৰু ঘাটলৈ আহি তেওঁ দেখিছিল প্ৰকৃতিৰ নৈসৰ্গিক পৰিৱেশ। তাৰ বিনিময়ত গঢ় লৈ উঠিল অসমীয়া সাহিত্যৰ সেই অপৰূপ সৌন্দৰ্যৰ পৰিৱেশপ্ৰধান গল্প 'কাঠনিবাৰী ঘাট'।

মই আহি কাঠনিবাৰীৰ যি ঘাটত ৰ'লোহি, তাৰ পৰা মই দেখিলো সমুখত কেৱল আঘোণমহীয়া উদং নদীৰ বুকুৰ ৰূপালী বালি, আৰু বালি। আঁতৰত এক নদীধাৰা বৈ গৈছে। উদাসী এক নদী। শাওণ হেৰুওৱা এক নদী। সেই নদী বৰগাং। অৰুণাচলৰ ফালৰ পাহাৰৰ পৰা বৈ আহি এই নদী কাঠনিবাৰীত ব্ৰহ্মপুত্ৰত মিলিছেগৈ।

কাঠনিবাৰী ঘাটত সেইদিনা তেওঁ দেখিছিল দ'ম হৈ পৰি থকা কয়লাৰ পাহাৰবোৰ, গৰাখহনীয়াত জুৰুলা হোৱা ব্ৰহ্মপুত্ৰৰ পাৰ আৰু পানী শুকাওঁতে ওলাই পৰা ৰাওকন। নাই আজি পঞ্চাশ বছৰৰ পাছত নাই সেই নদী, নাই সেই নদীৰ পাৰ আৰু নাই সেই পাৰত

কাঠনিবাৰী ঘাট। মোক নিৰ্বাক কৰি আজি হেৰাই গৈছে কাঠনিবাৰী ঘাট।

বালিত পোতা বাঁহৰ চাঙৰ ওপৰত খেৰৰ চালি এখনৰ একমাত্ৰ চাহৰ দোকানখন এইখিনিতে আছিলনে? বৰ শকত ক'লা বৰণৰ আদহীয়া দোকানীজন। তেওঁৰ মাক নোহোৱা ল'ৰা-ছোৱালীকেইটাৰে তেওঁ সংসাৰখন চলাইছিল ব্ৰহ্মপুত্ৰৰ বালিত কাঠনিবাৰী ঘাটত চাহৰ সেই দোকানখন দি। জাহাজ অহা নাই। ৰাতি দহ বজালৈকে এই চাংখনত বহি বহি দোকানীজন আৰু অন্য তিনিজনে ব্ৰীজ খেলি আছিল— হাৰ্ট বান, স্পেড বান, ন' ট্ৰাম্প। ক'লৈ গ'ল? ক'লৈ গ'ল সেই বাঁহৰ চাং, টু ক্লাবচ্, থ্ৰি ডায়মণ্ডচ্?

সেইদিনা জাহাজত উঠিবলৈ আহিছিল দুটামান নেপালী পৰিয়াল, দুটামান চাহ বাগিচাৰ বনুৱা। ক'ৰ পৰা আহিছিল? বিহালী, হেলেম, কেটেলা? তেওঁৰ 'লাগেজ' বুটৰ য'ত আছিল, তাৰ পৰা কিছু আঁতৰত নেপালী পৰিয়ালটোৱে কম্বল পাৰি লৈ তাত বহি দীঘলীয়া সুৰৰ গান এটা জুৰিছিল। হয়তোবা সেই গানৰ সুৰে সুৰে 'টুপং' 'টুপুং'কৈ পৰিছিল শাকৰ মাটি নদীত। জাহাজ অহা নাই। ৰাতি যিমানেই বাগৰি গৈ আছিল, নেপালী পৰিয়ালৰ দীঘলীয়া সুৰৰ গান সপ্তমৰ পৰা অষ্টম পাই 'একোটা এঙামুৰি আৰু দীঘলীয়া হামি'ত পৰিণত হৈছিল। আঘোণৰ এই বিয়লি বেলা অচিনা বতাহজাকে মোক যেন শুনাই গ'ল সেই দীঘলীয়া সুৰৰ গান। ক'লৈ গ'ল সেই নেপালী পৰিয়াল? জাহাজত উঠি ক'লৈ যাবলৈ আহিছিল তেওঁলোক। সেই ৰাতি কাঠনিবাৰী ঘাটলৈ?

নেপালী পৰিয়ালৰ পৰা অলপ আঁতৰত বেলিঙৰ মাজত কম্বল একনত কেইজনমান চাওতালী নে উৰিয়া মানুহে গোলকৈ বহিলৈ ভজা চাউল চোবাই আছিল। জাহাজ অহা নাই। নেপালী পৰিয়ালৰ গান যেতিয়া এঙামুৰি আৰু হামিলৈ ৰূপান্তৰিত হৈছিল, তেতিয়া সেই ভজা চাউল খোৱা মানুহবোৰে নাকত মুড়ি ফুটাইছিল। জাহাজত উঠি শিলঘাট পাৰ হৈ পেছেঞ্জাৰ ট্ৰেইনেৰে তেওঁলোক শালনা বাগিচালৈ যাবলৈ আহিছিলনে?

সোধা নহ'ল। তেওঁৰ নেপালী, ভজা চাউল খোৱা মানুহ কাকো একো কথা সোধা নহ'ল।

জাহাজ অহা নাই, ৰাতিবোৰ বাগৰি গৈ আছে।

বৰুৱাহঁতক আৰু সিহঁতৰ ট্ৰাংক, হ'ল্ড-অলবোৰ নমাই দি 'এক ছিংগল' চাহ আৰু 'কল-বিস্কুট' এটা নাকে-কাণে গিলি লৈ গৰুগাড়ীখনৰ গাড়োৱানটোৱে উভতি কাঠনিবাৰী গাঁৱৰ মাজে মাজে গৈ ইমানপৰে চাগৈ বৰুৱাহঁতৰ দেউতাকে চাকৰি কৰা চাহ বাগানখন পালেগৈ। ঘাটত জ্বলাই নিয়া লেমটোৰ টিমিক-টামাক পোহৰকণ চাগৈ ইমানপৰে নিৰ্বাপিত হ'লগৈ। সেই টিমিক-টামাক পোহৰত গচকি-বচকি অহা কাঠনিবাৰীৰ ধূলিয়ৰী বাটৰ গাড়ীখনৰ চকা দুটাই চাগৈ এক অদ্ভুত ৰহস্যময়তা প্ৰদান কৰিছিল— সেই ৰাতি, কাঠনিবাৰী ঘাটৰ সেই ৰাতি। জাহাজ নহা সেই ৰাতি।

মমবাতিৰ ক্ষীণ পোহৰ এটা জিলিকি আছিল। আৰু বৰুৱা আৰু তাৰ বায়েকে সেই পোহৰতে আহি আহি বুটৰ ভিতৰত তেওঁৰ লাগেজ খোৱা টাইবিলিৰ কাষতেই হ'ল্ড-অলটো মেলি দিলে। 'বুটৰ ফিটিফিটীয়া আন্ধাৰত তামৰ বাকচ, ৰং, আলকাতৰা, শুকান মাছ,

পোৰা কয়লাৰ' সমাহাৰ। জাহাজ অহাৰ আগতে খালাচীহঁতে খোৱা-বোৱাত ব্যস্ত।

আৰু মমবাতিৰ ক্ষীণ পোহৰত তেওঁ দেখিলে হ'ষ্ট-অলত্ত তুই তুই মমবাতিৰ পোহৰত ইংৰাজী কিন্তু আলোচনী এখন পঢ়ি থকা বকুলৰ শিতানত বহি আছে সেই ছোৱালীজনী, যাৰ স্বামী চাইকেল এক্সিডেন্ট হৈ হাস্পতালত পৰি আছে। খোপাৰ ওৰণিৰ তলত এখন পৰিপূৰ্ণ মুখ আৰু কপালত এটা ৰঙা সূৰ্য— কাঠনিবাৰী ঘাটত ব্ৰহ্মপুত্ৰৰ বুকুত ডুব যোৱা ৰঙা সূৰ্য।

নাই আজি মহিম বৰাৰ সেই কাঠনিবাৰী ঘাট। মোৰ দৃষ্টিৰ পৰিসীমাৰ ভিতৰত নাই ব্ৰহ্মপুত্ৰ, নাই ডুবা তাত ৰঙা সূৰ্য।

শীৰ্ণ বৰজান নদীয়ে আঁতৰৰ পৰা মোক সুধিলে— তুমি আহত হৈছা নেকি তুমি বিচাৰি অহা কাঠনিবাৰী ঘাট নোহোৱা হোৱা দেখি?

ঘাট ভেটি ধৰা ভৰা আঘোণৰ বালিচৰে মোক সুধিলে— তোমাৰ স্বপ্নভংগ হৈছে নেকি নদীৰ আকুলতা নেদেখি?

নাই হোৱা। কাঠনিবাৰী ঘাটক লৈ মোৰ কোনো স্বপ্ন নাছিল। কিন্তু মোৰ আছিল এক স্মৃতিগন্ধা মন, যাৰ সুবাসে যোৱা যত্দিন মোক আডষ্ট কৰি ৰাখিছিল। সিপাৰে শিলঘাটত এদিন স্তব্ধ হৈ যোৱা নদীঘাট দেখি মই মৰ্মাহত হৈছিলো। কলীয়াভোমোৰাই দুয়োপাৰ বান্ধি পেলোৱাৰ পাছত বন্ধ হৈ গৈছিল নদীঘাট।

এখন দলঙৰ জন্মৰ লগে লগে মৃত্যু হৈছিল শিলঘাটৰ সেই ঘাট— এই ঘাটলৈকেতো আহিব নেপালী গৰিয়াল, চাউল ভজা চোবাই খোৱা মানুহ, বকুল, ওৰণি তলৰ এখন গোল মুখ। আৰু তেওঁ। ৰাতিৰ জাহাজত।

শিলঘাট বন্ধ হ'বৰ লগে লগেই হয়তো বন্ধ হৈ গৈছে কাঠনিবাৰী ঘাট। একাই গৈছে হয়তো কাঠনিবাৰী ঘাট। কাঠনিবাৰীত জীয়াই ৰখা মমতাৰ সকলো বন্দী। আজি সেই কাঠনিবাৰী ঘাট নেদেখি মই আহত হোৱা নাই। আজিও, পঞ্চাশ বছৰৰ পাছত, সেই কাঠনিবাৰী ঘাটক বিচাৰি এনেকি আঘোণৰ এক বিয়লি বেলা এই বালি চাপৰিলে ভাগলি মেলা মোৰ মনটোক এনেকৈ সজীৱ কৰি ৰখাৰ কাৰণে মই কিতাপৰ পাতৰ সেই 'কাঠনিবাৰী ঘাট'ক মোৰ হৃদয়ভৰা কৃতজ্ঞতা জনালো।

সমুখত খোজ দিব নোৱৰা বালিচৰ। সেই বালিচৰকো মই জনালোঁ হৃদয় আকুল কৰা অপাৰ প্ৰাৰ্থনা— তুমি যেন এই আবেগ আৰু আবেগ লৈয়ে বৈ থাকা যেনেকৈ এক আঘোণৰ বেলি ডুবা পৰত কাঠনিবাৰী ঘাটক বিচাৰি অহা এক স্মৃতিগন্ধা মনক পঞ্চাশ বছৰৰ আগৰ এক মৰহা ফুলৰ সুগন্ধি সতুমকৈ বিচাৰি ল'বৰ বাবে প্ৰেৰণা দিবলৈ।

জাহাজ আহিল। ৰাতি পুৱাৰৰ পৰত জাহাজ আহিল। কিন্তু যেতিয়ামতি ঘৰিব লাগিব জাহাজৰ। বালিত লাগি ধৰিছিল। কিবা এটা বেয়া হ'ল।

যোৰহাটৰ পৰা জাহাজ আহিল। সেই জাহাজত যোৰহাটৰ পৰা তিনিছিন্দটৰ সম্বন্ধীয়া ভায়েক একনো আহিল। মামু।

আৰু মামুৱে লৈ আহিছে যেই সংবাদ!

আৰু তেওঁ? তেওঁৰ চাহ বাগানৰ চাকৰি বিচাৰি বিচাৰি ঘূৰি ফুৰা ভেগাবণ্ড জীৱনৰ বহুদিন আৰু বহু ৰাতিৰ মাজত আজিৰ এই ৰাতিটো আছিল এটা বিশেষ ৰাতি।

আৰু, সেই ৰাতি পুৱাওঁতেই তেওঁ শিলঘাটলৈ বোৱা নাৱত উঠিল। লগত বকুল আৰু বকুলৰ বাইদেৱেক— যালৈ আহিছিল কাম হুৰ্প আৰু ন' ৰবী লিখা এখন টেলিগ্ৰাম— যিখন টেলিগ্ৰাম পোৱাৰ ইমান দিনৰ পাছতো তেওঁলোকে যোৰহাটলৈ নোযোৱা দেখি সম্বন্ধীয় দেওৰ মামু জাহাজত আহি কাঠনিবাৰীঘাট পাইছিলহি।

নাও যিমানেই শিলঘাটৰ ওচৰ চাপিবলৈ ধৰিলে, সিমানেই মনটো উকঙা লাগি আহিল তেওঁৰ। তেওঁৰ ভেগাবণ্ড জীৱনটোত কাঠনিবাৰী ঘাটত কালি পাৰ হোৱা ৰাতিটোৱে আজি পুৱাটো এনেদৰে কিয় উকঙা উকঙা লগাই থৈ গ'ল? কাক সোধো মই? সন্মুখৰ এই বলুকাক? দূৰৰ সৌ ঝাওবনক?

'বকুলৰ বাইদেৱেকৰ ফোঁটটো তেওঁৰ দৰে দপমপাবলৈ ধৰিছে। টৌবোৱে যেন ফোঁটটো ভাগ বাটি লৈ যাব।' কিয় এই অনুভৱ তেওঁৰ?

'কেতিয়াবা যোৰহাটলৈ গ'লে বাইদেউৰ তালৈও যাব, ঠিকনা মনত আছে নহয়?' আছে।

তেওঁ যাবনে বাৰু যোৰহাটলৈ?

'আৰু, কাঠনিবাৰী ঘাটেদি যাবলগা হ'লে আমাৰ বাগানৰ ঘৰলৈ যাবই।'

তেওঁ যাবনে বাৰু বাগানৰ ঘৰলৈ?

হয়তো তেওঁ কেতিয়াবা যোৰহাটলৈ যাব। কিন্তু বাইদেৱেকৰ তালৈ? মই নাজানো।

হয়তো তেওঁ কাঠনিবাৰী ঘাটেদি যাব কেতিয়াবা। কিন্তু বাগানৰ ঘৰলৈ? মই নাজানো।

কাক সোধো মই? পুবাৰ সেই দপমপীয়া সূৰ্যটোক? কি উত্তৰ আছে সেই সূৰ্যটোৰ ওচৰত মোৰ এই প্ৰশ্নৰ?

'ককাইদেউৰ মটৰ এক্সিডেণ্ট হৈ পিছদিনাই সকলো শেষ।' কথাখাৰ কৈ উত্তেজনাত ঘামিছিল মামু।

যোৰহাটলৈ যোৱা পুৱা ন বজাৰ বাছত ছেকেণ্ড ছীটত বহি আছিল বকুল আৰু বাইদেৱেক। মামুৰ কথা তেওঁলোকে শুনা পোৱা নাছিল।

মামু জাঁপিয়াই বাছত উঠিল। পাৰত কঁপি থাকিল এখন নদী, এখন নাও। আৰু শিলঘাট! আঁতৰত কাঠনিবাৰী ঘাট।

আৰু তেতিয়া টৌবোৱে ফোঁটটো ভাগ ভাগ কৰি লৈ গ'ল।

আজি আঘোণৰ এই কুঁৱলীসনা গধূলি কাঠনিবাৰী ঘাটত বৈ সন্মুখৰ এই উদাসী বালিচাপৰিক মই প্ৰাৰ্থনা কৰি কৈছোঁ— তেওঁক কোৱা, তেওঁ যেন নাযায় যোৰহাটলৈ, নাযায় বাগানৰ ঘৰলৈ।

কিন্তু, মই কামনা কৰিছোঁ ভেগাবণ্ড, জীৱনত অ'ত-ত'ত ঘূৰি-ফুৰি এদিন তেওঁ কাঠনিবাৰী ঘাটলৈ আহক। আঘোণৰ এক বিয়লি বেলা লাহেকৈকৈ, যোনাবাৰী গে'টেৰে দুই কিলোমিটাৰ তেওঁ পকী ৰাস্তাৰে আহক, তিনি কিলোমিটাৰ তেওঁ শিল দিয়া ৰাস্তাৰে আহক। নিৰে-

পোহৰে আহি ধূলিয়ৰী বাটত খোজ পেলাই তেওঁ কাঠনিবাৰী ঘাট পাওকহি। এই ঘাটত তেওঁৰ বাবে ৰৈ থাকিব মাথোঁ ধূসৰ বৰণৰ ৰাশি ৰাশি বলুকা। শাৰী শাৰী ঝাওবন।

আকাশত থাকিব তেতিয়া ৰূপালী আঘোণ।

তেওঁৰ হৃদয়ৰ ধূলিয়ৰী বাটেদি ধূলি উৰুৱাই আহি থাকিব এখন গৰুগাড়ী। আঘোণৰ বতাহে কঁপাই দিব গৰুগাড়ীৰ সমুখৰ সেউজীয়া পৰ্দাখন। আৰু পৰ্দাৰ সিপাৰে কঁপি থাকিব এখন অস্পষ্ট আকাশ।

এটা ট্ৰাংক, এটা হ'ল্ড-অল্, এটা ফ্লাস্ক নামিব গৰুগাড়ীৰ পৰা। কাঠনিবাৰী ঘাটত।

# ৫।

## স্মৃতিগন্ধা

নৈখন পাৰ হৈয়ে যিখন চহৰত সোমালো, তাৰ নাম ডুমডুমা। নৈখন, যাৰ দলংখনত কোনো নাম নাই, সেইখনৰ নাম ডুমডুমা। ঠিক এই ঠাইৰ পৰা, য'ত কিলোমিটাৰ পোষ্টত ডুমডুমা শূন্য বুলি লিখা আছে, পঞ্চবন্থলৈ থাকিল ছয় শ পঁইষষ্ঠি কিলোমিটাৰ আৰু পূৱলৈ চৈখোৱাঘাটলৈ চৌব্বিশ কিলোমিটাৰ।

এইখন কাৰ চহৰ ডুমডুমা, যাক বিচাৰি বিচাৰি মই এই প্ৰান্তৰ পাইছোঁহি? এই চহৰ নিৰোদ চৌধুৰীৰ চহৰ ডুমডুমা। সেয়েহে তেওঁৰ আত্মজীৱনী হিচাপে প্ৰকাশ পোৱা কিতাপখনৰ নাম 'ডুমডুমা ডুমডুমা'। এই কিতাপখন হাতত লৈ মই প্ৰবেশ কৰিছোঁ এইখন চহৰ ডুমডুমালৈ। এইখন এখন স্বপ্নৰ চহৰ। নিৰোদ চৌধুৰীৰ স্বপ্নৰ চহৰ ডুমডুমা।

মাকুম নামৰ সৰু জংশ্যনটো পাৰ হৈ ৰাষ্ট্ৰীয় ঘাইপথ ৩৭ ৰে আহি আহি এই চহৰত সোমালো। এইছোৱা পথত মোৰ সৈতে আহি থাকিল কেইবাখনো মনোমোহা চাহ বাগিচা— হাপজান, শুকানগুৰি-হিলিকা, হাসচৰা। মোৰ কাষে কাষে এইছোৱা পথ আহি আছিল কিছুমান সৰু সৰু ৰে'ল ষ্টেশ্যন— ব্ৰডগজ লাইনৰ ওপৰেদি— মহকুমা জংশ্যন, হাঁহচৰা, ডুমডুমা টাউন।

বাওঁফালে চহৰখনৰ প্ৰথমটো পথ— নিৰোদ চৌধুৰী পথ। এটা ঠেক, কেঁচা আলিবাট।

হালধীয়াত ক'লা ৰঙেৰে এখন ছাইনবৰ্ড— 'নিৰোদ চৌধুৰী পথ'। হৃদয় মোৰ স্পৰ্শী গ'ল এই ছাইনবৰ্ডখনে। আচলতে এই ছাইনবৰ্ডখনেই যেন টানি আনিছিল মোক আৰু মোৰ দৰে বহুতকে, উজনিৰ এই সৰু চহৰখন ডুমডুমালৈ।

'ডুমডুমা'— নামটোৱেই মোৰ ৰোমাণ্টিক ৰোমাণ্টিক লাগে। হয়তো এই চহৰখনৰ এই নামটো কেতিয়াও ইমান ৰোমাণ্টিক যেন নালাগিলহেঁতেন, যদিহে ইয়াত অসমীয়া সাহিত্যৰ এজন অতিশয় ৰোমাণ্টিক গল্পকাৰ আৰু ঔপন্যাসিক নিৰোদ চৌধুৰীৰ জন্ম নহ'লহেঁতেন।

আচলতে মই নিৰোদ চৌধুৰীৰ চহৰ ডুমডুমা বিচাৰি ডুমডুমালৈ আহিছোঁ। তেওঁ সশব্দে বিচৰণ কৰি আছে মোৰ হাতত থকা এই কিতাপখনত— 'ডুমডুমা ডুমডুমা'।

এই চহৰখনত নিৰোদ চৌধুৰীয়ে বিচাৰি পাইছিল জীৱনৰ অপূৰ্ব স্বাদ। এইখন আছিল উজনি অসমৰ একমাত্ৰ চহৰ— য'ত কামৰূপৰ মানুহ কিছুমান ব্যৱসায় কৰিবলৈ আহি এসময়ত কামৰূপীয়া গোন্ধ থকা এটা ক'লনী গঢ়ি তুলিছিল। তেনেকৈয়ে আহিছিল এদিন নিৰোদ চৌধুৰীৰো দেউতাক নলবাৰীৰ সানেকুছি গাঁৱৰ পৰা এই চাহ গছেৰে আৱৰা সৰু চহৰ ডুমডুমালৈ। মৰাণ, মটক, কছাৰী, সোণোৱাল আদি বিভিন্ন জনগোষ্ঠীৰ মিলনভূমি এই চহৰ ডুমডুমাৰ আছে চাহ গছৰ পাতৰ সুবাসেৰে নিমজ্জিত এক বিচিত্ৰ সাংস্কৃতিক ৰূপৰেখা। প্ৰাক্-স্বাধীনতা কালৰ ব্ৰিটিছ অধ্যুষিত এই ডুমডুমা চহৰ আৰু তাৰ দাঁতিয়ে-কাষৰে থকা মনোমোহা চাহ বাগিচাবিলাকত গঢ় লৈ উঠিছিল অন্য এক সংস্কৃতি। আৰু এই সকলোবোৰৰ মাজতেই ডাঙৰ-দীঘল হৈ শৈশৱ-কৈশোৰ-যৌৱনৰ বহু বহুমূলীয়া সময় এইবোৰতে পাৰ কৰি নিৰোদ চৌধুৰীয়ে দি গৈছে অসমীয়া সাহিত্য জগতলৈ কোনো কালে পাহৰিব নোৱৰা মনোৰম গল্প আৰু উপন্যাস সম্ভাৰ। এই সকলোৰেইতো সাঙুৰি তেওঁৰ এই উপন্যাসসদৃশ আত্মজীৱনীখন-- 'ডুমডুমা ডুমডুমা'।

অসমত সহঃঅভিনয়ৰ পাতনি মেলিছিল ডুমডুমাত সৈনিক শিল্পী ব্ৰজনাথ শৰ্মাই। ১৯০৪ চনত স্থাপিত হৈছিল ডুমডুমাৰ নাট্যমন্দিৰ— আজিৰ আজাদ ৰোডত। সপ্তাহটো ব্যৱসায়-বাণিজ্য কৰি পাৰ কৰা ডুমডুমাৰ মানুহখিনিয়েই গঢ় দি তুলিছিল এই নাট্যমন্দিৰ। চৰকাৰী চাকৰিয়াল, চাহ বাগিচাৰ কৰ্মচাৰী— সকলোৰে হৃদয়ৰ আছিল এই নাট্যমন্দিৰ। এই মঞ্চটিৰ বাবে দৃশ্যপট আঁকিছিল ডিব্ৰুগড়ৰ বিখ্যাত শিল্পী মুক্তিনাথ বৰদলৈয়ে। বৰদলৈয়ে ৰোহিণী কুমাৰ বৰুৱাৰ 'মনোমতী' কথাছবিখনত 'কেঁহোৰাম'ৰ চৰিত্ৰত অভাবনীয় অভিনয় কৰিছিল। বহু সময়ত মূল অসমীয়া নাটকৰ অভাৱত বাংলাৰ পৰা অসমীয়ালৈ অনুবাদ কৰি এই নাট্যমন্দিৰত মঞ্চস্থ কৰা হৈছিল। 'হিন্দু বীৰ', 'মেৱাৰ সন্ধ্যা', 'ছত্ৰপতি শিৱাজী'। এই মঞ্চলৈ আহিছিল ফণী শৰ্মা। এই মঞ্চৰ এক উল্লেখযোগ্য তাৰকা আছিল ডুমডুমাৰ ব্যৱসায়ী উমা মেধি। আত্মজীৱনীখনত দীঘলীয়াভাৱে জীৱনী লেখকে ডুমডুমাৰ এই নাট্যমন্দিৰটোৰ বিষয়ে আলোচনা কৰিছে। কিন্তু তেওঁ আক্ষেপেৰে ৰোমন্থন কৰিছে যে এই এশ বছৰীয়া নাট্যমন্দিৰটোৰ বিষয়ে ইতিহাস সম্বলিত গ্ৰন্থ এখন লিখিত হ'ব পাৰিলেহেঁতেন, কিন্তু নহ'ল। মই বিচাৰি বিচাৰি, মানুহক সুধি সুধি আজাদ ৰোডৰ এই অসমীয়া নাট্যমঞ্চখন চাবলৈ গৈছিলো, যি নিৰোদ চৌধুৰীৰ এই আত্মজীৱনীখনত এটা উল্লেখযোগ্য চৰিত্ৰ

আছিল। এতিয়া এইটো নতুনকৈ নিৰ্মিত অৱস্থাত আছে। এয়া 'ডুমডুমা অসমীয়া পূজা আৰু নাট্যমন্দিৰ সমিতি'। ইয়াৰ গে'টখনৰ দাতা জে এন ডেকা। নাজানো ২০০৪ চনত এশ বছৰ পূৰ্ণ হোৱা এই নাট্যমন্দিৰটোৰ য'ত অসমৰ প্ৰথম সহঃঅভিনয়ৰ সূচনা হৈছিল কত দিনৰ আগতে, কোনে, কেনেকৈ শতবৰ্ষ পালন কৰিছিল। নগৰখনত সোমায়েই প্ৰথম আজাদ ৰোডলৈ যোৱাৰ মোৰ মূল ইচ্ছাটো আছিল ব্ৰজনাথ শৰ্মাক কোনেও নেদেখাকৈ এবাৰ প্ৰণিপাত জনাবলৈ।

তাৰ পিছতেই মই ঢাপলি মেলিছিলো 'নেহৰু পথ'লৈ। ডুমডুমা ভ্ৰমণৰ মোৰ মুখ্য কাৰণ আছিল এই 'নেহৰু পথ'। কিয়? বিচিত্ৰ এই প্ৰশ্নৰ উত্তৰ। কলেজৰ গৰমৰ বন্ধৰ এদিন। গুৱাহাটীৰ পৰা নিৰোদ চৌধুৰী আহিছিল এই 'নেহৰু পথ'ৰ নিজৰ ঘৰলৈ। এদিন তেওঁ দেখিলে, ঘৰৰ সন্মুখৰ ৰাস্তাটোৰে বগা ছুট-পেণ্ট পিন্ধা মূৰত 'ফ্ৰেল্ট হেট' লগোৱা, মুখত দীঘল পাইপ এডালেৰে এক ইউৰোপিয়ান চাহাব কাৰো ফালে নোচোৱাকৈ খোজকাঢ়ি গৈ আছে। এই দৃশ্য বহুদিন তেওঁ লক্ষ্য কৰিলে, আৰু এদিন তেওঁ জানিলে, সকলোৰে তাচ্ছিল্যৰ পাত্ৰ এই বিদেশী মানুহজন 'পগলা চাহাব'। আৰু এদিন এই 'পগলা চাহাব'ক অনুসৰণ কৰি কৰি তেওঁ সোমালগৈ 'পগলা চাহাব'ৰ বাগিচা এখনৰ বঙা টিনপাতৰ বঙলা এটাত। আৰু এই বঙলাতেই তেওঁ আৱিষ্কাৰ কৰিলে এক অভাবনীয় পৰিৱেশ, যাৰ আছে মাথোঁ কৰুণ সুৰ আৰু শীতল উৎকণ্ঠা। এই 'পগলা চাহাব'ক তেওঁ ৰূপান্তৰ কৰিলে তেওঁৰ সাহিত্যিক জীৱনৰ অমূল্য গল্প 'চামেলি মেমচাব'ৰ সেই সুবিখ্যাত 'বাৰ্কলে চাহাব'লৈ। ড° ভূপেন হাজৰিকাৰ সেই মনোৰম সুৰেৰে সজীৱ 'অ' বিদেশী বন্ধু', এই বাৰ্কলে চাহাব, আৰু চামেলিৰ প্ৰণয়-কৰুণ জীৱনৰ সন্ধান কৰিবলৈকে যেন মই সংগোপনে আহি নেহৰু পথৰ গুলঞ্চ ফুলৰ এখন চোতাল বিচাৰি ফুৰিছিলো। এই পথেৰেই অসমীয়া সাহিত্য, অসমীয়া চিনেমাৰ এক যুগান্তকাৰী নায়ক এসময়ত খোজকাঢ়ি গৈছিল। সেই গুলঞ্চজোপাৰ তলতেই নিৰোদ চৌধুৰীয়ে তেওঁক প্ৰথম আৱিষ্কাৰ কৰিছিল। মোৰ কোনো আক্ষেপ নাই সেই গুলঞ্চজোপা মই বিচাৰি নোপোৱাত-- বিচাৰি যে আহিছিলো, তাতেই মোৰ তৃপ্তি!

ডুমডুমাক যুগমীয়া কৰি এই ৰোমাণ্টিক সাহিত্যিকগৰাকী নিৰোদ চৌধুৰীয়ে আৰু বহু মনোৰম গল্প-উপন্যাস ডুমডুমাৰ পটভূমিত লিখি থৈ গৈছে। এই চহৰতেই কোনোবা এজনী ছোৱালীক ল'ৰাৰ সাজ-পোছাক পিন্ধাই ল'ৰাৰ দৰে কৰি ৰাখিছিলো। এই ঘটনাটোকেই কেন্দ্ৰ কৰি তেওঁ লিখিছিল সেই গল্প 'অংগে অংগে লোভা'। তেওঁৰ আন এক মনস্তাত্বিক গল্প 'বৈজয়ন্তী', চাহ বাগিচাৰ পটভূমিত সেই মনোমোহা উপন্যাস 'নাম ৰাখিলো বাসৱী', এইবোৰে যেন মোক মোহাচ্ছন্ন কৰি ৰাখিছে আজি ডুমডুমাৰ এই জুৰ দুপৰীয়া। স্মৃতিত শত শতফুল বিচাৰি যেন ডুমডুমা মই চলাথ কৰিম! ডুমডুমাৰ কোন সেই আজিৰ অচিন ড্ৰাইভাৰ, যাক কেন্দ্ৰ কৰি কৰি এই ডেকা ঔপন্যাসিকগৰাকীয়ে লিখিছিল 'সেভ সেটেল'?

আৰু ডুমডুমাৰ সমাজ জীৱনৰ এটা অনুপম চৰিত্ৰ 'সক কাইটি'। সক কাইটিৰ জীয়েকৰ নাম হাচনাহানা। 'নামটোৰ মই প্ৰেমত পৰিছিলো। সেইটো নামেৰে মই এখন উপন্যাসেই লিখিছিলো। পুনৰ মুদ্ৰিত উপন্যাসখনৰ নাম দিছিলো 'মেঘৰ ছাঁ'। এয়া অকপট স্বীকাৰোক্তি

আছিল ডুমডুমাৰ প্ৰেমত আকণ্ঠ ডুবি থকা ঔপন্যাসিক নিৰোদ চৌধুৰীৰ।

আৰু 'ডুমডুমা ক্লাবৰ পটভূমিত মই উপন্যাস এখনো লিখিছিলো। সম্পূৰ্ণ ক্লাবভিত্তিক নহ'লেও মূল চৰিত্ৰ এটাক মই ক্লাবৰ পৰিৱেশত জীপ দিছিলো। উপন্যাসৰ নাম 'স্মৃতি গন্ধা'।' ডুমডুমাৰ আকাৰৰ, সমাজ জীৱনৰ যিমানবোৰ চহৰ অসমত আছে, নিশ্চয় সেই সকলোবোৰৰ ভিতৰত ডুমডুমা একমাত্ৰ আৰু একক চহৰ— যাক কেন্দ্ৰ কৰি কোনো এক সাহিত্যিকে অসমীয়া ভাষাত ইমানবোৰ গল্প-উপন্যাস সৃষ্টি কৰি ঠাইখনকেই মহিমামণ্ডিত কৰি থৈ গৈছে।

ডুমডুমাৰ সমাজ জীৱন তেনেই সীমিত প্ৰচাৰিত, কিন্তু চহৰখনৰ সেই পুত্ৰ নিৰোদ চৌধুৰীয়ে বহু যুগলৈকে চহৰখনক অসমীয়া সমাজ জীৱনৰ সৈতে পৰিচয় কৰাই গৈছে তেওঁৰ কলমৰ চিয়াঁহীৰে।

উদ্দেশ্যবিহীন নহয়, বৰঞ্চ উদ্দেশ্য লৈয়ে মই প্ৰায় উদ্‌ভ্ৰান্ত হৈ ঘূৰি ফুৰিছোঁ নিৰোদ চৌধুৰীৰ ডুমডুমাত। যেনিয়ে-তেনিয়ে গৈছোঁ ৰাস্তাবোৰেদি— গংগাধৰ চৌধুৰী পথ, বিবেকানন্দ শৰণি, ভূপেন ডেকা পথ, ধৰ্মকান্ত গোহাঁই পথ, লক্ষ্মীনাথ বেজবৰুৱা শৰণি, কত পথ-উপপথ। ক'ত আছিল দেৱেন বৰুৱা, পিয়েৰছন চুৰিটা, ছত্ৰ গোপাল কৰ্মকাৰ, হৰিহৰ চৌধুৰী? এঠাইত মাৰোৱাৰী দোকান এখনৰ সন্মুখত ডেকা ল'ৰা এজনক আগ্ৰহেৰে সুধিলো— 'আশাৰাম সিং ভগবানৰ গোলাখন ক'ত আছে? দুশ-তিনিশমান পাৰ চৰাই আছিল তাত!' তেওঁ মূৰ জোকাৰিলে। নাজানে! তাৰ কাৰণে মোৰ কোনো খেদ নাই। আশাৰাম মোৰ মনৰ মাজত এক 'সুগভীৰ অনুভৱ হৈ সজীৱ হৈ থাকিব— তেওঁ মোৰ প্ৰিয় লেখকজনৰ আত্মজীৱনীৰ কেইবাখিলাও পাতত সজীৱ হৈ থকাৰ দৰে!

ডুমডুমা টাউন কমিটীৰ কাৰ্যালয়ৰ আগেদি গ'লো। কোন আছে ইয়াৰ চেয়াৰমেন? এই কমিটীৰ প্ৰথমজন চেয়াৰমেন আছিল এজন ব্ৰিটিছ চাহাব, মিষ্টাৰ উড্। এজনক সুধিলো বাটতে পাই— 'কপ কুটিৰ চিনি পায়? গুৱাহাটী মেডিকেল কলেজৰ যে প্ৰিন্সিপাল আছিল ডাক্তৰ দীপালী দত্ত, তেওঁৰ ঘৰ।' নাপায়। মোৰ আৰু তেওঁক সুধিবলৈ সাহস নহ'ল— হৰি বৰকাকতি? শীতৰ কোনো এক বগা সন্ধিয়া?

১৯৪৮ চনৰ এইখন ডুমডুমা হৰলাল উচ্চতৰ মাধ্যমিক বিদ্যালয়। আজি বন্ধৰ দিন। সন্মুখত এইখন খেলপথাৰ। ল'ৰাকেইটামানে ক্ৰিকেট খেলি আছে। এইখনৰ নাম এতিয়া ডুমডুমা টাউন ফিল্ড। নিৰোদ চৌধুৰীৰ আত্মজীৱনীখনৰ এটা উল্লেখযোগ্য চৰিত্ৰ এই টাউন ফিল্ড আৰু তাৰ কাষত তেতিয়া থকা টাউন ক্লাব। ভালেবোৰ পৃষ্ঠাজুৰি ইউৰোপিয়ান ক্লাব, টাউন ক্লাব আদিয়ে সমগ্ৰ আত্মজীৱনীখনকে এক অপৰূপ গৰিমা বোলাই গৈছে। স্মৃতিৰ শতদল ফুলাবলৈ লেখকে এই নিৰ্জীৱ স্মৃতিচিহ্নসমূহক তেওঁৰ মনৰ প্ৰাংগণত মুকলিকৈ মেলি দিছে। যুদ্ধৰ সময়ৰ ব্ৰিটিছ-নিগ্ৰোৰ বহু মনোমোহা কাহিনী এসময়ত এইখন চহৰৰ এইবোৰ চুকে-কোণে থূপ খাই আছিল। আজি সেইবোৰ মোৰ হৃদয়ত একো একোপাহ মাথোঁ স্মৃতিগন্ধা। মই আলফুলে চাই ৰ'লো টাউন ফিল্ডখনলৈ— এই যেন কওঁ কওঁ কৰিছে— ইয়াত এসময়ত নিৰোদ চৌধুৰী ...।

এইটো ৰাস্তাৰেই গৈছিল নেকি 'ট্ৰাকভৰ্তি বিয়াগোম বিয়াগোম চেহেৰাৰ এজাৰ ক'লা আমেৰিকান নিগ্ৰো সৈনিকবোৰ।' দ্বিতীয় মহাসমৰৰ সেই দিনবোৰৰ নিৰোদ চৌধুৰী আছিল অপৈণত বয়সৰ; তেওঁ হৃদয়েৰে উপলব্ধি কৰিব পৰা নাছিল সেই মহাসমৰ— 'পৰা হ'লে কিজানি এখন চাঞ্চল্যকৰ উপন্যাসেই লিখিব পাৰিলোহেঁতেন। এটা সোণালী সুযোগৰ পৰা মই কৰুণভাবে বঞ্চিত হ'লো।' আমাৰ দুৰ্ভাগ্য— আমিও বঞ্চিত হ'লো।

ষ্টেশ্যনৰ ক'লা-হালধীয়া ৰঙৰ নেমপ্লেটত লিখা আছে DUMDUMA TOWN। 'সৰু মৰমলগা এখন টাউন।' নিৰোদ চৌধুৰীৰ যৌৱনৰ দিনৰ 'নিজাম' নামৰ এক সুহৃদ বন্ধুৱে এসময়ত এই ক'লা-হালধীয়া ৰঙৰ নেমপ্লেটখন লিখিছিল। সময়ে তাত হয়তো আৰু বহু ৰং সানি গৈছে। কিন্তু মই যেন ঁিৰিকি ঁিৰিকি দেখা পাইছোঁ সেই সুহৃদ বন্ধুৰ দাতনী হাতৰ অযুত কঁপনি, যি মোৰ স্মৃতিৰ বীণাৰ বহুকেইডাল তাঁৰত একেলগে জোকাৰি গৈছে।

পুৰণি পুৰণি ডাক বাংলোবিলাক বিচাৰি বিচাৰি সেইবোৰত এখন্তেকৰ বাবে সোমোৱাটো মোৰ এটা পুৰণি অভ্যাস। তাৰেই বশবৰ্তী হৈ ডুমডুমা চহৰৰ ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষতে থকা পি ডব্লিউ ডিৰ আই বিটোত উঠি গ'লো ওপৰমহলালৈ। আচলতে এই আই বিবিলাকৰ চৌকিদাৰবিলাকে বহু পুৰণি কথা জানে। তেনেকুৱা এটা মতলব লৈয়ে মই চৌকিদাৰ হৰেশ্বৰ মেধিক সুধিছিলো— তেওঁ জানে নেকি কোনখন চাহ বাগিচাৰ সেই 'পগলা চাহাব'ক লৈ আমাৰ দৰদী লেখকে 'চামেলি মেমচাব' লিখিছিল। হাজোৰ শনিআটীত ঘৰ মেধিৰ। নাজানে তেওঁ। পঁচিশ বছৰ তেওঁ ডুমডুমাত আছে। মই যদি থাকিলোহেঁতেন পঁচিশ বছৰ ডুমডুমাত! হৰেশ্বৰ মেধিলৈ মোৰ ঈৰ্ষা হ'ল।

গোপীনাথ বৰদলৈ পথ, শাস্ত্ৰী পথ, কলীয়াপানী পথ নগেন্দ্ৰ নাথ ডেকা পথ এৰি মই এইবাৰ যিটো পথ ধৰিলো, সেয়া ধলালৈ যোৱা ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ। মোৰ সৈতে আহি আছে চিৰ সেউজৰ সেই চাহ বাগিচাবোৰ-- বিশ্বকুপি, টিফুক, খোবাং। আৰু নিৰোদ চৌধুৰীৰ ডুমডুমাৰ ঘৰৰ ওচৰৰ সেই নিজাম নামৰ ল'ৰাজনে এসময়ত ক'লা-হালধীয়া ৰঙেৰে লিখা নেমপ্লেটৰ ৰে'ল ষ্টেশ্যনবোৰ— ৰূপাই, তালাপ, ডাঙৰী।

'বিধবাৰ দৰে শুদা বুকু লৈ এখন ঠাই বৈয়ে গ'ল। নাম ডাঙৰী। এই ডাঙৰীয়েই মোৰ এই ভ্ৰমণৰ অন্যতম প্ৰধান আকৰ্ষণৰ থল। ডুমডুমাৰ মাজেদি এই সৰু ঠাই ডাঙৰীলৈ চলিছিল মিটাৰগজ লাইনত এখন ৰে'ল— ডিব্ৰু-চৈখোৱা ৰে'ল। ব্ৰহ্মপুত্ৰৰ উপাৰত চৈখোৱা। সিপাৰে চাপাখোৱা-শদিয়া। এসময়ত এই ৰে'লখন হেনো বন্ধ হৈ গৈছিল আৰু তাৰেই পটভূমিত নিৰোদ চৌধুৰীয়ে 'দৈনিক অসম'ত লিখিছিল এটা প্ৰবন্ধ— 'এখন ৰে'লৰ মৃত্যুত'।

এই সৰু ঠাই ডাঙৰীৰ বুকুত সোমাই আছে সপ্তম শ্ৰেণীৰ সৰু ল'ৰা নিৰোদ চৌধুৰীৰ জীৱনৰ বহু ডাঙৰ এক অধ্যায়। আত্মজীৱনীখনৰ বহুকেইটা পৃষ্ঠাত এই 'শুদা বুকু'ৰ ডাঙৰীখনে তেওঁৰ জীৱনৰ ইমানবোৰ সুগন্ধি ডাঙৰী চপাই থৈছে যে তাৰ বলতে সমগ্ৰ আত্মজীৱনীখন আমোলমোলাই আছে স্মৃতিগন্ধাৰ অজস্ৰ সুবাসেৰে।

গাড়ী-মটৰৰ ভিৰ নাই এই ৰাষ্ট্ৰীয় ঘাইপথত। চৈখোৱাঘাট আছিল এসময়ত এই

ৰে'ললাইনৰ শেষ ষ্টেশ্যন। পঞ্চাশ চনৰ ভূমিকম্পত এই ষ্টেশ্যনটো নিঃচিহ্ন হোৱাত এতিয়া ডাঙৰীয়েই দক্ষিণ পাৰত পূব অসমৰ শেষৰটো ৰে'ল ষ্টেশ্যন। এই ডাঙৰীৰ গাতে লাগি থকা সদাশিৱ চাহ বাগিচাখনত নিৰোদ চৌধুৰীৰ দেউতাকৰ এখন গেলামালৰ দোকান আছিল। তাতেই থাকি নিৰোদ চৌধুৰী এদিন ডাঙৰী হাইস্কুলৰ সপ্তম শ্ৰেণীত নামভৰ্তি কৰিছিল। হনলাল স্কুল ডুমডুমাত তেতিয়াও স্থাপন হোৱা নাছিল।

পথৰ দাঁতিৰ মানুহ এজনে মোক দেখুৱাই দিলে সদাশিৱ বাগিচালৈ যোৱা বাটটো। নিৰ্জন দুপৰত মই সুবাসিত সদাশিৱ বাগিচাত প্ৰৱেশ কৰিলো। কিয়? মই নিজেই নাজানিলো। নিজকে সুধি চাইছোঁ— সেই গেলামালৰ দোকানখন বিচাৰি আহিছোঁ? এই প্ৰশ্নৰ সঁচা উত্তৰ মই অস্বীকাৰ কৰিব নোৱাৰো। ক'ত আছিল সেই দোকান? এই লুংলুঙীয়া বাগিচাৰ ৰাস্তাটোৰেই হয়তো এসময়ত এক কিশোৰ হাতত কিতাপ-বহী লৈ ডাঙৰী হাইস্কুলৰ এটা অচল টিউবৱেলৰ কাষেদি এজোপা বগৰী গছৰ তলেদি বেৰ নোহোৱা কোঠালি এটাত তেওঁ প্ৰৱেশ কৰিছিল। প্ৰথমদিনাই কিছু সোনকালে স্কুললৈ যোৱা মই ক্লাছ ছেভেনৰ নিৰ্দিষ্ট ক্লাছৰুমলৈ গৈ শ্ৰেণীত শুনিছিলো কেইটিমান ৰংচঙীয়া ছাগলীৰ বে-বেৰনী।'

মই এই স্কুলখনৰ সন্মুখত থিয় হৈ ৰ'লো। ডাঙৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়। স্থাপিত ১৯১৬ চনত। বন্ধ দিনৰ স্কুল। নিৰ্জন, উকা পৰিৱেশ। সেই অচল টিউবৱেলটো তাত নাই, নাই বগৰীজোপাও। সুদূৰ অতীতত এটা বছৰ এই বিদ্যালয়খনে এজন কিশোৰক ৰংচঙীয়া ছাগলীৰ বে-বেৰনীৰে আদৰণি জনাই জীৱনত যি আদিপাঠ শিকাইছিল, তাৰ নিদৰ্শন সমগ্ৰ অসমীয়া সাহিত্যানুৰাগীয়ে পাছৰ দিনবিলাকত গভীৰভাৱে অনুভৱ কৰিছিল। সেই সদাশিৱ বাগিচা, সেই বাগিচাৰ টিউবৱেল, সেই দোকানৰ সন্মুখেৰে যোৱা ট্ৰলী লাইন, এই সকলোবোৰে সেই কিশোৰক এনেদৰে মোহাচ্ছন্ন কৰি ৰাখিছিল যে জীৱনৰ সন্ধিয়া পৰত আত্মজীৱনীখনত তেওঁ লিখিছিল 'সদাশিৱ বাগিচাৰ স্মৃতি, কিন্তু মোৰ মনত এক মচিব নোৱৰা স্মৃতি।'

এক কিলোমিটাৰমান গাঁৱৰ বাটেৰে আহি আহি মই আকৌ ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথত উঠিলো। এই গাঁৱৰ বাটেৰেই তেওঁ এদিন আহি সদাশিৱ বাগিচা এৰিছিল, ডাঙৰী এৰিছিল— ডাঙৰীৰ সেই বুকু শুদা কৰি এৰি আহিছিল। লগত লৈ আহিছিল অলেখ স্মৃতি, আৰু স্মৃতি— গোপী মাউতৰ স্মৃতি, সাধু চকীদাৰৰ স্মৃতি, ৰামু চৰ্দাৰ আৰু বহুতো। গাঁৱৰ এই বাটটোৰে আহি থাকোঁতে ময়ো লৈ আহিছোঁ কোনো এক অনামী স্মৃতিৰ সুবাস— হয়তো সেয়া স্মৃতিগন্ধাৰ সুবাস।

ঋতুৰাজ, পঞ্চানন, নিৰ্জুলি, হিমু— এখন এখনকৈ বাছবোৰ বিপৰীত ফালৰ পৰা আহি আছে। আৰু মই ডাঙৰী, তালাপ, ৰূপাই এৰি এৰি আহি আছোঁ সন্মুখৰ বাটেদি।

এইখন চহৰ মই ডুমডুমা এৰি আহিলো। ডুমডুমা নাট্যমঞ্চৰ ধন কাইটি, মাইনৰ স্কুলৰ শিক্ষক সঞ্জীৱ বৰুৱা, ডুমডুমাৰ দেওবৰীয়া হাট, ডুমডুমা ক্লাবৰ পিটাৰ জেমছ, গ্ৰেণ্টাৰ্ছ ষ্টোৰছৰ মেনেজাৰ ইউনুছ আলী, ডুমডুমা টী কোম্পানীৰ ছুপাৰিণ্টেণ্ডেণ্ট পি কেচৰ্বৰ্ণ, সাংবাদিক নীৰেন বৰুৱা, সত্যনাৰায়ণ বুধীয়াৰ গাদী। কিমানক মনত পেলাম? শেষেই নহয় দেখোন এই তালিকা! স্মৃতিৰ অতল গহ্বৰত তেওঁলোক আজি নীৰৱে শুই আছে, হয়তোবা

কোনো এক বগা কাগজত কোনো এক কলমৰ আগেদি তেওঁলোক প্ৰাণ পাই উঠিব কোনো এক স্মৃতি সন্ধ্যাত।

মই ককো নজগাওঁ। শুই থাকক সদাশিৱ বাগিচা, কপাই চাইদিং, নিজাম। এই সকলোবোৰেই এদিন সজীৱ-সজাগ হৈ এটা কলমৰ আগেদি নিজৰি নিগৰি ওলাই আহি যোগাই দিছিল অসমীয়া সাহিত্যৰ ভোগজৰা। সেই কথা সুঁৱৰি শ্ৰদ্ধাতে মোৰ শিৰ নত হৈ পৰিছিল নেহৰু ৰোডত সেই গুলঞ্চজোপালৈ, আৰু কিমানলৈ! সেই ভোগজৰাটিয়ে বাকি দিয়া অমৃত সুধাৰ পৰশত জুৰ পৰিছিল বহুতো তৃষ্ণাৰ্ত কণ্ঠ। তাৰ স্মৃতিকে বুটলি সাৱটি মই আহি আছোঁ। পাৰ হ'লো এই নদী— ডুমডুমা নদী।

যেন এই নদীৰ দুয়োপাৰে ফুলি আছে নিৰ্জন ব'হাগৰ নিমাত দুপৰৰ জেঙা স্মৃতিগন্ধা— যাৰ সুবাস বিচাৰিয়ে মই আহিছিলো এই নদী পাৰলৈ।

# ৬।

# কাজললতা, কফি হাউছ, মধুশালা আৰু মান্না দে'

এনেকৈ লিখিব পাৰি—

*কাজললতা তোমাৰে নাম*
*শীতলতা নাই*
*কাজলসনা দুচকুৰে*
*জুই ছটিয়াই* (ড' নিৰ্মলপ্ৰভা বৰদলৈ)

নতুবা, এনেকৈ যদি লিখোঁ—

*কফি হাউসেৰ সেই আড্ডাটা আজ আৰ নেই*
*কোথায় হাৰিয়ে গেলো সোণালি বিকেলগুলো সেই*
*আজ আৰ নেই* (গৌৰীপ্ৰসন্ন মজুমদাৰ)

কোন দৰদী কণ্ঠই হিয়া উজাৰি দিব বুলি আগলি বতৰা পাই নিৰ্মলপ্ৰভা বৰদলৈয়ে লিখিছিল সেই গীতটি? কোন সেই ৰৌদ্ৰস্নাত কণ্ঠত নিগৰি নিগৰি পৰিব বুলি উমান লৈ

গৌৰীপ্ৰসন্ন মজুমদাৰে লিখিছিল সেই গীতটো? এই কণ্ঠ সুষমা, এই কণ্ঠ লালিত্য, এই মন্ত্ৰমুগ্ধ সুৰ, এই হৃদয় জুৰোৱা লয়, মাথোঁ এটা কণ্ঠৰ বাবে। সেই কণ্ঠ মান্না দে'ৰ কণ্ঠ।

কাৰ কৰ্ণনাৰে আমাৰ গীতিকাৰে লিখিছিল সেই কাণ্ডলণ্ডাৰ গীতটি, নাজানো। নিখিলেশ, ময়দুল, দিচুজা, সুজাতাৰ হাতত কঁপি থাকিছিল কফি হাউছৰ কফিকাপ। কঁপি থাকিছিল কফি হাউছ, সুনীল গংগোপাধ্যায়, বুদ্ধদেৱ ভট্টাচাৰ্য, অপৰ্ণা সেনৰ আড্ডাত। আজি কফি হাউছৰ সেই আড্ডা আৰু নাই। সেয়েহে হৃদয় বিদাৰি অহা শব্দৰে গৌৰীপ্ৰসন্ন মজুমদাৰে লিখিছে কফি হাউছৰ সেই মোহময় আড্ডাৰ কিননি আৰু ক্ষোভ-দুখ-বেদনা-অভিমানেৰে হৃদয় উজাৰি দিছে মান্না দে'ই সেই গীতটিত।

২০০৩ চনৰ এক মে'ৰ দিনা কলকাতাৰ নেতাজী ইণ্ডোৰ ষ্টেডিয়ামত ইণ্ডিয়ান এয়াৰলাইনছৰ সহযোগিতাত হেমন্তাঙে আয়োজন কৰিছিল এক আটকধুনীয়া কাৰ্যসূচী— সন্ধিয়া ৫.৩০ বজাত। ইয়ালৈ নিমন্ত্ৰিত হৈছিল পশ্চিমবংগৰ ক্ৰীড়া মন্ত্ৰী সুভাষ চক্ৰবৰ্তী বিশেষ অতিথি হিচাপে। আৰু এই অনুষ্ঠানৰ প্ৰধান অতিথি আছিল পশ্চিমবংগৰ মাননীয় ৰাজ্যপাল বীৰেন জে শাহ। এই বৰ্ণীয় অনুষ্ঠানটো আছিল সংগীত শিল্পী মান্না দে'ৰ শিল্পী জীৱনৰ ষাঠি বছৰ সম্পূৰ্ণ হোৱা উপলক্ষে এক শ্ৰদ্ধাৰ্ঘ্য অনুষ্ঠান।

তেনেহ'লে ১৯৪৩ চনটোতেই আৰম্ভণি আছিল ভাৰতবৰ্ষৰ আন এগৰাকী প্ৰখ্যাত সংগীত শিল্পী মান্না দে'ৰ। সেই বছৰটোত মহেশ ভাটৰ কথাছবি 'ৰামৰাজ্য'ত 'বাল্মিকী'ৰ চৰিত্ৰৰ বাবে মান্না দে'ই গীত গাইছিল। ১৯৪৩ চনত প্ৰথম গোৱা এই গীতটিৰ হিচাপ ধৰিয়েই ২০০৩ চনটো শিল্পীগৰাকীৰ গায়ক জীৱনৰ ষাঠি বছৰ সম্পূৰ্ণ হোৱা বুলি ধৰা হয়।

কলেজৰ ছাত্ৰ অৱস্থাত মান্না দে' নিজে আছিল ই'পাৰ্টী গানৰ শ্ৰোতা। কিন্তু তেওঁৰ ওপৰত দৃষ্টি পৰিল দৃষ্টিহীন খুৰাক কৃষ্ণ চন্দ্ৰ দে'ৰ ভাৰতীয় ক্লাছিকেল সংগীতৰ শিল্পী কৃষ্ণ চন্দ্ৰই দুই ভতিজাক প্ৰবোধ চন্দ্ৰ আৰু প্ৰভাস চন্দ্ৰক সংগীতৰ জগতলৈ টানি আনিলে। ইতিমধ্যে ডাঙৰজন ভতিজা প্ৰবোধ চন্দ্ৰই কলিকতাৰ বিদ্যাসাগৰ কলেজৰ পৰা স্নাতক ডিগ্ৰী লৈ গুণা-গঁথা কৰি আছে— কি কৰিব তেওঁ, ওকালতি কৰিব নে সংগীত শিল্পী হ'ব? কৃষ্ণ চন্দ্ৰই নিউ থিয়েটাৰৰ ব্যস্ত সংগীত জীৱনৰ মাজতেই সময় উলিয়াই এই ডাঙৰ ভতিজাকক সংগীত সুধাৰ মাজত নিমজ্জিত কৰিবলৈ প্ৰয়াস কৰিলে। প্ৰবোধ চন্দ্ৰক তেওঁ "মান্না দে" কৰিলে।

আৰু, লগে লগে আৰম্ভ হ'ল এক সুদীৰ্ঘ পৰিক্ৰমা।

কৃষ্ণ চন্দ্ৰৰ ওচৰত মান্না দে'ই প্ৰথম শিক্ষা ল'লে চ্ৰুপদী সংগীতৰ। তাৰ পাছত খেয়াল, ভজন। নিজৰ ঘৰখনত এক সাংগীতিক পৰিৱেশ আছিলেই; সেই যে অন্নপূৰ্ণা পূজাৰ ৰাতি, ওৰেৰাতি বহে জলসা, চক্ষু খান আহে তবলা বজাবলৈ, ভবিষ্যদৰ্শিন খানে হাৰমনিয়াম বজায় বজায় গায় ঠুমৰি।

এই পৰিৱেশৰ পৰা এদিন কৃষ্ণ চন্দ্ৰ দে'ই মান্না দে'ক লৈ গ'ল বোম্বেলৈ। অশেষ কষ্ট, অশেষ সাধনা। ইয়াত সকলো গীতেই ভিত্তি কৰে শাস্ত্ৰীয় সংগীতৰ ওপৰত।

আৰু, সংগীতৰ এই বিশাল সমুদ্ৰত লাহে লাহে ডুবি দিলে মান্না দে'ই। এদিন সাগৰে

মান্না দে'ক জুখিলে নে মান্না দে'ই সাগৰক জুখিলে— মান্না দে' হৈ পৰিল সমুদ্ৰৰ দৰে গভীৰ কণ্ঠৰ সংগীত শিল্পী।

তাৰ পাছৰ দিনবোৰ জয়-পৰাজয়ৰ দিন বুলি বিবেচিত হওক বা নহওক, কিন্তু সেইবোৰ আছিল বৰ্ণনীয়, মোহনীয় আৰু অবিস্মৰণীয়। অক্লান্ত শ্ৰম, অপৰ্যাপ্ত সাধনা আৰু অপ্ৰতিৰোধ্য গতিশীলতাৰ জৰিয়তে মান্না দে'ই নিজৰ বাবে বিচাৰি উলিয়ালে সমগ্ৰ দেশজুৰি এখন সুপ্ৰতিষ্ঠিত আসন।

নিজস্ব এক শৈলীৰে মান্না দে'ই গান গাবলৈ ধৰিলে। বোম্বেলৈ যোৱাৰ আগতে তেওঁ গাইছিল ৰবীন্দ্ৰ সংগীত, নজৰুল গীতি, বাউল সংগীত। তাৰ পাছত টপ্পা, ঠুম্ৰি, ভজন, কাৱালী, সকলোতে তেওঁ নিজৰ কণ্ঠ প্ৰয়োগ কৰিলে। আজীৱন গীতৰ চৰ্চা কৰি অহা এই সাধনাব্ৰতী শিল্পীগৰাকী সদা সন্ত্ৰস্ত আছিল গাবলগীয়া গীতটিৰ প্ৰতিটো শব্দ শুদ্ধকৈ বুজি, তাৰ শুদ্ধ উচ্চাৰণ কৰাত। শুদ্ধভাৱে গীতৰ প্ৰতিটো শব্দ বুজি উঠাৰ পাছত চলে অসংখ্যবাৰ ৰিহাৰ্ছেল। ৰেকৰ্ড কৰাৰ আগমুহূৰ্তলৈকে চলে অবাধ ৰিহাৰ্ছেল।

আৰু, জীৱনৰ প্ৰতি মুহূৰ্তৰ পৰাই মান্না দে'ই আহৰণ কৰি লয় গীতৰ সুৰ, তাল-মান-লয়। গংগাৰ বুকুৰেদি নাও বাই যোৱা নাৱৰীয়াৰ কথোপকথন, বা বিহাৰী চাহৰ দোকানীৰ হাই-কাজিয়াৰ মাজত মান্না দে' নিমগ্ন থাকে নিজৰ গীতত দিবলগীয়া সুৰ-উদ্ধাৰ কাৰ্যত। সৃষ্টিৰ আছে অফুৰন্ত উৎস। মাথোঁ উদ্‌ঘাটন কৰা সেই আকৰ, কৰি যোৱা সৃষ্টি। ৰচি যোৱা সুৰ।

এয়া পটভূমি। তাৰ পাছত তেওঁ সৃষ্টি কৰি গৈছে বিভিন্ন সুৰ। নাই, কোনো অসুবিধা নাই কোনটো ভাষাত তেওঁ সুৰ দিছে গীতত, কোনটো ভাষাত তেওঁ কণ্ঠ দিছে গীতত।

এই সুৰ সাধনাৰ ফলতেই হেজাৰ হেজাৰ গীতৰ তেওঁ সৃষ্টি কৰি গৈছে। মান্না দে'ৰ সেই কণ্ঠেৰে নিজৰি পৰিছে ভোজপুৰী যুৱকৰ প্ৰেমগীত, মালায়ালম মাছমৰীয়াৰ সমুদ্ৰপ্ৰীতি, পাঞ্জাবী খেতিয়কৰ ভূমি বন্দনা, কাশ্মীৰী বৃদ্ধৰ বুকুৰ যাতনা, অসমীয়া কথাছবিৰ মদাহীৰ মুখত ৰাতিৰ গমগমীয়া আন্ধাৰৰ আঁৰে আঁৰে বিস্তাৰিত প্ৰকৃতি আৰু জীৱনৰ নৃশংসতা। মান্না দে'ৰ বাবে এইবোৰ সকলো মাথোঁ সাধনাৰ ফল— এয়া কোনো ঈশ্বৰপ্ৰদত্ত ফল নহয়।

'কত দূৰে আজ নিয়ে যাবে গো'। এইটো আছিল মান্না দে'ই ৰেকৰ্ড কৰা প্ৰথম বাংলা আধুনিক গীত। 'ৰাম ৰাজ্য'ৰ হিন্দী গীতটো গোৱাৰ দহ বছৰৰ পাছতহে তেওঁ বাংলা গীত ৰেকৰ্ড কৰিছিল। সেই সময়বোৰ আছিল বাংলা কথাছবি জগতৰ আন দুগৰাকী প্ৰথিতযশা গায়কৰ যুগ। বাংলা ছবিৰ নায়ক চৰিত্ৰত অভিনয় কৰা শিল্পীসকলৰ বাবে এই সময়ছোৱা শ্যামল মিত্ৰ আৰু হেমন্ত কুমাৰৰ বাবে প্লে-বেক কৰাৰ বাবে যেন বিশেষভাৱে সংৰক্ষিত। গভীৰ কণ্ঠৰ মান্না দে'ই সেই জগতত স্থান বিচাৰি হতাশ হৈছিল। আনফালে, বোম্বেত সুধাকণ্ঠৰে বহু নায়কক ৰূপালী পৰ্দাত প্ৰতিষ্ঠিত কৰি আহি বাংলা ছবিত মান্নাৰ এই অৱস্থা আছিল অবৰ্ণনীয়। এতিয়াও, অজস্ৰ সফল বাংলা গীত গোৱা সত্ত্বেও আজিও, আজিৰ প্ৰজন্মৰো মান্না দে'ক মূলতঃ বোম্বেৰ এজন সফল গায়ক হিচাপেহে যেন চিহ্নিত কৰি

ৰাখিছে। হ'ব পাৰে এয়া পশ্চিমবংগৰ সংগীতানুৰাগীসকলৰ অভিমান— তেওঁলোকে অনুভৱ কৰে, মান্নাই যেন বাংলাৰ বাহিৰে অন্য ভাষাৰ গীতবোৰতহে সুধাৰ গাগৰিটো বেছিকৈ বগৰাই দিছে।

এই দ্বন্দ্ব, এই ঘাত-প্ৰতিঘাতৰ মাজেদি জীৱনৰ আশীটা বছৰ পাৰ কৰা মান্না দে' আজি বাংগালোৰৰ নিজ বাসভৱনত মালায়ালমী পত্নী সুলোচনাৰ সৈতে এক নিৰ্বাক, নিস্পৃহ জীৱন পাৰ কৰিছে নেকি? নহয়, তেওঁ আজিও, আশী বছৰ বয়সত তুলসী শৰ্মাৰ ওচৰত গান শিকি আছে, বাগান কৰিছে আৰু সেই যে যৌৱনত উত্তৰ কলিকতাৰ নিজ ঘৰৰ কাষত ক্ৰিকেট খেলিছিল, এতিয়াও অতি নিয়মিতভাৱে টেলিভিচনত খেল চাই আছে।

আৰু, তাৰ মাজে মাজে উচপিচাই আছে আজিৰ সংগীতৰ জগতখনৰ কাণ্ড-কাৰ্য দেখি।

এখন এখনকৈ যদি মান্না দে'ই গোৱা গীতবোৰৰ ৰেকৰ্ডবোৰ বজোৱা শুনা যায়— গুণগুণনিৰ পৰা খৰমানলৈকে ভাহি আহিব বাঠি বছৰৰ সুদীৰ্ঘকালৰ, বহু যুগৰ অনন্য সুধাকণ্ঠ। আচলতে তেওঁ মহম্মদ ৰফিও নহয়, শ্যামল মিত্ৰও নহয়, কিশোৰ কুমাৰো নহয়, হেমন্ত কুমাৰো নহয়। অথচ এই আটাইকেইজনৰ সৈতে দ্বৈত সংগীতত বা এওঁলোকৰ বিকল্প হিচাপেও মান্না দে'ক আদৰি ল'ব পাৰি। সম্পূৰ্ণভাৱে ক্লাছিকেল সুৰত আশোক কুমাৰৰ ওঁঠত মান্নাৰ কণ্ঠ যিদৰে খাপ খায় যায়, সম্পূৰ্ণ পাশ্চাত্য সংগীতৰ তালত মেহমুদৰ বাবেও মান্নাক সহজে আদৰি ল'ব পাৰি।

এই ভিন্নতাৰ বাবেই জয়দেৱ, সলিল চৌধুৰী, ৰবীন্দ্ৰ জৈন, ৰাহুল দেৱ বৰ্মন, লক্ষ্মীকান্ত-প্যাৰেলাল, শংকৰ-জয়কিষণ আদি ভিন্ন দৃষ্টিভংগীৰ সংগীত পৰিচালকসকলৰ নিৰ্বাচন— মান্না দে'। শকীল বাদায়ুনী, নীৰজ, গুলজাৰ, আনন্দ বক্সী, ৰাজা মেহদী আলী খান, শৈলেন্দ্ৰ আদিৰ কলমৰ পৰা ওলোৱা গীতবোৰেও মান্নাকেই বিচাৰি যায়। ধৰ্মমূলক লোকগীত, গজল, পপ মিউজিক, দেশপ্ৰেমমূলক, কাৱালী, ৰোমাণ্টিক, বিচিত্ৰ পৰিৱেশত বিচিত্ৰ সুৰত গান গাই আহি মান্না দে' পৰিচিত হৈছে এইবোৰ ভাষাৰ শ্ৰোতাৰ আপোনজন হিচাপে— অসমীয়া, বঙালী, হিন্দী, তেলেগু, মালায়ালম, কানাড়ী, উড়িয়া, তামিল, সিন্ধী, ৰাজস্থানী, কাশ্মিৰী, মাৰাঠী, পাঞ্জাবী।

অনেকবোৰ পুৰস্কাৰ, অনেকবোৰ সম্বৰ্ধনা, সম্মানেৰে উজ্বল হৈ থকা এই যুগান্তকাৰী শিল্পীগৰাকী এক যেন অনাবিল, অবিনশ্বৰ অপ্ৰতিৰোধ্য সত্তা। এক যেন কিংবদন্তী!

নিবিড়-গভীৰ জীৱনৰ প্ৰচ্ছন্ন ছায়াত শান্ত-সমাহিত এক সুখ ললিতা, সুখ সুষমা যেন মূৰ্ত হৈ উঠিছে মান্না দে'ৰ হৃদয় উজাৰি অহা কণ্ঠ ঝংকাৰত। কাৰোবাৰ বাবে যে-কেক কথা, দুৰ্গাপূজাৰ বতৰত নতুন গানৰ ৰেকৰ্ড উলিওৱা এই মহিমামণ্ডিত কাৰুকাৰ্যতেই তেওঁ যেন বিচাৰি পাইছে জীৱন।

ভাৰতীয় সবাক কথাছবিৰ শিশু অৱস্থাতেই কণ্ঠশিল্পী হিচাপে বাজকৰাভাৱে আত্মপ্ৰকাশ কৰা মান্না দে'ই নিজৰ প্ৰতিভা আৰু সাধনাক যথাযথভাৱে বিকশাই তুলি কেইবা দশকো ধৰি ভাৰতীয় সংগীত জীৱনত, সংগীতৰ পৃথিৱীত অভাৱনীয় গ্ৰহণযোগ্যতা গঢ়ি তুলিছে। তাৰেই প্ৰমাণ ভিন্ন ভিন্ন ভাষাত তেওঁ গোৱা গান।

অসমীয়া ভাষাত মান্না দে'ক আচলতে গান গোৱাৰ কথা ক'লেই এটা গানেই পোনে পোনে মনলৈ আহে— 'দিনৰ পোহৰ ৰঙচঙীয়া...'। 'অৰণ্য' কথাছবিখনৰ সেই গীতটি। এজন মদাহীৰ মুখত (বিজয়শংকৰ ৰূপায়িত) এই গীতটি মান্না দে'ৰ কণ্ঠত ইমান সজীৱ আৰু বাস্তৱ আছিল যে বিজয়শংকৰ, যাৰ ওঁঠত সাধাৰণতে ভূপেন হাজৰিকাৰ কণ্ঠহে খাপ খায় বুলি ভবা হয়, মান্না দে'ই সেই ধাৰণাকো যেন ভুল প্ৰতিপন্ন কৰি তুলিলে। অসমীয়া কথাছবি জগতত এই গীতটি চিৰকালৰ বাবে এক অপূৰ্ব সংযোজন হিচাপে চিহ্নিত হৈ ৰ'ব।

'অৰণ্য'ৰ আগতেও 'অপৰাজেয়' আৰু 'অৰণ্য'ৰ পাছতো 'অপৰূপা' কথাছবিত মান্না দে'ই গীত গাইছিল। কেশৱ মহন্তৰ ৰচনাত 'এইখন বাৰী ফুলনি আছিলে' আৰু 'আকৌ এবাৰ লগ পাওঁ যদি' গীত দুটিও মান্না দে'ৰ গীতৰ কৰণিৰ দুপাহি সুগন্ধি ফুল। কিন্তু এই গীতটি, ড° লক্ষহীৰা দাসৰ ৰচনা— 'মন দাপোণত কেতিয়াবা মই নিজৰ ছবিকে চাওঁ', যেন সকলো চেৰাই গৈছে। কি অপূৰ্ব! অনন্য!

শিল্পীগৰাকীক যদি বাছিবলৈ দিয়া হয় নিজে গোৱা পাঁচটামান গান— মই ভাবোঁ, অজস্ৰ তেওঁৰ গানৰ মাজৰ পৰা এই গানটো নিশ্চয় তেওঁ বাছি ল'ব— 'কাজললতা তোমাৰে নাম শীতলতা নাই...।' কেৱল অসমীয়া ভাষাতে নহয়, তেওঁ যি পোন্ধৰটামান ভাষাত গান গাইছে, সেইবোৰৰ ভিতৰতো এটা অন্যতম সুন্দৰ আৰু শ্ৰেষ্ঠ গান ড° নিৰ্মলপ্ৰভা বৰদলৈৰ ৰচনাৰ— 'কাজলসনা দুচকুৰে জুই ছটিয়াই...'— এই গীতটি। যেন এই গীতটি ড° বৰদলৈয়ে আন কাৰো বাবে নহয়, মাথোঁ, মনে মনে, সংগোপনে, মান্না দে'ৰ বাবেহে লিখি থৈছিল! অসমীয়া সংগীত জগতত এই গীতটি আৰু মান্না দে'ৰ ষাঠি বছৰীয়া শিল্পী জীৱনত এই 'কাজললতা' গীতটি নিশ্চয় অভাৱনীয় আৰু অবিস্মৰণীয় হৈ থাকিল। এই গীতটিৰ বাবে কাক আচলতে ধন্যবাদ দিম, ড° নিৰ্মলপ্ৰভা বৰদলৈক নে মান্না দে'ক? নিশ্চয় দুয়োকে!

নিজৰেই হয়তো হিচাপত নাই, তেওঁ কিমানটা গান গাইছে। তেনেহ'লে ২০০৩ চনত তেওঁৰ ষাঠি বছৰীয়া সংগীত-শিল্পী জীৱনত তেওঁক সন্মান জনাবলৈ এক মে'ৰ দিনা নেতাজী ইন্দোৰ ষ্টেডিয়ামত যি অনুষ্ঠানৰ আয়োজন কৰা হৈছিল, এই সম্পৰ্কত বাতৰি কাগজত যি বিজ্ঞাপন দিয়া হৈছিল, তাত বিশেষ এটা গানৰ উদ্ধৃতি দিয়া হৈছিল। ১৯৪৩ চনতেই প্ৰথম গান গোৱা মান্না দে'ই ১৯৮৩ চনত এই বিশেষ গানটো গাইছিল, যিটোৰেই তেওঁ সমগ্ৰ বাংলা শ্ৰোতাৰ ওচৰত পৰিচিত। আশ্চৰ্যৰ কথা, ইমানবোৰ বাংলা গীতৰ মাজৰ পৰা তেওঁৰ এই বিশেষ গীতটো কিয় উদ্ধৃতিৰ বাবে বাছি লোৱা হ'ল? প্ৰতিজন বাংলা শ্ৰোতাৰ অন্তৰত যিটো গীতেৰে মান্না দে' সোমাই গ'ল, সেইটোৱে আছিল বাতৰি কাগজৰ বিজ্ঞাপনত ওলোৱা এই গীতটো— 'কফি হাউসেৰ সেই আড্ডাটা আজ আৰ নেই...'

কলকাতা মহানগৰীৰ এইটো অতিশয় বিখ্যাত আৰু ব্যস্ত এলেকা— 'বইপাড়া'। ঐতিহ্যমণ্ডিত এই এলেকাটোত আছে সংস্কৃত কলেজ, কলকাতা বিশ্ববিদ্যালয়। ৰাস্তাৰ দুয়োপাৰে শাৰী শাৰী অগণন কিতাপৰ দোকান। যেন হাতত ধৰি টানি লৈ যাব দোকানীবিলাকে নিজ নিজ দোকানলৈ। কিতাপ কিনাৰ যে কোনো নিৰ্ধাৰিত সময় নাথাকে,

বতৰ নাথাকে, ঋতু নাথাকে, তাৰ স্পষ্ট প্ৰমাণ এই 'বইপাড়া'। স্কুল-কলেজৰ নতুন শ্ৰেণীসমূহ আৰম্ভ হোৱাৰ সময়ত ভিৰ লাগে আমাৰ পাণবজাৰত। বাকী সময়ত এই কিতাপৰ দোকানত কিমান ভিৰ হয়? কিন্তু বইপাড়া আৰু বইপাড়াৰ সেই দোকানবোৰত যেন সদায়ে বসন্ত কাল চলে। কিতাপৰ বসন্ত কাল!

এই বইপাড়া এলেকাৰ বংকিম চেটাৰ্জী ষ্ট্ৰীটত আছে ১৫ নং সেই ঘৰটো— ইণ্ডিয়ান কফি হাউছ। কিতাপৰ দোকানবোৰৰ পৰা এইবাৰ জনসমুদ্ৰ বগাই বগাই আহে কফি হাউছৰ চিৰিয়েদি। চিৰিৰ কাষত, দেবালত, অজস্ৰ সম্পূৰ্ণ বা আধাফলা বিজ্ঞাপন, পোষ্টাৰ। যিয়ে যি পাইছে, লগাই গৈছে, লুংলুঙীয়া চিৰিটোৰ মূৰত, দ্বিতীয় মহলাৰ বেৰত লিখা আছে যে ১৮৭৫ চনৰ ২৬ জুলাইত এই এলবাৰ্ট হলত Indian Association (ভাৰত সভা) প্ৰতিষ্ঠিত হৈছিল। এয়াই কফি হাউছৰ ইতিহাস।

পঞ্চত্ৰিশখন সৰু সৰু টেবুলেৰে ভৰি থকা ঘূৰণীয়া ঘৰটো কফি হাউছ। দিনৰ ১২ বজাৰ পৰা ৰাতি ৮ বজালৈ যিকোনো সময়তেই প্ৰতিখন টেবুলেই মানুহেৰে, কফি গিলাচে ভৰি থাকে। বহু সময়ত, বহিবলৈ চকী পাবলৈ কোনোবা উঠি নোযোৱালৈকে বাহিৰত খাপ লৈ বৈ থাকিব লাগে।

কিহৰ কাৰণে কফি হাউছ ইমান ব্যস্ত? কেৱল একাপ গৰম কফি খাবলৈ? নহয়। কেৱল কফি খাবলৈ মানুহ কফি হাউছলৈ নাযায়। কফি হাউছৰ আচল মজাটো হ'ল হাতত কফি একাপ লৈ ঘণ্টাৰ পিছত ঘণ্টা তাত আড্ডা মৰাটো। যি আড্ডা মাৰিব জানে, যি আড্ডা মাৰি ভাল পায়, তেওঁৰ বাবেই এই কফি হাউছ।

এই কফি হাউছলৈ এসময়ত নিয়মিতভাৱে আহিছিল বৰ্তমানৰ পশ্চিমবংগৰ মুখ্যমন্ত্ৰী বুদ্ধদেৱ ভট্টাচাৰ্য। অন্য এজন সঘনে অহা ব্যক্তি আছিল প্ৰসিদ্ধ সাহিত্যিক সুনীল গংগোপাধ্যায়। সৌ খিৰিকীখনৰ ওচৰৰ টেবুলখন যেন বিশেষভাৱে সংৰক্ষিত আছিল প্ৰথিতযশা অভিনেতা সৌমিত্ৰ চেটাৰ্জীহঁতৰ গ্ৰুপটোৰ বাবে। অভিনেত্ৰী-পৰিচালিকা অপৰ্ণা সেন কফি হাউছৰ সৰব আড্ডাৰ অন্যতম অংশগ্ৰহণকাৰী।

কি আড্ডা হৈছিল এই ডেকল বছৰৰ পুৰণি ঘৰটোত? কোঠাটোৰ দুখন বেৰৰ মাজত বিশেষভাৱে ওলোমাই ৰখা চিলিং ফেনবোৰৰ বতাহত টেবুলৰ কফি চেঁচা হৈ গৈছে, আড্ডা কিন্তু তেতিয়া তপত হৈ আছে। কিহৰ আড্ডা?

কিন্তু সেই কফি হাউছৰ সেই আড্ডাটো আজি আৰু নাই বুলি ১৯৮৩ চনত গীতিকাৰ গৌৰীপ্ৰসন্ন মজুমদাৰে অনুভৱ কৰিছিল আৰু মান্না দে'ই সেই অনুভৱখিনি কণ্ঠেৰে উজাৰি দিছিল। কফি হাউছৰ এই গানটোত আছে এসময়ত কফি হাউছলৈ অহা গীতিকাৰ গৌৰীপ্ৰসন্ন মজুমদাৰ, নিখিলেশ, মইদুল, ডিচুজা, ৰমা ৰায়, অমল আৰু সুজাতা।

আৰ্ট কলেজৰ ছাত্ৰ নিখিলেশ সান্যালে নিজে আঁকা বিজ্ঞাপনৰ ছবিৰ বিষয়ে দীঘলীয়া আড্ডা মাৰিছিল কফি হাউছত। চৌৰংগীৰ সেই মায়াময় গ্ৰাণ্ড হোটেলৰ গিটাৰিষ্ট ডিচুজাই একো নুবুজি নিৰ্বাক হৈ সেই আড্ডাত বহি থাকিছিল—

'আৰ্ট কলেজৰ ছেলে নিখিলেশ সান্যাল

বিজ্ঞাপনেৰ ছবি আঁকত
আৰ চোখ ভৰা কথা নিয়ে নির্বাক শ্রোতা হয়ে
দিচুজাটা বসে শুধু থাকত।'

আৰু অমল? 'কবি কবি চেহাৰা, কাঁধেতে ঝোলানো ব্যাগ'। কবি হ'ব খোজা অমলৰ কান্ধত ওলোমাই অনা বেগৰ কবিতাবোৰৰ এটাও ক'তো, কেতিয়াও প্রকাশ নহ'ল। সেই বেগটোৰ পৰা কবিতাবোৰ উলিয়াই উলিয়াই অমলে কফি হাউছত কবিতাৰ বিষয়ে দীঘলীয়া আড্ডা মাৰে।

অফিচৰ 'মেনেজাৰ' নাটকত ৰমা ৰায়ে অভিনয় কৰিছিল। সেই অভিনয়ৰ বিষয়ে আলোচনা কৰিবলৈ তেওঁৰ যেন কফি হাউছেই সর্বশ্রেষ্ঠ স্থান।

বাতৰি কাগজৰ ৰিপ'টাৰ ময়দুলৰ বাবেই যেন আটাইতকৈ বেছি স্কোপ কফি হাউছত আড্ডা মাৰিবলৈ। প্রচুৰ বিষয় ময়দুলৰ হাতত আড্ডা মাৰিবলৈ।

আৰু আহিছিল সুজাতা। সেই সুজাতা।

'ৰোজ ঝৰ-বৃষ্টিতে যেখানেই যে থাকুক
কাজ সেৰে ঠিক এসে জুটটাম
চাৰটেতে শুৰু কৰে জমিয়ে আড্ডা মেৰে
সাড়ে সাতটায় ঠিক উঠতাম।'

সুজাতা-অমলহঁতৰ এই সাতজনীয়া আড্ডা দলটোক কফি বিলাই গৈছে সৌজন বুঢ়া বেটাৰে— মহম্মদ চুলতান তেওঁৰ নাম। তেওঁৰ হাতৰ কিমান কাপ কফি, কিমানখন কফিবিল ময়দুলহঁতৰ টেবুলখনলৈ আহিছিল কোনে ৰাখিছে তাৰ খবৰ? চুলতানে কাৰো আড্ডাৰ কোনো খবৰ নাৰাখে, তেওঁৰ যেন মাথোঁ এটাই চিন্তা— আড্ডাটো যেন চলি থাকে, চলি থাকে। কফি হাউছৰ আড্ডা।

'একটা টেবিলে সেই তিনি-চাৰ ঘণ্টা
চাৰমিনাৰ ঠোঁটে জ্বলত
কখোনো বিষ্ণু দে, কখোনো যামিনী ৰায়
এই নিয়ে তর্কটা চলত।'

পশ্চিমবংগৰ কল্যাণীত আছে ৰাজ্যখনৰ গ্রাম্য উন্নয়ন বিভাগৰ ষ্টেট ইন্সটিটিউট অব ৰুৰেল ডেভেলপমেন্ট। এই প্রতিষ্ঠানৰ লাইব্রেৰীটোত দেখা পাইছিলো যামিনী ৰায়ৰ চিত্রকলাৰ সন্দৰ্ভত কিতাপ কিছুমান, আৰু দেখিছিলো বহু কিতাপ বিষ্ণু দে'ৰ সম্পর্কত। তেনেকুৱা এটা প্রতিষ্ঠানত তেনেকুৱা বিষয়ৰ কিতাপ পোৱা যায়, সেই কথা কল্পনা কৰাটোও টান। ১৯৭১ চনৰ জ্ঞানপীঠ বঁটা বিজয়ী বিষ্ণু দে' কবি হিচাপে বেছি খ্যাতিমান নে প্রবন্ধকাৰ হিচাপে, সেই লৈ সুজাতাহঁতৰ মাজত চলে উত্তপ্ত তর্ক কফি হাউছত, হাতত কফিৰ কাপ লৈ লৈ। যামিনী ৰায়ৰ ছবিৰ ভাষা বুজাৰ শক্তি যেন কেৱল নিখিলেশৰহে আছে। আজি নিখিলেশক জব কৰিব ৰমা ৰায়হঁতে— সিহঁতৰ আজিৰ আড্ডাৰ বিষয়— বাঙালী মধ্যবিত্তৰ প্রচ্ছদভূমিত যামিনী ৰায়ৰ চিত্রকলাত ভাৰতীয় জীৱনৰ দর্শন চিন্তা।

এয়া আছিল কফি হাউছ। গৌৰীপ্ৰসন্ন-মান্না দে'ৰ কফি হাউছ! মহম্মদ চুলতান আজিও আছে, আজিও যেন চলি আছে, আজিও টেবুল ভৰি আছে, মেনেজাৰে বিল বনাই আছে। তেনেহ'লে গৌৰীপ্ৰসন্নই কিয় লিখিছে— কফি হাউছৰ সেই আড্ডাটো আজি আৰু নাই বুলি?

আজি অমলহঁত কোনো আৰু নাহে কফি হাউছলৈ। মান্না দে'ৰ মুখ সেইখিনিতেই। নিখিলেশ সান্যাল গুচি গ'ল পেৰিছলৈ। কোনোবা প্ৰেমিকাৰ প্ৰত্যাখিত প্ৰেমত 'পাগল' হ'ল বমা ৰায়। অমল আজি দুৰন্ত কেন্সাৰত আক্ৰান্ত। ময়দুল গ'ল ঢাকালৈ— খবৰ কাগজৰ মানুহ ময়দুলৰ কোনো খবৰ নাই আজি কফি হাউছত। আৰু দিচুজা? নিস্তব্ধ আজি দিচুজাৰ গীটাৰ। নিৰ্বাক শ্ৰোতা দিচুজা নিৰ্বাক, নিঃসাৰ হৈ 'ঘুমিয়ে আছে যে আজ কবরে।'

'সুজাতাই আজ শুধু সবচেয়ে সুখে আছে

শুনেছিতো লাখপতি স্বামী তাৰ।'

কিন্তু সেই সুজাতাৰ দামী গাড়ী-বাড়ি সকলো থাকিলেও নাই তেওঁৰ সেই মনটো। সেই হেৰাই যোৱা মনটো। তেওঁৰ আজি নাই মাথোঁ এটাই – কফি হাউছলৈ যোৱাৰ মনটো।

কত সপোন জিক্‌মিকাই এই কফি হাউছত! কত সপোন ধূসৰ হয় এই কফি হাউছত। কিন্তু কফি হাউছ থাকি যায়। বহুতো বেদনাৰ শেষত গৌৰীপ্ৰসাদ আজিও আশাবাদী— 'কতজন গেলো, কতজনই আসবে

কফি হাউছটা শুধু থেকে যায়।'

সুগভীৰ কণ্ঠেৰে মান্না দে'ই গোৱা এই গানটো এটা যুগজীয়া গানৰ শাৰীলৈ উধাই গৈছে কেতিয়াবাই। পটভূমিত বাজি আছে গীটাৰ এখন— যেন দিচুজাইহে বজাইছে।

আশী বছৰীয়া জন্মদিনত কফি হাউছত মান্না দে'ৰ শুটিং কৰা হৈছিল এক দূৰদৰ্শনত প্ৰচাৰ কৰিবলগীয়া প্ৰচাৰ কাৰ্যসূচীৰ বাবে। এনে ভাব হয়, যেন কফি হাউছ বাদ দি গানৰ নায়ক মান্না দে'ক কল্পনাই কৰা নাযায় ক'তো আৰু।

নেতাজী ইন্দোৰ ষ্টেডিয়ামৰ সেই সম্বৰ্ধনা সভাৰ প্ৰচাৰ পত্ৰিকাতো সেই গানৰ প্ৰচাৰ— 'কফি হাউছেৰ সেই আড্ডাটা'।

কি কৰিছে, কি ভাবিছে কফি হাউছৰ মান্না দে'ই আজি? নিজৰ জীৱন উজাৰি দিয়া সেই কণ্ঠৰ গৰাকীয়ে আজিৰ প্ৰজন্মৰ গান শুনি কি অনুভৱ কৰে? আজিৰ দিনৰ প্ৰায়ভাগ গানৰ প্ৰতি এই বয়োজ্যেষ্ঠ সুৰকাৰ-গায়কগৰাকী বীতশ্ৰদ্ধ হৈ পৰিছে। কোনো মেজাজ নাই, ৰুচিবোধ নাই, ভাল সুৰ নাই, ভালভাৱে গান গোৱাৰ প্ৰয়াস নাই— এনেবোৰ গানৰ প্ৰতি শ্ৰদ্ধাশীল হ'ব নোৱাৰি আক্ষেপ কৰিছে মান্না দে'ই। তাৰ মাজতো নিষ্ঠাৰে কাম কৰি যোৱা নতুন শিল্পীসকলৰ প্ৰতি তেওঁ নিজৰ আশা ব্যক্ত কৰিছে।

কাবুলীৱালা, চেম্মিন, অৱন্য, প্ৰথম কদম ফুল, মেৰা নাম জোকাৰ, নবাব চিৰাজদৌল্লা, ৰক্ত। কত কি চিনেমাত বিচিত্ৰ উপহাৰ দি আহিছে মান্না দে'ই। সেই মান্না দে'ৰ আন এক উল্লেখযোগ্য ৰবীয় উপহাৰ আছিল 'মধুশালা'। নামেই ইংগিত দিয়ে 'মধুশালা' এক মধুময়

কবিতা সংকলন আৰু সম্প্ৰচাৰ। প্ৰসিদ্ধ সাহিত্যিক, কবি ড° হৰিবংশ ৰায় বচ্চনৰ অন্য এক অমৰ সৃষ্টি সেই দীঘলীয়া কবিতা 'মধুশালা'। এই 'মধুশালা'ত আছে স্বকীয় জীৱনবোধৰ দুই অভিব্যক্তিৰ মূৰ্ত্ত প্ৰকাশ। আৰু এই কবিতাকেই যেতিয়া এটা কেছেটৰ এলবামলৈ ৰূপান্তৰ কৰিবলগীয়া হ'ল, তেতিয়া মান্না দে'ৰ কথাই প্ৰথম আৰু একমাত্ৰ হিচাপে উদ্যোক্তাসকলৰ মনলৈ আহিল। আৰু সৃষ্টি হ'ল এক অপূৰ্ব কেছেট- এলবাম— 'মধুশালা'। হৰিবংশৰ নিজস্ব ষ্টাইলৰ কবিতাটোত মান্না দে'ই ঢালি দিলে তেওঁৰো স্বকীয়তা। দুটা খণ্ডত বিভক্ত এই এলবামটোত প্ৰথম খণ্ডত আছে এক দুৰ্দান্ত যৌৱন আৰু আনটো খণ্ডত মমত্ববোধৰ উপলব্ধিৰে ভৰা জীৱন। জীৱন-যৌৱনৰ সকলো সম্ভাৰ যেন কঢ়িয়াই আনিলে মান্না দে'ই হৰিবংশৰ 'মধুশালা'ৰ পৰা এলবামৰ 'মধুশালা'লৈ। বিভিন্ন কণ্ঠত বহুবাৰ 'মধুশালা' নিজৰি নিজৰি পৰিছে; কিন্তু মান্না দে'ইহে যেন বাকি দিলে পূৰ্ণপাত্ৰৰ মধুশালা।

কাজললতা, গমগমীয়া ৰাতিৰ আন্ধাৰ, বিষ্ণু দে'-যামিনী ৰায়, মধুশালা—এই সকলোবোৰে মধুৰ আৰু উজ্জীবিত স্পৰ্শৰে আজিও ভাৰতীয় গণশিল্পৰ এক যুগান্তকাৰী ধ্বজা সদৰ্পে আৰু সগৰ্বে উৰুৱাই আহিছে এই আশী উত্তীৰ্ণ মান্না দে'ই। নিৰ্মলপ্ৰভা-গৌৰীপ্ৰসন্ন-ভাৰত ব্যাস-হৰিবংশ, সকলোৰে হৃদয় পৰশি আহিছে এই সুধাময় কণ্ঠই। কোন যেন সুদূৰ অতীতৰ ছবি এখন মন দাপোণত চাই নিমগ্ন হৈছে এই জ্যোতিৰ্ময় কণ্ঠই! নিজৰি নিজৰি পৰা এক সুৰ নিজৰা যেন প্ৰবাহিত হৈছে দক্ষিণৰ মৌচুমীত, পূবৰ বৰদৈচিলাত, পশ্চিমৰ মলয়াত, উত্তৰৰ ধুমুহাত। স্থিতপ্ৰজ্ঞৰ দৰে তেওঁ আজিও গান শিকিছে, আশী পাৰ হোৱাৰ পাছতো। যেন কৈ গৈছে--- আপুনি আশী পাৰ হোৱাৰ পাছতো শুনিব মোৰ গান।

# ৭।

# তুমি কোন কাননৰ ফুল

চল্লিশটা বছৰৰ আগতে ১৯৬৭ চনত ড° হেমেশ্বৰ দিহিঙীয়াই নোবেল বঁটাপ্ৰাপ্ত কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ **গীতাঞ্জলি** অসমীয়া ভাষালৈ অনুবাদ কৰি প্ৰকাশ কৰিছিল। সেই প্ৰকাশৰ ত্ৰিশ বছৰৰ পাছত সেই অসমীয়া **গীতাঞ্জলি**খনৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰা হৈছিল। লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰিছিল এই **গীতাঞ্জলি**, ১৯৯৬ চনত।

ড° দিহিঙীয়াৰ **গীতাঞ্জলি**ত আছিল কবিগুৰুৰ মুঠ ১৫৭টা গীতিকবিতা, ১৭৮ টা পৃষ্ঠাত। প্ৰথম সংস্কৰণ অসমীয়া **গীতাঞ্জলি**খন আমি দেখা নাই। দ্বিতীয়খনতো ড° দিহিঙীয়াই কিতাপখন প্ৰকাশৰ আঁৰত তেওঁৰ কোনো বিশেষ মন্তব্য ৰখা নাই, যাৰ দ্বাৰা কি অনুপ্ৰেৰণাত তেওঁ **গীতাঞ্জলি**খন অনুবাদ কৰাৰ হেঁপাহ কৰিছিল বা এই অনুবাদ কাৰ্যত তেওঁৰ কি বিচিত্ৰ অভিজ্ঞতা হৈছিল বা ৰবীন্দ্ৰ গীত-কবিতাৰ সম্পৰ্কত তেওঁৰ নিজস্ব কি ধ্যান-ধাৰণা, সেই কথা জানিব পৰা নগ'ল।

মোৰ হাতত থকা মূল বাংলাৰ **গীতাঞ্জলি**ত ২০০২ চনত প্ৰকাশিত সংস্কৰণটোত বোলপুৰৰ শান্তিনিকেতনত ১৩১৭ শকৰ ৩১ শ্ৰাৱণ তাৰিখে দিয়া 'বিজ্ঞাপন' শীৰ্ষক পৃষ্ঠাটোত দুটা বাক্যৰ কথাখিনিত ৰবীন্দ্ৰনাথ ঠাকুৰে প্ৰথম বাক্যটোতে লিখিছে যে এই গ্ৰন্থ **গীতাঞ্জলি**ৰ প্ৰথম কেইটামান গান পূৰ্বে অন্য দুই-এক গ্ৰন্থত প্ৰকাশিত হৈছে। এইখন

গীতাঞ্জলিতো আছে মুঠ ১৫৭ টা গীত।

কিন্তু কলকাতাৰ 'পুনশ্চ'ই প্ৰকাশ কৰা গীতাঞ্জলি আৰু গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰা গীতাঞ্জলিৰ গানসমূহ একেই ক্ৰমত প্ৰকাশ কৰা হোৱা নাই।

কিন্তু আজিৰ পৰা চল্লিশ বছৰৰ আগতে ড° হেমেশ্বৰ দিহিঙীয়াই ৰবীন্দ্ৰনাথৰ গীতাঞ্জলিক অসমীয়া গীতপ্ৰেমীসকলৰ হাতত তুলি দিয়া সেই অসাধ্য সাধনক সন্মানেৰে স্বীকাৰ কৰিবই লাগিব।

ড° দিহিঙীয়াই সেই গীতাঞ্জলি কিদৰে অসমীয়ালৈ অনুবাদ কৰিছিল, তাৰ দুই-এটি নমুনা চোৱা যাওক। সেই জনপ্ৰিয় গীতটি— 'আজ ধানের ক্ষেতে রৌদ্রছায়াৰ লুকোচুরি খেলা/নীল আকাশে কে ভাসালে সাদা মেঘেৰ ভেলা/আজ ভ্ৰমর ভোলে মধু খেতে উড়ে বেড়ায় আলোয় মেতে/আজ কিসের তরে নদীর চরে চখাচখির মেলা।' ড° দিহিঙীয়াই অনুবাদ কৰিছে— 'ধানভৰা আজি পথাৰখনিত ৰ'দ আৰু ছাঁই খেলিছে খেলা/কোনে ভহালে নীল আকাশত শুকুলা ৰঙৰ মেঘৰ ভেলা/ভোমোৰাই আজি মউ খাবহি পাহৰি গই/পোহৰ চাই উৰে পোহৰত বলিয়া হই/কিহৰ কাৰণে নদৰ চৰত জাকে জাকে আজি পখিৰ মেলা।'

আকৌ, এই গীতটি— 'তুমি কেমন করে গান কর যে গুণী/অবাক হয়ে শুনি কেবল শুনি/সুরের আলো ভুবন ফেলে ছেয়ে/সুরের হাওয়া চলে গগন বেয়ে/পাষাণ টুটে ব্যাকুল বেগে ধেয়ে/বহিয়া যায় সুরের সুরধুনী।' ড° দিহিঙীয়াৰ গীতাঞ্জলিত আছে— 'গায়ক তুমি গোৱা কি যে গীত মোহিনী/অবাক হই শুনো সেই গীত ৰাগিনী/সুৰৰ পোহৰ সিঁচৰি পৰিছে ভুবনত, সুৰৰ বতাহ বইছে নীল গগনত/ভাগিছে পাষাণ লৰিছে ব্যাকুল বেগেৰে/সুৰৰ যমুনা বই যায় ঘৰ সোঁতেৰে।'

মনত ৰাখিবলগীয়া কথা যে এই দুটি গীত বা এনেকুৱা আৰু বহুকেইটা মূল গীতাঞ্জলিত অন্তৰ্ভুক্ত থকা গীত, বাংলা ভাষাত বাংলা শিল্পীৰ কণ্ঠত অতি উচ্চ প্ৰশংসিতভাৱে পৰিবেশিত হৈছে। এই পৰ্যন্ত অসমীয়া ভাষাত নিৰ্মিত ৰবীন্দ্ৰ সংগীতৰ একমাত্ৰ অসমীয়া কেছেটটি 'অৰূপ তোমাৰ বাণী'ত ধুনীয়াকৈ পৰিবেশিত হৈছে আন কেইবাটাও গীতৰ লগতে এই গীতটিও— 'তুমি কেনেকৈনো গান গোৱাহে গুণী/মই শুনো মাথোঁ শুনো।' আকাশবাণী গুৱাহাটীযোগে ৰবীন্দ্ৰ জয়ন্তীৰ দিনা বহবাৰ শুনিছোঁ এই অসমীয়া ৰূপান্তৰটি— 'আজি ধানৰ খেতিত ৰ'দ-ছাঁয়াই লুকাভাকু খেলে...।'

অনুবাদ সাহিত্যৰ ধৰ্ম অনুসৰি ড° দিহিঙীয়াই হয়তো নিজস্ব স্বাধীনতাখিনি লৈছে তেওঁৰ গীতাঞ্জলিত গীতবোৰ অনুবাদ কৰাৰ ক্ষেত্ৰত। কিন্তু অহৰ্নিশে মনত ৰাখিবলগীয়া কথাটো হ'ল— যদিও কোনোবা কালতেই সেই কালত প্ৰচলিত বাংলা ভাষাৰ কথন আৰু লিখন মাধ্যমৰ শব্দ বাছনিৰে কবিগুৰুৱে গীতাঞ্জলিৰ গীতবোৰ ৰচনা কৰিছিল আৰু তাৰ বহু-বহু বছৰৰ পাছত অন্য এক ভাষাত, অন্য এক যুগত, অন্য এক পৰিৱেশত ড° দিহিঙীয়া বা অন্য কোনো অসমীয়া গীতিকাৰে গীতাঞ্জলিৰ গীতবোৰ অসমীয়ালৈ অনুবাদ কৰিছে, তথাপি কওঁ— ৰবীন্দ্ৰনাথক এক অতুলনীয় অনুভৱেৰে ৰবীন্দ্ৰ সংগীতপ্ৰেমী অসমীয়া,

বঙালী, যেইকোনো ভাষাৰ গুণমুগ্ধসকলে নিজৰ হৃদয়ত আসন পাতি স্থাপন কৰি থৈছে। সেয়েহে, অতি দুৰূহ কষ্টৰে ৰবীন্দ্ৰ সংগীতবোৰৰ অনুবাদ কাৰ্য কৰিবলগীয়া হয়, যাতে কোনো ক্ষেত্ৰতেই সেইসকল সংগীতপিপাসুৰে তেওঁলোকৰ মানস দেৱতাগৰাকীক সেই স্থানৰ পৰা চুলিমানো ঠাই ইফাল-সিফাল কৰিবলগীয়া নহয়। এই এক অ অবেক্ষিত লক্ষ্মণৰেখাৰ ভিতৰত থাকি ৰবীন্দ্ৰ সংগীতৰ অনুবাদ কৰোঁ বুলি কাগজ কলম লৈ বহাটো কি কষ্টৰ কাম, নিজে সেয়া কৰি নাপালে কোনোপধ্যে অনুভৱ কৰাটো সম্ভৱ নহয়.

আকাশবাণী গুৱাহাটীযোগে শুনাৰ উপৰি ৰবীন্দ্ৰ সংগীতৰ অসমীয়া অনুবাদ যেনেকৈ মই 'অৰূপ তোমাৰ বাণী' কেছেটটোত শুনিছোঁ, তেনেকৈ কেছেটত মই ৰবীন্দ্ৰ সংগীতৰ অনুবাদ হিন্দী, চাওতালী, সংস্কৃত আদি ভাষাতো শুনিছোঁ। চাওতালী আৰু সংস্কৃত ভাষাৰ অনুবাদবোৰ বাৰু বুজি পোৱা নাই। কিন্তু, আৰতি মুখাৰ্জী, ইন্দ্ৰাণী সেন, উষা উথুপ, কণিকা বেনাৰ্জী আদিয়ে গোৱা জলদ কুমাৰ ভাদুৰী আদিয়ে অনুবাদ কৰা হিন্দী ৰবীন্দ্ৰ সংগীতবোৰো শুনি শুনি বুজিছোঁ, কি কষ্টৰে শান্তিনিকেতনৰ পৰা ৰবীন্দ্ৰনাথক আনি বহুৱাবলগীয়া হৈছিল গানৰ ৰেকৰ্ডিঙৰ ষ্টুডিঅ'ত। কিন্তু সেই কেছেটবিলাক দেখিছিলো কলকাতাৰ পাৰ্ক ষ্ট্ৰীটৰ 'মিউজিক ওৱৰ্ল্ড' দোকানত সোনকালে সোনকালে বিক্ৰী হৈ যোৱা। হিন্দী অনুবাদ কাৰ্যক বাংলা ভাষাৰ ৰবীন্দ্ৰ সংগীতৰ নিয়মীয়া শিল্পী আৰতি মুখাৰ্জী, ইন্দ্ৰাণী সেনহঁতে সোণসেৰীয়া কণ্ঠেৰে সজাই-পৰাই তুলিছিল— ৰবীন্দ্ৰ সংগীতৰ যি মজ্জা তেওঁলোকৰ হাড়ে হাড়ে আছিল, সেয়াইহে তেওঁলোকৰ এই গীতবোৰক সমৃদ্ধ কৰি তুলিছিল · মূল অনুবাদে নহয়।

বহুদিন শান্তিনিকেতনৰ নিবিড় আলিংগনত থাকি আমাৰ কবি নৱকান্ত বৰুৱাৰো শিৰাত প্ৰবাহিত হৈছিল ৰবীন্দ্ৰ সংগীতৰ স্ৰোতধাৰা। গভীৰ প্ৰশান্তিৰে শান্তিনিকেতনে ৰবীন্দ্ৰনাথক নৱকান্ত বৰুৱাৰ হৃদয়ত এক প্ৰত্যয়পূৰ্ণ অনুভৱ দি স্থাপন কৰোৱাই দিছিল। যাৰ ফলত নৱকান্ত বৰুৱাই হাতত তুলি লৈছিল এইকেইটা ৰবীন্দ্ৰ সংগীত 'অৰূপ তোমাৰ বাণী'ত অনুবাদ কৰিবৰ বাবে— নিশি-দিন ভরসা রাখিস (দিনে-ৰাতি বাৰু ভৰসা হ'বই হ'ব), নিবিড় ঘন আঁধারে (নিবিড় ঘন এন্ধাৰত), সংকোচের বিহ্বলতা নিজেরে অপমান, সংকটের কল্পনাতে হোয়ো না ম্ৰিয়মাণ (সংকোচৰ বিহ্বলতাত নিজৰে অপমান, সংকটৰ কল্পনাতে নোহোৱা ম্ৰিয়মাণ), আকাশভরা সূর্য-তারা (আকাশভৰা সূৰ্য-তৰা), অরূপ তোমার বাণী (অৰূপ তোমাৰ বাণী), তুমি কেমন করে গান কর হে গুণী (তুমি কেনেকৈনো গান গোৱা হে গুণী), যদি তারে নাই চিনি গো (যদিওবা তেওঁক নেপাওঁ চিনি), কেন চোখের জলে ভিজিয়ে দিলাম না (কিয় চকুলোৰে তিয়াই নিদিলো), পুরানো সেই দিনের কথা (পুৰণি সেই দিনৰ কথা), ভাঙো বাঁধ ভেঙে দাও (বান্ধ ভাঙি দিয়া)। ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰকাশ গীতৰ কিতাপখন গীতাঞ্জলিত এই দহটা গীত সন্নিবিষ্ট আছে। পূজা, স্বদেশ, প্ৰেম, প্ৰকৃতি, বিচিত্ৰ আদি ভাগত গীতবিতানত গীতসমূহ বিভক্ত কৰা আছে। ৰমেন চৌধুৰীৰ সংগীত ব্যৱস্থাপনাত, দিলীপ কুমাৰ শৰ্মাৰ সংগীত পৰিচালনাত সুৰ্দশনা শৰ্মা, দিলীপ কুমাৰ শৰ্মা, মৈত্ৰেয়ী দাস, বিভুৰঞ্জন চৌধুৰী, মৃদুলা দাস, পুলক বেনাৰ্জী আদি ৰবীন্দ্ৰ সংগীতৰ নিয়মীয়া চৰ্চা কৰা অসমৰ শিল্পীসকলে কণ্ঠদান কৰি গীতকেইটি সুৰৰ মায়াজালেৰে সজাই-

পৰাই তুলিছিল। এই গীত দহটিৰ অসমীয়া অনুবাদ ইমান লাৱণ্যমণ্ডিত আছিল যে এক নিস্তৰংগ ধাৰাৰে সেইবোৰ বৈ বৈ বাগৰি আহিছিল শিল্পীসকলৰ হৃদয় উজাৰি অহা সুৰধ্বনিৰে। এই ক্ষেত্ৰত নৱকান্ত বৰুৱা আছিল বহু বহু প্ৰত্যয়পূৰ্ণ অনুবাদক-গীতিকাৰ, যাৰ বাবে 'অৰূপ তোমাৰ বাণী' হিন্দী ভাষাৰ ৰবীন্দ্ৰ সংগীতৰ কেছেটকেইটাতকৈ যথেষ্ট বেছি প্ৰাণৱন্ত আৰু প্ৰোজ্জ্বল আছিল বুলি মই অনুভৱ কৰোঁ।

সাম্প্ৰতিক কালত তিনিটা বছৰ শান্তিনিকেতনত কটাই অহা এক অসমীয়া যুৱকে শান্তিনিকেতনৰ পৰা উভতি আহি ব্যক্ত কৰিছেহি তেওঁৰ শান্তিনিকেতন প্ৰেম আৰু ৰবীন্দ্ৰ সংগীত প্ৰেম। তিনি বছৰ শান্তিনিকেতন স্নাতকোত্তৰ পৰ্যায়ত অধ্যয়ন কৰি অহাৰ পাছত কটন কলেজৰ আলোচনী **কটনিয়ানৰ** সম্পাদক অংকুৰণ দত্তই ৰবীন্দ্ৰনাথৰ **গীতবিতানৰ** পৰা 'প্ৰেম' আৰু 'প্ৰেম ও প্ৰকৃতি' অধ্যায় দুটাৰ পৰা পঁয়ষষ্ঠিটা গীত নিজে বাছনি কৰি সেইবোৰ অসমীয়ালৈ অনুবাদ কৰি উলিয়াইছে এখনি কবিতা পুথি **তুমি কোন কাননৰ ফুল**। নীলা এক বেটুপাতত ৰবীন্দ্ৰনাথৰ অঁকা ছবি এখনৰ কাষত দুপাহি ৰঙা ফুল— অংকুৰণ দত্তৰ **তুমি কোন কাননৰ ফুল**। তেওঁ এই পুথিখনত থকা গীতবোৰক প্ৰেমৰ গান বুলি আখ্যা দিছে।

**গীতাঞ্জলিৰ** ১৫৭ টা গীত আৰু **গীতবিতানৰ** ৬৫ টা গীত বাছনি কৰি অনুবাদ কৰাৰ কাম হাতত লোৱাৰ আগলৈকে ড° হেমেশ্বৰ দিহিঙীয়া আৰু অংকুৰণ দত্ত কিদৰে ৰবীন্দ্ৰ সংগীতৰ সৈতে জড়িত আছিল মই নাজানো। কিন্তু ড° দিহিঙীয়াৰ দৰে অংকুৰণ দত্তয়ো যে অনুবাদৰ কামবোৰ হাতত লোৱাৰ লগে লগে গভীৰভাৱে ৰবীন্দ্ৰজগতত সোমাই পৰিছিল সেয়া **তুমি কোন কাননৰ ফুল**-এ স্পষ্টভাৱে প্ৰমাণ কৰে। কটন কলেজৰ পৰা বি এ পাছ কৰি শান্তিনিকেতনত নামভৰ্তি কৰা সময়খিনিত অংকুৰণ দত্তক মই কেবাবাৰো ঘনিষ্ঠভাৱে কলকাতাৰ 'অসম ভৱন'ত লগ পাইছোঁ। মই তাত চাকৰিত। আৰু গুৱাহাটীৰ পৰা ৰে'লেৰে হাওড়ালৈ আহি এৰাতি 'অসম ভৱন'ত থাকি পিছদিনা পুৱাৰ ট্ৰেইনত বোলপুৰ (শান্তিনিকেতন)লৈ যোৱা অংকুৰণ দত্তৰ লগত বহুবাৰ কথা-বতৰা পাতোঁতেও মই জনা নাছিলো যে তেওঁ ৰবীন্দ্ৰ সংগীতৰ ছিৰিয়াছ পিপাসু।

আজি সেইবোৰ দিনৰ পাঁচ বছৰৰ পাছত সেইজন যুৱক অংকুৰণৰ **তুমি কোন কাননৰ ফুল** দেখি মই আহ্লাদিত হৈছোঁ মাথোঁ এইটো কাৰণতেই যে শান্তিনিকেতনে অংকুৰণৰ হৃদয়ত অংকুৰণ ঘটাইছে ৰবীন্দ্ৰ সংগীতপ্ৰীতিৰ এক সম্ভাৱনীয় বীজৰ। বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ যোগাযোগ আৰু সাংবাদিকতা বিভাগত অধ্যাপনা কৰি থকা এই ডেকা ৰবীন্দ্ৰ সংগীতপ্ৰেমী অংকুৰণ দত্তৰ কিতাপখন পঢ়িবলৈ মেলি লোৱাৰ আগতে মোৰ মনত লাগিছিল এটাই কথা— মই নিজেও ৰবীন্দ্ৰনাথৰ জন্ম-মৃত্যুৰ ঠাই 'কলকাতা'ত ১৪ মাহ কাল চাকৰি কৰিবলৈ যোৱাৰ সূত্ৰেহে ৰবীন্দ্ৰ সংগীত শুনিবলৈ আৰম্ভ কৰিছিলো মাথোঁ নিয়মীয়াকৈ। আৰু সেই গীতসমূহ শুনি থকাৰ মুহূৰ্তবোৰত মাথোঁ এটাই অনুভৱ হয়— কাব্য, মাথোঁ কাব্যৰে উপচি আছে এই মনোময় ধৰা, এই ধৰাৰ তমোময় মানৱ বৃক্ষৰ দিক্-দিগন্ত প্ৰসাৰি থকা জাতিস্মাৰ ঠাল-ঠেঙুলিবোৰৰ অপাৰ বৈভৱ, যাৰ আছে মাথোঁ নিৰন্তৰ আকুলতা, স্বৰ্গীয়তা, স্বপ্ৰেমধুৰতা আৰু

সুবাসিত কোমলতা। ৰবীন্দ্ৰ সংগীত বিশাৰদসকলে মন্তব্য কৰে যে ৰবীন্দ্ৰ সংগীত হৈছে বাণীপ্ৰধান। বাণীপ্ৰধান বাবেই গীতবোৰত বিকশি উঠে মধুৰ কাব্যশৈলী। মহাসাগৰৰ দৰে বৈচিত্ৰ্য আৰু সীমাহীন গভীৰতাই ৰবীন্দ্ৰ সংগীতক স্বকীয়তা প্ৰদান কৰিছে। এই সম্পদৰাজিক মূলধন কৰি কবিগুৰুৰ গীতসমূহ ৰচনা হৈছিল ভাব প্ৰকাশৰ উপাদান হিচাপে। কবিৰ অন্তৰৰ গভীৰতম ৰহস্য কবিয়ে এই ভাব প্ৰকাশৰ মাজেদিয়েই ব্যক্ত কৰাৰ প্ৰয়াস কৰিছে। প্ৰকৃতিৰ অপৰূপ সম্ভাৰ গীতিকাব্যকাৰৰ চিয়াহীৰ আগেৰে যিদৰে নিজৰি-নিগৰি ওলাইছে মানুহৰ আত্মাৰ অপূৰ্ব অনুভূতিয়েও গীতিকাৰক সেইদৰে জোকাৰি জোকাৰি গৈছে। 'আকাশভৰা সূৰ্য তাৰা' যিদৰে তেওঁৰ গীতৰ প্ৰথম শাৰী হৈছে, 'অন্তৰ মম বিকশিত কৰো অন্তৰতৰ হে'ও তেওঁৰ গীতৰ প্ৰথম শাৰী হৈছে। 'বাদল দিনের প্ৰথম কদম ফুল'ৰ গীতিকাব্যকাৰজনেই 'হৃদয়বেদনা বহিয়া প্ৰভু এসেছি তব দ্বারে'ৰো গীতিকাৰ। 'হে অনাদি অসীম সুনীল অকূল সিন্ধু' লিখা মানুহজনে লিখিছিল 'আমি চিনি গো চিনি তোমারে ওগো বিদেশিনী'। 'দিনগুলি মোর সোনার খাচায় রইল না' আৰু 'হিমের রাতে ওই গগনের দীপগুলিরে হেমন্তিকা করল গোপন'। 'আঁচল ঘিরে' একেজন গীতিকাৰেই লিখা গীত। ৰবীন্দ্ৰনাথৰ কলমত মূৰ্ত হোৱা গীত— 'বড়ো আশা করে এসেছি গো কাছে ডেকে লও ফিরায়ো না জননী', 'এ মণিহার আমায় নাহি সাজে' আৰু কত কি! এইবোৰেই ৰবীন্দ্ৰ সংগীতৰ 'বাণী'। সেয়েহে কোৱা হয় কবিগুৰুৰ গীতবোৰ বাণীপ্ৰধান। অনিৰ্বচনীয় আবেগ আৰু সীমাহীন ব্যাপ্তিক অনবৰতে দৃষ্টিৰ সন্মুখত ৰাখি কবিগুৰুৱে লিখিছিল এটি, দুটি, হাজাৰটি গীত। ১৩৮৮ শকত 'গীতবিতান'ৰ পঞ্চাশ বছৰ পূৰ্ণ হোৱা উপলক্ষে দেশ পত্ৰিকাখনে প্ৰকাশ কৰা এক প্ৰবন্ধৰ আলমত কোৱা হৈছে যে গীতবিতানত ২১৭৮ টা গীত সংযুক্ত কৰা আছে আৰু সেইবোৰ ভাগ ভাগ কৰি কিতাপখনত সূচীপত্ৰ প্ৰস্তুত কৰা হৈছে। তেনেকুৱা দুটা খণ্ড হৈছে 'প্ৰেম' আৰু 'প্ৰকৃতি'।

অংকুৰণ দত্তই এই দুটা খণ্ডৰ পৰাই পঁয়ষষ্ঠিটা গীত নিজৰ ইচ্ছানুযায়ী বাছি উলিয়াই তেওঁৰ কিতাপখনত অসমীয়া অনুবাদ কৰি প্ৰকাশ কৰিছে। প্ৰকাশক পাণবজাৰৰ 'বনলতা'। প্ৰথম প্ৰকাশ ২০০৬ চনৰ ডিচেম্বৰ মাহত। ড° হেমেশ্বৰ দিহিঙীয়াৰ গীতাঞ্জলি প্ৰকাশ হোৱাৰ চল্লিশ বছৰৰ পাছত শান্তিনিকেতনৰ এক অসমীয়া ছাত্ৰ অংকুৰণ দত্তই তুমি কোন কাননৰ ফুল প্ৰকাশ কৰিছিল।

কিতাপখনত অসমীয়া ভাষালৈ অনুবাদ কাৰ্য কৰা এজন প্ৰসিদ্ধ অনুবাদক শান্তিময় দাশে তেওঁৰ 'ৰবীন্দ্ৰনাথ অনুবাদিত' শীৰ্ষক দীঘলীয়া পাণ্ডিত্যপূৰ্ণ নিবন্ধটোত লিখিছে, 'ৰবীন্দ্ৰনাথৰ গানক অনুবাদ নহয়, তৰ্জমাহে হয়।' অনুবাদ আৰু তৰ্জমাৰ আলি-দোমোজাত ৰৈ অংকুৰণ দত্তৰ তুমি কোন কাননৰ ফুল নিচাৰি কিতাপখনৰ পাতবোৰ লুটিয়াই চালোঁ।

অংকুৰণ দত্তই বাছনি কৰা কবিগুৰুৰ পঁয়ষষ্ঠিটা প্ৰেমৰ গীত গীতিকাব্যকাৰজনে জীৱনৰ বিভিন্ন বয়সত আৰু বিভিন্ন ঠাইত ৰচনা কৰিছিল। ২২ বছৰ বয়সত উদ্দীপ্ত যৌৱনৰ ৰবীন্দ্ৰনাথে ৰচনা কৰা 'আয় তবে সহচরী, হাতে হাতে ধরি ধরি নাচিবি ঘিরি ঘিরি গাহিবি গান' আৰু ৭৮ বছৰ বয়সত ৰচনা কৰা চাৰিটা গীত 'মম দুঃখের সাধন যবে করিনু নিবেদন', 'যদি হায় জীবন পূরণ নাই হল মম', 'আমি যে গান গাই', 'দোষী করিব না করিব

না তোমাৰে' এই কিতাপখনত অন্তৰ্ভুক্ত আছে। প্ৰতিটো গীতৰ স্বৰলিপি প্ৰস্তুতকৰ্তা আৰু ইংৰাজীলৈ অনুবাদকৰ্তাৰো নাম কিতাপখনৰ শেষৰফালে তালিকা এখন কৰি দেখুওৱা হৈছে।

কথা আৰু সুৰে পৰস্পৰক গতিশীলতা প্ৰদান কৰা কাব্যধৰ্মী ৰবীন্দ্ৰ সংগীতবোৰ অন্য ভাষালৈ অনুবাদ কৰাৰ ক্ষেত্ৰত প্ৰধান অসুবিধাটো হৈছে, অনুবাদটোত মূল গীতিকাৰকাৰাকীৰ এই কথা আৰু সুৰ যি গতিত আৰু কাব্যধৰ্মিতাত প্ৰকাশ পাইছিল, সেইখিনি এক বিন্দুও লৰচৰ নোহোৱাকৈ অনুবাদখিনিতো থাকিব লাগিব। এফালে যেনেকৈ শাৰী-শাৰী কাব্যবোৰ গীতটিৰ কাব্যধৰ্মিতাত অক্ষত অৱস্থাত ৰাখি অনুবাদ হ'ব লাগিব, সেইদৰে সেই অনুবাদবোৰ কোনো শিল্পীয়ে গীত হিচাপে গাব পৰাকৈ মূল গীতটিৰ মূল সুৰটোতো বন্ধা হ'ব লাগিব। সেইবাবেই ৰবীন্দ্ৰ সংগীতৰ অনুবাদ কাৰ্য অতি কঠিন কাম আৰু এই কামত অনবৰতে গীতিকাৰগৰাকীয়ে বান্ধি থৈ যোৱা সুৰটোৰ প্ৰতি নজৰ ৰাখি থাকিবলগা হোৱাত অনুবাদকৰ স্বাধীনতাও হৈ পৰে সীমাবদ্ধ। অংকুৰণ দত্তই এই দায়িত্ববোধৰ প্ৰতি সততে তৎপৰ হৈ থাকি বহুকেইটা গীত তেওঁ মূল সুৰটোত ভেজা দিহে অনুবাদ কাৰ্যত ব্ৰতী হৈছে বুলি স্বীকাৰ কৰিছে। মই দেখাত বহু সময়ত ড° দিহিঙীয়াই **গীতাঞ্জলি** অনুবাদ কৰোঁতে গীত এটিৰ মূল ভাবধাৰাৰ প্ৰতি যিমান দায়িত্ববোধ অনুভৱ কৰিছে, মূল সুৰটোৰ প্ৰতি সিমানখিনি কৰা নাই। গতিকেই তেওঁৰ **গীতাঞ্জলিৰ** পৰা শিল্পীয়ে গীত গাওঁতে বহু সময়ত অসুবিধা পাব বুলি মোৰ বিশ্বাস হৈছে।

তাৰ বিপৰীতে অংকুৰণ দত্তই কি কৰিছে চোৱা যাওক। বাছি লোৱা হওক এই গীতটি— 'পুরাণো সেই দিনের কথা ভুলবি কি রে হায়/চোখের দেখা প্রাণের কথা সে কি ভোলা যায়।' নৱকান্ত বৰুৱাই অনুবাদ কৰিছে— 'পুৰণি সেই দিনৰ কথা পাহৰিবি নে হায়/অ' সেই চকুৰে দেখা প্ৰাণৰ কথা পাহৰা জানো যায়।' আৰু অংকুৰণ দত্তই কৰিছে— 'পুৰণি সেই দিনৰ কথা পাহৰিব নে হায়/অ' সেই চকুৰে দেখা প্ৰাণৰ কথা সেয়া কি পাহৰা যায়।' গীতটিৰ শেষৰফালে থকা আন দুটি শাৰীৰ এই দুগৰাকী অনুবাদকে কৰা অনুবাদ চোৱা যাওক। 'আমি ৰাতিপুৱা ফুল তুলিছোঁ দুলিছোঁ দোলনাত/বজায় বাঁহী গান গাইছোঁ বকুলৰ তলত' (নৱকান্ত বৰুৱা)। 'আমি পুৱাবেলা ফুল তুলিছোঁ দুলনাত দুলিছোঁ/ গাইছোঁ গান বকুল তলত বাঁহী বজাই' (অংকুৰণ দত্ত)। গীতটিৰ একেবাৰে শেষৰ শাৰী দুটাত দুয়োজন অনুবাদকে মূল বাংলা গীতটিত কিদৰে ভাব আৰু সুৰক একেলগে প্ৰকাশ কৰিছে চোৱা যাওক—

হায় মারো হল ছাড়াছাড়ি গেলেম কে কোথায়
আবার দেখা যদি হল সখা প্রাণের মাঝে আয় (ৰবীন্দ্ৰনাথ ঠাকুৰ)
হায় মাজতে হ'ল এৰা এৰি কোন যে কেনি গ'ল
আকৌ দেখা যদি হ'লেই সখা প্ৰাণৰ মাজলে আহ (নৱকান্ত বৰুৱা)
আৰু মাজতে হ'ল এৰা এৰি কোন যে কেনি গ'ল
আকৌ দেখ যদি আহে অ' সখা প্ৰাণৰ মাজলে হায় (অংকুৰণ দত্ত)

এতিয়া দেখা যায়, পঢ়ুৱৈয়ে পঢ়িবৰ সময়ত দুয়োগৰাকী অনুবাদকৰে অনুবাদ দুটিত

তাৰতম্য নোহোৱাকৈ ৰসপান কৰিলেও, শিল্পীয়ে সেয়া ৰবীন্দ্ৰ সংগীতৰ সুৰত গাবৰ ক্ষেত্ৰত অংকুৰণ দত্তৰ অনুবাদটিত সামান্য হ'লেও থমকি ৰ'ব এইবাবেই যে ৰবীন্দ্ৰ সংগীতৰ সুৰত বান্ধিবলৈ অংকুৰণ দত্তই আৰু অলপ সুৰ-সংবেদনশীলতা অনুভৱ কৰি অনুবাদ কৰিবলগীয়া আছে।

সামান্য প্ৰসংগ এটা টানি নৱকান্ত বৰুৱাই সুৰৰ ওপৰত ভিত্তি কৰি অনুবাদ কৰা আন এটি ৰবীন্দ্ৰ সংগীত উপলব্ধি কৰা যাওক। গীতটি 'নিশি দিন ভরসা রাখিস ওরে মন হবেই হবে' গীতটিৰ পৰা লোৱা—

'পাষাণসমান আছে পড়ে প্রাণ পেয়ে সে উঠবে ওরে

আছে যারা বোবা মতন তারাও কথা কবেই কবে'

'শিলৰ দৰে আছে পৰি প্ৰাণ পাই সি উঠিব হেৰো

যিবোৰ আছে বোবাৰ দৰে কথা সিহঁতেও ক'বই ক'ব।'

'অৰূপ তোমাৰ বাণী'ত মৈত্ৰেয়ী দাসৰ কণ্ঠত এই গীতটি শুনি থাকোঁতে নিৰ্জেই এটি অসমীয়া গীত শুনি থকা যেন লাগিছিল, য'ত আছিল ৰাবীন্দ্ৰিক সুৰ— এনে লাগিছিল যেন 'নিশি দিন ভরসা রাখিস ওরে মন হবেই হবে' গীতটি অসমীয়া 'দিনে ৰাতি ৰাখ ভৰসা হ'বই হ'ব' গীতটিৰ পৰাহে বাংলা ভাষালৈ অনুবাদ কৰা হৈছে।

কিন্তু পঁয়ষষ্ঠিটা গীততেই অংকুৰণ দত্তই তেওঁৰ খুব কম বয়সৰ অভিজ্ঞতাখিনি প্ৰচুৰ অধ্যৱসায়ৰ যোগেদি অনুবাদ কাৰ্যত ব্ৰতী হৈ তুমি কোন কাননৰ ফুলত গিদৰে সংস্থাপিত কৰিছে, তাৰ শলাগ ল'বই লাগিব—

'জীৱনত এয়া কি প্ৰথম বসন্ত আহিলে

নবীন বাসনাত চঞ্চল যৌৱনে নবীন জীৱন পালে'

'উজাগৰী ৰাতিৰ এই গান কি সুৰে মই বান্ধো

কোন ৰজনীগন্ধাৰ পৰা কণ্ঠ ভৰাই সেই তান আনো'

'মই জানো হে জানো তোমাকেই হেৰা বিদেশিনী

তুমি থাকা সিন্ধুপাৰত হেৰা বিদেশিনী

'ভৰা থাকক স্মৃতি সুধাত পাত্ৰটি বিদায়ৰ

যুৰাই তাক দিয়া আনি উছৱত মিলনৰ।'

'লগন যদি হয় অনুকূল মৌন মধুৰ সাজত

নয়ন তোমাৰ মগন যেতিয়া ম্লান আভাৰ মাজত'

'ফুল তুলিবলে ভুল কৰিছোঁ প্ৰেমৰ সাধনত

বধূ তোমাক বান্ধিম কিহেৰে মধুৰ বান্ধোনত'

আদি বহুকেইটা গীত আছে যিবোৰ অংকুৰণ দত্তই ৰবীন্দ্ৰনাথৰ অতি সকল অথচ কঠিন শব্দচয়ৰ জালৰ পৰা উলিয়াই আনি ভাব-ভাষা অটুট ৰাখি শিল্পীয়ে বিনা সংকোচে গাব পৰাকৈ অনুবাদ কৰি দিছে। গানবোৰত এনে বহুতো শব্দ আছে কবিতাৰ নিজৰ চয়নত, যিবোৰৰ প্ৰতিশব্দ বিচাৰি গ'লে অংকুৰণ দত্ত বা অন্য কোনো অসমীয়া অনুবাদকে অবাই

সাগৰত পৰিব; সেইবোৰৰ ক্ষেত্ৰত কৰ্মকৈ ব্যৱহাৰ হোৱা মূল বাংলা গীতটিৰ শব্দকেই অংকুৰণ দত্তই তেওঁৰ অসমীয়া অনুবাদতো ব্যৱহাৰ কৰিছে। বধু, বিহাৰী, ভুনটি, সহচৰী আদি শব্দবোৰ গ্ৰহণ কৰিব পাৰিলেও 'হাৰা', 'আলিগন' আদি শব্দবোৰ মানি লোৱাত অসুবিধা হয়। এই শব্দবোৰ যে গীতৰ সুৰটোৰ সৈতে মিলাবলগা হোৱাত ব্যৱহাৰ কৰিবলগা হ'ল, বুজা যায়। কিন্তু ইমানৰ পিছতো নিখুঁত আৰু অতি সুললিত শব্দ চয়নেৰে অংকুৰণ দত্তই ৰাবীন্দ্ৰিক সুৰধ্বনি আৰু কথাশিল্পক যিদৰে অনুবাদকৰ সুকোমল হৃদয়েৰে পৰশ বুলাই বুলাই কিতাপখনত স্থান দিছে, সেয়া অনুপম, মাথোঁ অনুপম। সেইযে ৰবীন্দ্ৰ সংগীত সম্পৰ্কত শুনিবলৈ পোৱা যায় সেই মন্তব্য 'ৰবীন্দ্ৰ সংগীত শুনিলে মন উদাস হৈ যায়', সেই মন্তব্যাবাৰৰ প্ৰতি সজাগ হৈ নথকাকৈও অংকুৰণ দত্তই কিতাপখনৰ গান পঁয়ষষ্ঠিটা পঢ়ি যাওঁতে আমি পঢ়ুৱৈসকলক এক অপাৰ্থিৱ মায়াময়তালৈ লৈ গৈ উদাস এক অনুভৱত তন্ময় কৰি ৰাখিব পাৰিছে। তাৰ বাবে অনুবাদকগৰাকীক কৃতিত্ব দিবই লাগিব। 'বৰ আশা, বৰ তৃষ্ণা বৰ আকিঞ্চন তোমাৰেই বাবে/বৰ সুখে, বৰ দুখে বৈছোঁ জাগি বৰ অনুৰাগে', 'মোৰ জীৱন যৌৱন মোৰ অখিল ভুৱন/ তুমি উপচিবা গৌৰৱত ৰাতিৰ দৰেই', 'সেইযে মালতী মোৰ পিৰালিত যায় সৰি/ শিথিল কবৰী সজাবলে তোমাৰ লোৱা না তুলি', 'বিৰহ মধুৰ হ'ল মধুৰাতি আজি/বেদনাত গভীৰ ৰাতি উঠে বাজি', 'মেঘৰ দিনত শাওণ মাহত যুতিকনৰ দীৰ্ঘশ্বাসত/মোৰ প্ৰাণত ঢেও দিয়ে পাখিৰে ছাঁ বুলাই'। এইবোৰে নিঃসন্দেহে 'অসমীয়া ৰবীন্দ্ৰ সংগীত'— অংকুৰণ দত্তই আমাক উপহাৰ দিছে।

কিন্তু, অংকুৰণ দত্তক আমি ক'ম— কিছুমান শব্দ তেওঁ আৰু কিছু সূক্ষ্ম বাছনিৰে বাছি লৈ তেওঁৰ অনুবাদসমূহ আৰু কিছু ৰাবীন্দ্ৰিক ৰাবীন্দ্ৰিক কৰি তুলিব পাৰিলেহেঁতেন। যেনে— ছবি, ৰাতি, চকু, ভুলি, আলহী, চকুপানী, গুচি শব্দবোৰ চৰণ, নিশা, নয়ন, পাহৰি, অতিথি, অশ্ৰু, আঁতৰি আদি শব্দবোৰ ব্যৱহাৰ কৰা হ'লে হয়তো ৰবীন্দ্ৰনাথৰ কাব্যময়তাই আৰু বেছি বিস্তৃতি পালেহেঁতেন অংকুৰণৰ সৃষ্টিশীলতাত।

'টাইটল ছং'টো *তুমি কোন কাননৰ ফুল* কবিগুৰুৱে তেওঁৰ পঁচিশ বছৰ বয়সত ৰচনা কৰিছিল। ভৰ যৌৱনপ্ৰাপ্ত। কবিয়ে ৰচনা কৰা বয়সৰে প্ৰায় ওচৰা-ওচৰি বয়সত অনুবাদকে গীতটি অনুবাদ কৰিছে। 'তুমি কোন কাননের ফুল কোন গগনের তারা/ তোমাৰ কোথায় দেখেছি যেন কোন স্বপনের পারা'। কিন্তু, 'পাৰা' শব্দটো সম্পূৰ্ণ সলাই অতি কৌশলেৰে অংকুৰণ দত্তই লিখিছে এই গীতটি এনেদৰে— 'তুমি কোন কাননৰ ফুল কোন গগনৰ তৰা/তোমাক ক'ত দেখিছোঁ যেন কোন সপোনৰ পৰা।' মই ভাবোঁ, মূল কিতাপখনত অংকুৰণে ঠায়ে ঠায়ে এনেকুৱা আৰু কিছুমান শব্দ সম্পূৰ্ণ সলাই দি নতুনকৈ ব্যৱহাৰ কৰি একোটা শব্দ, সেই অনুবাদসমূহ আৰু বেছি ব্যঞ্জনাময় কৰি তুলিব পাৰিলেহেঁতেন।

নাজানো, সৃষ্টিশীল মন এটাৰ অধিকাৰী অসমৰ যুৱক অংকুৰণ দত্ত বি এ পাছ কৰি শান্তিনিকেতনলৈ নগৈ যদি অসমতেই এম এ পঢ়িলেহেঁতেন সেইকেইটা বছৰ তেওঁ কি কি কামত লাগি থাকি তেওঁৰ কলমৰ আৰু সময়ৰ সদ্ব্যৱহাৰ কৰিলেহেঁতেন। কিন্তু, শান্তিনিকেতনলৈ, অজয় নদীৰ সাঁকো পাৰ হৈ শান্তিনিকেতনলৈ গৈ অংকুৰণ দত্তই তেওঁৰ

ইংগিত এক সৃষ্টিকৰ্মৰ বীজক অংকুৰণ কৰাই নহয়, অসমত ৰবীন্দ্ৰ সাহিত্য চৰ্চাৰ ক্ষেত্ৰখনত অন্য এক মূল্যবান সম্পদ উপহাৰ দি গ'ল। আকাশবাণী গুৱাহাটীযোগে জোনা-চোৱোকাকে দুটিমান ৰবীন্দ্ৰ সংগীতৰ অসমীয়া ৰূপান্তৰ শুনি থকা কালত, অনাতাঁৰৰ বাবে অংকুৰণৰ এই কিতাপখনে বৃহৎ পৰিমাণৰ অৱদান যোগাব বুলি আমি বিশ্বাস কৰোঁ। অসমৰ বিভিন্ন ঠাইত মে' মাহত ৰবীন্দ্ৰ জয়ন্তী উদ্‌যাপন কৰা হয়। নাজানো, সেইবোৰত 'অসমীয়া ৰবীন্দ্ৰ সংগীতে' কি মৰ্যাদা পায়। সেই তাহানিতেই মাথোঁ এটি কেছেট নিৰ্মাণতেই ক্ষান্ত থকা অসমীয়া শিল্পীসকলে পুনৰ ৰবীন্দ্ৰ সংগীতৰ অসমীয়া ৰূপান্তৰৰ নতুন কেছেট নিৰ্মাণৰ কথা কিয় চিন্তা নকৰে? কিন্তু বতৰত ঢাকে ঢাকে যিবোৰ কেছেট হকে-বিহকে বজাৰত ওলায় থাকি এক শ্বাসৰুদ্ধ পৰিৱেশৰ সৃষ্টি কৰা হয়, সেইবোৰৰ পৰা কিছু ত্ৰাণ বিচাৰি হ'লেও 'পঁচিশ বৈশাখ'ৰ ৰবীন্দ্ৰ জয়ন্তীৰ সৈতে সংগতি ৰাখি এটিকে অন্ততঃ বজাৰত অসমীয়া ৰবীন্দ্ৰ সংগীতৰ কেছেট উলিয়াব নোৱাৰিবনে?

ৰবীন্দ্ৰ সংগীতৰ সুধা যেতিয়া পান কৰিলেই, গতিকেই অংকুৰণ দওক কং' – বৰ্হিৰ অন্ততঃ এখনকৈ তেওঁ ৰবীন্দ্ৰ সংগীতৰ অসমীয়া ৰূপান্তৰৰ কি তাপ আমাক পতিবলৈ দিয়ক। যি নিষ্ঠাৰে তেওঁ শান্তিনিকেতনৰ ছাত্ৰ জীৱনৰ দিনটো সোণোৱালী কৰি ৰাখিবলে, সেই শীতলতা তেওঁৰ কলমেদি আৰু প্ৰবাহিত হওক। খৰস্ৰোতা হওক সেই প্ৰবাহ।

# ৮।

# পঁচিশ ব'হাগ

পঁচিশে বৈশাখ চলেছে
জন্মদিনেৰ ধাৰাকে বহন কৰে
মৃত্যুদিনেৰ দিকে।
সেই চলতি আসনেৰ উপৰ বসে কোন কাৰিগৰ গাঁথছে
ছোটো ছোটো জন্ম-মৃত্যুৰ সীমানায়
নানা ৰবীন্দ্ৰনাথেৰ একখানা মালা

এইফাকি কবিতা কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ ৰচিত 'পঁচিশে বৈশাখ' নামৰ দীঘলীয়া কবিতাটিৰ প্ৰথম কেইশাৰীমান। জন্মদিনৰ নতুন ধাৰা বহন কৰি মৃত্যুদিনৰ দিশে আগুবাই গৈছে পঁচিশ বৈশাখ— পঁচিশ ব'হাগ।

পঁচিশ ব'হাগ ৰবীন্দ্ৰনাথ ঠাকুৰৰ জন্মদিন। জোড়াসাঁকো ঠাকুৰবাড়ীৰ বিশাল অট্টালিকাটোৰ এটা সৰু পাৰিবাৰিক প্ৰসূতি মাতৃৰ ঘৰে মহৰ্ষি দেৱেন্দ্ৰ নাথৰ পত্নী সাৰদা দেৱী এইবাৰ পঞ্চদশ সন্তানটিৰ প্ৰসৱৰ বাবে প্ৰৱেশ কৰিলে। ঠাকুৰ পৰিয়ালৰ সকলো নাৰী এই গৃহটিতেই জননী হয়।

আৰু ১৮৬১ চনৰ ৭ মে' ২৫ ব'হাগত— ১২৬৮ বাংগাব্দৰ ২৫ বৈশাখত সাৰদা দেবীয়ে জোড়াসাঁকোৰ ঠাকুৰবাড়ীৰ উজ্জ্বলতম বস্তুটি ৰবীন্দ্ৰনাথক সৃষ্টিৰ অতল সমুদ্ৰৰ পৰা আবিষ্কাৰ কৰি ধৰাৰ বুকুত স্থাপন কৰিলে।

আজি তোমাৰ জন্মদিনত
তিনিপাহ ফুল ফুলিল
জীৱন, দৃষ্টি আৰু অনুভৱ।
বিশাল অট্টালিকা

বিশাল অট্টালিকাটোৰ খটখটী বগাই বগাই মই যেতিয়া এই প্ৰসূতিগৃহটোত সোমাইছিলো, সেই মুহূৰ্তত মোৰ মানসত এই তিনিপাহ ফুলৰ নামেই মনলৈ আহিছিল।

আজি উকা হৈ পৰি আছে এই প্ৰসূতিগৃহ।

আমাৰ দেশৰ প্ৰথমজন ভাৰতীয় আই চি এছ বিষয়াৰ জন্ম দিছিল সাৰদা দেৱীয়ে— সত্যেন্দ্ৰনাথ ঠাকুৰ। সেই সাৰদা দেৱীয়েই জন্ম দিছিল ন'বেল বঁটাপ্ৰাপ্ত ভাৰতীয় ৰবীন্দ্ৰনাথ ঠাকুৰক।

১৮৬১ চনৰ ২৫ ব'হাগত এই ঠাকুৰবাড়ীত জন্মগ্ৰহণ কৰা ৰবীন্দ্ৰনাথ ঠাকুৰ ১৯৪১ চনৰ ২২ শাওণত এই ঠাকুৰবাড়ীৰ এইটো সুসজ্জিত কোঠাত মৃত্যুবৰণ কৰিছিল। চন্দনেৰে আঁকি থোৱা মজিয়াৰ আল্পনা, সুগন্ধি ৰজনীগন্ধাৰ সুবাস আৰু বিশালাকাৰৰ ধকধকীয়া কাপোৰেৰে ঢাকি থোৱা বিছনাখনলৈ চাই মোৰ কাৰু জানো সুখিবৰ মন গ'ল হঠাৎ—

নদীক কেনেকৈ তুমি শিকাইছিলা সোঁত হ'বলৈ
ফুলক কেনেকৈ তুমি শিকাইছিলা ৰং সানিবলৈ
আকাশক কেনেকৈ তুমি শিকাইছিলা ৰামধেনু আঁকিবলৈ।

দীঘলীয়া আশীটা বছৰৰ দীঘলীয়া এক শৰীৰ। দীঘলীয়া একোছা শুভ্ৰ দাড়ি। এইজনেই ৰবীন্দ্ৰনাথনে?

নহয়। বিজনৰ জীৱন পৰিক্ৰমা তেওঁৰ জীৱনৰ আশীটা বছৰতকৈও দীঘল, সেইজনহে ৰবীন্দ্ৰনাথ। জন্ম-মৃত্যুৰ দীঘলীয়া সময়খিনিতকৈও তেওঁ কৰিব পাৰিছিল তেওঁৰ জীৱন পৰিক্ৰমা অধিক দীঘল। সেয়ে হয়তো ক'ব পাৰি—

প্ৰতিটো গানৰ জন্মদিনতেই তোমাৰ জন্ম হয়
প্ৰতিটো সন্ধ্যাতৰাৰ জন্মদিনতেই তোমাৰ জন্ম হয়
প্ৰতিটো মুকুলৰ জন্মদিনতেই তোমাৰ জন্ম হয়।

সেই সুদীৰ্ঘ জীৱন পৰিক্ৰমা বিচাৰি বিচাৰি মই আকুল হৈ ঘূৰি ফুৰিছিলো কত প্ৰান্ত— বুকুত মাথো এক ৰবীন্দ্ৰনাথ লৈ।

দীঘলীপুখুৰীৰ পাৰত কাৰ্জন হলত থিয় হৈ সন্মুখৰ কম্পিত সবুজ জলধাৰাক কৈছো— গোৱাচোন 'পঁচিশে বৈশাখ'ৰ সেই কবিতা—

একদিন ছিলেম বালক।
কয়েকটি জন্মদিনের ছাঁদের মধ্যে
সেই যে লোকটার মূর্তি হয়েছিল গড়া
তোমরা তাকে কেউ জান না।

সবুজ জলধাৰাৰ দৰেই এক সেউজ লৈ সেই কবি য'লৈকে গৈছে, সেয়াই হৈ পৰিছে সেউজ, মাথোঁ সেউজ। তেওঁৰ বুকুৰ মাজত সাৰে আছিল এক প্ৰসাৰিত সেউজ উপত্যকা। কি নাম দিওঁ সেই উপত্যকাৰ? শ্যামলী/বলাকা/গীতাঞ্জলি/মালঞ্চ/বাঁশৰী/চিত্ৰাংগদা/বীথিকা?

মোক কোনে আহি কৈ গ'ল জানো— সেই উপত্যকাৰ নাম 'ৰবীন্দ্ৰনাথ'।

সম্মুখত বোৰ্বতী ব্ৰহ্মপুত্ৰ। মাজত উমানন্দ। পাৰত নৰ্থ ব্ৰুক গে'ট। বেলি ডুবোঁ ডুবোঁ পৰত সেই ব্ৰহ্মপুত্ৰক বহুদিন সুধিছোঁ— নৰ্থ ব্ৰুক গে'টৰ কাষত থিয় হৈ তোমাকেই চাই থকা এক দীৰ্ঘদেহী, দীৰ্ঘ চোলা পৰিহিত, দীৰ্ঘ দাড়িৰে আবৰা এক কবিক তুমি দেখিছিলানে এদিন?

কি ক'লে ব্ৰহ্মপুত্ৰই মোক? বৈ যোৱা ব্ৰহ্মপুত্ৰৰ হেঙুলি লহৰবোৰে মোক এক দীঘলীয়া কবিতাৰ কথা ক'লে— নাম তাৰ 'পঁচিশে বৈশাখ'। আৰু সেই কবিতাৰ এক দীঘলীয়া পংক্তি গাই গাই বৈ গৈ থাকিল সন্ধিয়া লুইতৰ পানী সোণোৱালী—

সে বালক না আছে আপন স্বৰূপে
না আছে কাৰো স্মৃতিতে।
সে গেছে চলে তাৰ ছোটো সংসাৰটাকে নিয়ে,
তাৰ সেদিনকাৰ কান্না-হাসিৰ
প্ৰতিধ্বনি আসে না কোনো হাওয়ায়
তাৰ ভাঙা খেলনাৰ টুকৰোগুলোও
দেখি নে ধূলোৰ পৰে।

যেন বিষণ্ণ এক নদীয়ে হৃদয় উজাৰি দিলে এক কবি হৃদয়ৰ আকুলতা। বিষণ্ণ হৈ পৰিল মোৰ মন। উভতি অহাৰ পথত নৰ্থ ব্ৰুকক চাই চাই ক'লো মাথোঁ—

এইখিনিতে বৈ যিজন আছিল থিয় হৈ
তেওঁ জানিছিল শংখ হৈ ওলাই অহাৰ সমুদ্ৰ পথ
তেওঁ জানিছিল জোনাক হৈ উপচি পৰাৰ আকাশ
আৰু গান হৈ কঁপি উঠাৰ হৃদয় গঢ়াৰ পণ।

সৰুপাত গচকি গচকি আগবাঢ়িছিলো শিলঙৰ পাহাৰী পথ। মৰ্মৰ শব্দ তোলা শুকান পাতবোৰে কৈছিল— 'এই বাটে যোৱা, তেওঁক দেখা পাবা ব্ৰুক ছাইড বাংলোত।' বৈ যোৱা নিৰ্জন জুৰিটিক সুধিলো— 'তুমি দেখিছিলানে এক দীৰ্ঘদেহী কবিপ্ৰাণক?' জুৰিটিয়ে ওলোটাই

মোক সুধিছিল— সেই যে 'একটি ছাউনি' 'একটি দিন', 'ৰক্তকৰবী', 'বিলাতেৰ চিঠি', 'শেষেৰ কবিতা' লিখিছিল, সেই কবি?

হয়। বিলবং জিংভূমি ব্রুক ছাইড বাংলোৱে আলয়ুলে সাঁচি ৰাখিছিল সবলপাতত বিমুগ্ধ হৃদয় স্থাপন কৰা এক কবিকণ্ঠৰ আকুল প্ৰাৰ্থনা। শত-সহস্ৰ তৰাৰে উদ্ভাসিত বিলাতৰ সুউচ্চ পাহাৰবোৰে কবিক যেন ব্যাকুল কৰিছিল গাবলৈ সেই গান— 'আমি ভুবন মনোমোহিনী ...।'

কিন্তু মোক অবাক কৰি সবলৰ পাতত জোনাকেৰে ধুৱাই দিয়া এক পাহাৰ চূড়াৰ পূৰ্ণচন্দ্ৰই হঠাতে গাই উঠিল— 'পঁচিশে বৈশাখ'ৰ আৰু এক পংক্তি—

সে কয়দিনেৰ জন্মদিন একটা দ্বীপ
কিছুকাল ছিল আলোতে,
কালসমূদ্রেৰ তলায় গেছে ডুবে
ভাঁটাৰ সময় কখনো কখনো
দেখা যায় তাৰ পাহাড়েৰ চূড়া
দেখা যায় প্ৰবালেৰ ৰক্তিম তটৰেখা।

প্ৰহাসিনী, ছাদৰ ছবি, নবজাতক, আকাশদীপ, চলাই। কত কবিতা, কত প্ৰাণ। যেন শাওণৰ এক নিৰ্জন গধূলিৰ কল্লোলিত নাৰিধাৰা। কিমান গান গায়, কিমান কথা কয়।

অক্লান্ত এক হৃদয়। অবিনশ্বৰ এক কণ্ঠ। অনাবিল তাৰ সুৰ।

নবেম্বৰ মাহৰ হিমানী পুৱা। সুন্দৰবনৰ গভীৰ জলধাৰা। মোৰ সুন্দৰবন যাত্ৰা। নাৱত উঠিলো। ঠাহ খোৱা যাত্ৰী। সৰু নদী পাৰ হ'লো সৰু নাৱেৰে।

এইবাৰ জাহাজ। নৈঘাটত বৈ আছে। আমাক লৈ যাব সুন্দৰবনলৈ। মেংগ্ৰোভৰ সুন্দৰবনলৈ। সেউজ-সবুজৰ সুন্দৰবন। জাহাজ— এম ভি চিত্ৰৰেখা।

কোনে বজাই আছে মোৰ সেই হৃদয় উপচা গানৰ কেছেট— 'এ মণিহাৰ আমাৰ নাহি সাজে।' ইন্দ্ৰাণী সেনৰ গুৱলা কণ্ঠত গভীৰ সুন্দৰবনৰ জাহাজত চতুৰ্থ শ্ৰেণীৰ দুজন নিম্ন বেতনভোগী কৰ্মচাৰীয়ে জাহাজৰ এটা চুকত টেপ ৰেকৰ্ডাৰত বজাই আছে সেই তাহাৰ ৰবীন্দ্ৰ সংগীত— 'বীতে বিতায়ে দিনো কী বাতে ভুলো কেইছে হাই ...।' নিজৰ্বাধিনি আৰু মই শুনিবলৈ নৰ'লো— মোৰ কণ্ঠেৰে বাগৰি আহিল আপোন ধাৰাৰে — 'অ' সেই চোখেৰ দেখা প্ৰাণেৰ শোনা সে কি ভুলা যায় ...।'

জাহাজৰ মেচিন চলাই থকা সেই কৰ্মচাৰী দুজনলৈ চাই চাই মই মাথো ভাবিছিলো— 'সবাৰ হৃদয়য়ে ৰবীন্দ্ৰনাথ'।

গধূলি বেলিকা জাহাজে লংগৰ পেলাইছিল নদীপাৰত। বাতি সকলোবোৰ যাত্ৰী জাহাজৰ নিজ নিজ কিউবিকলত সোমোৱাৰ পাছত মই মোৰ কিৰ্টাবকলৰ পৰা ওলাই জাহাজৰ ডেকৰ ওপৰত থিয় হৈছিলো। দুবৈত নদীতীৰত জিলিকি আছিল চাকিৰ দৰে কিছুমান তিৰবিৰণি। সেই তিৰবিৰণি আৰু মোৰ মাজত আছিল এখন ধূসৰ হিমশ্যলা নদী। কিজানিবা সেই তিৰবিৰণিবোৰ দেখিয়েই এদিন ৰবীন্দ্ৰনাথে লিখিছিল সেই গান—

হিমেৰ ৰাতে অই গগনেৰ দীপগুলিৰে
হেমন্তিকা কৰল গোপন আঁচল ঘিৰে

হঠাৎ এক আলোকোজ্জ্বল আবেশে আহি মোক আগুৰি ধৰিলে আৰু সলসলীয়াকৈ গাবলৈ ধৰিলে— 'পঁচিশে বৈশাখ'ৰ সেই কবিতা—

পঁচিশে বৈশাখ তাৰ পৰে দেখা দিল
আৰ— এক কালান্তৰে ফাল্গুনেৰে প্ৰত্যুষে
ৰঙীন আভাৰ অস্পষ্টতায়।

এইবাৰ মোৰ শান্তি নিকেতন যাত্ৰা। শীতৰ শীৰ্ণ-অজয় নদীৰ দলং পাৰ হৈ আহিছোঁ। পশ্চিমবংগৰ বীৰভূম জিলাৰ বোলপুৰ মহকুমা। শান্তি নিকেতন ইয়াতেই অৱস্থিত।

মোৰ হৃদয় যেন এখন শান্তি নিকেতন। প্ৰতিদিনেই তাত হয় পৌষ মেলা। পূবে-পশ্চিমে, উত্তৰে দক্ষিণে শান্তি নিকেতন। মাথোঁ শান্তি নিকেতন। চৌদিশে মাথোঁ 'পঁচিশে বৈশাখ'ৰ আবৃত্তি- -

তাৰা ৰেখে গেছে আমাৰ অজানিতে
পঁচিশে বৈশাখেৰ
প্ৰথম ঘুমভাঙা প্ৰভাতে
নতুন ফোটা বেলফুলেৰ মালা,
ভোৰেৰ স্বপ্ন
তাৰি গন্ধে ছিল বিহ্বল।

আৰু এই শান্তি নিকেতনৰ উত্তৰায়ণ ভৱনৰ পৰা ২০০৪ চনৰ মাৰ্চ মাহৰ ২৫ তাৰিখে ৰবীন্দ্ৰনাথৰ ন'বেল পদক চুৰি হৈ গৈছে। ৰবীন্দ্ৰনাথৰ ন'বেল। সাৰদা দেৱীৰ পুত্ৰৰ ন'বেল। এখন সুসভ্য দেশৰ ন'বেল— চুৰ কৰিছে এখন সুসভ্য দেশৰ অসভ্য নাগৰিকে।

আজিও বিচাৰি পোৱা নগ'ল সেই ভাৰত গৌৰৱ ন'বেল পদকটি। বাতৰি কাকতত সেই খবৰ পঢ়ি মই মৰ্মাহত হৈ উঠিছিলো—

যাবৰ পৰত তুমি হয়তো দেখি গ'লা
শান্তি নিকেতনৰ প্ৰতিজোপা গছত
জোড়াসাঁকোৰ প্ৰতিটো পথত
আমাৰ আত্মজাহৰ
শেষ ফিৰিঙতি, শেষ ধোঁৱা
তুমি 'গীত বিতান'ত আকৌ লিখিবানে
'আজি এ ভাৰত লজ্জিত হে
হীনতা পংকে মজ্জিত হে।'

২০০৪ চনৰ পাছত মই আৰু শান্তি নিকেতনলৈ যোৱা নাই। নাযাওঁ আৰু কাহানিও। এখন সুসভ্য দেশৰ নাগৰিক বাবেই লজ্জাতেই নাযাওঁ আৰু মই শান্তি নিকেতনলৈ।

কলকাতাৰ 'অসম ভৱন'ত মই চাকৰি কৰি থকা দিনৰে কথা। এদিন পুৱাতেই মই

গংগাতীৰৰ নিমতলা ঘাটলৈ গৈছিলো। এই গংগাবক্ষতেই হয় নহয়তো অন্তৰ্জলী যাত্ৰা।

নিমতলা ঘাট। মহানগৰীৰ এক সুবিখ্যাত শ্মশানঘাট। ২২ শে শ্ৰাৱণত মৃত্যুৰ পিছদিনা এই শ্মশানঘাটতেই কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন হৈছিল। সুসজ্জিত আজি কবিগুৰুৰ সেই নিমতলা ঘাটৰ সমাধি ক্ষেত্ৰ কৰ'ব পৰা যেন এক ৰবীন্দ্ৰ সংগীত ভাহি আহিছিল সন্মুখৰ গংগাবক্ষলৈ লাহে লাহে---

আগুনের পৰশমণি ছোঁয়াও

এ জীৱন পূৰ্ণ কৰো তোমাৰ গহন গানে

উভতি অহাৰ বাটত মই মাথোঁ আওৰাই আহিছিলো 'পঁচিশে বৈশাখ'ৰ সেই কবিতাফাকি

সেদিন পঁচিশে বৈশাখ

আমাকে আনল ডেকে

বন্ধুৰ পথ দিয়ে

তৰংগমন্দ্ৰিত জনসমুদ্ৰতীৰে ।

'পঁচিশে বৈশাখ'। ৰবীন্দ্ৰনাথৰ পঁচিশ ব'হাগ সাধনা দেৱী প্ৰসূতিগৃহত প্ৰবেশ কৰা পঁচিশ ব'হাগ।

বাঙালীসকলে সৰস্বতী পূজাৰ দিনা পুস্তক পূজা কৰে আৰু ২৫ ব'হাগ আৰু ২২ শাওণ বছৰেকীয়া ৰবীন্দ্ৰ পূজাৰ দিন উদযাপন কৰে। সেই দুদিন তেওঁলোকে সম্বৰ্ধনা জনায় ৰবীন্দ্ৰনাথ আৰু ৰবীন্দ্ৰ সংগীত।

পঁচিশ ব'হাগৰ জোড়াসাঁকোৰ ঠাকুৰবাড়ীৰ মাজেদি উৰি যোৱা এজাক পক্ষীক মই ক'লো।

জোড়াসাঁকোৰ দেৱদাৰুৰ ডালত পৰি

তোমালোকে গাবাগৈ

শাওণৰ কোনো বৰ্ষাৰ গীত

ব'হাগৰ কোনো বাসন্তী ফুলৰ গীত

আৰু এক ৰবীন্দ্ৰ সংগীত।

এইবাৰ মই 'পঁচিশে বৈশাখ'ৰ আৰু এধাৰি মালা হাতত তুলি ল'লো

আজ যাৰ সামনে এনেছ তোমাদেৰ মালা,

তাকেই আমাৰ পঁচিশে বৈশাখেৰ

শেষবেলাকাৰ পৰিচয় বলে

নিলেম স্বীকাৰ কৰে আৰ ৰেখে গেলেম তোমাদেৰ জন্য

আমাৰ আশীৰ্বাদ।

# ৯।

## তোমাক গান শুনাম

সঠিক সময়তে ১২.২৫ বজাত বিমান উৰিছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈ বিমানবন্দৰৰ পৰা আৰু নিৰ্ধাৰিত সময়তে ১.২৫ বজাত বিমান আহি নেতাজি সুভাষ চন্দ্ৰ বসু বিমানবন্দৰত নামিছিলহি।

এই বন্দৰ মোৰ স্মৃতি আৰু মায়াময়তাৰ বন্দৰ। এবছৰ কাল কলকাতাৰ অসম ভৱনত চাকৰি কৰাৰ অনেক সৌৰবণি আৰু সৌন্দৰ্য সমাহাৰেৰে মোৰ হৃদয় ওপচাই ৰখা এই বন্দৰ।

বাহিৰত অসম ভৱনৰ বয়সীয়া গাড়ীচালক দিলীপ চেটাৰ্জী বৈ আছিল। গাড়ী আহি আছে কলকাতা মহানগৰ অভিমুখে। দুটামান খবৰ মই ল'লো। দুটামান তেওঁ দিলে মোক— নিজৰ আৰু অসম ভৱনৰ। বাকী বখিনি সময় মই মনে মনেই থাকিলো আগে-পিছেও থকাৰ দৰেই। এইখিনি সময় মই দমদম-কলকাতা পথৰ দুকাষ চাই থাকোঁ গাড়ীৰ খিৰিকীৰে। দিলীপ চেটাৰ্জীয়েও জানে এই কথা। বহুদিন তেওঁ মোৰ লগত এই ডিউটী কৰি আছে।

'আজকে কলকাতাৰ ৰাস্তা অনেকটা ফাকা। পঁচিছে বৈশাখ না আজকে, অক্ষয় তৃতীয়াও বটে।' গাড়ী চলাই চলাই দিলীপ চেটাৰ্জীয়ে কৈ গ'ল।

অসম ভৱনৰ পৰা বদলি হৈ মই যেতিয়া গুৱাহাটীলৈ গুচি গৈছিলো, সিদিনা আছিল ৬ মে', ২০০২ চন। তাৰ দুদিনৰ পাছত ৮ মে'ও আছিল পঁচিশ ব'হাগ। কবিগুৰুৰ জন্মদিন।

কলকাতাত কবিগুৰুৰ জন্মদিন চাবলৈ নোপোৱাৰ দুখ মোৰ বৈয়েই গৈছিল তেতিয়াই।

আজি 'পঁচিছে বৈশাখ' আৰু অক্ষয় তৃতীয়া। কি অক্ষয় তৃতীয়া? মই নাজানো।

মোৰ কোঠালৈ যোৱাৰ আগতে মই গ্ৰাউণ্ড ফ্ল'ৰত থকা ভৱনৰ কৰ্মচাৰীসকলৰ কাৰ্যালয়ৰ কোঠাত সোমালো। ভৱনলৈ আহিলেই প্ৰথমেই মই এইটো কাম কৰোঁ। মোৰ একাপৰ এই কৰ্মচাৰীসকলক মই মাত লগাওঁ প্ৰথমে। তেওঁলোক মোৰ বুকুৰ কুটুম আছিল।

সেই বছৰ মোৰ কলকাতা ইমান ভাল লাগি থকাৰ অন্য এটা প্ৰধান কাৰণ আছিল অসম ভৱন আৰু এই কৰ্মচাৰীবিলাক। মোৰ জীৱনৰ কিছুমান সোণোৱালী দিন তেওঁলোকৰ লগত পাৰ কৰিলো বুলি মই আজিও অহংকাৰ কৰোঁ।

জবা মৈত্ৰই মিঠাইৰ টেমা এটা উলিয়ালে, 'খাৰ, মিষ্টি খেয়ে যান।'

'কীসেৰ?' মই কৌতূহলেৰে সুধিলো।

'অক্ষয় তৃতীয়াৰ।'

জবা মৈত্ৰকো নুসুধিলো অক্ষয় তৃতীয়া কি।

কোঠালৈ আহিয়ে কম বিশেৰাৰ কুমুদ তালুকদাৰক ক'লো— সোনকালে আজিৰ 'আনন্দ বাজাৰ পত্ৰিকা'খন কাৰ্যালয়ৰ পৰা লৈ আহিবলৈ। ভৱনলৈ আহিয়ে আহিয়ে মোৰ এইটো দ্বিতীয় কাম। পত্ৰিকাখনৰ এটা পৃষ্ঠাত থাকে 'কোথায় কী' শিৰোনামত আজিৰ তাৰিখত কলকাতা মহানগৰীৰ বিভিন্ন হলবিলাকত ক'ত কি অনুষ্ঠান আছে সেয়া লিখা থাকে আৰু সেইবিলাক পঢ়ি কেতিয়াবা কেতিয়াবা মই কোনোবা কোনোৰ হলটো নাটক চাবলৈ গৈ ভিৰ মেলো।

আজিৰ পত্ৰিকাখনৰ সেই পৃষ্ঠাটো উপচি আছে ৰবীন্দ্ৰ জয়ন্তীৰ কাৰ্যসূচীৰে। পুৱা ছয় বজাৰ পৰা আৰম্ভ হৈছে ৰবীন্দ্ৰ জয়ন্তী। জোড়াসাঁকো ঠাকুৰবাড়ী, ৰবীন্দ্ৰ সদন মুক্তমঞ্চ, নব নালন্দা, গিৰীশ মঞ্চ, নেহৰু চিলড্ৰেন মিউজিয়াম, মুক্তাঙ্গন, শৰৎ সদন, সঙ্গীত সদন, কলকাতা বিশ্ববিদ্যালয় আদি কৰি মহানগৰৰ বাইশটা হলত ৰবীন্দ্ৰ জয়ন্তী পালিত হৈছে। গধূলিলৈকে আছে বহুত অনুষ্ঠানত ৰবীন্দ্ৰ জয়ন্তীৰ কাৰ্যসূচী।

মই এতিয়া চাবলৈ যাব পৰাকৈ যিটো হলত ৰবীন্দ্ৰ জয়ন্তীৰ কাৰ্যসূচী আৰম্ভ হ'ব, সেয়া টাউন হল। আবেলি চাৰে তিনি বজাত তাত আৰম্ভ হ'ব ৰবীন্দ্ৰ নাথ ঠাকুৰৰ স্মৰণত অনুষ্ঠান 'হে মৌনী তাপস'। এতিয়া তিনি বাজো বাজো।

টাউন হললৈ মই কেতিয়াও অহা নাছিলো আগতে।

ইডেন গাৰ্ডেন পাৰ হ'লো। এই ইডেন গাৰ্ডেনতে সন্ধিয়া বাজিবলৈ ইণ্ডিয়ান প্ৰিমিয়াৰ লীগৰ খেল আছে— কলকাতা নাইট ৰাইডাৰ্চ আৰু বাংগালোৰ ৰয়েল চেলেঞ্জাৰ্ছৰ মাজত। খদমদম লাগিছে ইডেনত— কোনে বেট ধৰিব— নাইট ৰাইডাৰ্ছ নে ৰয়েল চেলেঞ্জাৰ্ছ? কোনে ইনিংছ অ'পেন কৰিব হাতত বেট লৈ? আকাশ চোপড়াই নে সৌৰভ? কোন?

কলকাতাৰ এই চৰিত্ৰটো মই অতিশয় উপভোগ কৰোঁ। একালে জোড়াসাঁকো, একালে ইডেন। একালে ৰবীন্দ্ৰ নাথ ঠাকুৰ, একালে সৌৰভ গাংগুলী। এইবোৰ মাদুলিয়ে কলকাতাক কলকাতা কৰি ৰাখিছে।

এয়া আকাশবাণী কলকাতা। হেজাৰ হেজাৰ কাহিনীৰে ভৰা এই আকাশবাণী! ট্ৰামে খুন্দিওৱাৰ দুদিন আগতেও ইয়ালৈ আহিছিল মোৰ প্ৰিয় কবি জীৱনানন্দ দাশ— কবিতা পাঠ কৰিবলৈ। এই মহানগৰৰ বুকুৰেদি আগবঢ়া এক সৰ্পিল গতিৰ ট্ৰামৰ খুন্দাত মৃত্যু হৈছিল এই বনলতাৰ কবিৰ। বুকু ভাঙি গৈছিল শোকত মহানগৰৰ। সুৰুঙা বিচাৰি আছিল মহানগৰে এই মৃত্যুৰ প্ৰতিশোধ ল'বলৈ।

এশ বছৰ যিদিনা সম্পূৰ্ণ হৈছিল কলকাতাৰ হৃদয়-পথেদি বৈদ্যুতিক ট্ৰাম চলাৰ; মহানগৰে এখন হেৰিটেজ ট্ৰাম চলোৱাৰ আয়োজন কৰিলে সিদিনা; এই ট্ৰামে ভ্ৰমণ আৰু দৰ্শন কৰোৱাব যাত্ৰীক মহানগৰৰ অনেক ঐতিহ্য।

নাম দিয়া হ'ল সেই হেৰিটেজ ট্ৰামৰ 'বনলতা'।

আৰু সেইদৰে প্ৰতিশোধ ল'লে মহানগৰে আৰু মহানগৰীবাসীয়ে তেওঁলোকৰ প্ৰিয় কবিৰ এই নিষ্কৰুণ মৃত্যুৰ।

কবিতা বনলতা আৰু ট্ৰাম বনলতাৰ নাম মনলৈ আহিলেই মোৰ বুকুতো জ্বলি উঠে সেই মৰমী প্ৰতিশোধৰ অগ্নিশিখা।

কাষত এয়া ৰাজভৱন। আজি 'আনন্দ বাজাৰ পত্ৰিকা'ৰ প্ৰথম পৃষ্ঠাত ডাঙৰকৈ এখন ফটো ছপা হৈছে। অন্ধকাৰ ৰাজভৱনৰ; পটভূমিত বৈদ্যুতিক মহানগৰ। লোডশ্বেডিঙত মহানগৰবাসীৰ সৈতে সহাৱস্থান কৰিছে অন্ধকাৰ ৰাজভৱনে। পোহৰ কমাই আনিছে স্বেচ্ছাই; বাৰ্তাৰ কাকতৰ শিৰোনাম 'অংগীকাৰেৰ অন্ধকাৰে ৰাজভৱন'।

কাষত এয়া বিধানসভা ভৱন। ত্ৰিশ বছৰো অধিক কাল এই ভৱনৰ ট্ৰেজাৰী বেঞ্চত বহিছে বাওঁমৰ্চা।

এয়া হাইকৰ্ট! এবাৰ মই এই হাইকৰ্টৰ দীঘল বাৰাণ্ডাই বাৰাণ্ডাই ঘূৰি ফুৰিছিলো এদিন -- ভৱনত চাকৰি কৰা দিনত। মই বিচাৰি ফুৰিছিলো মোৰ প্ৰিয় লেখক শংকৰৰ অলেখ অলেখ সৌৰৰ্ণি। এজন ব্ৰিটিছ বেৰিষ্টাৰৰ তেওঁ আছিল এজন নিম্ন বেতনভোগী ক্লাৰ্ক। জীৱিকাৰ বাবে গংগা নদী পাৰ হৈ এই সুবৃহৎ পকী ঘৰটোৰ এচুকত বহি হেজাৰ চৰিত্ৰৰ সন্ধানত ব্যস্ত আছিল সেই যুৱক মণিশংকৰ মুখোপাধ্যায় আৰু লিপিবদ্ধ কৰি গৈছিল তেওঁৰ সেই উপন্যাস 'কত অজানাৰে।'

সেই চৰিত্ৰবোৰক বিচাৰি বিচাৰিয়ে মই সিদিনা এই হাইকৰ্টৰ বাৰাণ্ডাই বাৰাণ্ডাই বিচৰণ কৰি ফুৰিছিলো যেন।

চাৰে তিনি বাজিবলৈ দুই মিনিট বাকী মোৰ সৌহাতৰ ঘড়ীত।

লৰালৰিকৈ মই প্ৰেক্ষাগৃহলৈ ঢপলিয়ালো। এওঁলোক বৰ পাংচুৱেল। মোৰ দীঘলীয়া দিনৰ অভিজ্ঞতা আছে কলকাতাৰ সাংস্কৃতিক অনুষ্ঠানৰ উদ্যোক্তাসকলৰ কাৰ্যৰ। চাৰে ছয় বজা মানে চাৰে ছয় বজা। তেওঁলোকৰ ঘড়ীবোৰেই শুদ্ধ; বাকীবোৰ চব ভুল। মাত্ৰ দহজন দৰ্শকেৰে চাৰে ছয় বজাত নাটক আৰম্ভ কৰি দিয়া দেখিছো মই এবাৰ ৰাণু মুখাৰ্জী মঞ্চত। তাৰ পাছত দৰ্শক আহি আহি হল উপচি পৰিছিল— ভুল ঘড়ী হাতত পিন্ধা দৰ্শক সেইবোৰ।

বিশাল এক প্ৰেক্ষাগৃহ এই টাউন হল। সুসজ্জিত – এয়াৰ কণ্ডিচনড। বড়া বড়া অগণন প্লাষ্টিকৰ চেয়াৰ। মই বহি পৰিলো এখনত।

মঞ্চত ত্ৰিশজন পুৰুষ-মহিলা থিয় হৈ আছিল – সমবেত হৈ গাইছিল গান।

নহয়, সেয়া আছিল লাষ্ট ষ্টেজ ৰিহাৰ্চেল। মই মিনিট পাঁচৰ ৰিহাৰ্চেল চলিল মঞ্চত। তাৰ পিছত তেওঁলোক নামি আহিল।

সজ্জিত মঞ্চত সেয়া ৰবীন্দ্ৰ নাথৰ বিশাল প্ৰতিমূৰ্তি – উদ্ভাসী উঠিছে যেন।

'প্ৰণাম অক্ষয় তৃতীয়া'। মোৰ কাষত এজনে আন এজনক ক'লে।

ভৱনত 'আনন্দ বাজাৰ পত্ৰিকা'ৰ আজিৰ সংখ্যাটোত পাইছিলো এটা সম্পূৰ্ণ পৃষ্ঠা দখল কৰি থকা অক্ষয় তৃতীয়াৰ খবৰ। এই অক্ষয় তৃতীয়াত জন্ম লাভ কৰিছিল ভগৱান শ্ৰীবিষ্ণুৰ ষষ্ঠতম জন্মাৱতাৰ পৰশুৰামে। আকৌ কয়, এই অক্ষয় তৃতীয়া তিথিতেই ঋষি মুনিসকলৰ নিৰ্দেশত ইন্দ্ৰ দেৱতাই ভগৱান শ্ৰীবিষ্ণুৰ আৰাধনা কৰিছিল শাশ্বত ঐশ্বৰ্য, শক্তি আৰু অনন্ত শান্তি লাভৰ উদ্দেশ্যে। কিন্তু, যিটো কথা অক্ষয় তৃতীয়াৰ সৈতে একাত্ম হৈ পৰিচিতি লাভ কৰিছে, সেয়া হ'ল সোণ ক্ৰয়। সনাতন ঐশ্বৰ্য আৰু সৌভাগ্য লাভৰ উদ্দেশ্যে ধন সম্পত্তিৰ প্ৰতীক সোণ আৰু সোণৰ গহনা কিনাৰ এক প্ৰাচীন ৰীতি এই অক্ষয় তৃতীয়াৰ সৈতে জড়িত হৈ আছে। এই দিনটোৰ তাৎপৰ্য হ'ল যে এই দিনটোত সূৰ্য আৰু চন্দ্ৰ থাকে ঔজ্জ্বল্যৰ শীৰ্ষত। ভাৰতীয়সকলে বিশ্বাস কৰে যে এই অক্ষয় তৃতীয়াৰ দিনা সোণ ক্ৰয় কৰিলে জীৱনৰ সকলো ক্ষেত্ৰতে উন্নতিৰ ধাৰাবাহিকতা বৰ্তি থাকে। এইবোৰ 'আনন্দ বাজাৰ পত্ৰিকা'ৰ কথা।

দিলীপ চেটাৰ্জী আৰু জবা মৈত্ৰৰ বাহিৰে ইয়াৰ আনসকলক মই কোনোটোতে অক্ষয় তৃতীয়াৰ বিষয়ে কাৰো মুখত একো শুনা নাছিলো।

'আনন্দ বাজাৰ পত্ৰিকা'ৰ সেই পৃষ্ঠাটোত 'অক্ষয় তৃতীয়া'ৰ [illegible] সৰু সৰু শুভেচ্ছাবাণী প্ৰকাশ পাইছে। আৰু তাৰ বেছিভাগ আহিছে এই [illegible] জ্বেলাৰ্চৰ পৰা। আশ্চৰ্য! সকলোৱেই এই শুভদিনটোত সোণ ক্ৰয় কৰি লক্ষ্মীৰ আশিস বিচাৰিছে, নিজ গৃহলৈ সোণৰ আগমনেৰে ঐশ্বৰ্য আৰু পৰম সম্পদৰ অধিকাৰী হোৱাৰ বাসনা কৰিছে।

উপচি পৰিছে টাউন হল। হলৰ দুয়োকাষৰ কাৰিডৰো উপচি পৰিছে লোকেৰে। মানুহ আহিয়ে আছে, উদ্যোক্তাসকলে প্লাষ্টিকৰ চেয়াৰ আনিয়ে আছে, পাৰিব ক'ত এইবোৰ?

মঞ্চত উপবিষ্ট হ'ল আজিৰ এই অনুষ্ঠানৰ উদ্বোধিকা সুমিত্ৰা মিত্ৰ। শ্ৰেষ্ঠ ৰবীন্দ্ৰ সংগীতৰ যশস্বী শিল্পী। কলকাতা পৌৰ নিগমৰ সভাপতি নিৰ্মল বসু। নিগমৰ প্ৰাক্তন মেয়ৰ কমল বসু আৰু নিগমৰ কমিছনাৰ [illegible] আৰু [illegible] আলাপন বন্দোপাধ্যায়।

অনুষ্ঠান উদ্বোধন কৰা, ফুলৰ তোৰাৰে সম্বৰ্ধনা জনোৱা, [illegible] দিয়া – [illegible] কাম বিশ মিনিটত শেষ হ'ল।

আলাপন বন্দোপাধ্যায়ৰ ভাষণৰ পৰা জানিব পাৰিলো, যোৱা বহু বছৰ ধৰি এই টাউন হলত ৰবীন্দ্ৰ জয়ন্তী উৎসৱ পাতি থকা হৈছে কলকাতা মিউনিচিপাল কৰ্পোৰেচন আৰু কলকাতা পৌৰ সংস্থা আৰু টাউন হলৰ যৌথ প্ৰচেষ্টাত। মঞ্চত দুদিনৰ ধৰি [illegible] পৰা হোৱা

নাছিল এই হলটো মেৰামতি কৰি থকাৰ বাবে। তেওঁ আশা প্ৰকাশ কৰিছে যে ভবিষ্যতলৈও প্ৰতিবছৰে এই হলত ৰবীন্দ্ৰ জয়ন্তী উদ্‌যাপন কৰা হ'ব।

টাউন হল। স্বয়ং ৰবীন্দ্ৰ নাথৰ স্মৃতি বিজড়িত হৈ আছে এই টাউন হলৰ শ্বাস-প্ৰশ্বাসত।

ব্ৰিটিছ যুগত ১৮০৪ চনত ঘাইকৈ ব্ৰিটিছসকলৰ মনোৰঞ্জনৰ বাবেই এই টাউন হল নিৰ্মাণৰ কথা ভবা হৈছিল। তাৰ বাবে লটাৰীযোগে ধন সংগ্ৰহৰ ব্যৱস্থা কৰা হ'ল। প্ৰথমবাৰ ৫,৬০০ টা টিকট বিক্ৰী কৰা হৈছিল। দ্বিতীয়বাৰ হৈছিল ১৮০৫ চনত। ১৮০৭ চনত হল নিৰ্মাণৰ কাম আৰম্ভ হয়। তত্বাৱধান কৰিছিল চৰকাৰৰ মুখ্য স্থপতি কৰ্ণেল জে গাৰ্ষ্টিনে। ১৮১৩ চনত কাম শেষ হ'ল আৰু ১৮১৪ চনৰ ২২ মাৰ্চ তাৰিখে ইয়াৰ দ্বাৰ উন্মোচন কৰা হ'ল। ৰোমান ডৰিক ষ্টাইলত এই ভৱনৰ স্থপতি প্ৰস্তুত কৰা হৈছিল।

চাৰি বাজি দহ মিনিটত মঞ্চত প্ৰৱেশ কৰিলে মই হলত সোমায়েই প্ৰথম দেখা সেই ত্ৰিশজনীয়া পুৰুষ-মহিলাৰ দলটোৱে। তেওঁলোক 'কবিৰ ঘৰ' নামৰ অনুষ্ঠান এটাৰ শিল্পী। তেওঁলোকে সমবেত কণ্ঠত গীত পৰিৱেশন কৰিব।

মঞ্চটো ফুল পাতেৰে সজাই ৰাখিছে। কিন্তু, তথাপি তাৰ মাজতো কিবা যেন এটা নাই। আচলতে মই নাজানো বঙালীসকলৰ এনেকুৱা অনুষ্ঠানবিলাকৰ বাবে প্ৰেক্ষাগৃহ বহা মঞ্চ সজাবৰ বাবে নিজস্ব কি সহজলভ্য সমল আছে ফুল-পাতৰ বাহিৰে। আমাৰ অসমত বৰ ভাল--- গামোচা, জাপিৰে নদন-বদন কৰি তুলিব পাৰোঁ আমি মুহূৰ্ততে এনে একোখন সভাস্থলী।

আকৌ, গীত পৰিৱেশন কৰি থকা পুৰুষ-মহিলাসকলকো দেখিলো কোনো সু-পৰিকল্পিত সাজ তেওঁলোকৰ পৰিধানত নাই। যুৱক-পুৰুষকেইজনে বগা ধুতী-পাঞ্জাবীৰ লগত ডিঙিত ৰঙা এখন শেৰৱাণী আঁৰিছে। আৰু মহিলাসকলে? প্ৰত্যেকেই বেলেগ বেলেগ ৰঙৰ শাড়ী পৰিধান কৰিছে। এইক্ষেত্ৰত অসমীয়া মহিলাসকল জাকত-জিলিকা। আমাৰ সেই মুগা সাজে এনেকুৱা মঞ্চবিলাকত অসমীয়া মহিলাসকলক কি এক মহিমামণ্ডিত ৰূপত উজ্জলাই তোলে, সেয়া যদি এই 'কবিৰ ঘৰ'ৰ মহিলাসকলে দেখিলেহেঁতেন।

কলকাতা হাইকৰ্টৰ সমীপত এই টাউন হল ব্ৰিটিছৰ ন্যায়পালিকাৰ কাম-কাজ চলাবৰ বাবে সাময়িকভাৱে ব্যৱহাৰ কৰা হৈছিল। ১৯১৯ চনত Diarchy Rule প্ৰবৰ্তনৰ পাছত Bengal Legislative Councilৰ কাউন্সিল চেম্বাৰ হিচাপে ব্যৱহৃত হৈছিল এই হল। ১৯০১ চনত এই হলত অনুষ্ঠিত মহাৰাণী ভিক্টোৰিয়াৰ মৃত্যুত শোক প্ৰকাশ অনুষ্ঠানত মহামান্য লৰ্ড কাৰ্জনে কলকাতা চহৰত ভিক্টোৰিয়া মেমৰিয়েল নিৰ্মাণ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল। এই টাউন হল সাক্ষী আছিল আৰু দুটা যুগমীয়া সিদ্ধান্ত গ্ৰহণৰ— (১) ১৮৯১ চনত সিদ্ধান্ত লোৱা হৈছিল Society for Higher Training of Young Men অনুষ্ঠানটো প্ৰতিষ্ঠাৰ বাবে— যাৰ ফলশ্ৰুতি আছিল আজিৰ কলিকতা বিশ্ববিদ্যালয়, আৰু (২) ১৯০৬ চনত ৰবীন্দ্ৰনাথ ঠাকুৰ, আব্দুল ৰছুল আৰু অন্যান্য বহুকেইজনে সিদ্ধান্ত লৈছিল কলিকতাত স্থাপন কৰা হ'ব National College & School, যাৰ ফলত নিৰ্মাণ হ'ল আজিৰ যাদবপুৰ বিশ্ববিদ্যালয়।

'কবিৰ ঘৰ'ৰ শিল্পীসকলে দ্বিতীয়টো গীত পৰিবেশন কৰিবলৈ আৰম্ভ কৰিছে। মঞ্চত হাৰমনিয়ামত এজন আৰু অন্য চাৰিজন আছে চাৰিটা আন বাদ্যযন্ত্ৰত। নিমাত-নিস্তব্ধ, কাহ পৰি জীৰ্ণ যোৱা টাউন হল।

ব্ৰিটিছৰ দিনৰ বহু প্ৰতিবাদী সভাৰ চাক্ষুস সাক্ষী আছিল এই শুভ্ৰ কিলাকাৰৰ টাউন হল— ব্ৰিটিছৰ বৈষম্যমূলক বহু কাৰ্যৰ প্ৰতিবাদ কৰি স্বয়ং হেনৰি ডিৰোজিঅ'ই ১৮৩১ চনৰ ২৮ মাৰ্চৰ ইউৰেছীয়সকলৰ এখন সভাত ব্ৰিটিছ চৰকাৰক সমালোচনা কৰি এই টাউন হলৰ মজিয়াতে চিঞৰিছিল যে ব্ৰিটিছৰ শাসনত তেওঁলোকৰ অৱস্থা বন্যপ্ৰাণীতকৈও নিকৃষ্ট হৈছে।

প্ৰতিযোগিতামূলক পৰীক্ষাত ছাত্ৰসকল অৱতীৰ্ণ হ'ব পৰাৰ বয়স একৈশৰ পৰা উনৈশলৈ অৱনমিত কৰাৰ ব্ৰিটিছ চৰকাৰৰ হঠকাৰী সিদ্ধান্তৰ প্ৰতিবাদত এই টাউন হলৰ এখন সভাত ১৮৭৭ চনৰ ভাৰত সভাত (Indian Association) এখন প্ৰতিবাদী সভাৰে প্ৰতিবাদ কৰা হৈছিল।

আৰু ৰবীন্দ্ৰনাথ! আলাপন বন্দোপাধ্যায়ে প্ৰসংগ আনে ৰবীন্দ্ৰনাথ! ১৮৯৮ চনত ব্ৰিটিছে নাগৰিক সমালোচনাৰ কণ্ঠৰোধ কৰিবৰ বাবে Sedition Bill আনে। তাৰ প্ৰতিবাদত সেই চনৰ ১৭ ফেব্ৰুৱাৰী তাৰিখে এই টাউন হলৰ এখন প্ৰতিবাদী সভাত তেওঁৰ 'কণ্ঠৰোধ' নামৰ ভাষণটো পাঠ কৰিছিল।

বংগ ভংগৰ বহুতো প্ৰতিবাদী সভাৰো এই টাউন হল আছিল উপস্থিত সাক্ষী।

১৮৯৩ চনত এই টাউন হলত স্বামী বিবেকানন্দক তেওঁৰ চিকাগো ধৰ্মসভাৰ সাফল্যৰ বাবে ৰাজহুৱা সম্বৰ্ধনা জনোৱা হৈছিল। ১৮৯৫ চনত বৃহৎ এক জনসমাবেশত বিজ্ঞানী জগদীশ চন্দ্ৰ বসুৱে তেওঁৰ ইলেক্ট্ৰ'মাইক্ৰ'ৱেভ বৈজ্ঞানিক তত্ত্ব প্ৰদৰ্শন কৰিছিল। বেংগলৰ লেফটেনেণ্ট গৱৰ্ণৰ মেকেঞ্জীৰ শৰীৰেৰে তেওঁ এই ৱেভ সঞ্চালন কৰি দিছিল।

'কবিৰ ঘৰ'ৰ শিল্পীসকল মঞ্চৰ পৰা নামিল। এইবাৰ আৰম্ভ হ'ল ৰবীন্দ্ৰ সংগীত আৰু আবৃত্তিৰ মূল অনুষ্ঠান। 'আনন্দ বাজাৰ পত্ৰিকা'ৰ সেই পৃষ্ঠাটোত যে যৌথ 'তাপস' অনুষ্ঠানৰ গীত-কবিতাত অংশগ্ৰহণ কৰিবলগীয়া শিল্পীসকলৰ উল্লেখনীয়া তালিকাখনৰ আটাইতকৈ আকৰ্ষণীয় নাম দুটা আছিল গায়িকা ইন্দ্ৰাণী সেন আৰু আবৃত্তিকাৰ ব্ৰততী বন্দোপাধ্যায়। মূলতঃ এই দুটা নামৰ তাড়নাতে মই উধাতু খাই আহিছিলোঁ টাউন হললৈ।

নিমাত-নিস্তব্ধ টাউন হলটোত মোৰ ওচৰে পাঁজৰে ক'ৰবাত হঠাতে মোবাইল এটাই গেঙনি মাৰি উঠিল। একেলগে ছয় সাতটামান মূৰে ইফাল সিফাল কৰি উঠিল। যেন অনুসন্ধানত নামি গ'ল, কোনে মোবাইল অন কৰি ৰাখিছে [illegible] উলিয়াবলৈ।

মঞ্চলৈ প্ৰথম উঠিল সতীনাথ মুখোপাধ্যায়। তেওঁ ৰবীন্দ্ৰ কবিতা আবৃত্তি কৰিব।

অগণন দৰ্শক প্ৰেক্ষাগৃহত। সকলোবেই মোৰ অপৰিচিত। ইমানবোৰ অপৰিচিত মানুহৰ মাজত থাকি ৰবীন্দ্ৰ জয়ন্তী উপভোগ কৰি থকাটো যে কি মাদকতাময় অনুভৱ!

১৮৯১ চনত ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ মৃত্যুৰ শোকসভা, ১৮৯৪ চনৰ বঙ্কিম চন্দ্ৰ চট্টোপাধ্যায়ৰ মৃত্যুৰ শোকসভা গাম্ভীৰ্যপূৰ্ণ অনুষ্ঠানেৰে এই টাউন হলৰ মজিয়াত অনুষ্ঠিত

কৰা হৈছিল।

১৯১২ চনত ৰবীন্দ্রনাথ ঠাকুৰৰ জন্মৰ স্বৰ্ণ জয়ন্তীত তেওঁক এই টাউন হলত নাগৰিক সম্বৰ্ধনা জনোৱা হৈছিল। ১৯৩১ চনতো সত্তৰ বছৰীয়া জয়ন্তী এই টাউন হলেই সুশোভন কৰি তুলিছিল। সত্তৰ বছৰীয়া জয়ন্তীৰ এই সম্বৰ্ধনা অনুষ্ঠানত ৰবীন্দ্র নাথ ঠাকুৰে কলকাতা পৌৰ সংস্থাক আহ্বান জনাইছিল এই বুলি, 'মোৰ এই জন্ম চহৰখনক এই পৌৰ সংস্থাই যেন জীৱন ধাৰণৰ সুবিধাবোৰ যেনে সুস্বাস্থ্য, নিষ্কাশন, মৰ্যাদা আৰু আত্মসন্মান প্ৰদান কৰি মহান কৰি তোলে।'

আৰু বহুতো দীঘলীয়া ইতিহাস বুকুত সাবটি আজি বিয়লি এই টাউন হল জাতিষ্কাৰ হৈ উঠিছে!

সতীনাথ মুখোপাধ্যায়ৰ কবিতা শেষ নৌহওঁতেই মোৰ পিছফালে ম'বাইল এটা আকৌ বাজি উঠিল। মোৰ আগৰ শাৰীৰ পৰা এজনে বাক্যবাণ নিক্ষেপ কৰিলে, 'দাদা, ম'বাইল কেনেছেন?' মোৰ কাষৰ সৌফালৰজনে মাত মাতিলে— 'ইয়ুজ জানে না!'

এনেধৰণৰ বাক্যবাণেৰে বঙালীসকলৰ মুখৰ তূণ অনবৰতে ভৰি থাকে।

এই সন্ধিয়া, ৰবীন্দ্রনাথৰ এই চহৰ কলকাতা, ইডেন গাৰ্ডেন— হাইকৰ্ট— ৰাজভৱন— আকাশবাণী পৰিবেষ্টিত টাউন হল— উজলি-উল্লাসি উঠিল ৰবীন্দ্র সংগীতেৰে আৰু ৰবীন্দ্র কবিতাৰে। মঞ্চলৈ আহিছিল ৰূপাংকৰ বাগ্‌চী, প্ৰমীতা মল্লিক, অভিৰূপ গুহ ঠাকুৰতা, স্বপ্না ঘোষাল, ৰবীন্দ্ৰ ভাৰতী বিশ্ববিদ্যালয়ৰ সংগীত বিভাগৰ অধ্যাপক অমিত বন্দোপাধ্যায়, প্ৰণামী বসাক, মণি দেওনাথ, ভাস্বতী দত্ত, বিজয়লক্ষ্মী দাস, দেবলীনা ব্ৰহ্ম, শ্ৰৱণা ভট্টাচাৰ্য, স্নানন্দাব্ৰত দাস আৰু বহুজন গায়ক-গায়িকা আৰু আবৃত্তিকাৰ। আৰু, আৰু সেই ইন্দ্ৰানী সেন আৰু ব্ৰততী বন্দোপাধ্যায়!

ইন্দ্ৰাণী সেনৰ এটা হিন্দী ৰবীন্দ্র সংগীতৰ চি ডি মই অলপতে কলকাতাৰ পাৰ্ক ষ্ট্ৰীটৰ মিউজিক-ৱৰ্ল্ডৰ পৰা কিনিছিলো— তাত আছে হিন্দী ভাষালৈ অনুবাদ কৰা দহটা ৰবীন্দ্র সংগীত। লগতে কিনিছিলো আশা ভোসলেই গোৱা পোন্ধৰটা বাংলা ভাষাৰ ৰবীন্দ্র সংগীতৰ চিডি এটা। ইন্দ্ৰাণী সেনৰ চি ডিটো 'ছোটি ছোটি বাঁতে' আৰু আশা ভোসলেৰটো 'বড়ো আশা ক'ৰে এসেছি'।

জলজ ভাদুৰীয়ে হিন্দী ভাষালৈ অনুবাদ কৰা ইন্দ্ৰাণী সেনৰ চি ডিটোত মনোমোহা কেইটামান হিন্দী ৰবীন্দ্র সংগীত সোমাই আছে— 'আনন্দধাৰা বহিছে ভুবনে/দিন-ৰজনী কত অমৃতৰস উথলি যায় অনন্ত গগনে, তুমি কেমন কৰে গান কৰো হে গুণী/আমি অবাক হয়ে শুনি কেবল শুনি, চক্ষে আমাৰ তৃষ্ণা ওগো/তৃষ্ণা আমাৰ বক্ষ জুড়ে, আমি চিনি গো চিনি তোমাৰ ওগো বিদেশিনী' ইত্যাদি গীতকেইটাৰ হিন্দী সংস্কৰণ। মই বৰকৈ আশা কৰিছিলো মোৰ প্ৰিয় শিল্পীগৰাকীয়ে গাব মোৰ এই প্ৰিয় ৰবীন্দ্র সংগীত কিছুমান। কিন্তু ইন্দ্ৰাণী সেনে গালে মই আগতে নুশুনা দুটা ৰবীন্দ্র সংগীত— (১) মেঘ বলেছে যাব, ৰাত বলেছে যাই/সাগৰ বলে কূল মিলেছে আমিতো আৰ নাই, (২) তোমায় গান শোনাব তাইতো আমায় জাগিয়ে ৰাখো ওগো ঘুম-ভাঙানীয়া। প্ৰথমটো গীত পূজা বিষয়ক আৰু

দ্বিতীয়টো প্ৰেম বিষয়ক।

ভৰাই তুলিছিল। ভৰাই তুলিছিল ইন্দ্ৰাণী সেনে বিশাল টাউন হলৰ হৃদয় আৰু মোৰ হৃদয়। সন্মুখত ইন্দ্ৰাণী সেন আৰু চৌদিশে ৰবীন্দ্ৰনাথ। মাথোঁ ৰবীন্দ্ৰনাথ। যেন জোড়াসাঁকো ঠাকুৰবাড়ী নামি আহিছে, যেন শান্তি নিকেতন নামি আহিছে টাউন হলৰ সুসজ্জিত মঞ্চলৈ। যেন ইন্দ্ৰাণীয়ে কৈছে তোমাক গান শুনাম।

অগ্নিভ বন্দোপাধ্যায়। তেওঁৰ গান মই আগতে শুনা নাই। মিউজিক-ৰুমৰ  ক্লাছত তেওঁৰ ৰবীন্দ্ৰ সংগীতৰ দুটামান কেছেট মই দেখিছিলো আগতে। অগ্নিভ বন্দোপাধ্যায়ে গাইছিল এই গান— 'ওই বুঝি কালবৈশাখী/সন্ধ্যা আকাশ দেয় ঢাকে/ভয় কী ৰে তোৰ কাৰে, দ্বাৰ খুলে দিস চাৰ ধাৰে।'

এক অতীব দৰদী কণ্ঠেৰে ৰাগভিত্তিক এই ৰবীন্দ্ৰ সংগীতটো গাইছিল সোমনাথ চেটাৰ্জীয়ে— 'এ মোহ আৱৰণ খুলে দাও দাও হে, সুন্দৰ মুখ তব দেখি নয়ন ভৰি।' পূজা বিষয়ক গীত এইটো। আদিত্য বসুৱে গাইছিল 'আমি ফিৰব না বে ফিৰব না আৰ ফিৰব না/এমন হাৱাৰ মুখে ভাসল তৰী।

আৰু অভিৰূপ গুহঠাকুৰতা। বয়সীয়া এই ৰবীন্দ্ৰ সংগীত শিল্পীগৰাকীয়ে গাইছিল এই মধুময় গীতটো— 'এই উদাসী হাওয়াৰ পথে পথে মুকুলগুলি ঝৰে/আমি কুড়িয়ে নিয়েছি তোমাৰ চৰণে দিয়েছি।

খৰকৈ পাৰ হৈছিল সময় আৰু প্ৰহৰ। খৰকৈ আগুৱাইছিল ৰবীন্দ্ৰ সংগীত আৰু ৰবীন্দ্ৰ আবৃত্তি।

ব্ৰততী বন্দোপাধ্যায়। মোৰ লগত বাংলা ভাষাত ব্ৰততী বন্দোপাধ্যায়ৰ একক কণ্ঠৰ দুটা আবৃত্তি কেছেট আছে— (১) 'আমিই সেই মেয়ে'ৰ প্ৰথম দ্বিতীয় খণ্ড আৰু (২) 'আমাৰ ৰবীন্দ্ৰনাথ'।

সেই কলকাতাৰ অসম ভৱনত চাকৰি কৰি থকাৰ সময়ত এদিন গুৱাহাটীৰ আই আই টিৰ অধ্যাপক ড° চন্দন মহন্তই মোক ব্ৰততী বন্দোপাধ্যায়ৰ একক আবৃত্তিৰ অনুষ্ঠান এটালৈ যাবলৈ লগ ধৰিছিল। ড° মহন্তৰ ৰাতি দুপৰৰ ফ্লাইট আছিল মালয়েছিয়ালৈ, দমদম বিমানবন্দৰৰ পৰা। গতিকে গধূলিৰ সময়খিনিত ড° মহন্তই মোক আবৃত্তিৰ অনুষ্ঠানটোলৈ যাবলৈ লগ ধৰিছিল।

মোৰ যোৱা নহ'ল। তাৰ কিছুদিন পাছতেই মই উপহাৰ পাইছিলো 'আমিই সেই মেয়ে'। ব্ৰততীৰ দীঘলীয়া কেছেটটো শুনি শুনি মই অবাক হোৱাই নহয়, মই অনুশোচনাহে কৰিছিলো— ড° মহন্তই লগ ধৰা ব্ৰততীৰ সেই আবৃত্তিৰ অনুষ্ঠানলৈ নোযোৱাৰ বাবে।

আৰু আজি এয়া মোৰ সন্মুখত ব্ৰততী। বাংলা কবিতা আবৃত্তিৰ সম্ৰাজ্ঞী ব্ৰততী বন্দোপাধ্যায়। ব্ৰততীৰ কবিতাৰ কেছেট শুনি শুনি মই শিকি উঠিছিলো যে আবৃত্তি এক শিল্প— ই সৃষ্টি। ইয়াক স্ৰষ্টাই নিজ সুকুমাৰ কলা শক্তিৰে গঢ় দি তোলে। আবৃত্তি সম্পৰ্কে বিবেকটো মূলমন্ত্ৰ, যে আবৃত্তি মূলতঃ Subjective, আবৃত্তি আমাৰ চিন্তাৰ দ্বাৰা নিয়ন্ত্ৰিত, আবৃত্তিকাৰ বুদ্ধিজীৱী হ'ব লাগে, তেওঁ এজন স্ৰষ্টা— এই গোটেইখিনি ব্ৰততীৰ সেই

কেছেটকেইটাত বিৰাজমান। পৰিশীলিত উচ্চাৰণ, স্বৰগমৰ স্বাচ্ছন্দ্য আৰোহণ-অৱৰোহণ, সংযম আবেগ, আত্মগত ভংগী আৰু বোধসমৃদ্ধ পৰিৱেশনৰ বাবে ব্ৰততীৰ কেছেট দুটা ইমান হৃদয়স্পৰ্শী হৈ উঠিছিল।

ছন্দ, যতি, মাত্ৰা— আৰু ছন্দ যে নিজেই এটা জটিল শিল্প এই সমগ্ৰ অনুভৱখিনি কণ্ঠেৰে উজাৰি উজাৰি দহ মিনিট সময় ব্ৰততী বন্দোপাধ্যায়ে টাউন হল নিস্তব্ধ কৰি ৰাখিছিল।

ব্ৰততী মঞ্চৰ পৰা নামি অহাৰ পাছত মোৰ মাথোঁ এটাই প্ৰশ্ন থাকি গৈছিল, আশা ভোসলেৰ ৰবীন্দ্ৰ সংগীতৰ চি ডিটোৰ গান এটাৰ আৰ্হিত— তুমি কেমন কৰে আবৃত্তি কৰো হে গুণী/আমি অবাক হয়ে শুনি কেৱল শুনি।

বাহিৰত বৃষ্টি নামিছে। শতিকা পুৰণি টাউন হলৰ ছাদত টোপ টোপ বৰষুণ সৰিছে। বৰষুণেও শুনিছে টাউন হলৰ ৰবীন্দ্ৰ সংগীত আৰু ৰবীন্দ্ৰ কবিতা। 'আনন্দ বাজাৰ পত্ৰিকা'ৰ পাতত টাউন হলৰ আজিৰ এই অনুষ্ঠানটোত অংশগ্ৰহণ কৰিবলগীয়া দীঘলীয়া শিল্পীৰ তালিকাখন শেষ হ'বলৈ এতিয়াও কিছু বাকী।

মই ভিৰৰ মাজে মাজে ওলাই আহিলো টাউন হলৰ চিৰি নামি নামি। সেই ভিৰৰ মাজত বিদেশী কেইজনমানক এতিয়াও বহি থকা দেখিছোঁ। ব্ৰততী, ইন্দ্ৰাণীহঁতে বন্দী কৰি ৰাখিছে তেওঁলোকক।

বৰষুণ কমিছে। দেৱদাৰুৰ শাৰীবোৰৰ ফাঁকে ফাঁকে ষ্ট্ৰীট লাইটৰ পোহৰবোৰ আহি ভিজা বাটত বিচ্ছুৰিত হৈছে। মেঘবোৰ আঁতৰিছে আকাশৰ পৰা। আশা ভোসলেৰ কেছেটটোৰ প্ৰথমটো ৰবীন্দ্ৰ সংগীতলৈ মোৰ মনত পৰিল হঠাতে— 'মেঘেৰ কোলে ৰোদ হেসেছে, বাদল গেছে টুটি'।

ধুৰি চালো পিছলৈ।

পঁচিশ ব'হাগৰ পূৰ্ণ টাউন হল বৈ আছে নিস্তব্ধে। গান শুনাই আছে সকলোকে।

# ১০।

# দ্য এছিয়াটিক ছ'চাইটি

দীঘলীয়া সময়ৰ বাবে ভাৰতৰ ৰাজধানী চহৰ আছিল কলিকতা, আজিৰ কলকাতা। ভাৰতত ব্ৰিটিছ শাসনৰ এই দীঘলীয়া সময়ছোৱাতেই আছিল কলিকতা বহু ব্ৰিটিছৰ বাসস্থান। দেশৰ প্ৰশাসন যন্ত্ৰ ব্ৰিটিছৰ হাতত। আৰু সেই প্ৰশাসনৰ মুৰব্বী ব্ৰিটিছসকল আছিল ভাইচৰয় বা গৱৰ্ণৰ জেনেৰেল। তদুপৰি প্ৰশাসনৰ আনুষংগিক অন্যান্য বহুতো পদতো কাৰ্যনিৰ্বাহ কৰিছিল ব্ৰিটিছসকলে।

এইসকল ব্ৰিটিছৰ নামেৰেই নামকৰণ কৰা হৈছে কলকাতা মহানগৰীৰ প্ৰায়বোৰ বাট-পথ, বহু চৰকাৰী গৃহ। পৰবৰ্তী কালত স্বাধীন দেশৰ প্ৰশাসনে সেই ব্ৰিটিছ নামবোৰ সলাই ভাৰতীয় নেতা, সাহিত্যিক, শিল্পী, সমাজসেৱক আদিৰ নামেৰে নামকৰণ কৰিলে যদিও আজিৰ কলকাতাবাসীৰ বাবে সেইবোৰ ব্ৰিটিছ নামেই আজিও বেছিকৈ পৰিচিত। আৰ্মহাৰ্ষ্ট ষ্ট্ৰীট, অকলেণ্ড স্কোৱেৰ, বীডন ষ্ট্ৰীট, কৰ্ণৱালিছ ষ্ট্ৰীট, ডেলহাউচি স্কোৱেৰ, এলগিন ৰোড, প্ৰিন্সেপঘাট আৰু কত কি! কোনোজন আছিল গৱৰ্ণৰ জেনেৰেল বা কোনোজন অন্য পৰ্যায়ৰ ব্ৰিটিছ কৰ্মচাৰী। কিন্তু যিটো নামে সাধাৰণতে বিভ্ৰান্ত কৰে এই আলি-পদূলিবোৰৰ বুৰঞ্জী বিচাৰি ফুৰা ব্যক্তিসকলক, অথচ যিটো নামেই এইসমূহ নামৰ ভিতৰত আটাইতকৈ ৰমণীয় আৰু মোহনীয় বুলি বিবেচিত হয়, সেইটো নাম পাৰ্ক ষ্ট্ৰীট। কলকাতাৰ 'অসম

ভৱন'ত চাকৰি কৰা কালত এই পাৰ্ক ষ্ট্ৰীট নামটোৰ উৎস বিচাৰি কতজনক প্ৰশ্ন সুধি সুধি বিৰক্ত কৰিছিলো— কেনেকৈ হ'ল এই পাৰ্ক ষ্ট্ৰীট নামটো? এজনে এদিন কৈয়ে দিলে— 'পাৰ্ক' নামৰ এজন ব্ৰিটিছ চাহাব আছিল, তেওঁৰ নামেৰে এই পাৰ্ক ষ্ট্ৰীট।

আচলতে নহয়।

উনবিংশ শতিকাৰ মধ্যভাগলৈকে পাৰ্ক ষ্ট্ৰীটৰ নাম আছিল বদমতলা। ১৮৪০ চনত এই নামটো সলাই কৰা হ'ল পাৰ্ক ষ্ট্ৰীট। বংগত ইংৰাজৰ উপনিবেশ পৰিচালনাৰ সুবিধাৰ বাবে ১৭৭৩ চনত ৰেগুলেটিং এক্ট প্ৰণয়ন কৰা হয় আৰু পিছৰ বছৰ কলিকতাত স্থাপন কৰা হ'ল ভাৰতৰ ছুপ্ৰিম কোৰ্ট। ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসনকালত ১৭৮০ চনত ছাৰ এলিজা ইম্পে এই ছুপ্ৰিম কোৰ্টৰ প্ৰথমজন মুখ্য বিচাৰপতি আছিল। এই ইম্পে চাহাবৰ বাসস্থান আৰু সুন্দৰ বাগানখন আছিল আজিৰ ৰাছেল ষ্ট্ৰীট আৰু কামাক ষ্ট্ৰীট এলেকা। আজি য'ত 'লৰেটো হাউছ' শিক্ষানুষ্ঠান আছে, তাতেই আছিল এলিজা-ইম্পেৰ এখনি নয়নাভিৰাম হৰিণাৰ পাৰ্ক। এই পাৰ্কখনৰ নামেৰেই পাৰ্ক ষ্ট্ৰীট।

কলকাতাবাসীৰ বাবে আজিৰ পাৰ্ক ষ্ট্ৰীটৰ আছে স্বকীয়া ব্যক্তিত্ব, ৰূপ আৰু ছন্দ। সমগ্ৰ বছৰটো বৰণীয় হৈ থাকে পাৰ্ক ষ্ট্ৰীট। নিশাৰ অগ্ৰগতিৰ লগে লগে পাৰ্ক ষ্ট্ৰীট হৈ পৰে ৰহস্যময় আনন্দ-আভিজাত্যৰ উৎস। মোহনীয় হৈ পৰে সন্ধ্যা-নিশাৰ এই জনপথ।

কিন্তু এযুগত আছিল পাৰ্ক ষ্ট্ৰীটৰ এক অনন্য ব্যক্তিত্ব। পাৰ্ক ষ্ট্ৰীট আছিল ব্ৰিটিছ লালিত-পালিত এক অতি উচ্চ শৈক্ষিক অনুষ্ঠানৰ আবাসভূমি। পাৰ্ক ষ্ট্ৰীটৰ ১ নম্বৰ ঘৰটোতেই গঢ় লৈ উঠিছিল সেই ঐতিহ্যমণ্ডিত 'এছিয়াটিক ছ'চাইটি'। সেইবাবেই যিমান যি আধুনিক সুভ্যতাই পাৰ্ক ষ্ট্ৰীটক ছোঁৱৰ বুলাই যাওক, পাৰ্ক ষ্ট্ৰীট কিন্তু সদায় পৰিচিত হৈ থাকিব প্ৰাচ্যবিদ্যা, প্ৰকৃতি বিজ্ঞান, মনবিকী বিদ্যাৰ শ্ৰেষ্ঠতম চৰ্চাকেন্দ্ৰ হিচাপে এছিয়াটিক ছ'চাইটিৰ ঐতিহ্য আৰু মহিমা সযত্নে সাবটি।

১, পাৰ্ক ষ্ট্ৰীটেই হ'ল এছিয়াটিক ছ'চাইটি। চৌৰংগীৰ ফালৰ পৰা জবাহৰলাল নেহৰু ৰোড আৰু পাৰ্ক ষ্ট্ৰীটৰ সংযোগস্থলীতেই সেই পুৰণি বৃহদাকাৰ ঐতিহ্যমণ্ডিত ভৱনটো 'এছিয়াটিক ছ'চাইটি'। পাৰ্ক ষ্ট্ৰীটৰ এইটো পশ্চিম সীমান্ত।

প্ৰাচ্যবিদ্যা আৰু তাৰ সৈতে জড়িত জ্ঞান-বিজ্ঞান চৰ্চাৰ সৰ্বোত্তম কেন্দ্ৰ হিচাপে প্ৰতিষ্ঠিত এই এছিয়াটিক ছ'চাইটি। এই অনুষ্ঠানটোৰ সৈতে জড়িত থকা দুই ব্যক্তি দুগৰাকী হ'ল ভাৰতৰ প্ৰথমগৰাকী গৱৰ্ণৰ জেনেৰেল ৱাৰেন হেষ্টিংছ আৰু ছুপ্ৰিম কোৰ্টৰ বিচাৰপতি উইলিয়াম জোনছ। নিজৰ প্ৰশাসনিক জীৱনত বহু সংঘাতপূৰ্ণ, ঘটনাবহুল অধ্যায় পাৰ কৰা ৱাৰেন হেষ্টিংছে নিজৰ সাহিত্যানুৰাগো প্ৰদৰ্শন কৰিব পাৰিছিল আৰু লগতে তেওঁ অনুমান কৰিব পাৰিছিল যে এই দেশখনৰ শাসন মজবুত কৰিবলৈ হ'লে দেশখনৰ ভাষা জনা দৰকাৰ। তেওঁ নিজে বাংলা আৰু ফৰাচী ভাষা জানিছিল। সেয়েহে প্ৰাচ্যভাষা অধ্যয়ন, গৱেষণা আৰু বিস্তাৰৰ বাবে এইগৰাকী বিদেশী প্ৰশাসকে উৎসাহ দেখুৱাইছিল। আনহাতে ১৭৮৩ চনত কলিকতালৈ ছুপ্ৰিম কোৰ্টৰ বিচাৰপতিৰূপে অহা উইলিয়াম জোনছ আছিল প্ৰাচ্যবিদ্যা আৰু সংস্কৃতবিদ্যাৰ সুপণ্ডিত।

সিদিনা আছিল ১৭৮৪ চনৰ ১৫ জানুৱাৰী। বিচাৰপতি জোনছে ফোর্ট উইলিয়ামত থকা ছুপ্রিম কোর্টৰ গ্রাণ্ড-জুৰী কমলৈ ত্রিশজন ইউৰোপিয়ান সম্প্রদায়ৰ গণ্য-মান্য ব্যক্তিক আমন্ত্রণ জনাই আনিলে। ছাৰ ৰবার্ট চেম্বার্চৰ অধ্যক্ষতাত সিদিনাৰ এই সভাত এটা সিদ্ধান্ত লোৱা হ'ল যে মানৱৰ জ্ঞান-শিক্ষা জগতৰ সকলোবোৰ দিশ সাৰ্থকৰ পৰাকৈ এটা শিক্ষাকেন্দ্র স্থাপন কৰা হ'ব। আৰু তাৰ ফলতেই জন্ম হ'ল আজিৰ এছিয়াটিক ছ'চাইটি।

কলিকতাত ১৭৮৫ চনৰ ১৫ জানুৱাৰীত স্থাপিত এই এছিয়াটিক ছ'চাইটি স্থাপনৰ মূলতেই আছিল গবর্ণৰ জেনেৰেল হেষ্টিংছৰ পৃষ্ঠপোষকতা আৰু বিচাৰপতি জোনছৰ একান্ত চিন্তা-চর্চা। উইলিয়াম জোনছ আছিল এইটো অনুষ্ঠানৰ প্রথমগৰাকী সভাপতি।

'মানুহ আৰু প্রকৃতি। দুয়ো পৰস্পৰৰ বাবে বা নিজৰ বাবে যি সৃষ্টি বাৰছে, তাৰ জ্ঞান আহৰণেই আমাৰ প্রতিষ্ঠানৰ মুখ্য লক্ষ্য।'--- এছিয়াটিক ছ'চাইটিৰ স্থাপনৰ উদ্দেশ্যত এই ভাষ্য উইলিয়াম জোনছৰ। এই পৰিসীমাৰ ভিতৰত এই প্রতিষ্ঠানটোৱে এছিয়াৰ পটভূমিত আবিষ্কাৰ, পৰম্পৰা, প্রশাসন পদ্ধতি, সামৰিক আৰু ধর্মীয় অনুষ্ঠান, গণিত আৰু তাৰ আনুষংগিক বিষয়সমূহ, যেনে সমিতি, ত্রিকোণোমিত্রী, মেকানিকছ, অপ্টিকছ, জ্যোতির্বিজ্ঞান, পদাৰ্থ বিজ্ঞান, ৰসায়ন বিজ্ঞান, মেডিচিন, শৰীৰবিদ্যা, কৃষি, সংগীত, স্থাপত্য, কবিতা, চিত্ৰকলা, এনেকৈ ভিন্ন ক্ষেত্ৰৰ পাঠ্যগত আৰু ব্যৱহাৰিক বিষয়সমূহৰ গৱেষণামূলক চিন্তা-চর্চা কৰাটো প্রধান দায়িত্ব হিচাপে গ্রহণ কৰিছে।

আজিৰ এছিয়াটিক ছ'চাইটিৰ পূৰ্বৰ নাম আছিল 'এ'ছিয়াটিক ছ'চাইটি অব বেংগল' (১৮৩২-১৯৩৫) আৰু 'ৰয়েল এছিয়াটিক ছ'চাইটি অব বেংগল' (১৯৩৬-১৯৫১)। আৰু ১৯৫২ চনত এই প্রতিষ্ঠানটোৰ নাম হ'ল— 'এছিয়াটিক ছ'চাইটি'।

১৮০৫ চনত পাৰ্ক ষ্ট্ৰীটৰ সেই এছিয়াটিক ছ'চাইটিৰ নির্মিত ঘৰটো — দুশ বছৰীয়া এই পুৰণি ঘৰটো— মেট্ৰ'পলিটান চহৰখনৰ অন্যতম এটা উল্লেখনীয় ঘৰ। ১৯৬৫ চনৰ ২২ ফেব্ৰুৱাৰীৰ দিনা বৰ্তমানৰ নতুন গৃহটো তেতিয়াৰ দেশৰ ৰাষ্ট্ৰপতি ড° সর্বপল্লী ৰাধাকৃষ্ণণে উদ্বোধন কৰিছিল। ১৭৭৯ চনত স্থাপিত Batavian Society ৰ পিছতেই এই এছিয়াটিক ছ'চাইটি প্রাচ্যবিদ্যা চৰ্চাৰ ক্ষেত্ৰত বিশ্বৰ প্রাচীনতম প্রতিষ্ঠান।

পাৰ্ক ষ্ট্ৰীটৰ এই আৰ্হিৰ অনুকৰণেই বিশ্বৰ অন্য কিছুমান এছিয়াটিক ছ'চাইটি, যেনে— ৰয়েল এছিয়াটিক ছ'চাইটি অব ইংলেণ্ড স্থাপন কৰা হৈছিল ১৮২৯ চনত, চেণ্ট পিটাৰ্ছবাৰ্গত স্থাপন কৰা হৈছিল ৰাছিয়ান এছিয়াটিক ছ'চাইটি ১৮১০ চনত আৰু ১৮২২ চনত স্থাপন কৰা হৈছিল এছিয়াটিক ছ'চাইটি অব পেৰিছ।

ভালেবোৰ বিষয়ৰ ওপৰত চৰ্চা, শিক্ষা, গৱেষণা আদি কৰোঁতে ৰখা এই এছিয়াটিক ছ'চাইটিৰ ইতিহাসত আছে দীঘলীয়া আৰু বর্ণময় কাৰ্যক্ৰমণিকা। এই প্রতিষ্ঠানৰ যোগেদিয়েই প্রথমবাৰৰ বাবে ভাৰতৰ বিশাল ঐতিহ্য, দর্শন, সাহিত্য, বিজ্ঞান আদিৰ প্ৰতি বিশ্ববাসীৰ দৃষ্টি আকর্ষণ কৰা হৈছিল। হাওৰাৰ সংস্কৃত পণ্ডিত ৰামলোচন কবিভূষণৰ ওচৰত সংস্কৃত শিকি, এছিয়াটিক ছ'চাইটিৰ সেই প্রতিষ্ঠাতা উইলিয়াম জোনছে কালিদাসৰ 'শকুন্তলা' অনুবাদ কৰিছিল ১৭৯০ চনতে। তেনে একজন বিদগ্ধ পণ্ডিতৰ অক্লান্ত প্ৰয়াসেৰে আৱিষ্কাৰ হ'বলৈ

ধৰিলে এই এছিয়াটিক ছ'চাইটি। এই শিক্ষা কেন্দ্ৰটোকে গুৰি ধৰি আমাৰ দেশত গঢ় লৈ উঠিছিল আৰু বহু অতি উচ্চপৰ্যায়ৰ শিক্ষানুষ্ঠান।

আজি মিউজিয়াম, অৰ্কিড, লাইব্ৰেৰী আদিৰে পৰিপূৰ্ণ হৈ থকা ১, পাৰ্ক ষ্ট্ৰীটৰ এছিয়াটিক ছ'চাইটিয়ে দেখুৱাই যোৱা বাটেৰে এদিন প্ৰতিষ্ঠা হ'ব ধৰিলে এইবোৰ মহৎ অনুষ্ঠান-প্ৰতিষ্ঠান—

(১) ১৮৩৫ চনত ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড উইলিয়াম বেণ্টিংকে স্থাপন কৰিছিল কলিকতা মেডিকেল কলেজ। এছিয়াটিক ছ'চাইটিৰ সদস্য ডাক্তৰ এম জে ব্ৰামলীক বেণ্টিংকে এই মেডিকেল কলেজৰ প্ৰথমগৰাকী অধ্যক্ষ নিয়োজিত কৰিছিল। ১৯২০ চনত স্থাপন হোৱা স্কুল অব ট্ৰ'পিকেল মেডিচিনলৈ এছিয়াটিক ছ'চাইটিয়ে নিজৰ সকলোবোৰ চিকিৎসা বিজ্ঞান সম্পৰ্কীয় কিতাপ দান কৰিছিল।

(২) ১৮৪৫ চনৰ ৪ নৱেম্বৰত কলিকতাত এখন বিশ্ববিদ্যালয় স্থাপনৰ বাবে প্ৰস্তাৱ লোৱা হয় গৱৰ্ণৰ জেনেৰেল কাউঞ্চিল অব এডুকেশ্যনৰ সদস্য ৰামগোপাল ঘোষৰ উদ্যোগত। এইজনা ব্যক্তি আৰু কাউঞ্চিল অব এডুকেশ্যনৰ সভাপতি ছাৰ জেমছ উইলিয়াম ক'লভিলেৰ প্ৰচেষ্টাতে ১৮৫৭ চনত কলিকতা চহৰৰ বুকুত কলিকতা বিশ্ববিদ্যালয় স্থাপন কৰা হয়। উল্লেখযোগ্য যে একে সময়ছোৱাত উইলিয়াম ক'লভিলে (১৮৪৮-১৮৫৯) আৰু ৰামগোপাল ঘোষ (১৮৫০-১৮৫৮) এছিয়াটিক ছ'চাইটিৰ ক্ৰমে সভাপতি আৰু উপ-সভাপতি আছিল। অসমত বিশ্ববিদ্যালয় স্থাপন নোহোৱা দিনবিলাকত এছিয়াটিক ছ'চাইটিৰ পৃষ্ঠপোষকতাত স্থাপন হোৱা এই কলিকতা বিশ্ববিদ্যালয়ে অসমৰ শিক্ষাৰ ক্ষেত্ৰত কি ভূমিকা পালন কৰিছিল সেয়া সৰ্বজনবিদিত। ছাৰ উইলিয়াম জোনছে এই বিশ্ববিদ্যালয়ৰ প্ৰথমগৰাকী উপাচাৰ্য নিয়োজিত হৈছিল।

(৩) ১৯১৪ চনৰ ১৫ জানুৱাৰীৰ দিনা স্থাপন হোৱা ভাৰতীয় বিজ্ঞান কংগ্ৰেছৰ মূল হোতা আছিল ১, পাৰ্ক ষ্ট্ৰীটৰ এছিয়াটিক ছ'চাইটি। এই কংগ্ৰেছৰ প্ৰথমগৰাকী সভাপতি ছাৰ আশুতোষ মুখাৰ্জীৰ নেৰানেপেৰা প্ৰচেষ্টাৰ ফলতেই ত্ৰিশ বছৰ ধৰি বিজ্ঞান কংগ্ৰেছে নিজৰ ভৱন আৰু অন্যান্য যাৱতীয় সুবিধাসমূহ এছিয়াটিক ছ'চাইটিৰ পৰা পাই থাকিবলৈ সক্ষম হৈছিল। এছিয়াটিক ছ'চাইটিয়ে এনেধৰণৰ সা-সুবিধা দিয়া অন্যান্য কিছুমান উল্লেখযোগ্য অনুষ্ঠান হৈছে— এগ্ৰিকালচাৰেল এণ্ড হৰ্টিকালচাৰেল ছ'চাইটি অব ইণ্ডিয়া, অটোম'বাইল এছ'চিয়েশ্যন অব বেংগল, ফটোগ্ৰাফিক ছ'চাইটি অব ইণ্ডিয়া, মেডিকেল এণ্ড ফিজিকেল ছ'চাইটিজ অব কেলকাতা আৰু ইণ্ডিয়ান নেশ্যনেল ছাইন্স একাডেমী।

(৪) আজিৰ কলকাতা চহৰৰ আলিপুৰ এলেকাত আলিপুৰ চিৰিয়াখানাৰ ওচৰত বেলভেডিয়াৰ ৰোডত এছিয়াৰ দ্বিতীয় বৃহত্তম গ্ৰন্থাগাৰৰূপে বিৰাজমান ভাৰতীয় জাতীয় গ্ৰন্থাগাৰৰ বুৰঞ্জীয়ে কয়— ১৮৩৫ চনত এছিয়াটিক ছ'চাইটিৰ এজন অগ্ৰণী সদস্য দ্বাৰকানাথ ঠাকুৰে এছপ্লেনেড ৰোডত স্থাপন কৰা 'কেলকাতা পাব্লিক লাইব্ৰেৰী'য়েই গৈ কালক্ৰমত জাতীয় গ্ৰন্থাগাৰৰ ৰূপ লয়। পাব্লিক লাইব্ৰেৰীৰ পৰা ১৯০২ চনত ইম্পেৰিয়েল লাইব্ৰেৰী নাম পোৱা এই গ্ৰন্থাগাৰটো ১৯৫২ চনত আলিপুৰৰ বৰ্তমানৰ এই সুবিশাল ভৱনটোলৈ

স্থানান্তৰ কৰা হয় নতুন নামেৰে— 'ভাৰতৰ জাতীয় গ্ৰন্থাগাৰ'।

এছিয়াটিক ছ'চাইটিৰ সৈতে যুক্ত ভালেকেইজন মনীষীয়ে এই ছ'চাইটিৰ মজিয়াৰ পৰাই আৰম্ভ কৰিছিল ভাৰতীয় সাহিত্য-সংস্কৃতি-বিজ্ঞানৰ বাঙ্ক্ষনীয়া কেইটামান অধ্যায়।

(ক) H F Blanford আছিল এছিয়াটিক ছ'চাইটিৰ সচিব (১৮৬৩-৬৮) আৰু সভাপতি (১৮৮৪)। তেওঁ আছিল এছিয়াটিক ছ'চাইটিৰ হৈ প্ৰস্তুত কৰি থকা ভাৰতীয় বতৰ বিজ্ঞানৰ ৰিপৰ্টৰ মুখ্য ব্যক্তি। উল্লেখনীয়, ১৭৪৪ চনতে এছিয়াটিক ছ'চাইটিয়ে ভাৰতত প্ৰথমবাৰৰ বাবে Wealter Reports প্ৰকাশ কৰিছিল।

(খ) Thomas Oldham আছিল ১৮৬৮-৬৯ সময়ছোৱাত এছিয়াটিকৰ সভাপতি। ১৮৫১ চনৰ ৫ মাৰ্চৰ দিনা স্থাপন হোৱা জিঅ'লজিকেল ছাৰ্ভে অৱ ইণ্ডিয়াৰ তেওঁ আছিল প্ৰথমগৰাকী সঞ্চালক। কিন্তু এই প্ৰতিষ্ঠানটোৰ জন্মৰো বহু পূৰ্বেই, ১৮২৪ চনত ছ'চাইটিয়ে গঠন কৰিছিল জিঅ'লজিকেল কমিটী, যি ভূমি জৰীপ, ভূ-সম্পদ অনুসন্ধান আদিৰ কাম কৰি Asiatick Researches নামৰ ছ'চাইটিৰ আলোচনীখনত সন্নিবিষ্ট কৰিছিল সেইবোৰ তথ্য।

(গ) Alexander Cunningham আছিল এছিয়াটিক ছ'চাইটিৰ সদস্য। ১৮৬১ চনত স্থাপন কৰা হৈছিল আৰ্কিঅ'লজিকেল ছাৰ্ভে অৱ ইণ্ডিয়া। এইগৰাকী ব্যক্তিয়ে প্ৰস্তুত কৰা পুৰাতাত্ত্বিক ৰিপৰ্ট ভাৰত চৰকাৰে ছ'চাইটিলৈ প্ৰেৰণ কৰিছিল আৰু তিনি বছৰ ধৰি সেই বহুমূলীয়া ৰিপৰ্ট এছিয়াটিক ছ'চাইটিয়ে প্ৰকাশ কৰিছিল।

(ঘ) Dr. B S Guha, ভাৰতৰ ১৯৪৫ চনৰ ১ ডিচেম্বৰত স্থাপন হোৱা এনথ্ৰ'প'লজিকেল ছাৰ্ভেৰ প্ৰথমগৰাকী সঞ্চালক হোৱাৰ পূৰ্বে এছিয়াটিক ছ'চাইটিৰ সাধাৰণ সম্পাদক আছিল। এই ছাৰ্ভে প্ৰতিষ্ঠা হোৱাৰো বহু পূৰ্বে ছ'চাইটিয়ে ভালেবোৰ অতি মূল্যবান নৃতাত্ত্বিক গৱেষণাপত্ৰ প্ৰস্তুত কৰিছিল।

(ঙ) George Abraham Grierson নামৰ এছিয়াটিক ছ'চাইটিৰ সদস্যজনৰ প্ৰচেষ্টাতেই গঢ় লৈ উঠিছিল ১৮৯৬ চনত 'লিংগুইষ্টিক ছাৰ্ভে অৱ ইণ্ডিয়া'।

(চ) Dr. Nathaniel Wallich ৰ যত্নতেই এছিয়াটিক ছ'চাইটিৰ মিউজিয়ামত প্ৰাণীবিজ্ঞানৰ অসংখ্য তথ্যৰে গোলেবী উপচি আছিল। ১৯১৬ চনৰ ১ জুলাইত জুলজিকেল ছাৰ্ভে অৱ ইণ্ডিয়া গঠন হোৱাত প্ৰধান শক্তি আছিল এইগৰাকী ব্যক্তি।

(ছ) William Lambton বহুদিন ধৰি ছ'চাইটিৰ সদস্য আছিল। তেওঁ প্ৰস্তুত কৰা ত্ৰিকোণোমিত্ৰিকেল ছাৰ্ভে গঠন কৰাৰ বাট দেখুৱাই দিছিল।

(জ) C Hamilton নামৰ ছ'চাইটিৰ সদস্যগৰাকীয়ে উদ্ভিদবিদ্যাত কৰকেইটা গৱেষণা কৰিছিল। ১৭৮৮ চনত তেওঁৰ প্ৰথমখন ৰিচাৰ্চ পেপাৰ 'Mahwa Tree' এছিয়াটিক ছ'চাইটিয়ে প্ৰকাশ কৰি উলিয়াইছিল।

তদুপৰি গৱৰ্ণৰ জেনেৰেল লৰ্ড বাৰ্কেন হেষ্টিংছে অজস্ৰ কিতাপ কিনিছিল উদ্ভিদ বিজ্ঞান সম্পৰ্কীয়। এইবোৰ তেওঁ এছিয়াটিক ছ'চাইটিলৈ দান দিছিল। প্ৰমাণৰে সৌৰৱা হয় যে এইগৰাকী প্ৰশাসকৰ এই বদান্যতাৰ ফলতেই ১৮৯০ চনৰ ১৩ ফেব্ৰুৱাৰীৰ দিনা ব'টানিকেল

ছাৰ্ডে গঠন কৰা হৈছিল।

কিন্তু এই সকলোবোৰকেই যেন চেৰাই গৈছিল এছিয়াটিক ছ'চাইটিয়ে ভাষাতত্ত্বৰ ওপৰত কৰা গৱেষণাৰাজিয়ে। ছুপ্ৰিম কোৰ্টৰ বিচাৰপতিৰ দৰে এক পদত কাৰ্যনিৰ্বাহ কৰি ভাষাচৰ্চাৰ ক্ষেত্ৰত উইলিয়াম জোনছে যি ব্যুৎপত্তি আৰু নিষ্ঠা প্ৰদৰ্শন কৰিছিল, তাৰ ফলস্বৰূপেই এছিয়াটিক ছ'চাইটিয়ে ভাষাতত্ত্বৰ ওপৰত অগাধ দখল প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল। সংস্কৃত ভাষাক জনপ্ৰিয় কৰি তোলাৰ ক্ষেত্ৰত ছ'চাইটি আৰু ছ'চাইটিৰ প্ৰথমগৰাকী সভাপতি উইলিয়াম জোনছৰ অবদান চিৰদিনৰ বাবে শ্ৰদ্ধাৰে স্মৰণ কৰা হ'ব। ১৮৮৫ চনত ছ'চাইটিয়ে আৰম্ভ কৰিছিল পৰম্পৰাগত সংস্কৃত পাঠ্যক্ৰম, যেনে— শাস্ত্ৰী, আচাৰ্য আদি। পাণ্ডুলিপি তত্ত্ব, ভাৰতীয় সংস্কৃতি আৰু সভ্যতা, এছিয়াৰ সংস্কৃতি, চীনা ভাষাচৰ্চা আদি পাঠ্যক্ৰমৰ প্ৰচলনেৰে এই শিক্ষাকেন্দ্ৰটো বৃহৎ প্ৰতিষ্ঠান হিচাপে চিহ্নিত হৈ ৰৈছে। আৰবিক ভাষাচৰ্চাৰ ক্ষেত্ৰত উইলিয়াম জোনছ নিজেই আছিল আগৰণুৱা। পাৰ্চী ভাষাৰ ব্যাকৰণৰ পুথি লিখা, পাৰ্চী ভাষাৰ কবিতা অনুবাদ কৰা কামৰ সৈতে জোনছ প্ৰত্যক্ষভাৱে জড়িত থাকি সেই ভাষাৰ চৰ্চাৰ হকে এছিয়াটিক ছ'চাইটিৰ দায়বদ্ধতা প্ৰমাণ কৰিছিল।

আৰ্ট সম্পৰ্কীয় অজস্ৰ আৰ্হি আৰু সম্পদৰাজি এছিয়াটিক ছ'চাইটিৰ মিউজিয়ামৰ বৈশিষ্ট্য। ছ'চাইটিয়ে ১৭৯৬ চনৰে পৰা এইবোৰ সংগ্ৰহ কৰি আহিছে। কিন্তু এইবোৰ শৃংখলাবদ্ধভাৱে ৰাখিবলৈ ছ'চাইটিৰ কোনো ব্যৱস্থা নাছিল। পূৰ্বে উল্লেখ কৰি অহা সেই ড° নাথানিয়েল ৱালিছ নামৰ ডেনিছ হাৰ্জনজনৰ প্ৰচেষ্টাত গঢ় লৈ উঠিছিল ছ'চাইটিৰ মিউজিয়াম। তেওঁক 'মিউজিয়াম অব দা এছিয়াটিক ছ'চাইটি'ৰ অধীক্ষক নিয়োগ কৰা হৈছিল। ১৮১৪ চনৰ ২ ফেব্ৰুৱাৰীত স্থাপন কৰা এই মিউজিয়াম এছিয়াৰ আটাইতকৈ পুৰণি মিউজিয়ামৰূপে পৰিচিত। এই মিউজিয়ামেই পৰৱৰ্তী কালত, ১৮৭৮ চনত স্থানান্তৰ কৰা হয় বৰ্তমানৰ বিশাল ভৱনৰ চৌৰংগী এলেকাৰ ২৭ জৱাহৰলাল নেহৰু ৰোডলৈ 'ইণ্ডিয়ান মিউজিয়াম' নামেৰে।

ভাৰতৰ প্ৰথমখন আৰ্ট গেলেৰীও স্থাপন কৰিছিল এছিয়াটিক ছ'চাইটিয়ে ১৮৩৪ চনত।

ছ'চাইটিৰ মিউজিয়ামৰ আৰ্কাইভছ হ'ল অনন্য সম্পদৰ ভঁৰাল। ঊনবিংশ আৰু বিংশ শতিকাৰ বৰণীয় দলিল হিচাপে এই আৰ্কাইভছত সংগৃহীত আছে বিভিন্ন মুদ্ৰা, পাণ্ডুলিপি আৰু বিভিন্ন বিশিষ্ট ব্যক্তিসকলে লিখা বহু মূল্যবান চিঠি-পত্ৰ। মহাত্মা গান্ধীৰ অনেকবোৰ চিঠিয়ে ছ'চাইটিৰ এই মিউজিয়ামৰ মৰ্যাদা বৰ্দ্ধন কৰিছে। ইতিহাসৰ পাতৰ কিছুমান মহিমামণ্ডিত ঘটনাৰ বিৱৰণী এই মিউজিয়ামৰ অমূল্য সম্পদ হিচাপে চিহ্নিত হৈ ৰৈছে।

মূল্যবান তৈলচিত্ৰ, ভাস্কৰ্য, মাৰ্বল পাথৰৰ আবক্ষ মূৰ্তি, তাম্ৰলিপি, খ্ৰীষ্টপূৰ্ব ২৫০ৰ ব্ৰাহ্মি লিপি আদি মিউজিয়ামৰ সংৰক্ষিত মূল্যবান সামগ্ৰী। ছ'চাইটিৰ ১৮০২ চনৰ সচিব ৰবাৰ্ট হোমৰ ষ্টুডিঅ'ৰ পৰা সংগৃহীত কিছুমান তৈলচিত্ৰৰ উপৰি এই মিউজিয়ামত শোভাবৰ্দ্ধন কৰিছে ৰেণি গুইডোই অঁকা ক্লিওপেট্ৰা আৰু ছাৰ জচুৱা ৰেনলড্ছে অঁকা মাৰিআ-ডি-মেডিকৰ তৈলচিত্ৰই। পাম গছৰ পাতৰ পাণ্ডুলিপি আৰু দালাই লামাই উপহাৰ দিয়া তিব্বতীয় পাণ্ডুলিপিসমূহ নিঃসন্দেহে ছ'চাইটিৰ মিউজিয়ামৰ কিছুমান অপূৰণীয়া সম্পদ।

শিক্ষামূলক প্ৰকাশনৰ ক্ষেত্ৰত এছিয়াটিক ছ'চাইটিক ভাৰতৰ সবাতোকৈ পুৰণি প্ৰকাশক

বুলি গণ্য কৰা হয়। Asiatick Researchesৰ প্ৰকাশ আছিল এই প্ৰতিষ্ঠানৰ সৰ্বোচ্চ পৰ্যায়ৰ প্ৰকাশন। ১৭৮৮ চনৰ পৰা প্ৰকাশ আৰম্ভ হোৱা এইখন জাৰ্ণালৰ প্ৰথম পাঁচটা খণ্ড ধনৰ অভাৱত ছ'চাইটিয়ে নিজে প্ৰকাশ কৰিব নোৱাৰি ব্যক্তিগত প্ৰতিষ্ঠানক প্ৰকাশ কৰিবলৈ দিছিল। তাৰ পিছত পোন্ধৰটা খণ্ড অৱশ্যে ছ'চাইটিয়ে নিজে প্ৰকাশ কৰিছিল যদিও ১৮৩৯ চনত ইয়াৰ প্ৰকাশ বন্ধ হৈ গ'ল। পিছত কলিকতা টাকশালৰ ধাতু পৰীক্ষাৰ চাকৰি কৰা জেমছ প্ৰিন্সেপ্ নামৰ এছিয়াটিক ছ'চাইটিৰ সদস্য এজনে ১৮৩২ চনত নতুন আংগিকেৰে ছ'চাইটিৰ জাৰ্ণালখন প্ৰকাশ কৰে The Journal of the Asiatic Society of Bengal নাম দি।

Bibliotheca Indica নামৰ ছিৰিজটো প্ৰকাশ কৰি ছ'চাইটিয়ে পাৰ্চিয়ান উৰ্দু, আৰবিক ভাষাৰ উপৰি তিব্বতী, কুই, বাঙালী, হিন্দী, কাশ্মীৰী, সংস্কৃত, প্ৰাকৃত, পালি, ৰাজস্থানী ভাষাত প্ৰাচ্য সাহিত্য, ব্যাকৰণ, অভিধান আদিৰ অনেকবোৰ বিষয় মুদ্ৰণ কৰি আহিছে ১৪৪ বছৰ ধৰি।

এছিয়াটিক ছ'চাইটিৰ ঐতিহ্যমণ্ডিত লাইব্ৰেৰীটো দুটা ভাগত বিভক্ত— ছপাপুথি আৰু পাণ্ডুলিপি। কোঠাবোৰত প্ৰথম প্ৰৱেশৰ লগে লগেই নাকত আহি লাগিলহি ৰাসায়নিক দ্ৰব্য ছটিয়াই সংৰক্ষণ কৰি ৰখা কিতাপবোৰৰ অকটা অকটা গোন্ধ। ২৯,৪২৫ খন পুথি আৰু পাণ্ডুলিপি আছিল এই লাইব্ৰেৰীত ১৮৮৪ চনতে। পূৰ্বে উল্লেখ কৰি অহা বিভিন্ন বিষয়ৰ দুই লক্ষ কিতাপ, জাৰ্ণাল আদি উপচি আছে বৰ্তমানৰ ছ'চাইটিৰ লাইব্ৰেৰীটোত। পাণ্ডুলিপিৰ ক্ষেত্ৰত সংগ্ৰহ আৰু সংৰক্ষণৰ প্ৰধান হোতা আছিল এই ছ'চাইটিৰ প্ৰথমগৰাকী ভাৰতীয় সভাপতি ৰাজা ৰাজেন্দ্ৰলাল মিত্ৰ (১৮৮৫ চন)। প্ৰায় ষাঠি হেজাৰটা পাণ্ডুলিপি ভাগে ভাগে এই ছ'চাইটিৰ লাইব্ৰেৰীত সংৰক্ষণ কৰি থোৱা আছে। পাণ্ডুলিপি সংৰক্ষণ প্ৰশিক্ষণৰ ওপৰত গুৰুত্ব দি ছ'চাইটিয়ে ইচ্ছুক ব্যক্তিসকলৰ বাবে এটা প্ৰশিক্ষণৰ চাৰ্টিফিকেট পাঠ্যক্ৰম প্ৰৱৰ্তন কৰিছে।

বিশ্বৰ বিভিন্ন ভাষাৰ আৰু ভাৰতৰো বিভিন্ন ভাষাৰ, মুঠ ৪১ টা ভাষাৰ পাণ্ডুলিপি সংৰক্ষিত হোৱা এই লাইব্ৰেৰীটোলৈ আৰবি, পাৰ্চিয়ান আৰু উৰ্দু ভাষাৰ পাণ্ডুলিপিসমূহ ঘাইকৈ উপহাৰ হিচাপে আহিছিল কলিকতাৰ ফোৰ্ট উইলিয়াম কলেজৰ পৰা আৰু দিল্লীৰ মোগল ৰাজপ্ৰাসাদৰ পৰা। সম্ৰাট অশোকৰ দিনৰ শিলত খোদিত ব্ৰাহ্মি ভাষাৰ লিপি, কনিষ্কৰ সময়ৰ খৰষ্ঠি লিপিৰ উপৰি নাগৰী লিপি আৰু ত্ৰিপুৰাৰ পুৰণি বাংলাৰ লিপি এই লাইব্ৰেৰীৰ ঐতিহ্যৰূপে সংৰক্ষিত হৈ আছে।

১৯৮৪ চনটো আছিল এছিয়াটিক ছ'চাইটিৰ দুশ বছৰীয়া জন্মবাৰ্ষিকী। অতিথি হিচাপে আহিছিল তেতিয়াৰ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধী। তেওঁৰ সেই ভ্ৰমণত প্ৰধানমন্ত্ৰীয়ে গুৰুত্ব আৰোপ কৰিছিল ভাৰতীয় ঐতিহ্যৰ ওপৰত। এই ভাৰতীয় ঐতিহ্যৰ আধাৰতেই ছ'চাইটিয়ে মুকলাই উলিয়াইছে এক নতুন কাৰ্যসূচী— Heritage India। ভাৰতৰ দহ হেজাৰ বছৰীয়া ঐতিহ্যক এছিয়াটিক ছ'চাইটিয়ে ধৰি ৰাখিব এক মাল্টিমিডিয়া ডিজাইন ছিষ্টেমৰ যোগেদি। নিশ্চিতভাৱে এই প্ৰচাৰ মাধ্যমত প্ৰতিফলিত হ'ব এছিয়াটিক ছ'চাইটিৰ নিজৰেই ঐতিহ্য— দুশ বছৰৰ

বছৰীয়া ঐতিহ্য।

কম্পিউটাৰৰ বিশাল পৰিধিৰ মাজত ইতিমধ্যেই সোমাই পৰিছে ১, পাৰ্ক ষ্ট্ৰীটৰ এছিয়াটিক ছ'চাইটি। গৱেষণা, শিক্ষা, অনুসন্ধান, সকলো বিভাগতেই এই আধুনিক প্ৰযুক্তি বিজ্ঞানক প্ৰয়োগ কৰিছে ছ'চাইটিয়ে। 'কেলকাটা লাইব্ৰেৰী নেটৱৰ্ক'ৰ লগত সংলগ্ন কৰাৰ পাছত ছ'চাইটিৰ লাইব্ৰেৰী এতিয়া মহানগৰীৰ অন্যান্য লাইব্ৰেৰীৰ সৈতে সংযুক্ত হৈ পৰিল। পাণ্ডুলিপিৰ তথ্যৰ ক্ষেত্ৰত কম্পিউটাৰ ছিষ্টেম ব্যৱহাৰ কৰি পেলোৱা হৈছে।

অনাগত দিনবোৰত এছিয়াটিক ছ'চাইটিয়ে গৱেষণাৰ আয়ত্তলৈ আনিবলৈ যিবোৰ ক্ষেত্ৰ বাছি উলিয়াইছে, সেইবোৰো বাছকবনীয়া। প্ৰকৃতি আৰু পৰিবেশ সম্পৰ্কত ভাৰতীয় ধাৰণা, ভাৰতৰ নাৰীৰ প্ৰতিমূৰ্তি— বিভিন্ন ক্ষেত্ৰত বিশ্বাস, ভাৰত আৰু প্ৰাচীন আৰবীয় সভ্যতাৰ যোগসূত্ৰ, প্ৰাচীন আৰু মধ্যযুগীয় ভাৰতত বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ উন্নয়ন, ভাৰতীয় জনজাতি ইত্যাদি ইত্যাদি বিষয়সমূহ।

বছৰি বহু মানুহ অসমৰ পৰা কলকাতালৈ আহে; তাৰে প্ৰায়খিনি 'অসম ভৱন'ত থাকে— ৰাছেল ষ্ট্ৰীটৰ। আৰু ইয়াৰে বেছিভাগেই ফুৰিবলৈকো আহে। 'অসম ভৱন'ৰ পৰা এছিয়াটিক ছ'চাইটিৰ ভৱনলৈ খোজকাঢ়ি গ'লে ছয়-সাত মিনিটৰ বাট। নাজানো, 'অসম ভৱন'ত থাকিবলৈ অহা কিমান মানুহে ছ'চাইটিৰ ভৱনলৈ গৈছে, ছ'চাইটি চাইছে। হ'ব পাৰে, ছ'চাইটি মাথোঁ কেইমিনিটমানৰ বাবে ফুৰিবলৈ যোৱা ঠাই নহয়, কিন্তু যি কলকাতাৰ সাংস্কৃতিক আৰু সাহিত্যিক বাতাবৰণৰ আশে-পাশে কলকাতালৈ ফুৰিবলৈ যোৱা এই মানুহখিনি বিচৰণ কৰে, তাৰ সৈতে এছিয়াটিক ছ'চাইটি মুঠেই প্ৰাসংগিক নহয়। নিশ্চয়কৈ আমি আশা ৰাখিম, কলকাতালৈ যোৱা, 'অসম ভৱন'ত থকা অসমৰ এই মানুহবিলাকে এবেলিৰ বাবে পাৰ্ক ষ্ট্ৰীটৰ এই ঐতিহ্যমণ্ডিত এছিয়াটিক ছ'চাইটিৰ ভৱনত প্ৰৱেশ কৰিব— চাই আহিব 'সাম্ৰাজ্যবাদী' আখ্যা পোৱা আমাৰ দেশৰ সেই ব্ৰিটিছসকলে ২১৯ বছৰৰ আগতে আমাৰ বাবে কি সৃষ্টি কৰি থৈ গৈছিল, যাৰ ভেটিতেই আধুনিক ভাৰতে 'হেৰিটেজ ইণ্ডিয়া'ৰ সপোন দেখিব পাৰিছে।

# ১১।

## ইণ্ডিয়ান মিউজিয়াম প্ৰাংগণত

মহানগৰ কলকাতাৰ এই অঞ্চলটো এক শিহৰিত অনুভৱৰ উৎপত্তিস্থল বুলি অনুভৱ কৰা হয়। অদূৰত সেয়া ফ'ৰ্ট উইলিয়ামৰ 'ব্লেক হোল ট্ৰেজেডী'ৰ মৰ্মন্তুদ স্মৃতি, মহাৰাণী ভিক্টোৰিয়াৰ দৃশ্যমান স্মৃতিসৌধ, নিমজ্জিত জানৰ আৰু পাৰ্কষ্ট্ৰীটৰ এছিয়াটিক ছ'চাইটি। সকলোবোৰতেইতো বিজড়িত হৈ আছে সুখ-দুখৰ অনুভূতিৰে ভৰা ইতিহাসৰ বহুচৰ্চিত বহুকেইখিলা পাত। সকলোতেই দেখোন বিৰিঙি বিৰিঙি উঠিছিল সুদূৰৰ পৰা অহা কোনো এক অনামী আলোক শক্তিৰ মুক্তধাৰা।

হুগলীৰ পাৰত তেওঁলোকে নাও চপাইছিল। ব্যৱসায় কৰিবলৈ আহিছিল তেওঁলোক, মাথোঁ এয়াই পৰিচয়নে তিনিশ বছৰৰ পূৰণি চহৰখনৰ সেই বিদেশী নাগৰিকসকলৰ? হয়তো আঁৰত আছে আৰু বহুতো আঁৰৰ কাহিনী। যাৰ পৰিচয় ইতিহাসে দিব।

এয়া ব্ৰিটিছ শাসিত ভাৰতৰ আন এক অমূল্য অৱদান 'ইণ্ডিয়ান মিউজিয়াম'— ভাৰতীয় যাদুঘৰ। সাহিত্য-সংস্কৃতি-কলা-বিজ্ঞানৰ চৰ্চা আৰু বিকাশৰ প্ৰাণকেন্দ্ৰ এছিয়াটিক ছ'চাইটি যিদৰে একককভাৱে ব্ৰিটিছৰ চিন্তা-চৰ্চাৰ আবিষ্কাৰ, তেনেদৰে এই পুৰাতাত্ত্বিক সংগ্ৰহালয় ভাৰতীয় মিউজিয়ামো সম্পূৰ্ণভাৱে ব্ৰিটিছৰ চিন্তাৰ ফল। বিশ্বৰ প্ৰথম পাঁচটা যাদুঘৰ আৰু এছিয়াৰ প্ৰথম যাদুঘৰ কলকাতা চহৰৰ মাজমজিয়াৰ চৌৰংগী এলেকাৰ জৱাহৰলাল নেহৰু

ৰোডত অৱস্থিত এই ভাৰতীয় যাদুঘৰ— ইণ্ডিয়ান মিউজিয়াম।

এছিয়াটিক ছ'চাইটি স্থাপনৰ এটা দশকৰ পাছত উদ্যোক্তাসকলে সম্পদবাজি সংৰক্ষণৰ কথা চিন্তা কৰি এটা যাদুঘৰ স্থাপনৰ কথা মনলৈ আনিছিল। কিন্তু নিজস্বভাৱে প্ৰয়োজনীয় ভূমিৰ অভাৱৰ বাবেই এই চিন্তা তল পৰি থাকিল বেছ কিছুদিন। তাৰ পাছত সেয়া ১৮১৪ চনৰ কথা।

১৮১৪ চনটো ভাৰতীয় জাতীয় জীৱনৰ আৰ্থ-সামাজিক, শৈক্ষিক-সাংস্কৃতিক দিশৰ বাবে আছিল এক মাহেন্দ্ৰক্ষণ। এই বছৰটোতেই ভাৰতৰ সংস্কাৰবাদী আন্দোলনৰ হোতা ৰাজা ৰামমোহন ৰায় স্থায়ীভাৱে কলিকতাত থাকিবলৈ ল'লে, এই বছৰটোতেই ভাৰতৰ প্ৰথমখন মিছনেৰী স্কুল চিনচুড়াত স্থাপন কৰিলে ৰেভাৰেণ্ড মে'ই; আৰু এই বছৰটোতেই কলিকতাৰ প্ৰথম বিছপ ড° থ'মাছ ফানশ্বো মিডলটন কলিকতালৈ আহিল। এই বছৰটোৰেই ২ ফেব্ৰুৱাৰীৰ দিনা ড° নাথানিয়েল বালিছে এছিয়াটিক ছ'চাইটিৰ উদ্যোক্তাসকলৰ এটা যাদুঘৰ স্থাপনৰ প্ৰয়োজনীয়তাৰ বিষয়ে লিখিলে।

ড° নাথানিয়েল বালিছ আছিল এজন ডেনিছ উদ্ভিদ বিজ্ঞানী। তেওঁৰ নিজৰে আছিল মিউজিয়ামত থ'বলগীয়া বহু সম্পদ। আনহাতে এছিয়াটিক ছ'চাইটিৰ নিজৰো আছে ১৭৯৬ চনৰে পৰা সংৰক্ষণ কৰা বহুতো সম্পদ। ছ'চাইটিলৈ লিখা তেওঁৰ প্ৰস্তাৱটোত ড° নাথানিয়েলে তেওঁৰ সেই সম্পদবাজি মিউজিয়ামলৈ দান কৰিবলৈ আৰু নিজেই অবৈতনিক কিউৰেটৰ হিচাপে সেই মিউজিয়ামৰ দায়িত্ব ল'বলৈ ইচ্ছা প্ৰকাশ কৰিছিল।

এছিয়াটিক ছ'চাইটিক কৰ্তৃপক্ষই ড° নাথানিয়েলৰ সেই প্ৰস্তাৱটোত তাৎক্ষণিকভাৱে আৰু সাদৰেৰে সন্মতি জনালে। লগে লগে সংযোজন হ'ল ১৮১৪ চনৰ ভাৰতীয় সাংস্কৃতিক ক্ষেত্ৰত আৰু এক নতুন অধ্যায়— ভাৰতীয় যাদুঘৰৰ স্থাপন। ভাৰতবৰ্ষলৈ ব্ৰিটিছৰ আৰু এক উপহাৰ!

ড° নাথানিয়েল বালিছৰ সপোনৰ সেই ভাৰতীয় যাদুঘৰলৈ মই সোমাই গ'লো দহ টকীয়া এক প্ৰৱেশপত্ৰ সংগ্ৰহ কৰি।

এছিয়াটিক ছ'চাইটিয়ে দুটা ভাগত মিউজিয়ামৰ সংগৃহীত সম্পদবাজি বিভক্ত কৰিলে। এটা ভাগত থাকিল পুৰাতাত্ত্বিক, গোষ্ঠীগত আৰু কাৰিকৰী সম্পদ। দায়িত্বত থাকিল ছ'চাইটিৰ লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ানজন। আনটো ভাগত থাকিল ভূতাত্ত্বিক আৰু প্ৰাণীবিজ্ঞানৰ সামগ্ৰীসমূহ। দায়িত্বত থাকিল ড° নাথানিয়েল ডেনিছ, ছুপাৰিনটেণ্ডেণ্ট। সুধীজনৰ দান-বৰঙণি, বিজ্ঞজনৰ দিহা-পৰামৰ্শৰে অবৈতনিক অধীক্ষক ড° নাথানিয়েলৰ অক্লান্ত শ্ৰম আৰু চেষ্টাৰে সংৰক্ষিত এই মিউজিয়ামৰ তলৰ মহলাৰ বাওঁফালৰ প্ৰথম কথাটোৱেই ড° নাথানিয়েলৰ দায়িত্বৰ ভূতত্ত্ব বিভাগ।

ভূতত্ত্ব বিভাগত আছে ১৫ মিলিয়ন বছৰৰ পূৰ্বৰ পঞ্জাব আৰু উত্তৰ ভাৰতৰ কেতবোৰ অঞ্চলৰ শিৱালিক ৰেঞ্জৰ ফছিলসমূহ। ডাঙৰ ডাঙৰ আলমিৰাবিলাকত থকা চাৰিটা গেলেৰীত আছে স্তন্যপায়ী জন্তুৰ ফছিল, ঘঁৰিয়াল আদিৰ ফছিল— প্ৰাণীবিজ্ঞানৰ মতে Chelonia, Crocodilia, Artiodactyla, Mammalia, Gharila ইত্যাদি। জন্তুৰ দুডাল ওঁৰেৰে হাতীৰ

পূর্বপুৰুষৰ দাঁতখোলা এটা— Stegoddon Ganesha। কাঠৰ খো-বাক্সবিলাকত আছে প্ৰকাণ্ড কাছৰ দৰে Glyptodon tyrus, হাতীৰ পূৰ্বপুৰুষ Dinotherium আৰু Indian Hippopotamus, Indian Anthracotherium আৰু Indian suidae। কাষত এই কক্ষটো হ'ল— The Earth and Meteorites। ইয়াত আছে শিলা, খনিৰ সামগ্ৰী আৰু মেৰুদণ্ডহীন প্ৰাণীৰ ফছিল। ডাঙৰ এটা খো-বাক্সত প্ৰদৰ্শন কৰা আছে পৃথিৱীৰ ভূ-অংশৰ চিত্ৰৰ। পৃথিৱীৰ আয়তন হেনো ১০,৮৩,৩১,৯৭,৮০,০০০ কিলোমিটাৰ[3]।

হয়তোবা পৰবৰ্তী কালত উত্তৰসূৰী বিজ্ঞানপ্ৰেমীয়ে ডেনিছ বোটানিষ্ট ড° নাথানিয়েলৰ সেই কল্পিত সপোনকেই সজাবলৈ গৈ সৃষ্টি কৰিছিল এই কক্ষটোত থকা এইবোৰ শিলান্যাস, এইবোৰ খনিজৰ সংৰক্ষণ-হেমেটাইট, মেগনেচিয়াম, কেলচাইট, ক্ৰোচেৰাইট, সোণ, টেল্ক, ডায়মণ্ড, কোৱাৰ্টজ ইত্যাদি। সৌটো এক জলন্ত ভূমিকম্পৰ নমুনা। শিলাৰ প্ৰকৃতিৰ শিল, সেইবোৰৰ বিন্যাস আদিৰে এই কোঠাটো সুসজ্জিত কৰি ৰখা হৈছে। খো-বাক্সত মহাৰাষ্ট্ৰ, খাচী-জয়ন্তীয়া , জম্মু-কাশ্মীৰ, কৰ্ণাটক, মণিপুৰ, কেৰালা, হিমাচল প্ৰদেশ, ভূটান আদিত পোৱা বিভিন্ন শিলাখণ্ড সুন্দৰকৈ সংৰক্ষণ কৰা আছে।

কক্ষটোৰ খনিজ শাখাটো ঘাইকৈ খো-বাক্সত থকা বিভিন্ন খনিজ সামগ্ৰীৰ অক্সাইড, হাইড্ৰোক্সাইড, নাইট্ৰেটছ, কাৰ্বোনেট ব'ৰেট গ্ৰেফাইট আদি। কিন্তু শিলাময় এই কক্ষটোৰ যিটো চকুত মোৰ দৃষ্টি নিবদ্ধ হৈ ৰ'ল তাত আছিল কেইখনমান ফটো। মই বৰ আপোন-বোধে চালোগৈ ফটোবোৰ। এই ফটোবোৰত আছে এই মিউজিয়ামৰ কেইজনমান কিউৰেটৰ। এখেত T W Holland (১৮৯০-১৮৯৬), এখেত E W Wedenburg (১৯০৩-১৯০৫), এখেত M S Krizhar (১৯৩৩-৩৫)। দুখনমান ফটো ইমান পুৰণি যে মানুহবোৰ পঢ়িবই নোৱাৰি ভালকৈ। এশ বছৰৰ আগতে বিজ্ঞন বিজ্ঞানী ড° নাথানিয়েল এক উদ্ভিদ ভাৰতৰ সপোনেৰে ঐতিহ্য সংৰক্ষণৰ কল্পনা কৰিছিল, তেওঁ নিজেই এক ঐতিহ্যৰূপে চিহ্নিত হ'ব লাগিছিল। আজিৰ ভাৰতীয় যাদুঘৰত তেওঁক চুক এটাতো পৰি থকা দেখিবলৈ মই ব্যাকুল হৈ উঠিছিলো। ভাব হ'ল— তেওঁৰ যেন সপোনটোৱেই অথলে গ'ল।

অবৈতনিক কিউৰেটৰ হিচাপে কাম কৰাৰ পাছত ড° ৱালিছে এটা সময়ত পদত্যাগ কৰিছিল। তেওঁৰ উদ্যোগতেই ড° টাইটলাৰ, ড° হৰ্ছফিল্ড আদি কেইবাজনো ব্ৰিটিছে তেওঁলোকৰ ব্যক্তিগত সংৰক্ষিত সামগ্ৰীসমূহ ভাৰতীয় যাদুঘৰলৈ দান কৰি যাদুঘৰটোৰ মৰ্যাদা বৃদ্ধি কৰিছিল। ড° ৱালিছৰ পিছত মাহে ৫০ টকাৰ পৰা ২০০ টকা হাৰত বিভিন্ন সময়ত, দৰমহা ভিত্তিত কিউৰেটৰ নিয়োগ কৰা হৈছিল। ড° জে টি পিয়েৰচন, ড° মেকক্লেলাণ্ড, এডৱাৰ্ড ব্লাইথ, ড° গ্ৰিফিথছ আদি আছিল এই মিউজিয়ামৰ কিউৰেটৰ। তাৰত চৰকাৰে এই সময়ছোৱাত কিউৰেটৰৰ দৰমহা আৰু মিউজিয়ামৰ পৰিচালনাৰ বাবে মাহে ২০০-৩০০ টকাৰ অনুদান দিছিল।

১৮৫৬ চনত স্থাপন কৰা হ'ল ১ নং হাউচত ব্ৰিটিছ জিঅ'লজিকেল ছাৰ্ভে অৱ ইণ্ডিয়া। এছিয়াটিক ছ'চাইটিৰ পৰা ভূতত্ত্ব সম্পৰ্কীয় সংৰক্ষিত সম্পদসমূহ এই ছাৰ্ভেৰ কাৰ্যালয়লৈ স্থানান্তৰিত কৰা হয়। কিন্তু ঠাইৰ অভাৱ আদি বিভিন্ন কাৰণত এই কাৰ্যালয়ত মিউজিয়ামটো

সুচাৰুৰূপে পৰিচালনা কৰাৰ অসুবিধাই দেখা দিলে। এইবোৰ কথাতেই ছ'চাইটিয়ে ১৮৫৮ চনত চৰকাৰৰ ওচৰত, কলিকতাত এটা ইম্পিৰিয়েল মিউজিয়াম স্থাপনৰ প্ৰস্তাৱ আগবঢ়ালে।

আৰু এই সকলোবোৰ প্ৰচেষ্টাৰ ফলতেই ১৮৭৫ চনত জৱাহৰলাল নেহৰু ৰোডত এই সুদৃশ্য ভাৰতীয় যাদুঘৰ গৃহটো নিৰ্মিত হৈ উঠিল। এই আটকধুনীয়া ঘৰটোৰ ডিজাইন প্ৰস্তুত কৰিছিল ডব্লিউ এল গ্ৰান্‌ভিলে নামৰ এজন ব্ৰিটিছে। মই য'ত বৈ আছোঁ, তাত ড° ৰালিছৰ দৰে এই গ্ৰান্‌ভিলেৰো ফটো দেখা পাবলৈ নাই ইয়াত। অজানিতে গ্ৰান্‌ভিলে নামৰ কোনোবা এজন অচিনা-অজানা ব্ৰিটিছ ব্যক্তিৰ প্ৰতি মোৰ অন্তৰত অনুকম্পা ওপচি উঠিল। ড° ৰালিছ, গ্ৰান্‌ভিলে আদি বিদেশীসকল ভাৰতীয় যাদুঘৰত স্থান নাপালেও মই তেওঁলোকক মোৰ অন্তৰৰ কোনোবা এটা চুকত নীৰৱে থাকি যাবলৈ ঠাই অকল দিলোঁ।

বাৰাণ্ডাৰে আহি পালোহি সম্মুখতে এয়া কিছুমান ব্ৰঞ্জৰ মূৰ্তি। যক্ষ, প্ৰজননৰ দেৱী যক্ষী, অশোকস্তম্ভৰ সিংহ, কল্পদ্ৰুম। লগতে আছে খো-বম্নত গম্ভীৰা লোকনৃত্যৰ পোৰামাটিৰ মুখা। পশ্চিমবংগৰ মালদা জিলাৰ পৰা অনা ৰাম, ৰাৱণ, লক্ষ্মী, পাৰ্বতী, শিৱ, নৰসিংহৰ মূৰ্তি।

অলপ বাওঁফালে গ'লেই সেইটো প্ৰকাণ্ড গ্লাছ-বক্সত আছে Fossil Tree (Dadoxylon Sp.)। দুশ পঞ্চাশ বছৰৰ পুৰণি। দৈৰ্ঘ্য আছিল ২৮.৩৬ মিটাৰ (৯৩ ফুট)। ইয়াৰ পৰা কাটি আনি বাকছটোত থোৱা হৈছে ২২.২৫ মিটাৰ (৭৩ ফুট) অংশ। এই গছজোপা ১৯২৪ চনত পশ্চিমবংগৰ আসানছোলা নামৰ ঠাই এখনত ৰে'ল লাইন নিৰ্মাণৰ সময়ত লোধা গৈছিল। এই জাতীয় গছ উত্তৰ আৰু দক্ষিণ আমেৰিকা, ভাৰতবৰ্ষ আৰু দক্ষিণ আফ্ৰিকাত পোৱা যায়।

এইবাৰ বাওঁফালৰ বাৰাণ্ডাখনলৈ আগুৱাই গৈ দেখিলোঁ আৰু বহু মূৰ্তি। দশম শতিকা, একাদশ শতিকা, দ্বাদশ শতিকাৰ এই মূৰ্তিবোৰ আছিল বজ্ৰপাণি, ভূমিস্পৰ্শ মুদ্ৰাত বুদ্ধ, সূৰ্য আৰু শিৱৰ সংযুক্তি প্ৰতিমা, জাম্ভল, তাৰা, ৰেৱন্ত, শিৱৰ গজাসুৰ সংহাৰ মূৰ্তি, বৰাহৱতাৰ, অৱলোকিতেশ্বৰ, সূৰ্য, হৰিহৰ আদি। এইবোৰ সংগ্ৰহ কৰা হৈছিল উৰিষ্যা, নালন্দা, পুৰী, বিহাৰৰ অন্যান্য অঞ্চলৰ পৰা। এটা শিলাখণ্ডত আছিল বুদ্ধদেৱৰ পদচিহ্ন, ১৯শ শতিকাৰ, ম্যান্‌মাৰৰ পৰা অনা।

ভাৰতীয় যাদুঘৰত আছে দুটা সুসজ্জিত কলা আৰু নৃতাত্ত্বিক সম্বল সংৰক্ষণৰ কক্ষ। এছিয়াটিক ছ'চাইটিৰ দিনৰে পৰা বহুকেইজন ব্ৰিটিছ ভাৰতীয় কলাৰ সংৰক্ষণৰ পৃষ্ঠপোষক আছিল। আজিৰ যাদুঘৰৰ কলা-বীথিকাটো গঠন কৰা হৈছিল ১৯১১ চনত। কিন্তু ১৮৭৬ চনতেই তেতিয়াও ভাৰতৰ ভাইচৰয় লৰ্ড নৰ্থব্ৰুকে ভাৰতীয় যাদুঘৰত কলা-বীথিকাই পূৰ্ণতা পালে। দহ হেজাৰটা দৰ্শনীয় সামগ্ৰী আৰু সাতশ চৈধ্যখন ছবি সামৰি-সুতৰি দৃশ্যমান কৰি ৰাখিবৰ বাবে সেই তাহানিখন ১৯১১-১২ চনত আঢ়ৈ মাহ সময়ৰ ভিতৰতে আঠষষ্ঠীটা গ্লাছবক্স নিৰ্মাণ কৰি উলিওৱা হৈছিল। এই কাম কৰিছিল চীনা কাঠমিস্ত্ৰীসকলে।

কলা বিভাগত সংৰক্ষিত সামগ্ৰীসমূহ হাইকে বস্ত্ৰশিল্প, কাঠ, চীনামাটিৰ পাত্ৰ আৰু খনিজাত আছিল। ৰাজপুতনা, জামাইকা, মানচেষ্টাৰ আদিৰ বস্ত্ৰশিল্পৰ উপৰি ভাৰতীয়

এম্ব্ৰইডাৰী, কাশ্মীৰী ছাল, আবৰ আৰু পাৰ্চিয়ান গালফ্ৰ বয়ন সামগ্ৰীসমূহ আছিল বৰ্ণাঢ্য সংৰক্ষণ। পশ্চিমবংগৰ মুৰ্চিদাবাদৰ বা লক্ষ্ণৌৰ বা বেনাৰসী বয়ন সামগ্ৰীসমূহে চকু খুট মাৰি ধৰিছিল এটা যুগত এই মিউজিয়াম চাবলৈ অহা দৰ্শনাৰ্থীসকলৰ। কিন্তু এই সকলোবোৰকে চেৰাই গৈছিল সুকুমাৰ কলাৰ উৎকৃষ্টতম সামগ্ৰী খনিজাত সামগ্ৰীৰে নিৰ্মাণ কৰা দৰ্শনীয় সম্পদসমূহে। অষ্টম শতিকাৰ তামেৰে নিৰ্মিত নেপালৰ পৰা আমদানীকৃত চৌৱিশ ইঞ্চি দৈৰ্ঘ্যৰ বুদ্ধৰ মূৰ্তিটো আছিল জাকত-জিলিকা। সপ্তম-অষ্টম শতিকাৰ নেপালী কাৰুশিল্পীৰ হাতৰ পৰশত প্ৰাণ পাই উঠা ত্ৰিশ ইঞ্চি উচ্চতাৰ পদ্মপাণিৰ তাম্ৰ মূৰ্তিটোৱে যেন সোণত সুৱগা চৰাইছিল।

প্ৰথম মহলাৰ এই 'মাইনৰ আৰ্টছ' বিভাগৰ খো-কক্ষত সজ্জিত হৈ আছে কলিকতাত প্ৰাপ্ত বিংশ শতিকাৰ দুৰ্গা মহিষমৰ্দিনীৰ মূৰ্তি, পঞ্চম খ্ৰীষ্টাব্দৰ প্ৰাক-মৌৰ্যযুগৰ মথুৰা-তক্ষশীলাৰ পৰা অনা 'ভিটা', কলহৰ নিচিনা আকৃতিৰ কিছুমান দেহাৱশেষ, প্ৰথম খ্ৰীষ্টাব্দৰ নন্দনগড়ৰ পৰা অনা শুংগ যুগৰ পোৰামাটিৰ পাত্ৰ আৰু তৃতীয় খ্ৰীষ্টাব্দৰ কুষাণ যুগৰ পোৰামাটিৰ পাত্ৰ। তদুপৰি, দ্বিতীয় আৰু ষষ্ঠ খ্ৰীষ্টাব্দৰ তক্ষশীলাৰ পৰা অনা টোকা, গহনা, সৌন্দৰ্য সামগ্ৰীসমূহ আছিল অমূল্য সম্পদ। তদুপৰি আছে ইয়াত চতুৰ্থ-দশম খ্ৰীষ্টাব্দৰ গুপ্ত যুগৰ পোৰামাটিৰ বাছকবনীয়া সামগ্ৰীসমূহ।

মহেঞ্জোদাৰো-হৰপ্পাত আবিষ্কৃত হোৱা এইটো এটা মুণ্ডহীন মানুহৰ মূৰ্তি। চাৰে চাৰি ফুট মাটি তলৰ পৰা উদ্ধাৰ কৰা হৈছিল। এইজনী একনী নাচনী জোৱালীৰ মূৰ্তি, পাঁচফুট চাৰি ইঞ্চি গভীৰতাৰ পৰা আবিষ্কাৰ কৰা হৈছিল।

এটা কাঠৰ গ্লাছৰ বাকচত সজ্জিত হৈ আছে অন্য এক অমূল্য সম্পদ। ১৯৭২ চনত উত্তৰ প্ৰদেশৰ বস্তি নামৰ ঠাই এখনত পোৱা গৈছিল ভগৱান বুদ্ধৰ মৃতদেহৰ ভস্মাৱশেষ অৱশিষ্ট। সেয়া এই বাকচটোত সংৰক্ষিত কৰি ৰখা হৈছে।

কলাবীথিকা আছিল ভাৰতীয় যাদুঘৰৰ সমৃদ্ধ উপহাৰ। বাৰাণ্ডাই বাৰাণ্ডাই, কোঠাই কোঠাই মূৰ্তিসমূহ উপচি আছে। মূলতঃ প্ৰথমভাগত ভাৰতীয় এই ঐতিহ্যসমূহ গোটাই মেলি মিউজিয়ামত দান দিয়া সেই কালৰ কেইজনমান ব্ৰিটিছৰ উৎসাহতেই এই সংৰক্ষণৰ ব্যৱস্থাৱাজি বিকশি উঠিছিল। এখেত উত্তৰ-পশ্চিম প্ৰভিন্সৰ লেফটেনেণ্ট গৱৰ্ণৰ জি এফ এডমোনষ্টোন। ১৮৬২ চনত তেওঁ মথুৰাৰ পৰা সংগ্ৰহ কৰা বহু ভাৰতীয় ভাস্কৰ্য এই যাদুঘৰত জমা দিছিল। এখেত ভাৰতীয় পুৰাতাত্ত্বিক জৰীপৰ সঞ্চালকপ্ৰধান ছাৰ আলেকজেণ্ডাৰ কানিংহাম। সাৰনাথৰ স্তূপকে আবৰ্ত কৰি গুপ্ত যুগৰ ভাসোমান বুদ্ধৰ মূৰ্তি তেওঁ ১৮৩৫ চনত এই মিউজিয়ামত উপহাৰ দিছিল। অশোক, ইণ্ডো-চিথিয়ান, গুপ্ত আৰু মহমেদান— এই চাৰি ভাগত এই পুৰাতাত্ত্বিক সামগ্ৰীসমূহ বিধে বিধে সজাই ৰাখিবৰ বাবে এই দুই ব্ৰিটিছ চিন্তা-চৰ্চাক পিছলৈ আৰু বাস্তৱায়িত কৰিছিল এছিয়াটিক ছ'চাইটিৰ অন্যতম সদস্য ৰাজা ৰাজেন্দ্ৰ লাল মিত্ৰই। এই মিউজিয়ামৰ প্ৰথমজন অধীক্ষক ড' জে এণ্ডাৰছনৰ সময়তেই পুৰাতাত্ত্বিক বিভাগটোৱে পূৰ্ণতা পাইছিল আৰু তেওঁ সজাই-পৰাই তোলা এই বীথিকাটো ১৮৭৮ চনত দৰ্শকৰ বাবে মুকলি কৰি দিয়া হৈছিল।

মথুৰাৰ উপৰি গান্ধাৰা, শ্ৰাৱস্তি, অমৰাৱতীৰ পৰা সংগ্ৰহ কৰা হৈছিল বিধে বিধে সামগ্ৰী এই মিউজিয়ামলৈ। একাদশ শতিকাৰ পূজা স্তূপ, ষষ্ঠ শতিকাৰ বুদ্ধ গয়াৰ মন্দিৰৰ দ্বাৰ, একাদশ শতিকাৰ বিহাৰৰ মুখলিংগ মন্দিৰৰ নমুনা, পূৰ্ণ কুম্ভ আৰু কীৰ্তিমুখৰ স্তম্ভ, পদ্মধ্যানী বুদ্ধ, একেই শতিকাৰে মধ্যপ্ৰদেশৰ সিংহমুখ প্ৰণালী আৰু মহাবীৰ জৈনৰ মূৰ্তি, যড়াক্ষৰী লোকেশ্বৰৰ মূৰ্তি, দশম আৰু নৱম শতিকাৰ বিহাৰৰ ক্ৰমে বিষ্ণু আৰু সূৰ্যৰ মূৰ্তি এই বাৰাণ্ডাই বাৰাণ্ডাই বিৰাজ কৰি আছে। উৰিষ্যাৰ কোনাৰ্কৰ পৰা অনা হৈছিল এইটো ত্ৰয়োদশ শতিকাৰ হস্তী আৰু খড়্গধাৰী পুৰুষৰ মূৰ্তি, উত্তৰ প্ৰদেশৰ পৰা অনা এয়া নৱম শতিকাৰ বিশ্ৰামৰত বোধিসত্ত্ব। এই সময়ছোৱাতেই বিহাৰৰ পৰা আৰু অনা হৈছিল একাদশ শতিকাৰ উমালিংগন মূৰ্তি, চতুৰ্মুখ লিংগ, অষ্টভূজা দুৰ্গা।

পুৰাতত্ত্ব সম্পৰ্কীয় সমুদায় কৃতিত্ব নিঃসন্দেহে সেই সঞ্চালকপ্ৰধান ছাৰ আলেকজেণ্ডাৰ কানিংহামৰ। কোন সুদূৰ বিদেশৰ পৰা তেওঁ আমাৰ দেশলৈ আহিছিল। ভাৰতীয় সেনাবাহিনীত চাকৰি কৰিছিল। সৈন্যবাহিনীৰ চাকৰি কৰি থাকোঁতেও তেওঁ এছিয়াটিক ছ'চাইটিৰ জাৰ্নেলত বহু মূল্যবান প্ৰবন্ধ লিখিছিল। এদিন সেনাবাহিনীৰ চাকৰিৰ পৰা অৱসৰৰ পাছত নিজ দেশলৈ ঘূৰি নগৈ তেওঁ আমাৰ দেশতে থাকি গ'ল। পুৰাতত্ত্ব জৰীপৰ সঞ্চালকপ্ৰধানৰ মৰ্যাদাসম্পন্ন আসনখনত পোন্ধৰ বছৰকাল মৰ্যাদাসম্পন্নভাৱে কাৰ্যনিৰ্বাহ কৰি তেওঁ আমাৰ দেশৰ পুৰাতত্ত্বক আৰু তাৰ সংৰক্ষণক এক বিশেষ মৰ্যাদা দিবলৈ সক্ষম হৈছিল। হয়তো, ভাৰতীয় যাদুঘৰৰ মৰ্যাদা বাঢ়িছিল এইজন অসাধাৰণ ব্ৰিটিছৰ ভাৰতপ্ৰীতিৰ বাবে।

নৃতত্ত্ব বিভাগ ভাৰতীয় যাদুঘৰৰ আন এক সৌষ্ঠৱ বৃদ্ধিৰ কাৰক। ১৯১৪ চনত, ভাৰতীয় যাদুঘৰৰ শতবৰ্ষ উপলক্ষে ৮ জানুৱাৰীৰ দিনা অন্য পাঁচটা বিভাগৰ লগতে নৃতত্ত্ব বিভাগটোও মুকলি কৰা হয়। তলৰ মহলাত জীৱ-জগতৰ বিভিন্ন চাৰ্ট প্ৰদৰ্শন কৰি বিভাগটোৰ এই কক্ষটো সজোৱা হৈছে। প্ৰাক্ ঐতিহাসিক যুগৰ মানুহৰ ক্ৰমাগত, ক'লা বৰণৰ আৱক্ষ মূৰ্তি, বিভিন্ন লাওখোলা আদি ইয়াত প্ৰদৰ্শিত হৈছে।

প্ৰথম মহলাত আছে কালচাৰেল-এনথ্ৰোপলজীৰ কক্ষ। ইয়াত বহু খো-বন্দত ভাৰতৰ বিভিন্ন প্ৰান্তৰ জনগোষ্ঠীসমূহৰ পৰম্পৰাগত সাজ-পাৰ পৰিহিত পুৰুষ-নাৰীৰ মূৰ্তি সজাই থোৱাৰ লগে লগে, তেওঁলোকৰ সাংস্কৃতিক জীৱনৰ অপৰিহাৰ্য সামগ্ৰীসমূহ, যেনে সাজ-পোছাক, বন্ধা-বঢ়াৰ সা-সঁজুলি, আ-অলংকাৰ, জীৱিকা নিৰ্বাহৰ সঁজুলি আদি সজাই থোৱা আছে বাকচে বাকচে। নিকোবৰৰ দ্বীপপুঞ্জৰ তালগছৰ পাতেৰে বনোৱা পাত্ৰসমূহ, নাৰিকলৰ কোৰোকাৰে বনোৱা পানী খোৱা কাপ, অৰুণাচল প্ৰদেশৰ আদিসকলৰ হাতত আৰু কঁকালত পিন্ধা অলংকাৰ, সন্তান জন্মৰ পাছত কঁকালত পিন্ধা 'পাংগী', মদ্যপানৰ বাচনসমূহ, চেঞ্চু উপজাতিৰ নাকৰ অলংকাৰ, হাৰ, ফণী, কটাৰী, মৌপিয়া পাত্ৰ, আন্দামান দ্বীপপুঞ্জৰ 'অংগে' উপজাতিৰ ধনু, কণ্ঠহাৰ, কঁকালত পিন্ধা বস্ত্ৰ, পাচীসকলৰ সমাধি পৰম্পৰা আদি উল্লেখনীয়। চেঞ্চুসকল অন্ধ্ৰপ্ৰদেশ, তামিলনাডুৰ অৰ্ধ-যাযাবৰ আদিবাসী— এনেদৰে প্ৰায় প্ৰতিখন ৰাজ্যৰে আদিবাসীসকলৰ সাংস্কৃতিক জীৱনযাত্ৰাক এই বাকচবোৰত বন্দী কৰি থোৱা আছে। উত্তৰ-পূব ভাৰতৰ খিয়াং, নগা, গাৰোপাহাৰৰ জাৱো, ত্ৰিপুৰাৰ মংগোলীয় গোত্ৰৰ উপৰি

ঝাৰখণ্ডৰ সংখ্যালঘু জাতি 'বিবহোৰ', উৰিষ্যাৰ চাম্বাল, উত্তৰ ত্ৰিবাংকুৰৰ উৰালি আদি জনগোষ্ঠীসমূহো এই বাকচবোৰত আবদ্ধ আছে।

এছিয়াটিক ছ'চাইটিৰ যুগৰ পৰাই ছাৰ উইলিয়াম জোনছে নৃতত্ত্ব গৱেষণা আৰু প্ৰসাৰৰ বাবে ব্যাপক ব্যৱস্থা গ্ৰহণ কৰিছিল, প্ৰায় সাদৃশ্য থকা জীৱ বিজ্ঞান, ভূতত্ত্ব বিজ্ঞান আৰু নৃতত্ত্ব বিজ্ঞানৰ সামগ্ৰীসমূহৰ সুকীয়া সুকীয়া কেটেলগ প্ৰস্তুতকৰণত এছিয়াটিক ছ'চাইটিৰ কৰ্মকৰ্তাসকলে উদ্যোগ লৈছিল। বিভিন্ন ৰাজ্যৰ গোষ্ঠীসমূহৰ সাংস্কৃতিক জীৱনৰ লৈতে যুক্ত ৰাখি এই মালা সামগ্ৰীৰ উপৰি যাদুঘৰে ভালেবোৰ বাদ্যযন্ত্ৰও সংগ্ৰহ কৰিছিল। ১৮৬৮ চনতে প্ৰস্তুত কৰা সেই পাণ্ডুলিপিৰ কেটেলগখনত থকা খবৰ মতে এইবোৰ সামগ্ৰী এই মিউজিয়ামত সংৰক্ষণ আছিল— অস্ত্ৰ-শস্ত্ৰ (৩৭০), শিল্পজাত সামগ্ৰী (১২৫), কেঁচা সামগ্ৰী (৫৫), বাদ্যযন্ত্ৰ (৬৮), পিতল আৰু শিলৰ মূৰ্তি (৬৪১) টা। উল্লেখ আছে যে ১৮৭৫ চনত ৰাজা যতীন্দ্ৰ মোহন ঠাকুৰ, বাবু সৌৰীন্দ্ৰ মোহন ঠাকুৰ আৰু মহাৰাণী স্বৰ্ণময়ীয়ে ভালেবোৰ বাদ্যযন্ত্ৰ এই যাদুঘৰলৈ উপহাৰ দিছিল।

নৃতত্ত্ব বিজ্ঞানৰ অন্তৰ্গত গোষ্ঠী-সম্প্ৰদায়সমূহৰ গৱেষণা আৰু সামগ্ৰী সংৰক্ষণৰ বাবে একেলগে ভাৰতীয় যাদুঘৰ কৰ্তৃপক্ষ, বেংগল ইক'নমিক মিউজিয়াম আৰু বেংগল গৱৰ্ণমেণ্টে বহুদিন ধৰি একেলগে চেষ্টা চলাই আছিল। ফলত এই বিষয়ৰ ওপৰত সুকীয়াকৈ কেইটামান গেলেৰী স্থাপন হ'ল মিউজিয়ামৰ ভিতৰত। ৭৩০৪ বৰ্গফুট এলেকাৰ এই গেলেৰী ১৮৯৩ চনৰ ১ জানুৱাৰীৰ দিনা দৰ্শকৰ বাবে মুকলি কৰি দিয়া হৈছিল। মানুহৰ লাওখোলা, অস্থিসমূহ ভাগে ভাগে এই গেলেৰীত প্ৰদৰ্শন কৰি ৰখা হৈছে।

'এনিমেল ইক'লজী' গেলেৰী খাইকৈ ছাত্ৰীয়া ল'ৰা-ছোৱালীৰ বাবে বিশেষ আকৰ্ষণীয়। আজি মোৰ লৈতে এই গেলেৰীত সোমাইছে এখন বিদ্যালয়ৰ ছাত্ৰী কিছুমান। প্ৰাকৃতিক ভূগোলত পঢ়া, বিশ্বৰ বিভিন্ন প্ৰান্তৰ আৰু খাইকৈ ভাৰতবৰ্ষৰ বিভিন্ন প্ৰাকৃতিক অঞ্চলৰ গছ-গছনি, বনানিৰ প্ৰদৰ্শন আৰু বৰ্ণনাৰে এই গেলেৰীৰ এটা অংশ আগুৰি আছে। সামুদ্ৰিক ইক'ছিষ্টেম, মেনগ্ৰুভ ফ'ৰেষ্ট, ৰেইন ফ'ৰেষ্ট আদিৰ বৰ্ণনা নিতান্তই পাঠ্যপুথিগত উপাদেয়ৰে ভৰা। ঠিক তেনেদৰে মানুহৰ দৈনন্দিন জীৱনত বিভিন্ন প্ৰকাৰৰ উদ্ভিদৰ প্ৰসংগৰ ওপৰত ভিত্তি কৰি ভালেবোৰ প্ৰদৰ্শনীও এই গেলেৰীত ৰখা হৈছে। এই গেলেৰীৰ এটা চুকত আছে মৰাপাটেৰে বনোৱা দুৰ্গাৰ প্ৰতিমা আৰু তালপাতেৰে বনোৱা সৰস্বতীৰ প্ৰতিমা।

ইণ্ডিয়ান মিউজিয়ামৰ প্ৰাণীবিদ্যা বিভাগটোৰো আছে বৰ্ণময় অধ্যায়। প্ৰথম অৱস্থাত জীৱ হত্যা কৰিবলগীয়া হ'ব বুলিয়েই উইলিয়াম জোনছে এছিয়াটিক ছ'চাইটিত প্ৰাণীবিদ্যাৰ ওপৰত গৱেষণা আৰু অধ্যয়নৰ বাবে আগ্ৰহ দেখুওৱা নাছিল। কিন্তু ১৮৪১ চনত মিউজিয়ামৰ কিউৰেটৰ হিচাপে দায়িত্ব লোৱা এডৱাৰ্ড ব্লিথ নামৰ ব্ৰিটিছ লোকজনে ভাৰতীয় প্ৰাণীবিদ্যাৰ মেৰুদণ্ডী প্ৰাণীসমূহৰ ওপৰত কৰা বিস্তৃত অধ্যয়নে মিউজিয়ামৰ প্ৰাণীবিদ্যা অধ্যায়ত বিস্তৰ অৰিহণা যোগালে। আজি মিউজিয়ামত বিবোৰ প্ৰাণীবিদ্যা বিষয়ৰ সামগ্ৰী আছে, সেইবোৰ ব্যক্তিগত দান-বৰঙণি বা কৰ্মকৰ্তাসকলৰ সংগ্ৰহৰ উপৰি সামুদ্ৰিক, সামৰিক আৰু ৰাজনৈতিক অভিযানৰ সময়ত বিভিন্নজনে বিচাৰি পোৱা সম্পদৰাজি। এই যে এইবোৰ Mollusca,

Plant Fossil, Coelenderata, Echinodermeta, cepholopoda, gestropoda, এই যে এইবোৰ আফ্ৰিকাৰ ক'লা গঁড়, চাবিশিঙীয়া ভেঁড়া, খৰিয়ালৰ জকা, সিন্ধু-ঘোটক, চিতাবাঘ, সোণালী বান্দৰ, কাশ্মীৰ ষ্টেগ চাই ফুৰিছোঁ মই ভাৰতীয় যাদুঘৰৰ কোঠাই কোঠাই, এইবিলাক সংগ্ৰহ আৰু মিউজিয়ামত সংৰক্ষণৰ বাবে যাইকে উদ্যোগ লৈছিল উইলিয়াম ব্লেনফোৰ্ড, ফাৰ্ডিনেণ্ড ষ্টালিক্‌জা, উইলিয়াম থিঅ'বল্ড আৰু বহুজন বিদেশীয়ে। এছিয়াটিক ছ'চাইটিৰ জাৰ্নেলৰ পাতে পাতে এইসকল সম্ভ্ৰান্ত বিদেশীৰ অতি মূল্যবান প্ৰবন্ধৰাজি প্ৰকাশ হৈছিল বিশ্বৰ বিভিন্ন প্ৰান্তৰ প্ৰাণীজগতৰ ৰোমাঞ্চকৰ কাহিনীৰে। নিজ জন্মভূমি এৰি আহি ভাৰতত জিঅ'লজিকেল ছাৰ্ভেত কাম কৰা এওঁলোকৰ বহুকেইজনেই কৰ্মকালত সংগ্ৰহ কৰা বহু জন্তুৰ ফছিল আদি উদাৰভাৱে ভাৰতীয় যাদুঘৰত জমা দি গৈছিল। এই মিউজিয়ামতেই লাইব্ৰেৰীয়ানৰ চাকৰি কৰা জেফৰী নেভিল নামৰ ব্ৰিটিছগৰাকীয়ে মিউজিয়ামত দি গৈছে শংখ আৰু শামুকৰ অনন্য উপহাৰ।

যিটো কথা জানি মই আপ্লুত হৈছিলো, সেয়া আছিল সামৰিক অভিযান আৰু চিকিৎসা অভিযানত গিৰি-পৰ্বত বগাই ফুৰা, নদী-সাগৰ ভ্ৰমি ফুৰা এজাক দুৰ্ধৰ্ষ ইংৰাজে সেই অভিযানসমূহত পিট্‌পিটাই ফুৰিছিল বিচিত্ৰ প্ৰাণীজগতৰ সন্ধানতো। চৰকাৰী চাকৰি কৰাৰ মাজে মাজেই কিছুমান উৎকৃষ্ট মানসিক স্পৃহা পূৰণ কৰিবও তেওঁলোকে জানিছিল। তেওঁলোকৰ এই সমৃদ্ধিশালী মানসিক অভিযানৰ সাক্ষ্য হিচাপে পৰি আছে আজি ভাৰতীয় যাদুঘৰৰ কোঠাই কোঠাই অমূল্য এই প্ৰদৰ্শনী সামগ্ৰীসমূহ। ছাৰ্ভে অৱ ইণ্ডিয়াৰ ৰয়েল ইঞ্জিনীয়াৰ্ছৰ মেজৰ গডউইন অষ্টিন, ভাৰত চৰকাৰৰ তেতিয়াৰ বিদেশ বিভাগৰ সচিব ছাৰ হেনৰী মেকমোহন ইত্যাদিৰ অভাৱনীয় আৱিষ্কাৰ আৰু উৎসাহৰ ফল আছিল মিউজিয়ামৰ প্ৰাণীজগতৰ গেলেৰীসমূহ। ১৮৭৪-৭৫ চনৰ ডফলা অভিযান, ১৯১১-১২ চনৰ অবৰ অভিযানৰ সামৰিক প্ৰতিবেদনবোৰ ক'ত আছে, কাৰ কি বিশেষ উপকাৰত আহিছে নাজানো; কিন্তু এই অভিযানবোৰৰ পৰা যে আমাৰ সাংস্কৃতিক উপকাৰ হৈছে তাৰ প্ৰমাণ এই সংৰক্ষিত মিউজিয়ামৰ সামগ্ৰীসমূহ। এই সামগ্ৰীসমূহ চাই চাই মোৰ মনৰ মাজলৈ ভুমুকি মাৰিছিল অপৰিচিত, অজানা কিছুমান ঐতিহাসিক মুখ— সাত সাগৰ তেৰ নদীৰ সিপাৰৰ কিছুমান শ্ৰদ্ধেয় মুখ, কিছুমান সন্মানিত মুখ।

অতি ব্যস্ত পৰিৱেশৰ জৱাহৰলাল নেহৰু ৰোডলৈ ওলাই আহিলো সুবিশাল ভাৰতীয় যাদুঘৰৰ কৰ্মময়, ঐতিহাসিক ভৱনৰ চৌহদৰ পৰা। ঘূৰি চালো আকৌ এবাৰ সেই ইতিহাসৰ অন্য এক অধ্যায়লৈ। ১৮৮৪ চনৰ ৯ মাৰ্চত ৰামকৃষ্ণ পৰমহংস ইণ্ডিয়ান মিউজিয়াম চাবলৈ আহিছিল। তেওঁ ভক্তসকলক কৈ গৈছিল— 'ইয়াত দেখিলো জন্তুও শিল হৈ গৈছে, গতিকে সমন জ্ঞানীজনৰ সংস্পৰ্শত থাকিলে সকলো জ্ঞানী হৈ যায়।'

ব্ৰিটিছসকলৰ দিনতো আৰু পাছতো বহুকেইজন ভাৰতীয়ই ভাৰতীয় যাদুঘৰৰ মূল সংৰক্ষণ কাৰ্যত ওতঃপ্ৰোতভাৱে লাগি থাকি অভাৱনীয় অৱদান আগবঢ়াই থৈ গৈছে। অধীক্ষক ৰাখাল দাস বেনাৰ্জীৰ ব্যক্তিগত তত্ত্বাৱধানত 'মুদ্ৰা সংৰক্ষণ' আছিল এই মিউজিয়ামৰ বিশেষ আকৰ্ষিত গেলেৰী, ৰামকমল সেনৰ বাদ্যযন্ত্ৰ সংগ্ৰহ আৰু সংৰক্ষণো বিশেষভাৱে

উল্লেখযোগ্য। তেনেদৰে ত্ৰৈলোক্য নাথ মুখোপাধ্যায়, সৌৰিন্দ্ৰ মোহন ঠাকুৰ, ৰাম ব্ৰহ্ম সান্যাল, পূৰ্ণচন্দ্ৰ মুখোপাধ্যায়, ৰাধাকান্ত দেব আদি ব্যক্তিসকল তেওঁলোকৰ অমূল্য অৱদান এই মিউজিয়ামত ৰাখি থৈ চিৰনমস্য হৈ থাকি গ'ল।

১৯১৪ চনত মিউজিয়াম স্থাপনৰ এশ বছৰৰ পাছত গঠন কৰা হৈছিল 'বৰ্ড অব ট্ৰাষ্টীছ'। জাষ্টিছ ছাৰ আশুতোষ মুখাৰ্জী আছিল এই ট্ৰাষ্টীছৰ চেয়াৰমেন। এই সংগঠনে প্ৰকাশ কৰি উলিয়াইছিল ভালেবোৰ বাঞ্ছনীয়া পুস্তক আৰু কেটেলগ, যিবোৰ ভৱিষ্যতৰ দিনবিলাকৰ বাবে বিশেষ সাৰথি হৈ ৰ'ব।

যিটো কথা মই বিশেষভাৱে জানিবলৈ বিচাৰি আছিলো, সেইটো— কিমান দৰ্শক আহে এই ইণ্ডিয়ান মিউজিয়াম চাবলৈ? মিউজিয়াম কৰ্তৃপক্ষই সদৰী কৰা আজিৰ পৰা এশ বছৰৰ আগৰ এটা হিচাপত দেখুওৱা হৈছে যে ১৯০৪ চনৰ ১ এপ্ৰিলৰ পৰা ১৯০৫ চনৰ ৩১ মাৰ্চ পৰ্যন্ত সময়ছোৱাত মুঠ ২৩৭ দিন মিউজিয়াম খোলা থকা দিনত মুঠ ৫,৭৭,২১১ জন দৰ্শকে এই মিউজিয়াম চাবলৈ আহিছিল আৰু তাৰে ১১,০১৫ গৰাকী আছিল ইউৰেছিয়ান। অৰ্থাৎ গড় হিচাপত দিনে ২,৪৩৮ গৰাকী দৰ্শনাৰ্থীয়ে মিউজিয়াম ভ্ৰমণ আছিল এসময়ত, এশ বছৰৰ আগতে। আজি এশ বছৰৰ পাছত কিমান দৰ্শক দিনে ইয়ালৈ আহে নাজানো, কিন্তু গড় হিচাপে দিনে ২,৪৩৮ গৰাকী নহয় বুলি মোৰ বিশ্বাস হৈছে।

মই দ্বিধাহীনভাৱে বিশ্বাস কৰোঁ যে সেই দুশ বছৰমানৰ আগৰ ভাৰতবৰ্ষ, যেতিয়া কলিকতা আছিল ভাৰতৰ ৰাজধানী চহৰ, তেতিয়া গৰ্বিত হৈছিল এক বৰ্ণাঢ্য শুভদিনৰ আগমনীৰ মংগলবাৰ্তাৰে। এছিয়াটিক ছ'চাইটি, জোড়াসাঁকোৰ ঠাকুৰবাড়ি, ইণ্ডিয়ান মিউজিয়াম— এই সকলোবোৰেই আলোকোজ্জ্বল কৰি তুলিছিল ৰাজধানী চহৰখনৰ অলিন্দ-নিলয়। কোনে যেন সুদূৰৰ পৰা বিৰিঙি অহা এধাৰি পোহৰত উজলি উঠিছিল বন্দিত ভাৰতৰ কলা-সংস্কৃতিৰ প্ৰতিটো স্তম্ভ। এই কথা আকুণ্ঠভাৱে স্বীকাৰ নকৰিলেই নহয় যে কৰ্মঠ কোনো এক শক্তিৰ মানসিক উৎকৰ্ষৰ ফলতেই ডেৰশ-দুশ বছৰ পাছৰ কিছুমান ইতিহাসৰ পাত গজগজীয়া হৈছিল। কোনোবা নেদেখা মায়াৱী হাতৰ পৰশত প্ৰাণ পাই উঠিছিল গৰীয়সী ইতিহাসৰ সুপ্ত অধ্যায়। বিশাল চৌহদৰ ইণ্ডিয়ান মিউজিয়ামৰ পৰা ওলাই আহি যিটো কথাত বাৰে বাৰে মই বিচলিত হৈ উঠিছিলো, সেয়া আছিল মোৰ মনৰ মিউজিয়ামত অধিক সবলতাৰে সংৰক্ষিত হৈ ৰ'ল মই নাম নজনা আৰু কহতো উদ্ভাসিত অতীতৰ অনুৰণিত অনুভূতি।

# ১২।

## ছাহাৰাৰ ইতিকথা

অনুগত পাঠকৰ দৰে তেওঁ প্ৰশ্ন কৰিলে— আপুনি আজিকালি লিখা কমাই দিছে নেকি?

সাধাৰণ সৌজন্যৰ পাছতেই তেওঁ পোনে পোনে ক'লে— আপোনাৰ বিশাল বাণিজ্য সাম্ৰাজ্যৰ প্ৰতি মোৰ বিস্ময় আছে, কিন্তু অহেতুক কৌতূহল নাই। মই আপোনাক জানিবলৈ অহা নাই, কিন্তু আপোনাক উপস্থাপন কৰিব বিচাৰিছোঁ।

অ্যামবিভেলী ছাহাৰা লেক চিটিৰ সেই প্ৰাসাদোপম অট্টালিকাত প্ৰথম পৰিচয়তে বাংলা সাহিত্যৰ সবাতোকৈ জনপ্ৰিয় লেখক 'শংকৰ'ক সেই মনোৰম প্ৰশ্নটো কৰিছিল সুব্ৰত ৰায়ে।

দৰাচলতেই শংকৰ অ্যামবিভেলীলৈ সুব্ৰত ৰায়ৰ বাণিজ্য সাম্ৰাজ্য চাবলৈ যোৱা নাছিল; কিন্তু দুহেজাৰ টকা মূলধনেৰে ব্যৱসায় আৰম্ভ কৰা এটা প্ৰতিষ্ঠানক কপালী জয়ন্তী বৰ্ষত বিশ হেজাৰ কোটি টকাৰ অধিপতি হোৱাত সুব্ৰত ৰায় নামৰ মানুহজনে কিদৰে ছাহাৰা কৰিছিল সেই খবৰ বিচাৰিয়ে বাংলা উপন্যাস সাম্ৰাজ্যৰ সম্ৰাট শংকৰ গৈছিল মহাৰাষ্ট্ৰৰ লেনোভালা জিলাৰ অ্যামবিভেলী ছাহাৰা লেক চিটিৰ সম্ৰাট সুব্ৰত ৰায়ৰ কাষলৈ।

সুব্ৰত ৰায়ক লগ পাই আহি শংকৰে লিখিলে কিতাপখন 'ছাহাৰাৰ ইতিকথা'। 'ছাহাৰাৰ ইতিকথা' কিতাপখন শংকৰৰ নবীনতম গ্ৰন্থ। যোৱা ফেব্ৰুৱাৰী মাহত অনুষ্ঠিত কলকাতা বুক ফেয়াৰত এই কিতাপখনৰ প্ৰথম সংস্কৰণ প্ৰকাশ পাইছিল। প্ৰকাশ কৰিছে 'সাহিত্যম' নামৰ

প্ৰকাশন গোষ্ঠীটোৱে। মূল্য পঞ্চাশ টকা। কিতাপখনৰ বেটুপাতত প্ৰকাশ পাইছে সেই অনিন্দ্য সাফল্যমণ্ডিত সুব্ৰত ৰায়ৰ ছবিখন। ছাহাৰাৰ সৈতে জড়িত ছয় লক্ষ কৰ্মী সংগঠনটোৱে তেওঁক সম্বোধন কৰে 'ছাহাৰাশ্ৰী' বুলি। তেওঁ নিজকে আকৌ 'সুব্ৰত ৰায় ছাহাৰা' বুলি পৰিচয় দি ভাল পায়।

এই ছাহাৰাশ্ৰী সুব্ৰত ৰায়ে কি প্ৰেৰণাৰে, কি মন্ত্ৰৰে এক বিশাল শিল্প সাম্ৰাজ্যৰ সৃষ্টি কৰি এক যুগান্তকাৰী ইতিহাস সৃষ্টি কৰিছে, তাৰ প্ৰত্যক্ষ বিৱৰণীৰ দলিল এই 'ছাহাৰাৰ ইতিকথা' কিতাপখন। সেই গুপুত মন্ত্ৰবাৰ জানিবৰ বাবে আৰু সকলোকে জনাবৰ বাবে উপন্যাসো নহয়, ভ্ৰমণ কাহিনীও নহয়, জীৱনীও নহয়, এনে এক নতুন ষ্টাইলত বাংলা সাহিত্যৰ প্ৰসিদ্ধ লেখকগৰাকীয়ে বাংলা উদ্যোগীসকলৰে এজন প্ৰসিদ্ধ উদ্যোগীৰ বিষয়ে এই ১৮২ পৃষ্ঠাৰ কিতাপখন লিখি উলিয়াইছে।

স্বাধীনোত্তৰ কালত যিসকলৰ জন্ম, তেওঁলোকৰ মাজৰ পৰা ওলাই আহি ভাৰতবৰ্ষত শিল্প-বাণিজ্যত দোপতদোপে অগ্ৰসৰ হৈ কোটি কোটিজনৰ শ্ৰদ্ধা আদায় কৰিবলৈ সক্ষম হোৱা উদ্যোগপ্ৰাণ ভাৰতীয়সকলৰ ভিতৰত নিঃসন্দেহে সুব্ৰত ৰায় শীৰ্ষস্থানৰ তেনে এজন ব্যক্তি। এইজন লোকক বিচাৰি এদিন লেখক শংকৰে প্ৰথমে যাত্ৰা আৰম্ভ কৰিলে দমদমৰ নেতাজী সুভাস চন্দ্ৰ বসু বিমান বন্দৰৰ পৰা মুম্বাই-পুনে পথত অৱস্থিত শৈল চহৰ অ্যামবিভেলী ছাহাৰা লেক চিটিলৈ বুলি। কোনখন বিমানেৰে লেখক ছাহাৰাশ্ৰীক লগ পাবলৈ গ'ল? হয়, সেই এয়াৰ ছাহাৰাত উঠি।

এয়াৰ ছাহাৰা। আগতে এয়াৰ লাইন মানেই আছিল ইণ্ডিয়ান এয়াৰ লাইনছ। কিন্তু ছাহাৰাশ্ৰী সুব্ৰত ৰায়ৰ হাতৰ পৰশত এয়াৰ ছাহাৰাই আজি ভাৰতৰ আকাশ পথত বিচৰণ কৰি ফুৰা বিমানসমূহৰ ভিতৰত প্ৰথম তিনিটা স্থানৰ এটা দখল কৰি নিছে নিজৰ কজালৈ। তেওঁলোকৰ আছে দহটা Advanced Aviation Technology Boying 737। এই সংখ্যা আৰু বাঢ়ি আছে। লেখকে অনুমান কৰি পাইছে— সময়ানুবৰ্তিতা, উৎকৃষ্ট সেৱা, তুলনামূলক ভাড়া; মূলতঃ এই তিনিটা উপাদানেৰে এয়াৰ ছাহাৰাই আজি চুম্বকৰ দৰে যাত্ৰী টানিব ধৰিছে ভাৰতৰ আকাশী পথলৈ।

মুম্বাইলৈ বুলি আকাশত যেতিয়া ছাহাৰা উৰি আছিল, লেখকে এজন কেবিন কৰ্মীক মনে মনে সুধিলে— 'আপোনালোকৰ কোনো ইউনিয়ন নাই! কোম্পানী চলিছে কিদৰে?'

'আমাৰতো এয়া কোম্পানী নহয়। আমাৰ এয়া ছাহাৰা পৰিয়াল। এই বৃহৎ পৰিয়ালৰ মুৰব্বীজনে নিজেই নিজৰ নামটো এই পৰিয়ালৰ সৈতে সংযুক্ত কৰি লৈছে সুব্ৰত ৰায় চাহাৰা বুলি।' এই যি আৰম্ভ হ'ল শংকৰৰ 'ছাহাৰাৰ ইতিকথা'ৰ বিস্ময়কৰ তথ্য সংগ্ৰহৰ অভিযান।

পাঁচ হেজাৰ একৰ এক বিশাল ভূমিখণ্ড ছাহাৰা লেক চিটি। এই ভূমিখণ্ডক প্ৰকৃতি আৰু প্ৰযুক্তিয়ে এনে এক পৰ্যায়লৈ লৈ গৈছে য'ত মাথোঁ বিস্ময় আৰু বিস্ময়। পাঁচে-পাঁচ মিলিয়ে চৈধ্য বৰ্গ কিলোমিটাৰ এই চহৰখনত আছে বিশ্বৰ কোটিপতিসকলে স্বাচ্ছন্দ্যৰ জীৱন পাৰ কৰিব পৰা সকলো সুবিধা, ইয়াত আছে বিমান চলাচল কৰিব পৰাৰ সুবিধা, ইয়াত আছে

একৈশ কিলোমিটাৰজোৰা এটা লেক, আৰু আছে সেই ৰাজপ্ৰাসাদ ছাহাৰা অধীশ্বৰ সুব্ৰত ৰায়ৰ।

দোভাগ নিশাৰ পাছত মাথোঁ অলপ সময়ৰ বাবে আজৰি হয় ছয় লক্ষ কৰ্মীৰ ইউনিয়নহীন সংগঠনৰ জনক চৌবন্ন বছৰীয়া সুশ্ৰী ছাহাৰাশ্ৰী সুব্ৰত ৰায়। অ্যামবিভেলী অতিথিশালাত কিছুদিন, এয়াৰ ছাহাৰাৰ চীফ এগজিকিউটিভ অফিচাৰৰ যমুনা পাৰৰ নইডাৰ কাৰ্যালয়ত কিছুদিন আৰু ছাহাৰা পৰিবাৰৰ কেন্দ্ৰীয় কৰ্মস্থল গোমতী নদীৰ পাৰৰ লক্ষ্ণৌ চহৰৰ সেই 'ছাহাৰা চহৰ'ত কিছুদিন পাৰ কৰি আহি শংকৰে প্ৰস্তুত কৰি উলিয়ালে ছাহাৰাৰ সেই ঐতিহাসিক দলিল— 'ছাহাৰাৰ ইতিকথা'।

ছুগাৰ টেক্‌ন'লজিষ্ট সুধীৰ চন্দ্ৰ ৰায়ৰ দ্বিতীয় সন্তান সুব্ৰত ৰায়ৰ ১৯৪৮ চনৰ ১০ জুন তাৰিখে বিহাৰৰ আৰাৰিয়া নামৰ সৰু ঠাই এখনত জন্ম হয়। স্কুল শিক্ষান্ত পৰীক্ষা ছাপ্লিমেণ্টৰী লৈ উত্তীৰ্ণ হৈছিল, আই এছ চিতো এবাৰ ফেল কৰিছিল। তাৰ পাছত কোনোমতে এদিন গোৰখপুৰৰ পৰা ইঞ্জিনীয়াৰিঙৰ ডিপ্লোমা এটা ল'বলৈ সক্ষম হ'ল। কিন্তু স্কুল-কলেজৰ এই আনুষ্ঠানিক শিক্ষাৰ সিপাৰে যি জ্ঞান-ভাণ্ডাৰ আছে, সেইবোৰৰ পৰা এই ছাত্ৰজনে জীৱনত ইমান জ্ঞান অৰ্জন কৰিলে যে আজি তেওঁৰ স্পষ্ট জীৱনধাৰণা এনেধৰণৰ— প্ৰাণৰ সুৰক্ষা, স্বাস্থ্যৰ সুৰক্ষা, সম্পদৰ সুৰক্ষা, সন্মানৰ সুৰক্ষা আৰু ভালপোৱাৰ সুৰক্ষাৰ বাবে মানুহৰ জীৱন ব্যাকুল হৈ থাকে।

জীৱনক বৰ ওচৰৰ পৰা দেখা পাইছিল বাবেই হয়তো এদিন সেই প্ৰাণোচ্ছল যুৱক সুব্ৰত ৰায় জীৱিকাৰ বাবে এদিন বাটলৈ ওলাল। গোৰখপুৰৰ ছাহাৰা ফিনান্স নামৰ এটা ঋণ প্ৰতিষ্ঠানে এই যুৱকজনক কেইখনমান ফৰ্ম হাতত তুলি দি মাহত পোন্ধৰ টকা জমা থোৱাৰ বাবে কেইজনমান ডিপোজিটৰ সংগ্ৰহ কৰি আনিব দিলে। কিছু সময়ৰ পাছতেই চল্লিশজন এনে ডিপোজিটৰক সেই প্ৰতিষ্ঠানৰ বিশ্বাসী বিনিয়োগকৰ্তা হিচাপে সুব্ৰত ৰায়ে বাছি উলিয়ালে। তাৰ পাছত আৰু তেওঁৰ সময় ক'ত? ১৯৭৮ চনত আৰম্ভ কৰা এই কামৰ পৰিসৰ ছাহাৰাৰ ৰূপালী জয়ন্তী বৰ্ষ ২০০২ ত হৈছেগৈ ৫ কোটি। আজি এই ছাহাৰা সংস্থাৰ সম্পত্তি আহৰণৰ পৰিমাণ হৈছে বিশ হেজাৰ কোটি টকা। ১৯৭৮ চনত এজন ক্লাৰ্ক আৰু এজন পিয়ন লৈ ঊনত্ৰিশ বছৰীয়া সুব্ৰত ৰায়ে উত্তৰ প্ৰদেশৰ গোৰখপুৰত এই যি অৰ্ধ-বেংকিং ব্যৱসায় আৰম্ভ কৰিছিল, তেতিয়া তেওঁৰ লগত আছিল দেউতাকে উপহাৰ দিয়া এখন স্কুটাৰ, এখন টেবুল আৰু এখন চকী। এই তিনিপদ সম্পদৰ ৰঙীণ ছবি এখন কিতাপখনৰ ১৪৭ পৃষ্ঠাত শোভিত হৈ আছে।

আমানতকাৰীৰ টকা জমা থোৱা ছাহাৰাৰ এই প্ৰতিষ্ঠানৰ জমাকাৰীৰ সংখ্যা আজি পাঁচ কোটিৰো বেছি। ইয়াৰ কাৰ্যালয়ৰ শাখা-প্ৰশাখা আছে যোল্লশৰো অধিক। আৰু সম্পদ? চাৰি হেজাৰ কোটি। পঞ্চাশ পইচাৰ পৰা মানুহে ইয়াত ধন জমা ৰাখে। বগা ছাৰ্ট আৰু ক'লা ৰঙৰ পেণ্ট পৰিহিত লক্ষ লক্ষ কৰ্মীয়ে মাথোঁ ছাহাৰাৰ নামতেই দেশৰ প্ৰান্তৰে প্ৰান্তৰে ঘূৰি ঘূৰি অক্লান্ত শ্ৰমৰ মৰ্যাদাৰে ছাহাৰাক অতিশয় নিৰ্ভৰশীল ধন জমা ৰখা প্ৰতিষ্ঠানলৈ উন্নীত কৰি নিছে। এই প্ৰতিজন কৰ্মীৰ পৰিচয় 'কৰ্মযোগী'; তেওঁলোকে যি নিয়ম-কানুন মানি চলে

সেয়া হ'ল 'কৰ্মফল'।

কেইটামান মৌলিক চৰিত্ৰৰ ওপৰত ভেটি বান্ধিয়েই সুব্ৰত ৰায়ে প্ৰসাৰিত কৰি গ'ল তেওঁৰ ব্যৱসায় চিন্তাৰ জগতখন। কি আছিল সেই মৌলিক চৰিত্ৰ? লেখকে বিচাৰি পালে সুব্ৰত ৰায়ৰ মাজত এক অতি উচ্চ মূল্যবোধৰ ওপৰত আধাৰিত আদৰ্শ, তুলনাহীন ব্যৱসায়িক শক্তি আৰু ব্যৱসায়ক যে জীৱনৰ পৰিধিৰ মাজলৈ আনিও অতুলনীয় জীৱনদৰ্শন আৰু জীৱনবোধ প্ৰতিষ্ঠা কৰিব পাৰি, সেই সম্পৰ্কে সুস্পষ্ট ধাৰণা। তেওঁ প্ৰতিজন বিনিয়োগকাৰী, কৰ্মী, গ্ৰাহকৰ প্ৰতি নিজৰ হৃদয়ত যি সন্মানবোধ সংৰক্ষণ কৰি ৰাখিব পাৰিছে তাৰ অলেখ উদাহৰণ শংকৰে কিতাপখনৰ পাতে পাতে যেন লিখি থৈ গৈছে।

ছাহাৰাৰ আন এটা ব্যৱসায় হ'ল ঘৰ আৰু চহৰ নিৰ্মাণৰ ব্যৱসায়। দেশৰ প্ৰায় প্ৰতিটো অঞ্চলত হেজাৰ হেজাৰটা বাসগৃহৰ ফ্লেট আৰু ঘৰ তৈয়াৰ কৰিছে ছাহাৰাই। ইয়াৰ বাবে ছাহাৰাই আহৰণ কৰিছে কেইবা হেজাৰ বিঘা মাটি।

প্ৰায় দুহেজাৰ প্ৰকাৰৰ দাঁতৰ মাজন, চাবোন, পাউদাৰ, চাউল-দাইল, খাদ্য সামগ্ৰী, কাপোৰ-কানি, খেলনা, প্ৰসাধনৰ ব্যৱসায় চলায় ছাহাৰাই সেই যোল্লশটা ধন জমাকাৰী কেন্দ্ৰৰ পৰা। আমানতৰ ধন সংগ্ৰহ কৰি ঘূৰা সেই ইউনিফৰ্ম পিন্ধা সংগ্ৰহকাৰীসকলেই এই বিক্ৰয় সামগ্ৰীসমূহ লক্ষ লক্ষ মানুহৰ ঘৰে ঘৰে সময়মতে যোগান দবে। ছয় লক্ষ কৰ্মীয়ে, তিনি কোটি মানুহৰ লগত এই ভোগ সামগ্ৰীসমূহ বিক্ৰীৰ মাধ্যমেৰে যি হৃদয়ৰ সম্পৰ্ক গঢ়ি তুলিব পাৰিছে, ইয়াৰ কাৰণ হিচাপে লেখকে কিতাপখনত সুব্ৰত ৰায়ৰ বিশাল ব্যক্তিত্বক পোনে পোনে চিহ্নিত কৰিছে। এই কৰ্মীসকলৰ সৈতে এই মানুহজনৰ আছে পোনপটীয়া যোগাযোগ। বিভিন্ন প্ৰশিক্ষণ, বিভিন্ন সভা-সমিতিৰ যোগেদি এই ছয় লক্ষ মানুহৰ পৰিয়াল এটা কেনেদৰে ছাহাৰা পৰিবাৰ হৈ থাকিব পাৰিছে, তাৰ মনোৰম কাহিনীবোৰ বিভিন্ন ব্যক্তিক সাক্ষাৎ কৰি লেখকে কিতাপখনত বৰ্ণনা কৰিছে।

ছাহাৰাৰ এই বৃহৎ বৃহৎ পৰিয়ালটোৰ সদস্য হৈছেগৈ অমিতাভ-জয়া বচ্চনৰ পৰা আৰম্ভ কৰি সৌৰভ গাংগুলীলৈকে। সিদিনা বাতৰি কাগজত প্ৰকাশিত হৈছে পশ্চিমবংগৰ বাংলা কথাছবিৰ শীৰ্ষতম জনপ্ৰিয় নায়ক প্ৰসেনজিতৰ সৈতে সুব্ৰত ৰায়ৰ এখন ছবি। নিঃসংকোচে নায়কজনে স্বীকাৰ কৰিছে ছাহাৰাৰ সহযোগত তেওঁ পৰিকল্পনা কৰা পশ্চিমবংগৰ কথাছবি শিল্প উদ্যোগৰ বৃহৎ পৰিকাঠামোৰ কথা। ছাহাৰা প্ৰকাশনী আৰু ছাহাৰা টিভি ব্যৱসায়ে সামৰি লৈছে লক্ষজনৰ হৃদয়। ২০০০ চনৰ বছৰটোত হিন্দী আৰু উৰ্দু ভাষাত ছাহাৰাই দৈনিক ছাব্বিশটা সংস্কৰণ প্ৰকাশ কৰিছে। হিন্দী আৰু ইংৰাজী ভাষাত বত্ৰিশটা কেন্দ্ৰৰ পৰা সাপ্তাহিক কাগজ প্ৰকাশ হৈছে। তদুপৰি তেওঁলোকে উৰ্দু কাগজ প্ৰকাশ কৰিব মুম্বাই, হায়দৰাবাদ, পাটনা আৰু কলকাতাত। বিশ্বৰ ছয়ষঠীখন দেশে ছাহাৰাৰ টিভি চেনেলৰ সুবিধা পাইছে। ইতিমধ্যে ছাহাৰা টিভিয়ে ভাৰতত চাৰি কোটি মানুহৰ ঘৰত প্ৰৱেশ কৰিছেই। বিভিন্ন ভাষাত ছাহাৰাই চৌব্বিশ ঘণ্টাৰ টিভি নিউজো পৰিৱেশন কৰিব। 'ছাহাৰা মিডিয়া এণ্ড এণ্টাৰটেইনমেণ্ট নেটৱৰ্ক'ৰ কাৰ্যসূচীয়ে সামৰি লোৱা এই ব্যৱস্থাৱলীত আছে 'ছাহাৰা সময়'। 'ছাহাৰা সময়'-এ দিব বিশ্বৰ অতি উন্নত, এছিয়াৰ বৃহত্তম আৰু ভাৰতৰ প্ৰথম সম্পূৰ্ণ

স্বয়ংক্রিয় বাতৰি উৎপাদন আৰু পৰিবেশন প্ৰযুক্তিৰ চমক, য'ত থাকিব এহেজাৰজন বাতৰি যোগনিয়াৰৰ দেশব্যাপী অক্লান্ত শ্ৰমৰ প্ৰতিফলন। বিনোদ ডুৱৰা, অৰূপ ঘোষ আদিৰ দৰে আকৰ্ষণীয় ব্যক্তিত্বসমূহ ইতিমধ্যে এই 'ছাহাৰা সময়'ৰ সৈতে জড়িত হৈ পৰিছে।

নিজৰ প্ৰতিখন উপন্যাসতে তেওঁ অজস্ৰ তথ্য সংগ্ৰহেৰে উপন্যাসসমূহৰ বিষয়বস্তু ইমান গধুৰ কৰি তোলে অথচ ইমান মনোগ্ৰাহী ৰূপত সেইবোৰ বৰ্ণিত হয়, বোধকৰো এইধৰণৰ সাহিত্য সৃষ্টিত শংকৰ আজিও বাংলা সাহিত্য জগতত একক আৰু অপ্ৰতিৰোধ্য। সেই তাহানিতেই পঢ়িছিলো 'নিবেদিতা ৰিচাৰ্ছ লেবৰেট'ৰী'। পতংগৰ জৈৱিক-নিয়ন্ত্ৰণৰ দৰে সম্পূৰ্ণ কৃষি বিজ্ঞানৰ বিষয় এটাক লৈ যিখন সামাজিক উপন্যাস তেওঁ লিখিছিল, সেইখন পঢ়ি কোনোবাই ক'ব পাৰিবনে তেওঁ জীৱিকাৰ বাবে চাকৰি কৰিছিল কলিকতা হাইক'ৰ্টৰ শেষজন ব্ৰিটিছ বেৰিষ্টাৰৰ কেৰাণী হৈ, চৌৰংগীৰ প্ৰাণ্ড হোটেলৰ ৰিচেপছনিষ্ট হৈ? সেয়েহে সেই পৰম্পৰাৰে শংকৰে 'ছাহাৰাৰ ইতিকথা'টো অন্তৰ্ভুক্ত কৰিছে পশ্চিমবংগৰ বঙালী উদ্যোগপতি ৰতত্তৰে ৰত্তো গল্পৰ দৰে মনোৰম জীৱন-বৃত্তান্ত। কিন্তু এই সকলোবোৰকে চেৰাই গৈ লেখকৰ ইণ্ডিয়ান এয়াৰ লাইন্স তথা এয়াৰ ছাহাৰাৰ সম্পৰ্কত সংগৃহীত তথ্যভাণ্ডাৰে। কিতাপখনৰ প্ৰায়বোৰ পৃষ্ঠাতে এয়াৰ ছাহাৰা সন্দৰ্ভত লেখকে যেনেদৰে বৰ্ণনা দাঙি ধৰিছে, কিতাপখন পঢ়ি থকাৰ সময়ত প্ৰতিজন পঢ়ুৱৈয়ে যেন এয়াৰ ছাহাৰাৰ এটা ছীটত বহি কোনো এক অজান আকাশী যাত্ৰাত ধাৱমান হৈছে এনে লাগে; আৰু সেই মুহূৰ্তত যেন তেওঁৰ হাতত আছে 'ছাহাৰাৰ ইতিকথা' নহয়, 'এয়াৰ ছাহাৰাৰ ইতিকথা'হে।

এই এয়াৰ ছাহাৰাৰ খবৰ গোটাই গোটাই লেখক শংকৰ এটা সময়ত গৈ উপস্থিত হ'লগৈ দিল্লীৰ মহীপালপুৰত। ইয়াত আছে 'এয়াৰ ছাহাৰা একাডেমী'। ১৯৯৩ চনত জন্ম হৈছিল এয়াৰ ছাহাৰাৰ। দিল্লীৰ নইডাৰ মুখ্য কাৰ্যালয়ত ইয়াৰ কৰ্ণধাৰ উত্তম কুমাৰ বসুৰ পৰা এয়াৰ ছাহাৰা সম্পৰ্কে পৃষ্ঠা পৃষ্ঠা তথ্য সংগ্ৰহ কৰিও ক্ষান্ত নোহোৱা তথ্যসন্ধানী ঔপন্যাসিক শংকৰে মহীপালপুৰত সেই একাডেমীৰ মুৰব্বী, এয়াৰ কমোডৰ ইকবাল সিং বিন্দ্ৰাক লগ ধৰিলেগৈ। উত্তম কুমাৰ বসুৱে যদি শংকৰক কৈছিল— ছাহাৰাৰ দুয়োটা ইঞ্জিন প্লেনৰ পিছফালে থাকে কাৰণে শব্দদূষণ কম, এয়াৰ ছাহাৰাৰ দৈনিক ফ্লাইট সংখ্যা হৈছেগৈ এশ ছাপন্ন, সময়ানুবৰ্তিতাত ছাহাৰাৰ ৰেকৰ্ড ৯৭-৯৮%, ছাহাৰালৈ কানাডিয়ান বোম্বাৰ্ডিয়াৰ প্লেনৰ আগমন, যাক আকাশী পথত নগৰ জীৱনৰ মিনিবাছ ক'ব পাৰি। ইকবাল সিং বিন্দ্ৰাই তেনেহ'লে কৈছিল— এয়াৰ ছাহাৰা একাডেমীলৈ পাইলট, এয়াৰহোষ্টেছ, সকলোৱেই সময়ে সময়ে আহি প্ৰশিক্ষণ ল'ব লাগে, অন্য বিখ্যাত এয়াৰ লাইনৰ কৰ্মীও আহে ছাহাৰা একাডেমীলৈ প্ৰশিক্ষণ ল'বলৈ। নইডাত শংকৰে খবৰ গোটাইছে— বিমান যাত্ৰীসকলক আহাৰ আপ্যায়নৰ বাবে নিত্য-নতুন চিন্তাৰে ছাহাৰাই বিখ্যাত ফ্লাইট কেটাৰিং প্ৰতিষ্ঠানসমূহৰ লগত অনবৰত যোগাযোগ ৰাখে। আৰু মহীপালপুৰে শংকৰক খবৰ যোগাইছে— মহীপালপুৰলৈ প্ৰশিক্ষণলৈ আহোঁতে এয়াৰ হোষ্টেছসকলে সাঁতোৰ শিকিবলৈও বাধ্য হয়।

এসময়ত 'দৈনিক জাগৰণ' নামৰ কাগজখনত কাম কৰিছিল গোবিন্দ দীক্ষিত নামৰ মানুহজন। এতিয়া তেওঁ ছাহাৰাত যোগদান কৰিছে ৰেছিডেণ্ট এডিটৰ হিচাপে 'ৰাষ্ট্ৰীয়

ছাহাৰা' কাগজত। শংকৰক তেওঁ স্পষ্টভাৱেই ক'লে— আমাৰ কাগজৰ দায়িত্ব হৈছে অমানুহক মানুহ কৰা।

ছাব্বিশটা সংস্কৰণ প্ৰকাশ পায় 'ৰাষ্ট্ৰীয় ছাহাৰা'ৰ। দেশৰ প্ৰথম দহখন হিন্দী ভাষাত প্ৰকাশিত কাগজৰ এখন এইখন কাগজ। ছাহাৰাৰ পৰিকল্পনা— একত্ৰিশখন ঠাইৰ পৰা প্ৰকাশ কৰিব নতুন হিন্দী সাপ্তাহিক 'ছাহাৰা সময়' আৰু ইংৰাজীত নতুন সংবাদ সাপ্তাহিক প্ৰকাশিত হ'ব পাঁচখন চহৰৰ পৰা। উৰ্দু সাপ্তাহিকখনৰ নাম 'ছাহাৰা ৰোজনামচা'। সুব্ৰত ৰায়ৰ সান্নিধ্যত গৌৰবান্বিত হোৱা গোবিন্দ দীক্ষিতে ক'বলৈ নাপাহৰিলে— আমাৰ এই কামটো প্ৰফেচন নহয়, এয়া একপ্ৰকাৰৰ পূজা।

তেওঁৰ সুললিত প্ৰকাশভংগীত মূৰ্ত হৈ উঠিছে এক সাধাৰণ মানৱ জীৱনৰ অসাধাৰণ কীৰ্তিকলাপ 'ছাহাৰাৰ ইতিকথা'ত। সেই সাধাৰণ মানুহজন সুব্ৰত ৰায় — গোৰখপুৰত তেওঁ 'জয়া চানাচুৰ' নামেৰে এটা চানাচুৰ প্ৰস্তুত প্ৰতিষ্ঠান খুলিছিল। গোৰখপুৰৰ বজাৰৰ কণৰ গহনা পৰীক্ষা কৰাৰ বাবে এটা লেবৰেট'ৰী খুলিছিল। ইলেকট্ৰিক ফেন, ইলেকট্ৰিক শেভাৰ আৰু মাছৰ ব্যৱসায়ো কৰিছিল। বিহাৰৰ গোপালগঞ্জত শিল যোগান ধৰা ব্যৱসায়ো কৰিছিল তেওঁ। কলিকতাত ঔষধ প্ৰস্তুত কৰা কাৰখানা এটাও খুলিছিল সুব্ৰত ৰায়ে। এইবোৰৰ একোতেই তেওঁ সফল নহ'ল। এই সৰু সৰু কামবোৰতেই সফল হ'ব নোৱৰা এই মানুহজন আজি ইমান সফল হ'ল কেনেকৈ এই ছাহাৰা ব্যৱসায়ত?

'ছাহাৰাৰ ইতিকথা' লিখিবলৈ গৈ ছাহাৰা আৰু সুব্ৰত ৰায়ৰ সংস্পৰ্শত থকা বিভিন্নজনক এই প্ৰশ্নটোকেই কৰিছিল শংকৰে। মাক ছবি ৰায় অথবা পত্নী স্বপ্না ৰায়ে যিয়ে নকওক, প্ৰশ্নটোৰ উত্তৰটো কিন্তু সুব্ৰত ৰায়ে নিজেই দিছিল শংকৰক। তেওঁৰ এই সাফল্যৰ আঁৰত আছিল হেনো দেউতাকে দিয়া শিক্ষা, মাকৰ পৰা পোৱা স্নেহ আৰু স্কুলত পোৱা এন চি চিৰ প্ৰশিক্ষণ। কোনোবাই ক'ব পাৰে— এয়া তেওঁৰ বদান্যতাৰ প্ৰকাশ। কিন্তু বিভিন্নজনৰ বক্তব্য লিপিবদ্ধ কৰাৰ পাছত শংকৰৰ কিতাপখনত পৰিস্ফুট হৈছে যে দেউতাকৰ পৰা সুব্ৰত ৰায়ে পালে সেই শিক্ষা— দীৰ্ঘকালীন নহয়, জীৱনকালীন নেতৃত্বৰ প্ৰয়োজন জীৱনত সফলতাৰ সোপান ৰচিবলৈ। এন চি চি শিক্ষাৰ কঠোৰ নীতি-নিয়ম আৰু চালিকা শক্তি অবিহনে তেওঁ হেনো জীৱনত একোৱে কৰিব নোৱাৰিলেহেঁতেন — এই অকপট স্বীকাৰোক্তিও সুব্ৰত ৰায়ৰ, শংকৰৰ এই কিতাপখনত। আঠশজন এন চি চি কেডাৰক প্ৰতি বছৰৰ এক কোটি টকাৰ স্কলাৰশ্বিপ দিবলৈ পায় তেওঁ হেনো ধন্য মানিছে, সুব্ৰত ৰায়ে বিনম্ৰভাৱে কয়।

কিন্তু 'ছাহাৰাৰ ইতিকথা'ত শংকৰে সুব্ৰত জননীৰ অতুলনীয় প্ৰভাৱ সুব্ৰতৰ সমগ্ৰ জীৱনত কিদৰে বিৰলি আছিল, তাৰ মনোগ্ৰাহী বৰ্ণনা ওপচাই দিছে। মাকৰ পৰা তেওঁ শিকিছিল সেই মহান শিক্ষা— মানুহক ভাল পোৱা, মানুহৰ হৃদয়ত স্থান পাবলৈ হ'লে নিজৰো হৃদয়ত যে মানুহক স্থান দিব লাগিব, সেই শিক্ষা। নিশ্চয় এইবাৰ মন্ত্ৰৰ বাবেই ছয় লক্ষ কৰ্মচাৰীৰ এই বৃহৎ প্ৰতিষ্ঠানটোৰ কোনো তথাকথিত মালিক নাই, ইউনিয়ন নাই আৰু ই কোনো কোম্পানী নহয়, ই এক পৰিবাৰ, পৰিয়াল। তাৰ পিছত লেখকে কিতাপখনত

অংকন কৰিছে এক বিৰল ব্যক্তিত্বৰ সুব্ৰত ৰায়ক—

অপ্ৰতিৰোধ্য আকৰ্ষক শক্তি আছে সুব্ৰত ৰায়ৰ ব্যক্তিত্বত। তেওঁ সাৱধানী, সুচতুৰ, সুদক্ষ ব্যৱসায়ী। তেওঁ মৰমিয়াল, গল্পবাজ, বন্ধু বৎসল, অবিশ্বাস্য জনসংযোগ শক্তিসম্পন্ন। তেওঁ কেতিয়াও উত্তেজিত নহয়। আৰু তেওঁ নিজে কি কয়? মই, ছাহাৰা পৰিবাৰৰ কৰ্মী, ছাহাৰা— সকলোৱেই ইমোশ্যনেল; আৰু সৌভাগ্যক্ৰমে সেইটোৱেই আমাৰ ব্যতিক্ৰমী শক্তি।

মানুহৰ সাতৰকমৰ স্বাস্থ্যৰ প্ৰতি সততে নজৰ ৰখা সুব্ৰত ৰায়ৰ ধাৰণা— শাৰীৰিক, ভৌতিক, মানসিক, ভাবনাত্মক, পেশাগত, সামাজিক আৰু ৰোমাণ্টিক— এই সাতটা স্বাস্থ্যই মানুহলৈ আনি দিয়ে সুস্থ মানব জীৱন ব্যতিত কৰাৰ শক্তি। সাফল্যৰ বাবে মানুহক লাগে জীৱন সম্পৰ্কে আৰু নিজৰ কৰ্ম সম্পৰ্কে জ্ঞান। দিনে ওঠৰ-উনৈশ ঘণ্টা কাম কৰা এই মানুহজনে এই দাৰ্শনিক যুক্তিবোৰ ক'ত পালে, তাৰ ওৰ উলিয়াবলৈ গৈ শংকৰে কিতাপখনত লিপিবদ্ধ কৰিছে যে মানুহৰ হৃদয় জয় কৰাৰ এক সুকীয়া পদ্ধতি অৱলম্বন কৰি সুব্ৰত ৰায়ে ছাহাৰাক সৰ্বস্তৰৰ মানুহৰ বিশ্বাস স্থাপন কৰিব পৰা এক প্ৰতিষ্ঠানলৈ অগ্ৰসৰ কৰাইছে। কোনো বহুজাতিক/আন্তঃৰাষ্ট্ৰীয় বিত্ত প্ৰতিষ্ঠানৰ সাহায্য নোলোৱাকৈ আগবঢ়া সুব্ৰত ৰায়ে যেন কিতাপখনৰ যোগেদি সেই, দিনে পঞ্চাশ পইচা সঞ্চয় কৰা গৃহিণী এগৰাকীকো কৈছে— ৰোজগাৰ কৰা যিমান কঠিন, সঞ্চয় কৰা ততোধিক কঠিন।

প্ৰতিজন কৰ্মীৰ শ্ৰমেই যে ছাহাৰাৰ মূলধন, এতিয়াও যে ধনবলতকৈ শ্ৰমবল মহান হৈ আছে এই কথা আজিও ঘোষণা কৰিছে সুব্ৰত ৰায়ে। ছাহাৰাশ্ৰীয়ে শিকাইছে, এই দেশখনত ব্যৱসায়ৰ সফলতাৰ বাবে লাগে সমবেত আৰু দলগত চেষ্টা। সামগ্ৰিক ভৌতিকবাদত তেওঁ বিশ্বাস কৰে অৰ্থাৎ দলগত প্ৰচেষ্টাৰে আহৰণ হোৱা সম্পদ এজনে মাথোঁ ভোগ কৰিব নোৱাৰিব— সেয়ে সকলোৰে মাজত ভাগ কৰি লোৱা হ'ব। ছাহাৰাৰ লাভৰ শতাংশ এনেদৰে ভাগ কৰা হয়— ৩৫ শতাংশ প্ৰতিষ্ঠানৰ নিজস্ব পুঁজিত, ২৫ শতাংশ সামাজিক উন্নয়নত, ৪০ শতাংশ কৰ্মচাৰীৰ কল্যাণত।

সোতৰখন ৰঙীণ আৰু এখন ক'লা-বগা ফটো শোভিত হৈছে 'ছাহাৰাৰ ইতিকথা'ত। এসময়ত চাইকেল চলাই নিজৰ কিশোৰ জীৱনৰ সন্ধান কৰা সেই ক'লা-বগা ফটোখনৰ তলতেই আছে আজিৰ ছাহাৰাশ্ৰীৰ আন এখন চাইকেল চলোৱা ৰঙীণ ফটো— জন্মভূমি আৰাৰিয়াত হেলিকপ্তাৰৰ পৰা নামি চাইকেল চলাই গ'ল গাঁৱৰ মানুহৰ কাষলৈ। সেই ফটোকেইখন, লক্ষ্ণৌৰ ছাহাৰা ভৱন, হেজাৰ হেজাৰ ছাহাৰা কৰ্মীৰ সমবেত সভা, ছাহাৰা হেলিকপ্তাৰৰ সন্মুখত ছাহাৰাশ্ৰী, ছাহাৰা লেক চিটিৰ ১৬ মিটাৰ ওখ-৪৫ মিটাৰ বহল ভাৰতৰ ভিতৰতে বৃহত্তম তোৰণ, ভাৰতৰ ভিতৰতে বৃহত্তম লক্ষ্ণৌৰ ছাহাৰা চহৰৰ চাৰি হেজাৰ আসনযুক্ত সভাগৃহ ইত্যাদি অনেককেইখন মনোৰম ফটো কিতাপখনত আছে। ভাৰতীয় ক্ৰিকেট টীমটোৰে ছাহাৰাই স্পন্সৰ কৰা সেই নীলা ড্ৰেছত সমবেতভাৱে এখন ফটো উঠিছে কিতাপখনৰ বাবে। আৰু আছে সেই ঐতিহাসিক ফটোখন— দুয়ো দুয়োৰে হাতত ধৰি মাডাৰ টেৰেজা আৰু সুব্ৰত ৰায়। আৰু আছে সেই ফটোখন— ছাহাৰাৰ প্ৰতিটো

কার্যালয়তে আঁৰি থোৱা সিংহবাহিনীৰে ভাৰত মাতাৰ ফটোখন।

য'ত প্ৰতিষ্ঠাতা, শ্বেয়াৰ হোল্ডাৰ, ডিৰেক্টৰ, পাৰ্টনাৰ, সকলোৱেই ৰকাৰ শ্ৰেণীৰ, য'ত আত্মীয়, স্বজন-তোষণেৰে কাৰো কোনোধৰণৰ সুবিধা আদায় নহয়, য'ত কাম কৰা প্ৰতিজন কৰ্মীয়েই উপলব্ধি কৰে যে তেওঁ পৃথিৱীৰ বৃহত্তম পৰিয়ালটিৰ সদস্য, তাত বাৰু জীৱনবোধ কোন স্তৰলৈ গৈ পাব পাৰে? প্ৰতিখন কিতাপতেই হেজাৰ বৈজ্ঞানিক-দাৰ্শনিক যুক্তি তথ্যৰ ভিত্তিত যিমানেই দাঙি নধৰক কিয়, লেখক হিচাপে শংকৰৰ প্ৰধান সাফল্যৰ ছবি-কাঠিটোৱেই হৈছে তৰপে তৰপে আৱৰণসমূহ খুলি দি মুক্ত প্ৰাংগণত মানুহৰ মনটোক বিচৰণ কৰিবলৈ দিয়া। মানুহ আৰু মানুহৰ মনটোৰ প্ৰতি লেখক হিচাপে এশ শতাংশই শ্ৰদ্ধাশীল এইজন লেখকৰ কলমৰ পৰশত হয়তো ছাহাৰাশ্ৰী সুব্ৰত ৰায়ৰ নতুন জগত আৱিষ্কৃত হ'ল, এজন নতুন সুব্ৰত ৰায়ে জন্ম ল'লে 'ছাহাৰাৰ ইতিকথা'ত।

অ্যামবিভেলীৰ পৰা বিদায় লোৱাৰ ক্ষণত ওঠৰ-উনৈশ ঘণ্টাকৈ দিনে কাম কৰা সেই ব্যস্ত মানুহজনে শংকৰক ক'লে— 'মই কিন্তু এইটো কথা কেতিয়াও নাপাহৰো যে মোৰ প্ৰথম স্কুলখনৰ নামটো আছিল উত্তৰ কলিকতাৰ হ'লি চাইল্ড স্কুল'। হয়তো তেওঁ বাকী চাৰি-পাঁচ ঘণ্টাৰ সময়ছোৱাত এই কথাও নাপাহৰে যে 'শংকৰে' আজিকালি লিখা কমাই দিছে। প্ৰথম সাক্ষাতত কি যে সুন্দৰ অভিযোগ— আপুনি আজিকালি লিখা কমাই দিছে নেকি?

অ্যামবিভেলীৰ পৰা বিদায় লোৱাৰ ক্ষণত দেশৰ ভিতৰত বৃহত্তম সেই তোৰণখনৰ কাষত বৈ থকা প্ৰহৰীজনে ছাহাৰাৰ প্ৰথা অনুসৰি বুকুত সৌহাতখন থৈ শংকৰক ক'লে— 'গুড ছাহাৰা'।

ৰজত জয়ন্তীৰ বছৰত হেনো 'গুড ছাহাৰা'ৰ সলনি ক'ব— 'প্ৰণাম ছাহাৰা'।

# ১৩।

## বন্দে মাতৰম্

এই কাহিনীৰ পটভূমি ২০০৩ চনৰ ৩০ জুলাইৰ 'আনন্দ বাজাৰ পত্ৰিকা'ত প্ৰকাশিত এখন ফটো। ফটোখন ভগ্নাৱশেষৰ ৰূপ লোৱা এটা পকীঘৰৰ। ফটোখনৰ তলত লিখা আছে এইশাৰী বাক্য— 'চুচুড়াৰ জোড়াঘাটে বংকিম চন্দ্ৰ চট্টোপাধ্যায়েৰ স্মৃতিধন্য বাড়িটি সংস্কাৰেৰ অভাৱে জৰাজীৰ্ণ। ইনসেটে বাড়িৰ গায়ে 'বন্দে মাতৰম্' লিখা ফলক।'

এই জৰাজীৰ্ণ ঘৰটোৰ ইতিহাস বিচাৰি সিদিনা মই চুচুড়া পালোগৈ, জোড়াঘাট ওলালোগৈ।

পশ্চিমবংগৰ হুগলী জিলাৰ ইতিহাসপ্ৰসিদ্ধ ঠাই চুচুড়া। ডাচবিলাকৰ মুখত ফুটিছিল— 'চিনচুড়া'। চুচুড়া বা চিনচুড়া হুগলী জিলাৰ সদৰ ঠাই।

গংগা নদীৰ পাৰত সেই ভগ্নাৱশেষসদৃশ ঘৰটোৰ সন্মুখত থিয় হৈ মই ভীত হৈ উঠিলো। পকী ঘৰটোৰ দুৱাৰবোৰ নাই। ঘৰটোৰ ভিতৰেদি হাবি-বন গজিছে। চিৰিবিলাকত বাটকৰা বহি আছে। মই পোনে পোনে ইনছেটত দেখুওৱা বেৰৰ ফলকখনৰ প্ৰায় উৰলি যোৱা কথাখিনি পঢ়ি গ'লো— 'আমাদেৰ প্ৰিয় হুগলী চুচুড়া চহৰেৰ এই সেই অট্টালিকা, যেখানে ঋষি বংকিমচন্দ্ৰ শতবৰ্ষ পূৰ্বে ৰচিত বন্দে মাতৰমেৰ সাধনা কৰিয়াছিলেন। ১২ ই সেপ্তেম্বৰ বন্দে মাতৰম শতবাৰ্ষিকী কমিটী এই শিলা কলিকতা হাইকোৰ্টেৰ প্ৰধান বিচাৰপতি মাননীয় শ্ৰীশংকৰ প্ৰসাদ মিত্ৰ কৰ্তৃক স্থাপিত হইল।'

এই ঘৰটোৰ তলৰফালে সুৰংগ কিছুমান আছে। তাতানিখন বংগ আছিল বহু বিদেশী বণিকৰ বাণিজ্যিক কেন্দ্ৰস্থল। শ্ৰীৰামপুৰ আছিল ডেনিচসকলৰ, চন্দন নগৰ ফৰাচীসকলৰ আৰু হুগলী ডাচসকলৰ। দিনটোৰ ব্যৱসায় সামৰি গধূলি ডাচসকলৰ নাওবোৰ এই গংগা নদীয়েদি আনি এই সুৰংগত সুমুৱাই থোৱা হয়। বংকিমচন্দ্ৰ চট্টোপাধ্যায় আছিল এই ঘৰটোত। হুগলী জিলাৰ ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটৰ কাৰ্যালয়ত তেওঁ ডেপুটী মেজিষ্ট্ৰেটৰ চৰকাৰী পদত চাকৰি কৰিছিল আৰু এই ঘৰটোতেই থাকি তেওঁ লিখি গৈছিল সেই অমৰ গান— 'বন্দে মাতৰম্। সুজলাং সুফলাং মলয়জ শীতলাম শস্য শ্যামলাং মাতৰম্'। সেইবোৰ ১৮৭৫ চনৰ কথা।

চুচুড়াৰ বংকিমচন্দ্ৰই চাকৰি কৰা ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটৰ কাৰ্যালয়টো চাবলৈ মই চিঁৰি বগাই ওপৰলৈ উঠি গ'লো। অতিৰিক্ত উপায়ুক্ত (উন্নয়ন) প্ৰদীপ কুমাৰ চট্টোপাধ্যায়ৰ কাৰ্যালয়ৰ কক্ষলৈ মই সোমাই গ'লো। কম সময়ৰ ভিতৰতে তেওঁ মই পঢ়িবলগীয়া বংকিমচন্দ্ৰৰ বিষয়ে কেইবাখনো কিতাপৰ নাম ক'লে। তেওঁ ক'লে— 'বন্দে মাতৰম্' এটা মন্ত্ৰ। এই মন্ত্ৰকেই সাৰোগত কৰি ঋষি অৰবিন্দই সিদ্ধি লাভ কৰিছিল আৰু বংকিমচন্দ্ৰক সেয়েহে মানুহে 'ঋষি' বুলি সম্বোধে।

চট্টোপাধ্যায়ৰ সহযোগী বিষয়া এজনে মোক ১৮৮১ চনৰ নৱেম্বৰ মাহৰ ২১ তাৰিখৰ এখন চৰকাৰী চিঠি দেখুৱালে। ধুনীয়া ধুনীয়া আখৰেৰে 'বাবু বংকিমচন্দ্ৰ চেটাৰ্জী'য়ে বৰ্ধমান সংমণ্ডলৰ আয়ুক্তলৈ ইংৰাজীতে লিখা চৰকাৰী চিঠি। তেওঁ তেতিয়া Govt. of Bengal ৰ Officiating Secretary আছিল। ১৮৩৮ চনত নিৰ্মিত এই জিলা দণ্ডাধীশৰ কাৰ্যালয়ত থকা এই সময়কণ মোৰ বাবে আছিল অভাৱনীয় আৰু অতুলনীয়।

প্ৰদীপ কুমাৰ চট্টোপাধ্যায়ে দিয়া বিৱৰণ মতে, মই উত্তৰ ২৪-পৰগনা জিলাৰ নৈহাটী চহৰৰ ৰে'লৱে ক্ৰছিঙৰ অ'ভাৰব্ৰীজখন পাৰ হৈ কাটালপাৰাৰ 'বংকিম ভৱন গৱেষণা কেন্দ্ৰ' পালোগৈ। এই ঘৰটো বংকিমচন্দ্ৰই নিজ মানসেৰে নিৰ্মাণ কৰি উলিয়াইছিল ১৮৭৫ চনত।

এখেত গৌতম চৰকাৰ। গৱেষণা কেন্দ্ৰটোৰ কিউৰেটৰ। তিনি কোঠালিৰ এই ঘৰটোত আছিল বংকিমচন্দ্ৰৰ বৈঠকখানা, পঢ়া কোঠা আৰু বিশ্ৰাম কক্ষ। কাষৰ আন এটা ঘৰতহে তেওঁৰ জন্ম হৈছিল। সৰকাৰে মোক বুজাই গ'ল।

বৈঠকখানাৰ ঘৰটোত সজাই থোৱা আছে বংকিমচন্দ্ৰই শুৱত লিখা সেই সুদৃশ্যমান পাওবিটো, লিখা-পঢ়া কৰিবৰ সময়ত ব্যৱহাৰ কৰা লেম্পটো, 'তুলত' কাগজত লিখা 'শকুন্তলা' নাটকৰ পুথি এখন, ভায়েকহঁতৰ লগত খেলা দবা খেলৰ গুটি কিছুমান। পুত্ৰহীন বংকিমচন্দ্ৰই তেওঁৰ সম্পত্তি তিনিজনী জীয়েকৰ মাজত উইল কৰি ভগাই দিছিল। সেই উইলখনৰ কপি এই বৈঠকখানাত সংৰক্ষিত আছে।

চন্দ্ৰশেখৰ মুখোপাধ্যায়, দীনবন্ধু মিত্ৰ, হৰপ্ৰসাদ শাস্ত্ৰী, ৰংগলাল ভূদেৱ, নবীন চন্দ্ৰ সেন, চন্দ্ৰনাথ প্ৰভৃতি গণ্য-মান্য লোকসকল এই বৈঠকখানালৈ নিয়মিত আহিছিল। কেৰাচিনৰ লেম্পৰ পোহৰত চলিছিল কত আলাপ-আলোচনা! এইসকল অতিথিৰ আলেখ্যবোৰ ফটো বনাই বৈঠকখানাৰ দেৱালত আঁৰি থোৱা আছে। এই বৈঠকখানাৰ মজিয়াতে প্ৰকাশ হৈছিল

সেই সুবিখ্যাত আলোচনীখন— 'বংগদৰ্শন'। কিন্তু তাৰ আগতে আছে অন্য এক কাহিনী।

কাষৰ 'বংকিম ভৱন'ত ১৮৩৮ চনৰ ২৬ জুনত মেদিনীপুৰৰ ডেপুটী কালেক্টৰ যাদৱ চন্দ্ৰ চট্টোপাধ্যায়ৰ তৃতীয় পুত্ৰ বংকিমচন্দ্ৰৰ জন্ম হয়। বৈঠকখানাৰ দেৱালত ৰক্ষাই থোৱা হুগলী কলেজত তীক্ষ্ণধীসম্পন্ন বংকিমচন্দ্ৰই জুনিয়ৰ আৰু ছিনিয়ৰ বৃত্তি পৰীক্ষাত সুখ্যাতিৰে অৱতীৰ্ণ হৈছিল। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ১৮৫৮ চনত প্ৰথম বি এ পৰীক্ষা দিয়া দহজনীয়া গ্ৰুপটোৰ দুজনে পাছ কৰিছিল, তাৰে এজন বংকিমচন্দ্ৰ চেটাৰ্জী।

বেংগল চিভিল ছাৰ্ভিচত প্ৰৱেশ কৰি বংকিমচন্দ্ৰই ১৮৫৮ চনত প্ৰথম ডেপুটী মেজিষ্ট্ৰেট হিচাপে যশোহৰত যোগদান কৰিলে। মেদিনীপুৰ, মালদহ, আলিপুৰ, হুগলী, বাৰাসাত, কলিকতা আদি ঠাইত ইংৰাজ চৰকাৰৰ অধীনত চাকৰি কৰি ১৮৯১ চনত স্বেচ্ছাই চাকৰিৰ পৰা অৱসৰ লয়। ইংৰাজ চৰকাৰৰ কাৰ্যবাহী বিষয়া বংকিমচন্দ্ৰক কিন্তু বাংলা সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ ঔপন্যাসিক আখ্যা দিয়া হৈছে। তেওঁৰ ক্ষেত্ৰত ইংৰাজী চৰকাৰৰ গুণ-গৰিমা গোৱাটো নিতান্তই স্বাভাৱিক আছিল। ইংৰাজ প্ৰবৰ্তিত চিৰস্থায়ী বন্দৱস্তি আৰু সামন্ত-স্বাৰ্থৰ নিৰ্ঘাত সমৰ্থক বুলি তেওঁ আখ্যা পাইছিল।

কিন্তু এদিন দেখা গ'ল— জমিদাৰৰ দোষতেই বা প্ৰাকৃতিক কাৰণতেই কেৱল নহয়, কৃষকৰ বিলাই-বিপত্তিৰ অন্য এক মুখ্য কাৰণ ইংৰাজ চৰকাৰৰ সৰ্বসাধাৰণ প্ৰজাৰ ওপৰত উৎপীড়ন। প্ৰজাৰ মাটি কাঢ়ি লোৱা, শস্য লুটপাত কৰা, এইবোৰ ইংৰাজৰ দুষ্কাৰ্য ডেকা ডেপুটী মেজিষ্ট্ৰেট বংকিমচন্দ্ৰৰ চকুত পৰিবলৈ ধৰিলে। ৰায়তৰ ওপৰত হোৱা এই অনাচাৰ-অত্যাচাৰ লাহে লাহে বংকিমচন্দ্ৰৰ কলমলৈ আহিবলৈ ধৰিলে। তেওঁৰ প্ৰবন্ধ 'বংগদেশেৰ কৃষক'ত তেওঁ পৰিষ্কাৰকৈ দেখুৱাই দিছে— কৃষকৰ পৰা আদায় কৰা অমানবীয়, অভাৱনীয় আৰু অনিয়ন্ত্ৰিত কৰ। এই সকলোবোৰে বংকিমচন্দ্ৰক ক্ৰমাগত এক স্বাধীন চিন্তাৰ সত্তালৈ ৰূপান্তৰ কৰিবলৈ ধৰিলে।

বৈঠকখানা পাৰ হৈ গৌতম সৰকাৰে মোক বংকিমচন্দ্ৰৰ পঢ়া কোঠালিটোলৈ লৈ গ'ল। কোঠাটোৰ এই চকীখন আচলতে বংকিমচন্দ্ৰই ব্যৱহাৰ কৰা চকীখন replicaহে। কাঁচৰ বাকচটোত থকা বহীখনত বংকিমচন্দ্ৰৰ হাতৰ আখৰৰ গান কিছুমান লিখা আছে। যদুনাথ ভট্টাচাৰ্যৰ অধীনত বংকিমচন্দ্ৰ আৰু ককায়েক সঞ্জীৱ চন্দ্ৰই সংগীত শিক্ষাগ্ৰহণ কৰিছিল। ৰবীন্দ্ৰনাথ ঠাকুৰেও যদুনাথ ভট্টাচাৰ্যৰ অধীনত সংগীত চৰ্চা কৰিছিল। চুচুড়াৰ সেই গংগাতীৰৰ ঘৰটোত লিখা 'বন্দে মাতৰম্' গানটোৰ সুৰ দিছিল এই যদুনাথ ভট্টাচাৰ্যই। জোড়াঘাটৰ সেই ঘৰটো আৰু কাটালপাৰাৰ এই ঘৰটোৰ মাজৰ যোগসূত্ৰজালৰ এমূৰে আছে 'বন্দে মাতৰম্' আৰু ইটো মূৰে 'আনন্দমঠ'। 'আনন্দমঠ'ৰ দশম পৰিচ্ছেদত সন্নিৱিষ্ট 'বন্দে মাতৰম্' গানটো ৰচনা হৈছিল ১৮৭৫ চনত আৰু 'আনন্দমঠ' ১৮৮২ চনত। আজিও বহুলভাৱে চৰ্চিত আৰু বহুলভাৱে সুৰাৰোপিত 'বন্দে মাতৰম্' আছিল প্ৰবল জাতীয়তাবাদসম্পন্ন। 'বন্দে মাতৰম্' মন্ত্ৰটি হেনো সন্ন্যাসী বিদ্ৰোহৰ নেতাসকলে গাইছিল। আৰু সেই মন্ত্ৰকে সাৰোগত কৰি দেশমাতৃৰ বন্দনাত আপ্লুত বংকিমচন্দ্ৰৰ হৃদয় মন্থন কৰি নিগৰি নিজৰি ওলাই আহিছিল— 'শুভ্ৰ-জ্যোৎস্না-পুলকিত যামিনীম/ফুল্ল কুসুমিত-দ্ৰুমদলশোভিনীম/সুহাসিনী সুমধুৰ ভাষিণীম।'

১৮৯৬ খ্ৰীষ্টাব্দৰ জাতীয় কংগ্ৰেছ অধিৱেশনত 'বন্দে মাতৰম্' প্ৰথম গোৱা হৈছিল। গাইছিল স্বয়ং ৰবীন্দ্ৰনাথ ঠাকুৰে আৰু গানটোৰ প্ৰথম আঠশাৰীৰো তেওঁৱেই সুৰ দিছিল। 'আনন্দমঠ'ৰ 'ভবানন্দ' নামৰ চৰিত্ৰটোৰ মুখত দিয়া এই দীঘলীয়া গানটো এক জোৎস্নাভৰা ৰাতি গীতিকাৰে গোৱাই দিছে। ভবানন্দই মুক্তকণ্ঠে স্বীকাৰ কৰিছে- 'বন্দে মাতৰম'ৰ এই মাতৃ জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী। এই জননী মাথোঁ সুজলা, মাথোঁ সুফলা, মাথোঁ শস্যশ্যামলা আৰু সমীৰণ শীতলা।

এক অমৰ সুধা বিয়পি থকা এই 'বন্দে মাতৰম্' শব্দটো উচ্চাৰণ কৰিয়ে কত ছহিদে ইংৰাজৰ অত্যাচাৰ সহ্য কৰাৰ শক্তি পাইছিল। নিজৰেই সৃষ্টি এই গীতটি বংকিমচন্দ্ৰৰ নিজৰো আছিল অতি প্ৰিয়। এই পঢ়া কোঠালিটোতে বহি 'আনন্দমঠ' লিখিবৰ সময়ত দশম পৰিচ্ছেদত এই গীতটি সংযোগ কৰিবলৈ তেওঁ পাইছিল মনৰ মাজত অদম্য উৎসাহ। কাটালগাঁৱৰ এই পঢ়া কোঠালিটোত বহি লিখা বংকিমচন্দ্ৰৰ আন এখন উপন্যাস আছিল ১৮৭৫ খ্ৰীষ্টাব্দৰ 'কৃষ্ণকান্তেৰ উইল'।

বংকিমচন্দ্ৰৰ প্ৰথম উপন্যাস 'দুৰ্গেশনন্দিনী' ১৮৬৫ খ্ৰীষ্টাব্দত তেওঁৰ সাতাইশ বছৰ বয়সত প্ৰকাশ হৈছিল। ত্ৰিশটা বছৰৰ ভিতৰত উপন্যাসকেইখনৰ তেৰটা সংস্কৰণ প্ৰকাশ হৈছিল। 'কপালকুণ্ডলা' প্ৰকাশ হয় কলকাতাৰ পৰা ১৮৬৬ খ্ৰীষ্টাব্দত। 'মৃণালিনী' ১৮৬৯ত, 'ইন্দিৰা' আৰু 'বিষবৃক্ষ' ১৮৭৩ ত, 'যুগলাংগুৰীয়া' ১৮৭৪ ত। লগতে 'চন্দ্ৰশেখৰ'ও। 'ৰাধাৰাণী', 'ৰজনী', 'দেৱী চৌধুৰীনী', 'সীতাৰাম' আদি উপন্যাসো বংকিমচন্দ্ৰৰ কৃতিত্বপূৰ্ণ সৃষ্টি।

এইটো কোঠা আছিল বংকিমচন্দ্ৰৰ 'বিশ্ৰাম-কক্ষ'। ইয়াতে হেনো এখন লোহাৰ খাট আছিল; তাত তেওঁ শুইছিল। কাষতে আছিল তামাক সজোৱা -- 'বাবু বংকিমচন্দ্ৰ'ৰ বাবে। এই কোঠাটোত বহি বহি গৌতম সৰকাৰে মোক কাষৰ বৈঠকখানাৰ আৰু কিছুমান বিচিত্ৰ খবৰ দিছিল। বৈঠকখানাত যে আছে সৌৱা বংকিমচন্দ্ৰৰ আৱক্ষ মূৰ্তি, তাতেই এদিন সৃষ্টি হৈছিল তেওঁৰ অদ্বিতীয় কীৰ্তি 'বংগদৰ্শন'। সেই দিনবোৰত ইংৰাজী শিক্ষাৰে শিক্ষিত বাঙালী ব্যক্তিসকলৰ কাৰো বাংলা ভাষাত আলোচনী প্ৰকাশৰ উদ্যম নাছিল। তেনে এক দুৰ্যোগ পৰিৱেশত 'বেংগল চিভিল ছাৰ্ভিচ'ৰ অফিচাৰ বাবু বংকিমচন্দ্ৰ চট্টোপাধ্যায়ে এক বিপ্লৱৰ সূচনা কৰি ১৮৭২ চনত কলকাতাৰ ভবানীপুৰ প্ৰেছৰ পৰা 'বংগদৰ্শন' আলোচনীখন সম্পাদনা কৰি উলিয়ালে। বংকিমৰ নিজৰ সামাজিক চেতনাবোধ, সাহিত্যাদৰ্শন, স্বদেশীকতাবোধ আৰু ভাষাতত্ত্ববোধৰ পূৰ্ণ স্বাক্ষৰ বহন কৰি আলোচনীখন প্ৰকাশ হৈছিল। ইংৰাজ চৰকাৰৰ অধীনস্থ এজন ভাৰতীয় বিষয়াই নিজৰ মাতৃভাষাৰ উৎকৰ্ষৰ বাবে এই আলোচনীখন সম্পাদনা কৰা কাৰ্য তেতিয়া আৰু এতিয়াও এক অভাৱনীয় ঘটনা হিচাপে চিহ্নিত হৈ ৰ'ল। ভবানীপুৰৰ পৰা আলোচনীখন ছপা হোৱা প্ৰেছটোকে এদিন বংকিমচন্দ্ৰই এই বৈঠকখানাৰ মজিয়ালৈ লৈ আহিল ১৮৭৬ চনত। মাজতে কিছু বছৰ আলোচনীখন বন্ধ হৈ থকাৰ মূৰত ৰবীন্দ্ৰনাথ ঠাকুৰে 'বংগদৰ্শন' সম্পাদনা কৰিবলৈ ধৰিলে।

এতিয়া বংকিম ভৱন গৱেষণা কেন্দ্ৰৰ ষাণ্মাসিক মুখপত্ৰ হিচাপে এই কেন্দ্ৰৰ সঞ্চালক সত্যজিৎ চৌধুৰীৰ সম্পাদনাত 'বংগদৰ্শন' ধুনীয়া প্ৰিণ্ট আৰু বাইণ্ডিংৰে প্ৰকাশ হৈ আছে।

২০০২ চনৰ জানুৱাৰী-জুন সংখ্যাটো হাতত লৈ মই ভাবি থাকিলো— আমাৰ 'অৰুণোদয়', 'বাঁহী', 'জোনাকী' আদিৰ কথা। ১৮৭২-২০০২ৰ দীঘলীয়া যি ইতিহাস 'বংগদৰ্শন'ৰ আছে, আমাৰ এই আলোচনীকেইখনবো থাকিব নোৱাৰিলেহেঁতেননে?

বৰ্তমান পশ্চিমবংগ ৰাজ্য চৰকাৰৰ উচ্চশিক্ষা বিভাগে নিয়মিত এই গৱেষণা কেন্দ্ৰলৈ আৰ্থিক সাহায্য দি আছে। ভিক্টৰিয়া মেমৰিয়েল ট্ৰাষ্টৰ পৰাও এই কেন্দ্ৰই ধন পাইছে। সৰকাৰে ক'লে-- প্ৰসিদ্ধ চিত্ৰনিৰ্মাতা মৃণাল সেনেও ৰাজ্যসভাৰ সদস্য হিচাপে তেওঁৰ সাংসদ এলেকা উন্নয়ন শিতানৰ পৰা আৰ্থিক সাহায্য আগবঢ়াইছিল। ২০০০ চনত এই গৱেষণা কেন্দ্ৰৰ দায়িত্ব নিয়াৰ পাছত সৰকাৰহঁতে 'বংগদৰ্শন' নতুনকৈ প্ৰকাশ আৰম্ভ কৰিছে। তাহানিৰ ঘৰটো আজিৰ ভৌগোলিক পৰিস্থিতিত যথেষ্টখিনি মেৰামতি কৰিবলগীয়া হোৱাত এই গৱেষণা কেন্দ্ৰ আৰু কাষৰ সৌ 'বংকিম-ভৱন'ৰ আমূল পৰিবৰ্তন আৰু পৰিশোধনৰ কাম তেওঁলোকে কৰিবলৈ লৈছে। ফিলিপ্‌ছ কোম্পানী আহি নতুনকৈ লাইটৰ ব্যৱস্থা কৰিছে। বংকিম-সঞ্জীৱহঁতে লিখা প্ৰায় চল্লিশ হেজাৰখন চিঠি গৌতম সৰকাৰহঁতে Digital Computer ত সংৰক্ষণ কৰি থোৱাৰ ব্যৱস্থা লৈছে। তেওঁ মোক 'বংকিম-ভৱন'ত 'সঞ্জীৱ চন্দ্ৰ সভাগৃহ'টোৰ নিৰ্মাণকাৰ্যও তন্ন তন্নকৈ দেখুৱালে। যাদবপুৰ বিশ্ববিদ্যালয়ৰ স্থপতিবিদ্যা বিভাগে গোটেই 'বংকিম-ভৱন'টোৰ সংৰক্ষণৰ লক্ষ্যৰে পুনৰ্নিৰ্মাণ কাৰ্যৰ তদাৰক কৰিছে। কাষৰ যিখিনি মাটি খালী হৈ পৰি আছে, তাত এটা নতুনকৈ মিউজিয়াম সাজিব। তাত উত্তৰ ২৪-পৰগনা জিলাৰ বিখ্যাত লোকসকলৰ এটাকৈ গেলেৰী থাকিব— ই হ'ব বাংলা সাহিত্যৰ চৰ্চাকেন্দ্ৰ।

'এই বৈঠকখানাৰ মজিয়াতে বংগ সাহিত্যৰ এটা যুগ পাৰ হৈছে। আপোনালোকে সেই যুগটোৰ কথা মনত ৰাখি ভৱিষ্যতে একো কৰাৰ কথা ভবা নাইনে ইয়াত?' মোৰ প্ৰশ্নটো কেনেকুৱা আছিল ক'ব নোৱাৰো। কিন্তু গৌতম সৰকাৰে তপৰাই মাতিলে— 'প্ৰতি চতুৰ্থ দেওবাৰে বিয়লি ৫.৩০ বজাৰ পৰা ৬.৩০ বজালৈ আমি সেই যুগান্তকাৰী বৈঠকখানাৰ বৈঠকৰ স্মৃতিতেই বংগদৰ্শনৰ মজলিছ বহুৱাওঁ ইয়াত। ক'ত, কি আলোচনা হয় তাত!'

পুনৰ ৰে'লৰে ক্ৰছিঙৰ ওপৰৰ দলঙেৰে আহি থাকোঁতে ভাবি আহিছিলো— ১৮৩৮ চনত নিৰ্মিত হুগলী জিলা দণ্ডাধীশৰ সেই বিশাল কাৰ্যালয়টোৰ কতবোৰ চৰকাৰী ফাইলত ধূনীয়া ধুনীয়া হাতৰ আখৰৰ মাজৰ কিছুমান আখৰ যেন একোটা গান হৈ গৈছিল এদিন— 'সুজলাং সুফলাং... বন্দে মাতৰম্...' সেই মহান মন্ত্ৰ।

এতিয়াও মই অনুভৱ কৰোঁ— 'বন্দে মাতৰম্' আছিল সঁচাকৈ এক অনুপম মন্ত্ৰ, যি মোক গংগাপাৰৰ জোড়াঘাটৰ সেই ভগ্নাৱশেষসদৃশ ঘৰটোলৈ, কাটালপাৰাৰ সেই ৰে'ল লাইনৰ সিপাৰৰ ঘৰটোলৈ উধাতু খাই আহিবলৈ প্ৰেৰণা যোগাইছিল।

চৈধ্যখন উপন্যাসৰ ৰচয়িতা বংকিমচন্দ্ৰ আছিল যেন নিজেই এক অনিৰ্বচনীয় মন্ত্ৰ— বন্দে মাতৰম্!

# ১৪

## স্মৃতিগ্ৰন্থৰ স্মৃতিগন্ধ

২০০৩ চনৰ ১৬ নৱেম্বৰৰ পৰা ছদিনীয়া প্ৰগ্ৰেমেৰে ধুবুৰী জিলালৈ গৈছিলোঁ চৰকাৰী কাম লৈ। থাকিছিলোঁ মোৰ অন্যতম প্ৰিয় ঠাই গৌৰীপুৰত। এগ্ৰিকালচাৰ মাৰ্কেটিং বোৰ্ডৰ গেষ্ট হাউছত।

সুকন্তা পালে পঢ়িম বুলি আগৰ দুটা সংখ্যা 'প্ৰান্তিক' লগত লৈ গৈছিলোঁ। নিজাও-নিস্তব্ধ গেষ্ট হাউছটো মোৰ বাবে উপযুক্ত ঠাই আছিল। কিন্তু মই সেই পৰিবেশত অশান্তি পাই আছোঁ বুলি ভাবি মাৰ্কেটিং বোৰ্ডৰ কৰ্মচাৰী এজনে মোক পঢ়িবৰ বাবে এখন আলোচনী আনি দিলে।

গৌৰীপুৰত আগতেও আহিছোঁ, আছোঁও। কিন্তু ক'ব নোৱাৰো কিয়, প্ৰতিমা বৰুৱা পাণ্ডেৰ মৃত্যুৰ পাছৰ পৰা ঠাইখনৰ প্ৰতি মোৰ হৃদয়ত মই এক অন্য অনুভূতি অনুভৱ কৰিব ধৰিছোঁ। মোৰ এই নতুন অনুভৱৰ ফলত মোৰ উপকাৰ হৈছে— মই একেই ধৰণৰ আন এখন মৰমলগা চহৰ অভয়াপুৰীক বিজাই আৰু মিলাই চাবলৈ শিকিছোঁ গৌৰীপুৰৰ সৈতে।

ঠিক এনে এক পটভূমিত মোক পঢ়িবলৈ দিয়া সেই আলোচনীখন মোৰ বাবে এক অন্য সংযোগ হৈ থিয় হ'ল। মই পাত মেলি গ'লো আলোচনীখনৰ। আলোচনীখন আছিল গৌৰীপুৰৰ প্ৰতাপ চন্দ্ৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ।

চমুকৈ বিদ্যালয়খনক সকলোৱে কয় 'পি চি ইন্সটিটিউট'। ময়ো সেই নামেৰেই জানি আছিলো। আচলতে সম্পূর্ণ নাম প্রতাপ চন্দ্র উচ্চতৰ মাধ্যমিক বিদ্যালয়। তাহানিৰ অবিভক্ত গোৱালপাৰা জিলাৰ এখন অন্যতম পুৰণি বিদ্যালয় এই প্রতাপ চন্দ্র ইন্সটিটিউট। এই বিদ্যালয়খন স্থাপিত হৈছিল ১৮৯৯ চনৰ ২৫ এপ্রিল তাৰিখে। গৌৰীপুৰৰ জমিদাৰ ৰাজ বাহাদুৰ প্রভাত চন্দ্র বৰুৱাই তেখেতৰ পিতৃ স্বৰ্গীয় প্রতাপ চন্দ্র বৰুৱাৰ সৌৰৰণত এই বিদ্যালয়খন প্রতিষ্ঠা কৰিছিল গৌৰীপুৰ চহৰৰ মাজ মজিয়াত।

এশ বছৰ সম্পূর্ণ হোৱা উপলক্ষে ২০০০ চনৰ ৯, ১০ আৰু ১১ এপ্রিল তাৰিখে বিদ্যালয়খনৰ শতবাৰ্ষিকী উৎসৱ পালন কৰা হৈছিল। সেই উৎসৱৰ সৈতে সংগতি ৰাখি ক্ষিতীশ চন্দ্র ৰায়ৰ দ্বাৰা সম্পাদনা কৰি প্রকাশ কৰা হৈছিল এই স্মৃতিগ্রন্থখন। মূল্য ষাঠি টকা।

এশ বছৰীয়া এই বিদ্যালয়খনৰ এক দীঘলীয়া ইতিহাস আছে যদিও চমুকৈ ক'ব পাৰি যে পশ্চিম অসমৰ এই শিক্ষানুষ্ঠানখন অনগ্রসৰ এক অঞ্চলৰ সামাজিক পৰিবৰ্তন সাধন কৰিব পৰাকৈ সুস্থ শিক্ষাদানৰ এক অনুষ্ঠান হিচাপে স্বীকৃত হৈছিল। এই বিদ্যালয়ত এসময়ত পঢ়িছিল কবি অম্বিকাগিৰী ৰায়চৌধুৰী, প্রসিদ্ধ গল্পকাৰ ৰেৱতী মোহন দত্ত চৌধুৰী (শীলভদ্র), কবিগুৰু ৰবীন্দ্রনাথ ঠাকুৰৰ ব্যক্তিগত সচিব অমিয় কুমাৰ চক্রবর্তী। আৰু বহু গুণী-জ্ঞানীজন। বিস্তৃত চৌহদৰ এক পুৰণি অভিজাত্যপূর্ণ নির্মাণশৈলীৰে এই বিদ্যালয়খনে আজিও গৌৰীপুৰৰ এক গৌৰৱময় ঐতিহ্যৰ নীৰৱ সাক্ষী হিচাপে গৌৰীপুৰবাসীৰ মানসত উজলি আছে।

গদাধৰ নদীৰ পাৰৰ এই চহৰ গৌৰীপুৰ। আমাৰ লেখক শীলভদ্রৰ কলমত এই চহৰ হ'ল 'মধুপুৰ'। লেখকগৰাকীৰ সাহিত্য অকাডেমী বঁটা পোৱা কিতাপ 'মধুপুৰ বহুদূৰ'ৰ সেই মধুপুৰেই হ'ল এই গৌৰীপুৰ। এই চহৰ প্রমথেশ-প্রকৃতিশ বৰুৱাৰ চহৰ। এই চহৰ 'হস্তীৰ কন্যা' প্রতিমা-পাৰ্বতী বৰুৱাৰ চহৰ। গদাধৰৰ সোঁতত বোৱা প্রতিখন নাৱৰ পৰা যেন ভাহি আহে সেই ভাটিয়ালী— 'তোমৰা গেইলে কি আসিবেন মোৰ মাহুত বন্ধু ৰে ...।' লাওখোৱা বিলৰ মনোৰম সৌন্দৰ্যৰ কণিকা যেন বিয়পি পৰিছে পাৰৰ এই চহৰৰ গৌৰীপুৰত। কি আকৰ্ষণ, কি আবেশ এই চহৰৰ! শেষখন নাও যেতিয়া চাপি ৰয় পাৰত, ৰাতি দুপৰত, লোড শ্বেডিঙত মমৰ পোহৰত যেতিয়া নদী পাৰৰ গৌৰীপুৰ পুলিচ থানাৰ অ' চিয়ে কেছ ডায়েৰী লিখে, মোৰ ভাব হয়, তেওঁৰ সেই চৰকাৰী ডায়েৰীও চাগে' এক মোহনীয়া কবিতাৰ দৰে হয়গৈ— ঠিক যেন গৌৰীপুৰৰ দৰে!

স্মৃতিগ্রন্থখন ওপচি আছে এই চহৰ গৌৰীপুৰ আৰু গৌৰীপুৰৰ ইতিহাসৰ টুকুৰা-টুকুৰ অংশৰে। সাধাৰণতে বিদ্যালয়ৰ স্মৃতিগ্রন্থৰ পাতত থাকে বিদ্যালয়খনৰ পাৰ হৈ অহা অতীতৰ ইতিহাসৰ বৰ্ণনা। সেই বিদ্যালয়খনৰ যশ-খ্যাতি আৰু বিদ্যালয়খনৰ সৈতে জড়িত থকা বিভিন্নজনৰ সম্পৰ্কৰ এক নষ্টালজিক দৃষ্টিৰে স্মৃতি ৰোমন্থন কৰা হয় সেই বৰ্ণনাসমূহত। তেনে এক আবেশত এখন বিদ্যালয়ৰ স্মৃতিগ্রন্থখন পঢ়িবলৈ সঁচাকৈয়ে আগ্রহ জন্মে। মোৰ বিদ্যালয় নহ'লেও অন্য বহুজনৰ মৰমৰ বিদ্যালয় বুলিয়ে সেই স্মৃতিগ্রন্থখন পঢ়ি সেই বিদ্যালয়খনক জানিবলৈ, বিদ্যালয়খনক নিজৰে হৃদয়ত স্থাপন কৰিবলৈ মন যায়। সেই যে এবাৰ মই কোনোদিনে বিদ্যালয়খনত সোমাই নোপোৱা তাৰিণী চৌধুৰী ছোৱালী উচ্চতৰ

মাধ্যমিক বিদ্যালয়খনলৈ গৈছিলো, অধ্যক্ষাগৰাকীক লগ ধৰি বিদ্যালয়খনৰ সোণালী জয়ন্তীৰ স্মৃতিগ্ৰন্থখন খুজি আনিছিলোগৈ।

শতবাৰ্ষিকীৰ এই বিদ্যালয়-স্মৃতিগ্ৰন্থখনৰ সূচীপত্ৰতো আছে তিনিটা ভাষাৰ লেখা। অসমীয়া আৰু বাংলা— দুয়োটা ভাষাতেই শিক্ষাদান হয় বাবে এই দুয়োটা ভাষাৰেই লেখা প্ৰকাশিত হোৱাৰ উপৰি ইংৰাজী ভাষাৰো কেইটামান লেখা ইয়াত আছে। মই পঢ়া ধুবুৰীৰাজাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ আলোচনী 'মঞ্জৰী'ত আছিল চাৰিটা ভাষাৰ শিতান— অসমীয়া, বাংলা, হিন্দী, ইংৰাজী।

মুঠ ৫১ টা লেখা সন্নিবিষ্ট পি চি ইনষ্টিটিউটৰ শতবাৰ্ষিকী স্মৃতিগ্ৰন্থখনৰ পাতবোৰৰ বহু অংশ বিদ্যালয়খনৰ স্মৃতিৰে বিজড়িত হৈ আছে যদিও বৰ স্বাভাবিক কাৰণতেই অন্য কেইবাখিলাও পাত উজলি আছে গৌৰীপুৰৰ ৰাজ পৰিয়ালৰ কেইবাটাও ঐতিহাসিক যুগৰ স্মৰণীয় সাক্ষী প্ৰতাপ চন্দ্ৰ বৰুৱা, প্ৰভাত চন্দ্ৰ বৰুৱা, প্ৰমথেশ চন্দ্ৰ বৰুৱা, প্ৰকৃতীশ চন্দ্ৰ বৰুৱা, নীহাৰবালা বৰুৱা আৰু সৰোজবালা বৰুৱাৰ স্মৃতি ৰোমন্থনেৰে ভৰা লেখাৰে। কিন্তু, যিটো কথাই মোক বিশেষভাৱে আকৃষ্ট কৰিছে, সেয়া হ'ল পশ্চিম অসমৰ এই গোৱালপাৰা-ধুবুৰী-গৌৰীপুৰৰ গৌৰৱোজ্জ্বল, বৰ্ণময় সভ্যতা-সংস্কৃতিৰ আধাৰত লিখা কেইবাটাও তথ্যপূৰ্ণ লেখাৰে। বিশেষভাৱে উল্লেখনীয় সেই প্ৰবন্ধকেইটা হ'ল— দেশী বা ৰাজবংশী নৃত্য-গীতৰ ধাৰাণা, গ্ৰাম্য নাট্য জগতত তথা কুশান গানত স্বৰ্গীয় কালিদাস কুশানীৰ অভিনৱ দান, অবিভক্ত গোৱালপাৰা জিলাৰ কুঁহিলা শিল্প, শীলডাঙৰ গজৰ সোৱাদ, সংস্কৃত শিক্ষা প্ৰসাৰে গৌৰীপুৰের অবদান ইত্যাদি।

ছদিনকৈ গৌৰীপুৰৰ সেই নিঃসংগ গেষ্ট হাউছটোত অকলে থাকি যোৱাৰ মোৰ মুখ্য উদ্দেশ্যটোৱেই আছিল গৌৰীপুৰক এইবাৰ উপলব্ধি কৰাৰ। আৰু মোক উদ্বেলিত কৰি সূচীপত্ৰখনত আছিল এককভাৱে গৌৰীপুৰ সম্পৰ্কত এইকেইটা নিবন্ধ— ধুবুৰী-গৌৰীপুৰৰ দুখৰীয়া স্মৃতি, বিহংগম দৃষ্টিত গৌৰীপুৰ, Socio-Economic Growth of legendary Gauripur, The people of Gauripur . A Socio-Economic Profile, A critic of Eco-Socio System of Gauripur ইত্যাদি।

এটা কথা মই উপলব্ধি কৰো, অসমৰ মূল সংস্কৃতিৰ এক উল্লেখনীয় সংযোজন গোৱালপৰীয়া লোক-সংস্কৃতি, যেন তথাপি প্ৰয়োজনীয় প্ৰচাৰলৈ অহা নাই। ক'বলৈ গ'লে যেন কেনেবাকৈ কিছু আঁতৰত থাকি গৈছে প্ৰচাৰৰ পৰা এই অঞ্চল। যেন গৌৰীপুৰ, যেন বিলাসীপাৰা, যেন ফকিৰাগ্ৰাম, যেন গোলোকগঞ্জ নামবোৰ, ইমান সুন্দৰ নামবোৰ, সঘনে উচ্চাৰিত নহয় অসমীয়া সাহিত্য-সংস্কৃতিৰ পাঠশালাত। হ'ব পাৰে, মহাপথাৰৰ পৰা, ভুমকুমাৰ পৰা, জোনাইৰ পৰা বহু নিলগৰ এক ভৌগোলিক অৱস্থিতি হোৱা বাবেই পশ্চিম অসমৰ সেই ধুনীয়া ধুনীয়া নামবোৰৰ ঠাইবোৰ আমাৰ যেন হৃদয়ত সোমাওঁতে বহু কষ্ট কৰিবলগীয়া হৈছে। দোতাৰা, সাৰংগ, বাঁহী, ঢোল লৈ হৰি প্ৰতিমা বৰুৱা অসমৰ দিহিঙে-দিপাঙে ঘূৰি নুফুৰিলেহেঁতেন, গৌৰীপুৰ যেন বহুদূৰত থাকি গ'লহেঁতেন। শীলডাঙৰ সেই 'মধুপুৰ-বহুদূৰ'ৰ দৰে।

শতবাৰ্ষিকীৰ স্মৃতিগ্ৰন্থখনৰ পাত লুটিয়াই লুটিয়াই মই এইবোৰ কথাকে ভাবি আছিলো। তেনে এক প্ৰেক্ষাপটত গৌৰীপুৰ আৰু গৌৰীপুৰবাসীক সামৰি স্মৃতিগ্ৰন্থখনত সংযোগ হোৱা বিভিন্ন লেখাসমূহে সামগ্ৰিক অৰ্থত অসমৰ এই প্ৰান্তৰৰ ৰসময়, গন্ধময় এক বিস্তীৰ্ণ সংস্কৃতিৰ পৰিপূৰক আভাস দিবলৈ প্ৰয়াস কৰিছে। নিজৰ সংস্কৃতিপূৰ্ণ মনটোৰ প্ৰকাশ ঘটাই এই লেখাসমূহত গৌৰীপুৰক ভাল পোৱা আৰু গৌৰীপুৰীয়া বহুকেইজনে সুখপাঠ্য গৌৰীপুৰীয়া সংস্কৃতিৰ বৰ্ণনা কৰিছে। দীঘলীয়া এই লেখক-লেখিকাসকলৰ তালিকাৰ কেইগৰাকীমান হ'ল— শৰৎ চন্দ্ৰ সিংহ, শীলভদ্ৰ, অনিৰুদ্ধ সিংহ চৌধুৰী, শুচিব্ৰতা ৰায়চৌধুৰী, কাছেমা খাতুন, পাৰ্বতী বৰুৱা, মনীন্দ্ৰনাথ ৰায়, নিখিলেশ বৰুৱা, ড° হৰেন্দ্ৰ নাথ দাস।

মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাৰ সুযোগ্য প্ৰশাসক কবীন্দ্ৰ পাত্ৰৰ পুত্ৰ কবিশেখৰ ১৬২০ খ্ৰীষ্টাব্দত বাদশাহ জাহাংগীৰৰ পৰা কোচহাজোৰ কাননগো পদৰ চনদ লাভ কৰি মোগল সম্ৰাটৰ পৰা 'ৰাজা' উপাধি পাইছিল। সেই সময়ছোৱাত গোৱালপাৰা জিলাৰ ৰাঙামাটি আছিল এই বংশৰ ৰাজ্যৰ ৰাজধানী। কবিশেখৰৰ বংশৰেই প্ৰতাপ চন্দ্ৰ বৰুৱা। ১৮৫০ খ্ৰীঃত তেওঁ সেই ৰাজধানী ৰাঙামাটিৰ পৰা আনি গৌৰীপুৰত স্থাপন কৰে। চিকাৰী প্ৰতাপ চন্দ্ৰই চিকাৰ কৰিবলৈ আহি এদিন এঠাইত ভেকুলী এটাই সাপ এডাল ভক্ষণ কৰা দৃশ্য দেখা পাই সেই স্থানত শ্ৰীশ্ৰী মহামায়াৰ মন্দিৰ প্ৰতিষ্ঠা কৰিলে। আৰু দেৱী মহামায়াৰ নামেৰেই নিজৰ স্থানান্তৰিত ৰাজধানীখনৰ নাম 'গৌৰীপুৰ' ৰাখিলে।

ব্ৰিটিছে দিয়া 'ৰায় বাহাদুৰ' খিতাপ পৰিত্যাগ কৰা ৰজা প্ৰতাপ চন্দ্ৰই গৌৰীপুৰত এখন মাইনৰ স্কুল স্থাপন কৰে। ১৮৮০ খ্ৰীঃত তেওঁৰ মৃত্যুৰ পাছত পত্নী ভবানীপ্ৰিয়া গৌৰীপুৰৰ ৰাণী হয় আৰু ৰাজকাৰ্য পৰিচালনা কৰে। ৰজাৰ উত্তৰাধিকাৰী-শূন্য ৰাণীয়ে প্ৰভাত চন্দ্ৰ বৰুৱাক পোষ্যপুত্ৰ কৰি তুলিলে।

প্ৰভাত চন্দ্ৰৰ আছিল এক বৰ্ণময় অতীত। ১৮৭৯ চনত জন্মগ্ৰহণ কৰি পাছত তেওঁ কলিকতাত শিক্ষাগ্ৰহণ কৰিছিল। ভবানীপ্ৰিয়াৰ মৃত্যুৰ পাছত ১৯০১ চনত তেওঁ গৌৰীপুৰৰ ৰজা হয়। প্ৰখৰ বুদ্ধিমত্তাৰ এইজন ৰজা শিক্ষা, ক্ৰীড়া, চিকাৰ আদি বিভিন্ন বিষয়ত বিশেষ পাৰদৰ্শী আছিল। দলগোমা সত্ৰৰ বৈষ্ণৱ পৰিয়ালৰ অযোধ্যাকান্ত অধিকাৰীৰ কন্যা সৰোজবালাক প্ৰভাত চন্দ্ৰই ১৮৯৬ চনত বিয়া কৰে।

পৰৱৰ্তী কালত এই প্ৰভাত চন্দ্ৰ-সৰোজবালাৰ স্বনামধন্য তিনিপুত্ৰ আৰু দুই কন্যাৰ জন্ম হয়— প্ৰমথেশ, প্ৰকৃতিশ, প্ৰণবেশ আৰু নীহাৰবালা আৰু নীলিমা। কালক্ৰমত প্ৰকৃতিশৰ সেই দুই সুবিখ্যাত কন্যা প্ৰতিমা আৰু পাৰ্বতীৰ জন্ম হয়।

সেই গৌৰীপুৰৰ ৰাজ পৰিয়ালৰ খুব চমুকৈ এয়া চমু বংশলতিকা।

পশ্চিম প্ৰান্তৰত শিক্ষা বিস্তাৰৰ বাবে ৰজা প্ৰতাপ চন্দ্ৰই স্থাপন কৰা সেই মাইনৰ স্কুলখন তেওঁৰ পুত্ৰ প্ৰভাত চন্দ্ৰই ১৮৯৯ খ্ৰীঃত হাইস্কুললৈ উন্নীত কৰে। আৰু এয়া মোৰ হাতত আজি সেই স্কুলখনৰ শতবাৰ্ষিকীৰ স্মৃতিগ্ৰন্থখন।

স্মৃতিগ্ৰন্থখনৰ পাতে পাতে বিস্তৃত হৈ আছে গৌৰীপুৰ-গোৱালপাৰা-পি চি ইনষ্টিটিউটৰ বৰ্ণময় ইতিহাস। গৌৰীপুৰ আৰু তাৰ সমীপৱৰ্তী অঞ্চলসমূহৰ বৰ্ণনা সময়ে সময়ে অ'ত-

ত'ত পঢ়িবলৈ পোৱা গ'লেও মই বিশ্বাস কৰোঁ. একত্ৰিতভাৱে এই ঐতিহ্যপূৰ্ণ অঞ্চলটোৰ বাস্তৱ চিত্ৰ এখন এই স্মৃতিগ্ৰন্থখনেহে আঁকি ৰাখিছে। লেখকসকলৰ পৰা লেখা সংগ্ৰহ কৰা আৰু লেখাৰ বাছনি নিৰূপণ কৰা দুয়োটা কঠিন কামেই স্মৃতিগ্ৰন্থখনৰ সম্পাদক-সম্পাদিকাৰেও নিয়াৰিকৈ আৰু নিষ্ঠাৰে পালন কৰাৰ ফলত আমি পালোঁ এক নেদেখা সুৰুঙ্গাৰ সকল লিপিবদ্ধ ৰূপ। বহু উল্লেখনীয় তথ্যৰে সমৃদ্ধ হৈ আছে এই স্মৃতিগ্ৰন্থখনৰ প্ৰতিটো পাত।

অসমীয়া আলোচনী 'আৱাহন'ৰ সম্পাদক ড° দীননাথ শৰ্মা গৌৰীপুৰৰ পি চি ইনষ্টিটিউটৰ ছাত্ৰ আছিল। ৰাজ পৰিয়ালৰ সাহায্য আৰু পৃষ্ঠপোষকতাৰে আৰম্ভ আৰু লালিত-পালিত হোৱা এই বিদ্যালয়খনৰ ইতিহাস প্ৰকৃতপক্ষে বিংশ শতাব্দীৰ গোৱালপাৰা জিলাৰ শিক্ষাৰ ইতিহাস বুলি প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহেই তেওঁৰ লেখাটোত মন্তব্য কৰিছে— 'ইমান ধুনীয়া, ইমান কাৰুকাৰ্য কৰা আৰু ইমান বিৰাট স্কুল ভৱন (বিল্ডিং) মই কমেই দেখিছোঁ। অসমৰ বিভিন্ন ঠাইৰ পৰা, বিশেষকৈ কামৰূপৰ পৰা বহুতো মেধাৱী ছাত্ৰই এই বিদ্যালয়ত পঢ়িবৰ কাৰণে গৌৰীপুৰলৈ গৈছিল।' নিজৰ প্ৰবন্ধটোত এই মন্তব্য শীলভদ্ৰৰ। এই বিদ্যালয়খনৰ 'হোষ্টেলৰ ছাত্ৰবিলাক আবেলিপৰত গদাধৰ নৈৰ বুকুত বৈ থকা ডাঙৰ বেপাৰী নাওবিলাকৰ ছৈত উঠি সান্ধ্যবায়ু সেৱন কৰিছিল।' (ৰমণীকান্ত শৰ্মা)। অম্বিকাগিৰী ৰায়চৌধুৰীৰ সুযোগ্যা কন্যা শুচিব্ৰতা ৰায়চৌধুৰীয়ে তেওঁৰ লেখাটোত লিখিছে— 'এইখন বিদ্যালয়তে এদিন মোৰ পিতৃদেৱে অলপ দিনৰ বাবে হ'লেও শিক্ষা লাভ কৰিছিল। এইখন বিদ্যালয়ৰ পক্ষতে কোচবিহাৰত ফুটবল খেলিছিল। হয়তো এই বিদ্যালয়ৰে কাষেৰে বৈ যোৱা গদাধৰ নৈত সাঁতুৰিছিলো।' পি চি ইনষ্টিটিউট সন্দৰ্ভত প্ৰাক্তন ছাত্ৰী অনিলা চৌধুৰী (বৰুৱা)য়ে লিখিছে— 'প্ৰতাপ চন্দ্ৰ প্ৰতিষ্ঠান আছিল এটি তীৰ্থস্থান, এটি শিক্ষামন্দিৰ। শনিবাৰে শনিবাৰে অৰ্দ্ধছুটীৰ পাছত প্ৰতিষ্ঠানত সাংস্কৃতিক অনুষ্ঠান যেনে তৰ্ক, প্ৰবন্ধ পাঠ, বক্তৃতা আদি হৈছিল।' ১৯৭১ চনত এই বিদ্যালয়ৰ পৰা হাইস্কুল লিভিং চাৰ্টিফিকেট পৰীক্ষা দি পঞ্চম স্থান অধিকাৰ কৰা আবুল হুছেইন আহমেদ নামৰ প্ৰাক্তন ছাত্ৰজনে নিজৰ লেখাটোত লিখিছে— 'এশ বছৰ আগতে যেতিয়া অসমৰ অঞ্চলত আন্ধাৰ আছিল, তেতিয়া কটনৰ লগতে প্ৰতাপ চন্দ্ৰ বিদ্যালয়ে শিক্ষাৰ জ্যোতি বিলাইছিল।' গৌৰীপুৰৰ জমিদাৰ প্ৰভাত চন্দ্ৰই স্থাপন কৰা পি চি ইনষ্টিটিউটে পৰৱৰ্তী কালত ওচৰ-পাঁজৰৰ অন্য বহুতো ৰজাক নিজ এলেকাত শিক্ষানুষ্ঠান স্থাপনৰ ক্ষেত্ৰত উদগনি দিছিল। ইয়াৰ উদাহৰণ, মেছপাৰা জমিদাৰে স্থাপন কৰা লক্ষীপুৰ বিদ্যালয়, বিজনীৰ ৰজাই কৰা অভয়েশ্বৰী বিদ্যালয়, চাপৰৰ জমিদাৰে কৰা ইন্দ্ৰ নাৰায়ণ একাডেমী। পি চি ইনষ্টিটিউটৰ প্ৰাক্তন ছাত্ৰী অণিমা গোস্বামীয়ে লিখিছে— 'আমাৰ দিনত বিদ্যালয়খনৰ এমূৰে চকীদাৰ নেফা, নাথনি, বোধনাইও আছিল। সিহঁতেও স্কুলখনক বৰ শ্ৰদ্ধা কৰিছিল আৰু ভাল পাইছিল।' এনেদৰে, ত্ৰিভাষিক এই বিদ্যালয়খনৰ অসমীয়া ভাষী ছাত্ৰসকলক ভাবাচৰ্চাৰ সুবিধা কৰি দিয়াৰ বাবে যি 'সুনীতি সাধিনী' নামৰ সভাখনৰ সৃষ্টি কৰা হৈছিল, সেই সভাৰ পৰাই অসম সাহিত্য সভালৈ সদস্য বাছনি কৰা হৈছিল।

শতবৰ্ষৰ গৌৰৱত এনেদৰেই বিদ্যালয়খনৰ শুভাকাংক্ষী ছাত্ৰ-ছাত্ৰীসকলে স্মৃতিগ্ৰন্থখনত

নিজৰ সোঁৱৰণি যি ৰোমন্থন কৰিছে, তাৰ পৰাই জাতিস্কাৰ হৈ পৰিছে যে এই বিদ্যালয়খন আছিল এক অতি উচ্চ শিক্ষানুষ্ঠান, যি সামগ্ৰিকভাৱে অসমৰ শিক্ষাজগতত নিজৰ অস্তিত্ব প্ৰতিপন্ন কৰিবলৈ সক্ষম হৈছিল।

আৰু গৌৰীপুৰ! গদাধৰৰ পাৰৰ গৌৰীপুৰ! স্মৃতিগ্ৰন্থখনত নিখিল সিংহই লিখা নিবন্ধটোত উল্লেখ আছে যে এই নদীখন গদাধৰ, হেনো পদ্মপুৰাণৰ গোদা নামৰ উপ-চৰিত্ৰ এটাৰ নামৰ সৈতে সংগতি ৰাখি সৃষ্টি হৈছে। ব্ৰহ্মপুত্ৰৰ পাৰত, গৌৰীপুৰৰ পৰা কিছু নিলগত পূব দিশত সেয়া চান্দোৰ ডিঙা পাহাৰ। এই গৌৰীপুৰত গঢ়ি উঠিছিল কোচ ৰাজ্যৰ সংস্কৃতি-কলাৰ কেন্দ্ৰ। কোচবিহাৰৰ কোচ ৰজাৰ উৎসাহৰ ভেটিতে প্ৰাচীন কামৰূপী সংস্কৃতি আৰু কোচ ৰাজ্যৰ কলা-সংস্কৃতিৰ বিকাশ ঘটিছিল এই গৌৰীপুৰত। বিনিময়ত গৌৰীপুৰৰ ৰজাৰো আগতে, ৰাঙামাটিৰ জমিদাৰ বুলচন্দ্ৰ বৰুৱাই মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ ছত্ৰশালত প্ৰতিষ্ঠা কৰা ৰামৰায় কুটি ধামৰ বাবে তেৰশ বিঘা মাটি দান কৰি বৈষ্ণৱী সংস্কৃতিৰ পৃষ্ঠপোষকতা কৰিছিল।

গৌৰীপুৰৰ সেই দিনবোৰ আছিল জমিদাৰী প্ৰথাৰ যুগ। সমগ্ৰ গোৱালপাৰা জিলাখন আছিল তেতিয়া সামন্ততান্ত্ৰিক জমিদাৰী ব্যৱস্থাৰ অধীনত। শৰৎ চন্দ্ৰ সিংহই তেওঁৰ লেখাটোত স্পষ্টভাৱে মন্তব্য দিছে— 'গৌৰীপুৰ ৰাজাৰ জমিদাৰীত 'ঘুৰ্ল্লা' বিদ্ৰোহ হৈছিল। গৌৰীপুৰ ৰাজাৰ বিদ্যুৎসাহ আৰু বদান্যতাৰ সুযোগ আনে যিমান পাইছিল, প্ৰজাই সাধাৰণতে সিমান পোৱা নাছিল। অসমৰ ৰাজদৰবাৰত গৌৰীপুৰৰ ৰাজা সদস্য আছিল। ব্ৰিটিছৰাজৰ প্ৰতিনিধিত্ব কৰিছিল। ব্ৰিটিছ শাসনৰ বিৰুদ্ধে বংগদেশত বিপ্লৱী দল গঠিত হৈছিল। সেই বিপ্লৱীসকলে গৌৰীপুৰত খোপনি পুতিছিল।'

উত্তৰ অসমৰ পথৰুঘাট বা মধ্য অসমৰ ফুলগুৰিত যি কৃষক বিদ্ৰোহে ব্ৰিটিছ শাসনৰ ৰাজহ বৃদ্ধি আৰু আনুষংগিক কাৰণবোৰত গা কৰি উঠিছিল, গৌৰীপুৰত গা কৰি উঠিছিল এই ঘুৰ্ল্লা বিদ্ৰোহে। মাক্ৰমপুৰ, ঔৰংগবাদ, জামিৰা আৰু আলমগঞ্জৰ দৰে ঘুৰ্ল্লা আছিল এটা জমিদাৰী পৰগণা। দৰাচলতে, পোনপটীয়াকৈ এই বিদ্ৰোহ যদিও আছিল গৌৰীপুৰৰ জমিদাৰীৰ বিৰুদ্ধে, কিন্তু এই বিদ্ৰোহ ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে বুলি নিশ্চিত কৰা হয়।

শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত অনগ্ৰসৰ এই অঞ্চলটোৰ সামগ্ৰিক কল্যাণৰ কথা চিন্তা কৰিয়েই ৰজা প্ৰতাপ চন্দ্ৰই সেই মাইনৰ স্কুলখন স্থাপন কৰিছিল। ১৮৩৪ খ্ৰীঃত ৰজাই তেওঁৰ মাতৃৰ নামত ৰাঙামাটিত তাৰিণীপ্ৰিয়া চতুষ্পাঠী টোল স্থাপন কৰি সংস্কৃত শিক্ষাৰ পাতনি মেলিছিল। অসমৰ উপৰি ওচৰ-পাঁজৰৰ ৰাজ্যসমূহৰ বহু ছাত্ৰক বিনামূলীয়াকৈ থকা-খোৱাৰ সুবিধা দি ৰজাই শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত উৎসাহ যোগাইছিল। ৰাজধানী গৌৰীপুৰলৈ স্থানান্তৰিত কৰোঁতে এই তাৰিণীপ্ৰিয়া চতুষ্পাঠী টোলো গৌৰীপুৰলৈ উঠি আহিল। অসমত সহঅভিনয়ৰ প্ৰবৰ্তনকাৰী ব্ৰজনাথ শৰ্মা এই টোলৰেই এজন ছাত্ৰ আছিল। সংস্কৃত শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰত গৌৰীপুৰে যে উল্লেখনীয় ভূমিকা পালন কৰিছিল তাৰ বৰ্ণনা পোৱা যায় স্মৃতিগ্ৰন্থখনত। সেইমতে ১৯২৯ খ্ৰীষ্টাব্দত ৰায়বাহাদুৰ নলিনী দত্তিদাৰৰ সভাপতিত্বত অসম সংস্কৃত সমিতিৰ তৃতীয় বাৰ্ষিক অধিৱেশনখন গৌৰীপুৰত অনুষ্ঠিত হৈছিল। ১৯৯১ চনত সেই

তাৰিণীপ্ৰিয়া চতুষ্পাঠীত ৰাজেশ্বৰ তৰ্কতীৰ্থৰ সভাপতিত্বত অসম সংস্কৃত সমিতিৰ ৩৭তম অধিবেশনখন অনুষ্ঠিত হৈছিল। সংস্কৃত ব্যাকৰণ, কাব্য, ন্যায়, মীমাংসা, স্মৃতি, সাংখ্য, বেদান্ত, অলংকাৰ আদিৰ চৰ্চা হৈছিল এই ৰাজ পৰিয়ালে স্থাপিত তাৰিণীপ্ৰিয়া চতুষ্পাঠীত। এই সমূহ খবৰ স্মৃতিগ্ৰন্থখনৰ।

লোকগীত, লোকনৃত্যৰ অপূৰ্ব সম্ভাৰেৰে গৌৰীপুৰে অসমৰ কলা-সংস্কৃতি গঢ়ি অৱদান দিছে সেয়া আজি আৰু কাৰো অজ্ঞাত হৈ থকা নাই। এই অমূল্য সম্পদৰাজি নিঃসন্দেহে বহন কৰি গৌৰীপুৰ অসমৰ সাংস্কৃতিক জগতত এক অতি উচ্চ আসনত উপৱিষ্ট হৈ আছে। অতীজৰে পৰা চলি অহা সেই গৌৰীপুৰীয়া মানুহৰ জীৱন কাহিনী, হিলমাৰী বন্দৰমুখী গাৰোৱানৰ জীৱন-ব্যাথাৰ বৰ্ণনা এই স্মৃতিগ্ৰন্থখনে সৌৰবাই দিছে। স্মৃতিগ্ৰন্থখনৰ এটা অতি উল্লেখনীয় তথ্যসমৃদ্ধ নিবন্ধ 'দেশী বা ৰাজবংশী নৃত্যগীতৰ ধৰাণা' নিঃসন্দেহে গৌৰীপুৰ আৰু এই অঞ্চলটোৰ বিখ্যাত লোকনৃত্যৰ প্ৰচলনৰ সুবিন্যাস প্ৰকাশ। এই নৃত্যগীত গোৱালপাৰা জিলাৰ এক সুকীয়া সম্পদ আছিল। পদ্মপুৰাণ, কাতিপূজাৰ নৃত্যগীত, চণ্ডীনাচ, বিষহৰিপূজাৰ নৃত্যগীত, সোণাৰায় ভাৰীগান, দোতাৰাৰ পালকন্দী নৃত্যগীত আদি আছিল অতি উল্লেখনীয় লোকনৃত্য। এইসমূহ নৃত্য আছিল 'আবেগ উদ্বেলিত— মুক্ত'। একেলৰেই স্মৃতিগ্ৰন্থখনত সন্নিবিষ্ট আছে গোৱালপাৰা জিলাত প্ৰচলিত সেই সুনিখ্যাত কুশানগান আৰু সেই গানৰ প্ৰসিদ্ধ শিল্পী কালিদাস কুশানীৰ বিষয়ে লিখা মনোৰম প্ৰবন্ধটো। বৰ কমকৈ প্ৰচাৰ হৈছে কুশান গান সন্দৰ্ভত; অথচ এই গানৰ আছিল দীঘলীয়া বৰ্ণময় ইতিহাস। সৰ্বসাধাৰণ ৰাইজৰ আনন্দ-বিনোদনৰ সম্পদ হিচাপে গোৰুৰ-বিলজনীয়া এটা দলে গীত-বাদ্যসহ ৰামায়ণৰ আখ্যানসমূহ গাই ফুৰিছিল এই কুশান গানৰ জৰিয়তে। প্ৰচলিত আছে যে মহাকবি বাল্মীকিয়ে এই গীত ৰচনা কৰি লব-কুশৰ হতুৱাই গোৱাই অযোধ্যাৰ ৰাজসভাত ৰজা ৰামচন্দ্ৰক বিমুগ্ধ কৰিছিল। লব-কুশই গোৱা বাবেই এই ৰামায়ণী গীতৰ নাম 'কুশান গান'। কালিদাস ৰায় নামৰ এজন সাধাৰণ ব্যক্তিয়ে এসময়ত এক অসাধাৰণ কৃতিত্ব দেখুৱাই এই অঞ্চলসমূহত দল বান্ধি কুশান গান গাই ফুৰিছিল। সৰ্বসাধাৰণৰ বাবে তেওঁ হৈ পৰিল কালিদাস কুশানী। এই প্ৰবন্ধটোত লেখকে কুশান গানৰ উপৰি সেই অঞ্চলত প্ৰচলিত পালাগান, দোতাৰাৰ গান, মাৰাইৰ গান আদি বিভিন্ন গানৰ বিষয়ে বৰ্ণনা কৰিছে। প্ৰবন্ধটো পঢ়ি থাকোঁতে ভাব হয়— ক'ত সোমাই আছে বাৰু এইবোৰ গান এতিয়া! ক'ৰবাত কোনোবা এজনক পোৱা যাব নে লগ, যাক সুধিলে ক'ব— তেওঁ কালিদাস কুশানীৰ কুশান গানৰ দলত খমতাল বজাইছিল, হাৰমনিয়াম বজাইছিল, ছুকৰীৰ ভূমিকাত নাচিছিল।

কুঁহিলা শিল্প আছিল অবিভক্ত গোৱালপাৰা জিলাৰ এক খ্যাতিপূৰ্ণ শিল্প। গোৱালপৰীয়া লোককলাৰ হস্তশিল্পৰ প্ৰখ্যাত চানেকী এই কুঁহিলা শিল্প। এই অঞ্চলটোৰ বাহিৰে এই শিল্প অসমৰ আন ঠাইত পাবলৈ নাই। গৌৰীপুৰ, গোলোকগঞ্জ আদি অঞ্চল এই শিল্পৰ কেন্দ্ৰবিন্দু। জলাহ অঞ্চলত গজা কুঁহিলা কাটি আনি, শুকুৱাই, বগা অংশটো আঁতৰে জোৰা লগাই বিভিন্ন কুটীৰ শিল্পজাত সামগ্ৰী তৈয়াৰ কৰা হয়। দেৱ-দেৱীৰ মূৰ্তি, ফুল (আইকে কামফুল), পশু-পক্ষী, নৃত্যৰ মুখা পট আদি ইমান সুন্দৰকৈ সৃষ্টি কৰা হয় যে সেইবোৰ এক উল্লেখনীয়

শিল্পজাত সামগ্ৰী হিচাপে স্বীকৃতি পাইছে। পূজা-পাৰ্বণ, নৃত্য-গীত আদি বিভিন্ন অনুষ্ঠানত কুঁহিলাৰে বনোৱা বিভিন্ন সামগ্ৰী ব্যৱহাৰ হয়। ৰজা প্ৰভাত চন্দ্ৰৰ জীয়ৰী নীলিমা বৰুৱা আছিল গৌৰীপুৰৰ এগৰাকী প্ৰসিদ্ধ কুঁহিলা শিল্পী। বিদেশতো তেওঁৰ নিৰ্মিত কুঁহিলা শিল্প-সামগ্ৰীয়ে প্ৰসিদ্ধি লাভ কৰিছিল। স্মৃতিগ্ৰন্থখনত কুঁহিলা শিল্প আৰু এই শিল্পৰ শিল্পী নীলিমা বৰুৱাৰ সন্দৰ্ভত লিখা দুটা প্ৰবন্ধ আছে। স্মৃতিগ্ৰন্থখন নপঢ়া হ'লে মই নাজানিলোহেঁতেন যে কুঁহিলা আছিল ইন্দ্ৰৰ ৰাজসভাৰ এগৰাকী নৰ্তকী।

স্মৃতিগ্ৰন্থখনৰ এক অতি উল্লেখনীয় দিশ আছিল, পশ্চিম অসমৰ এই অঞ্চলটোৰ কেইগৰাকীমান প্ৰসিদ্ধ ব্যক্তিৰ সন্দৰ্ভত লিখা কেইটামান নিবন্ধ। গৌৰীপুৰৰ ৰাজ পৰিয়ালৰ প্ৰতাপ চন্দ্ৰ-প্ৰভাত চন্দ্ৰৰ উপৰি আছে প্ৰমথেশ চন্দ্ৰ, প্ৰকৃতিশ চন্দ্ৰ, সৰোজবালা, নীহাৰবালা আৰু নীলিমা বৰুৱাৰ কৃতী সম্পৰ্কত কেইটামান প্ৰবন্ধ। তদুপৰি চিত্তৰঞ্জন চক্ৰৱৰ্তী, কৃষ্ণানন্দন দেৱ, প্ৰমথ নাথ চক্ৰৱৰ্তী, অমিয় চক্ৰৱৰ্তী আদিৰ বিষয়ে লিখা প্ৰবন্ধকেইটাই নিঃসন্দেহে স্মৃতিগ্ৰন্থখনৰ জেউতি চৰাইছে। শিক্ষা আৰু সামাজিক উৎকৰ্ষতাত পিছ পৰি ৰোৱা এই অঞ্চলটোত আৰু ঘাইকৈ গৌৰীপুৰত এই ব্যক্তিকেইগৰাকী যেন আছিল একোটি ধ্ৰুৱতৰা। চিত্তৰঞ্জন চক্ৰৱৰ্তী নামৰ গৌৰীপুৰৰ প্ৰতাপ চন্দ্ৰ বিদ্যালয়ৰ শিক্ষকগৰাকীৰ আছিল অগাধ পাণ্ডিত্য। তেওঁ শংকৰ-মাধৱৰ পৰা মিৰ্জা গালিব-ৰবীন্দ্ৰনাথলৈকে, ইফালে ডষ্টয়েভস্কি-শ্যেইক্সপীয়েৰৰ পৰা বাৰ্টাণ্ড ৰাছেললৈকে আৰু নজৰুল-প্ৰেমচন্দ্ৰ-মোপাঁছা-সুকান্ত-ইলিয়ট, সকলো বিষয়ে সমসমীয়াকৈ ভাষণ দিব পাৰিছিল। আনহাতে কৃষ্ণানন্দ দেৱ আছিল বিদ্যালয়খনৰ এজন ছাত্ৰ। হিন্দু, ইছলাম, খ্ৰীষ্টান, শিখ, সকলোকেইটি ভাষাৰ ধৰ্মপুথিৰ নিখুঁত ব্যাখ্যা দিব জনা এই ব্যক্তিগৰাকী দহ বছৰ কাল অসমৰ বিধানসভাৰ সদস্যও আছিল; কিন্তু প্ৰকৃত ধৰ্মৰ উপযুক্ত শিক্ষা পোৱা এই কৃষ্ণানন্দ দেৱ খ্যাতিমান হৈ ৰ'ল শ্ৰীমন্ত শংকৰদেৱ, মাধৱদেৱ আৰু পৰমহংসৰ ধৰ্মীয় প্ৰভাৱেৰে সমগ্ৰ গৌৰীপুৰ আৰু অসমৰ বিভিন্ন সত্ৰত তেওঁৰ বাগ্মীতা আৰু ধৰ্মভাৱৰ অৱদানেৰে। আৰু এখেত প্ৰমথনাথ চক্ৰৱৰ্তী। প্ৰতাপ চন্দ্ৰ বিদ্যালয়ৰ এই ছাত্ৰজন আছিল কিছুদিন প্ৰমথেশ বৰুৱাৰ গৃহ শিক্ষক। ধুবুৰীত তেওঁ ওকালতি কৰিছিল। তেৱেঁই ১৯১৪ চনত প্ৰথম অসমীয়া ভাষাত ধুবুৰীৰ আদালতত 'অসম চিভিল মেনুৱেল'ৰ যুক্তিত আৰ্জি লিখি চিৰস্মৰণীয় অৱদান প্ৰদান কৰিছিল। গোৱালপাৰা জিলাক বংগদেশৰ সৈতে চামিলকৰণৰ এক প্ৰচেষ্টাক তীব্ৰভাৱে বাধা প্ৰদান কৰি তেওঁ জনমানসত 'সীমান্ত প্ৰহৰী' নামেৰে স্বীকৃত হৈছিল। অসম সাহিত্য সভাৰ সৈতে অতি ঘনিষ্ঠভাৱে জড়িত থকা চক্ৰৱৰ্তীৰ যত্নতেই ১৯২৩ চনত ধুবুৰীৰ সভাৰ শাখা প্ৰতিষ্ঠা হয় আৰু ১৯২৬ আৰু ১৯৫৬ চনত সভাৰ অধিৱেশন অনুষ্ঠিত হয়। এইজন অমিয় চক্ৰৱৰ্তী। কাব্য সাধনাত যশস্যা লাভ কৰা এইজন চক্ৰৱৰ্তী প্ৰতাপ চন্দ্ৰ বিদ্যালয়ৰ ছাত্ৰ আছিল। ইংৰাজী সাহিত্যৰ খ্যাতিমান ছাত্ৰগৰাকী ৰবীন্দ্ৰনাথ ঠাকুৰৰ মধুৰ সান্নিধ্যত মহীয়ান হৈছিল। ছবছৰ কাল আছিল তেওঁ ৰবীন্দ্ৰনাথৰ সাহিত্য সচিব। শান্তি নিকেতনৰ পৰা অক্সফৰ্ডলৈকে নিৰবচ্ছিন্ন যাত্ৰা আছিল এইজন অমিয় চক্ৰৱৰ্তীৰ কৰ্মময় জীৱনৰ।

প্ৰভাত চন্দ্ৰৰ চাৰিজন পুত্ৰ-কন্যাৰ কৃতিত্ব স্মৃতিগ্ৰন্থখনৰ পাতত বিয়পি আছে। নীলিমাৰ

সেই কুঁহিলা শিল্পৰ বিপৰীতে তেওঁৰ ভগ্নী নীহাৰিকাবালাই হাত দিছিল স্থানীয় মাত-কথাৰে সাহিত্য ৰচনাত। নৃত্য-গীত সকলোতে পাৰদৰ্শিতা দেখুওৱা নীহাৰবালাৰ উদ্যোগতে দেউতাকে স্থাপন কৰা পি চি ইনষ্টিটিউটত ১৯৪১ চনত প্ৰথম ছোৱালীয়ে শিক্ষাগ্ৰহণ কৰাৰ সুযোগ পাইছিল। আৰু নীহাৰবালাৰ সেই দুই সুপ্ৰসিদ্ধ ভাতৃ প্ৰমথেশ-প্ৰকৃতিশক বাদ দিলেতো গৌৰীপুৰেই সম্পূৰ্ণ নহয়! ভাৰতীয় চলচ্চিত্ৰত 'ফ্লেছবেক' পদ্ধতি প্ৰবৰ্তন কৰা 'দেবদাস'ৰ দৰে সেই সুকোমল চৰিত্ৰত অভিনয় কৰা প্ৰমথেশ আছিল এজন নিপুণ চিকাৰী আৰু দক্ষ টেনিছ প্লেয়াৰ। প্ৰেচিডেন্সী কলেজৰ পদাৰ্থ বিজ্ঞানৰ অনাৰ্ছ গ্ৰেজুৱেট এই ছাত্ৰজনে যেন পদাৰ্থ বিজ্ঞানৰ আলোককণা বিচাৰি বিচাৰিয়ে কলিকতাৰ ষ্টুডিঅ'ৰ আলোক-ঝৰ্ণাত নিৰ্মাণ কৰিলে এখনৰ পিছত এখনকৈ চলচ্চিত্ৰ— সফল চলচ্চিত্ৰ। আৰু প্ৰকৃতিশ চন্দ্ৰ। তেওঁক কি বুলি পৰিচয় দিম? প্ৰকৃতিবিদ, চিকাৰী নে প্ৰতিমা-পাৰ্বতীৰ পিতৃ? হয়তো দুয়োটাই তেওঁৰ বাবে উপযুক্ত পৰিচয়। কন্যা দৃষ্টিৰেই প্ৰকৃতিশ চন্দ্ৰক (লালজী) চাওঁচোন। পাৰ্বতী বৰুৱাই দেউতাকৰ বিষয়ে লিখা প্ৰবন্ধটোত লিখিছে— 'লালজীৰ নিচিনা প্ৰকৃত কা-জ্ঞানসম্পন্ন লোক আজিৰ বিশ্বত বিৰল। অভিজ্ঞতাৰ ব্যাপ্তি আৰু প্ৰাচুৰ্যত, বিশেষকৈ হাতীৰ বিষয়ত তেওঁ নমস্য।' দহ বছৰ বয়সত প্ৰথম নাহৰফুটুকী বাঘ এজনী মৰা প্ৰকৃতিশ চন্দ্ৰই তেওঁৰ প্ৰিয় 'প্ৰতাপসিং' নামৰ হাতীটোৰ বেমাৰ হওঁতে নিজৰ বুকুৰ তেজ দি মহামায়াক পূজা কৰিছিল। যৌবনতে মৃত্যু হোৱা এই হাতীটোৰ পিণ্ডদান কৰিছিল প্ৰকৃতিশ চন্দ্ৰই গয়াত। নিজেই প্ৰসিদ্ধ হাতী চিকাৰী পাৰ্বতী বৰুৱাই সেই নিবন্ধটোত প্ৰকৃতিপ্ৰেমী পিতৃ প্ৰকৃতিশৰ চিকাৰী জীৱনৰ আৰু বহু মূল্যবান, বাছকবনীয়া ঘটনাৰাজি লিপিবদ্ধ কৰিছে।

'মধুপুৰ বহুদূৰ' হ'লেও গৌৰীপুৰে শীলভদ্ৰক আজিও পাহৰা নাই। স্মৃতিগ্ৰন্থখনৰ কেইবাটাও লেখাত শীলভদ্ৰক গৌৰীপুৰবাসীয়ে শ্ৰদ্ধাৰে সুঁৱৰিছে। তেওঁৰ গল্পৰ বিষয়ে এটা প্ৰবন্ধই ('শীলভদ্ৰৰ গল্পৰ সোৱাদ') প্ৰকাশ কৰিছে স্মৃতিগ্ৰন্থখনত।

ছদিনীয়া কাম সামৰি গৌৰীপুৰ এৰাৰ সময়ত মাৰ্কেটিং বোৰ্ডৰ কৰ্মচাৰীগৰাকীৰ পৰা মই স্মৃতিগ্ৰন্থখন খুজি আনিছিলো এটা কপি। সেই যে অসমৰ চুকে-কোণে কিছুমান বিদ্যালয়ে এশ বছৰ পূৰণ কৰিছে যোৱা কেইটামান বছৰত, সেইবোৰৰ প্ৰতিখনৰেই স্মৃতিগ্ৰন্থখনত হয়তো আছে নিজৰ বিদ্যালয়খনৰ এশ বছৰীয়া বুৰঞ্জীৰ উপৰি অঞ্চলটোৰ এশতকৈও বেছি বছৰীয়া বুৰঞ্জীৰ ইতিহাস। মই পঢ়িবলৈ পোৱা নাই বাবে ক'ব নোৱাৰিলো সেই স্মৃতিগ্ৰন্থবিলাকৰ কথা। কিন্তু গৌৰীপুৰৰ এই বিদ্যালয়খনৰ এই স্মৃতিগ্ৰন্থখনৰ সুবাসৰ গন্ধ মই লৈ আহিছো লগতে, গদাধৰৰ পাৰে পাৰে গৌৰীপুৰ এৰি আহোঁতে।

# ১৫। উদয়

'প্ৰান্তিক'ৰ পাতত ধাৰাবাহিকভাৱে প্ৰকাশ হৈ আছে ড° লক্ষ্মীনন্দন বৰাৰ আত্মকথা 'কাল-বলুকাত খোজ'। আলোচনীখনৰ ২০০৭ চনৰ ১-১৫ অক্টোবৰ সংখ্যাটোত এইলানি লেখাত এঠাইত ড° বৰাই লিখিছিল তেওঁৰ নগাঁও চৰকাৰী হাইস্কুলত নৱম আৰু দশম শ্ৰেণীত পঢ়া সহপাঠী ভবেন্দ্ৰ নাথ শইকীয়াৰ বিষয়ে এইদৰে— 'ভবেনে নিয়মিতভাৱে পঢ়া-শুনা কৰা নাছিল। অন্যান্য বহুত কামত সি ব্যস্ত আছিল। ... ভবেনৰ উদ্যোগতে নগাঁও চৰকাৰী হাইস্কুলৰ ছাত্ৰৰ দ্বাৰা 'উদয়' নামৰ আলোচনীখন প্ৰথম প্ৰকাশ হৈছিল। তাত ভবেনৰ 'পথ নিৰূপণ' নামৰ গল্প এটা প্ৰকাশ পাইছিল। ... গুৱাহাটীতে ভবেনে মোক ফোন কৰি জনালে যে 'উদয়'-এ ২০০১ চনত ৫০ বছৰ পূৰ্ণ কৰিলে।' আৰু তাৰ পাছতেই মোৰ মনলৈ অহা চিন্তাটো হ'ল— ২০০১ চনত ৫০ বছৰ পূৰ্ণ হোৱা 'উদয়'ৰ যি বিশেষ সোণালী জয়ন্তী সংখ্যাটো প্ৰকাশ হৈছে, সেই সংখ্যাটো সংগ্ৰহ কৰাৰ বাবে মই কষ্ট কৰা উচিত। সমবায় বিভাগৰ নগাঁৱৰ বিষয়া ৰূপৰঞ্জন দাসে অশেষ কষ্ট কৰি মোক 'উদয়'ৰ সেই সোণালী জয়ন্তী সংখ্যাটো গোটাই-মেলি আনি দিছিল।

'উদয়' হাতত লৈ মই হতবাক হৈ বৈছিলো। বেটুপাতত আঁকা আছে এক বস্তা উদিত সূৰ্য, তাৰ তলত নগাঁও চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ এটা অংশৰ ফটো এখন আৰু

তাৰ তলত দুটা নাম— বাওঁফালে কৃষ্ণমোহন ভূঞা আৰু সোঁফালে ড° ভবেন্দ্ৰ নাথ শইকীয়া। ড° শইকীয়াৰ নামৰ ঠিক ওপৰতে লিখা আছে দুটা শব্দ— মুখ্য সম্পাদক। অৰ্থাৎ সোণালী জয়ন্তী সংখ্যা 'উদয়'ৰ মুখ্য সম্পাদক আছিল ড° ভবেন্দ্ৰ নাথ শইকীয়া। যি সময়ত ড° ভবেন্দ্ৰ নাথ শইকীয়া 'উদয়'ৰ মুখ্য সম্পাদক হৈছিল, সেই সময়ত 'প্ৰান্তিক'ৰ ভিতৰ পৃষ্ঠাত তেখেতৰ নামটো অতি গৌৰৱেৰে 'প্ৰান্তিক'-এ প্ৰতিষ্ঠাপক মুখ্য সম্পাদক হিচাপে প্ৰকাশ কৰি আছে। মোৰ অনুভৱ হ'ল— এয়া এক অপূৰ্ব সংযোগ, এক সোণালী সংযোগ।

ওপৰে ওপৰে মই 'উদয়'ৰ পাতবিলাক লুটিয়াই যাবলৈ ধৰিলো। মোৰ প্ৰথম আৰু মুখ্য চিন্তাটো আছিল 'উদয়'ৰ সোণালী জয়ন্তী সংখ্যাটো সম্পাদনা কৰিবৰ ম'ৰে, মুখ্য সম্পাদকৰ দায়িত্ব ল'বৰ বাবে ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ 'উদয়'লৈ আগমন কেনেকৈ হ'ল? ১৯৪৭ চনৰ জানুৱাৰী মাহত 'উদয়' প্ৰথম প্ৰকাশ পাইছিল এখন তিনিমহীয়া আলোচনী হিচাপে। সেই সংখ্যাৰ অসমীয়া বিভাগৰ ছাত্ৰ সম্পাদক আছিল ভবেন্দ্ৰ নাথ শইকীয়া; আৰু ইংৰাজী বিভাগৰ প্ৰমোদ চন্দ্ৰ দাস। এই দুজন ছাত্ৰ সম্পাদকৰ বিপৰীতে শিক্ষক সম্পাদক আছিল অসমীয়া শাখাত শ্ৰী হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য আৰু ইংৰাজী শাখাত বেজিবুদ্দিন আহমেদ।

তিনিমহীয়া আলোচনী 'উদয়' ১৯৪৭ চনত পুনৰ প্ৰকাশ পালে— এপ্ৰিল মাহত দ্বিতীয় সংখ্যা, আগষ্ট মাহত তৃতীয় সংখ্যা আৰু নৱেম্বৰ মাহত চতুৰ্থ সংখ্যা হিচাপে। প্ৰথম বছৰৰ এই আটাইকেইটা সংখ্যাৰ দায়িত্ব এই ছাত্ৰ-শিক্ষক চাৰিজনে পালন কৰিছিল।

দ্বিতীয় বছৰৰ পৰা আৰু 'উদয়'ৰ ছাত্ৰ সম্পাদক নাই। ইংৰাজী আৰু অসমীয়া দুয়োটা বিভাগতেই শিক্ষকসকলেই সম্পাদক হৈ আলোচনীখন দীৰ্ঘকাল ধৰি প্ৰকাশ কৰি আছিল। ছাত্ৰ সম্পাদকৰ ঠাইত কেইজনমান ছাত্ৰ প্ৰতিনিধি লোৱা হৈছিল।

আৰম্ভণিৰে পৰা সপ্তম বছৰৰ ১৯৫৪ চনৰ আগষ্ট মাহলৈকে 'উদয়' তিনিমহীয়া আলোচনী হিচাপে ক্ৰমশঃ প্ৰকাশ পাই আছিল। সেই বছৰৰ ডিচেম্বৰ মাহৰ পৰা উদয় ১৯৬১ চনৰ চতুৰ্দশ বছৰ সংখ্যাটোলৈকে চাৰিমহীয়া হিচাপে প্ৰকাশ পাইছিল। ১৯৬২ চনত এটা বছৰ ছমহীয়া হিচাপে উদয় প্ৰকাশ হৈছিল পঞ্চদশ বছৰ হিচাপে। ষষ্ঠদশ বছৰ 'উদয়' প্ৰকাশ নাপালে। ১৯৬৩ চনৰ পৰা পুনৰ 'উদয়' প্ৰকাশ পাইছে বছৰেকীয়া আলোচনী হিচাপে। আৰু দুটা বছৰ একেলগে মিলাই সোণালী জয়ন্তী সংখ্যাটো প্ৰকাশ কৰা হৈছিল। সামগ্ৰিকভাৱে শিক্ষক-পৰিচালক আছিল একজনেই— কৃষ্ণমোহন ভূঞা। মুখ্য সম্পাদক আছিল ড° ভবেন্দ্ৰ নাথ শইকীয়া আৰু সহকাৰী সম্পাদক আছিল বিশ্ববিদ্যালয়ৰ ছাত্ৰ ঋতুৰাজ নাথ।

স্কুলীয়া দিনত নিজৰ স্কুলৰ আলোচনীখনৰ সম্পাদক থাকি পাছলৈ সাহিত্য ক্ষেত্ৰত বহু অৱদান দি যোৱা বহু ব্যক্তি নিশ্চয় ওলাব বা পাছলৈ সাহিত্য ক্ষেত্ৰৰ পৰা সম্পূৰ্ণ আঁতৰি যোৱা ব্যক্তিও বহু ওলাব। কিন্তু, মই নাজানো ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ দৰে আৰু কোন সৌভাগ্যবান ছাত্ৰ আছে, যি নিজৰ বিদ্যালয়খনৰ ছাত্ৰ সম্পাদক থাকি বিদ্যালয় এৰি যোৱা পঞ্চাশ বছৰৰ পাছত পুনৰ আহি সেই বিদ্যালয়ৰ সেই আলোচনীখনকেই, তাকো

সোণালী জয়ন্তী সংখ্যাৰ মুখ্য সম্পাদক হিচাপে প্ৰকাশ কৰাৰ দায়িত্ব পাইছিল। সম্ভৱতঃ এই ঘটনা আজিও একক হৈয়ে আছে।

'উদয়'ৰ সোণালী জয়ন্তী সংখ্যাত নগাঁও চৰকাৰী উচ্চতৰ মাধ্যমিক বালক বিদ্যালয়খনৰ অধ্যক্ষ শ্ৰী বিমল চন্দ্ৰ বৰাই 'অধ্যক্ষৰ কাপৰ পৰা' শিতানত লিখিছে যে ১৯৪৭ চনৰ জানুৱাৰী মাহত এসিকি মূল্যৰ, নগাঁৱৰ শেৱালি প্ৰেছত 'কমল চন্দ্ৰ বৰা'ৰ দ্বাৰা মুদ্ৰিত তিনিমহীয়া আলোচনী 'উদয়' আছিল নগাঁও জিলাৰ প্ৰথম ছপা কৰা আলোচনী।

সস্ত্ৰীক এদিন ড° ভবেন্দ্ৰ নাথ শইকীয়া নগাঁও গ্ৰন্থমেলালৈ বুলি আহি চাৰ্কিট হাউছত উঠিছিলহি। নগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক গোটৰ পৰা শ্ৰী কুঞ্জমোহন ভূঞা, শ্ৰী বিমল চন্দ্ৰ বৰা আদিয়ে এক প্ৰস্তাৱ লৈ ড° শইকীয়াক লগ ধৰিবলৈ চাৰ্কিট হাউছ পালেগৈ। ড° শইকীয়াক তেখেতসকলে অনুৰোধ জনালে আগন্তুক সোণালী জয়ন্তী সংখ্যা প্ৰকাশৰ বাবে মুখ্য সম্পাদকৰ দায়িত্ব ল'বলৈ।

মই নাজানো এনেকৈ কোন বিদ্যালয়ে নিজৰ এজন প্ৰাক্তন ছাত্ৰক ইমান স্নেহ দিব পাৰে। মই নাজানো নিজৰ কিমানখিনি যোগ্যতা থাকিলে এজন ব্যক্তিয়ে পঞ্চাশ বছৰৰ পাছত নিজ বিদ্যালয়খনৰ আলোচনীখনৰ সোণালী জয়ন্তী সংখ্যাৰ মুখ্য সম্পাদকৰ দায়িত্ব ল'ব পাৰে। শ্ৰী কুঞ্জমোহন ভূঞা আৰু শ্ৰী বিমল চন্দ্ৰ বৰা মোৰ অপৰিচিত। তেখেতসকল দুয়ো মোৰ শিক্ষকো নাছিল। কিন্তু আজি ইমান বছৰৰ পাছত হঠাৎ এনেদৰে 'উদয়'ৰ সোণালী জয়ন্তী সংখ্যাটো হাতত তুলি ল'বলৈ পায় ঠিক এই কথাটোৰ বাবেই এই অপৰিচিত শিক্ষক দুজনক মই মোৰ অন্তৰৰ অজস্ৰ প্ৰণিপাত জ্ঞাপন কৰিছোঁ। মই নাজানো, চাৰ্কিট হাউছৰ কোঠাত ড° শইকীয়াৰ মুখত সেই মুহূৰ্তত কি আভা বিৰিঙি উঠিছিল। সমুখৰ ধীৰে বৈ যোৱা কলঙৰ বুকুও চাগে সেই মুহূৰ্তত উথলি উঠিছিল। মই নাজানো। ড° ভবেন্দ্ৰ নাথ শইকীয়াই শিক্ষক দুজনৰ অনুৰোধটো পৰম সাদৰেৰে গ্ৰহণ কৰিছিল। 'প্ৰান্তিক'ৰ পাতত সুদীৰ্ঘ কাল লগ পাই থকা অসমৰ প্ৰতিজন পঢ়ুৱৈয়ে নিশ্চয় এই কথা অনুভৱ কৰিব যে প্ৰান্তিকৰ সেই মুখ্য সম্পাদকজনে অতি স্নেহেৰে তেওঁৰ একালৰ অতি মৰমৰ নগাঁও গৱৰ্নমেণ্ট হাইস্কুলৰ আলোচনী 'উদয়'ৰ সোণালী জয়ন্তী সংখ্যাৰ মুখ্য সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিব।

ড° ভবেন্দ্ৰ নাথ শইকীয়াই যি সময়ত 'উদয়'ৰ সোণালী জয়ন্তী সংখ্যাৰ মুখ্য সম্পাদকৰ দায়িত্ব ল'বলৈ প্ৰস্তাৱ পাইছিল, সেই সময়ত তেখেত দুৰাৰোগ্য কেন্সাৰ ৰোগত আক্ৰান্ত হৈ নিজৰ মনটোৰে নিজৰ ৰোগৰ আৰু শৰীৰৰ চিকিৎসা কৰি আছিল। ৰোগ-অসুখে কোনোদিন টলাব নোৱৰা ড° শইকীয়াৰ বাবে সেই দিনটো আছিল এক বিস্ময়কৰ অভিযান আৰু অভিজ্ঞতা আহৰণৰ প্ৰস্তুতিপৰ্ব।

'প্ৰান্তিক'ৰ দৰে এক পৰিব্যাপ্ত আলোচনীৰ প্ৰতিষ্ঠাপক সম্পাদকৰ দীঘলীয়া ইনিংছ এটা সফলতাৰে সমাপ্ত কৰি উঠাৰ মুহূৰ্ততে ড° ভবেন্দ্ৰ নাথ শইকীয়াই এইবাৰ 'উদয়'ৰ পাততেই আৰম্ভ কৰিলে তেখেতৰ উদয়ৰ দ্বিতীয় ইনিংছ!

তেতিয়ালৈকে এখন ছপা কৰা আলোচনী প্ৰকাশ হোৱা নাই নগাঁৱত। ষাঠি বছৰৰ আগৰ

কথা। সেই সময়ৰেই নগাঁও গৱৰ্ণমেণ্ট হাইস্কুলৰ নৱম শ্ৰেণীৰ ছাত্ৰ ভবেন্দ্ৰ নাথ শইকীয়াই তেওঁৰ শ্ৰেণী-সহপাঠী প্ৰমোদ দাসক লগত লৈ প্ৰতিটো শ্ৰেণীৰ প্ৰতিটো ছেকশ্যনলৈ গৈ 'উদয়'ৰ কাৰণে তিনি অনাকৈ পইচা দিবলৈ অনুৰোধ কৰি ফুৰিছিল। এতিয়া বহু বিদ্যালয়-মহাবিদ্যালয়ত নামভৰ্তিৰ সময়তে ছাত্ৰ-ছাত্ৰীৰ পৰা আলোচনীখনৰ প্ৰকাশৰ বাবে মাচুল লৈ লোৱা হয়। এই লৈ তৰ্ক-বিতৰ্ক হয়; আলোচনীৰ মাচুলৰ হাৰ বেছি হৈছে বুলি আপত্তি কৰা হয়। আৰু মূৰকত দুবছৰৰ মূৰত আলোচনীখন প্ৰকাশ নহ'লে কিয় নহ'ল বুলি মাচুল দিয়াসকলেও মূৰ তুলি কোনো প্ৰশ্ন নকৰা হ'ল। বহুত আছে, এনেকুৱা উদাহৰণ দেখা আছে।

প্ৰমোদ দাসৰ লগত তিনি অনা পইচা খুজি ফুৰা ঘটনাটোৰ কথা 'উদয়'ৰ সোণালী জয়ন্তীৰ পাতত মুখ্য সম্পাদক ভবেন্দ্ৰ নাথ শইকীয়াই মধুৰ কৃতজ্ঞতাৰে সোঁৱৰণ কৰিছে। 'প্ৰান্তিক'ৰ পাত তন্ন তন্নকৈ পঢ়া প্ৰতিজনেই জানে নৱম শ্ৰেণীৰ ভবেন্দ্ৰ নাথ শইকীয়াই নিজে কি আৰ্থিক যন্ত্ৰণাত সেই দিনবোৰত ভুগিছিল। কি দাৰিদ্ৰ্যৰ মূৰলি কান্ধত লৈ এই ছাত্ৰজনৰ পিতৃ-মাতৃয়ে তেওঁক নগাঁও গৱৰ্ণমেণ্ট হাইস্কুললৈ পঠিয়াইছিল। মই নিশ্চয়কৈ বিশ্বাস কৰোঁ, এই তিনি অনা পইচা খোজাৰ প্ৰবৃত্তিটোৱে এই ছাত্ৰজনক পৰৱৰ্তী কালত প্ৰান্তিক সম্পাদনাৰ ক্ষেত্ৰত অতি শক্তিশালী মন এটা গঢ়ি তোলোতে সহায় কৰিছিল। প্ৰান্তিকৰ মূল্যবৃদ্ধি কৰিবৰ সময়ত যে গ্ৰাহকসকলৰ ওচৰত থাকি বিনীতভাৱে ড° শইকীয়াই নিবেদন কৰে, সেয়া বোধকৰোঁ গৱৰ্ণমেণ্ট স্কুলৰ সেই তিনি অনা পইচাই তেখেতক শিকাইছিল।

'কাল-বলুকাত খোজ'ত ড° লক্ষ্মীনন্দন বৰাই লিখাৰ দৰে ভবেন্দ্ৰ নাথ শইকীয়াৰ উদ্যোগত 'উদয়'ৰ প্ৰথম উদয় হৈছিল। এই কথাৰ আঁত ধৰি এই কথা ক'ব পাৰি যে ১৮৬৫ চনৰ ১৭ নৱেম্বৰ তাৰিখে প্ৰতিষ্ঠা লাভ কৰা এই নগাঁও গৱৰ্ণমেণ্ট হাইস্কুলখনৰ আলোচনীখন প্ৰকাশ হ'বলৈ ১৯৪৭ চনলৈ আশী বছৰৰো অধিক কাল অপেক্ষা কৰিবলগীয়া হৈছিল। হ'ব পাৰে এই আশী বছৰ কাল সেই বিদ্যালয়খন আৰু দেশখন ব্ৰিটিছৰ অধীনত আছিল, দেশ স্বাধীন হোৱা নাছিল। কিন্তু কেৱল পৰাধীনতাৰ গহনা লৈয়েই সেই বিদ্যালয়খনৰ আলোচনীখন প্ৰকাশ হোৱা নাছিল বুলি বিশ্বাস কৰিব পৰা যায়নে? তিনি অনা, তিনি অনা খুজি খুজি হাইস্কুল এখনৰ ছাত্ৰই স্কুলখনৰ আলোচনীখন ছপা কৰি উলিয়াব লাগে আৰু সেইখনেই নগাঁৱৰ প্ৰথমখন ছপা আলোচনী বুলি স্বীকৃতি বা মৰ্যাদা পাব পাৰে। নগাঁৱৰ পৰাও প্ৰথমখন ছপা আলোচনী প্ৰকাশ হ'বলৈ দেশ স্বাধীন হোৱালৈ বাট চাব লাগিছিলনে?

কেনেকৈ পতিয়ন যাওঁ এই কথাৰ মই? দেশ স্বাধীন হোৱাৰ বহু আগতেইটোন ব্ৰিটিছে দেশ পৰাধীন কৰি ৰখাৰ কালতো সুদূৰ কলিকতাৰ পৰা, তাত পঢ়িবলৈ যোৱা অসমীয়া ছাত্ৰবিলাকে অসমীয়া আলোচনী ছপা কৰি উলিয়াইছিল। কলিকতাত পাৰিছিল, নগাঁৱত কিয় নোৱাৰিছিল? 'উদয়'ৰ সোণালী জয়ন্তীৰ পাতবোৰ যিমানেই মই লুটিয়াই লুটিয়াই গৈ আছোঁ, সিমানেই মোক এই কথাবিলাক, এই প্ৰশ্নবিলাকে জুমুৰি দি ধৰিছে। মোৰ সন্দেহ হয়, সেই তিনি টকা খোজাৰ প্ৰবৃত্তি আৰু বুদ্ধিটো যদি ভবেন্দ্ৰ নাথ শইকীয়াৰ নৱম শ্ৰেণীৰ মগজুটোত নুখুন্দিয়ালেহেঁতেন, দেশ স্বাধীন হোৱাৰ কিমান বছৰৰ পাছলৈকে নগাঁও গৱৰ্ণমেণ্ট

হাইস্কুলে নিজৰ আলোচনীখন আৰু নগাঁৱে প্ৰথম ছপা আলোচনীখন দেখা পাবলৈ অপেক্ষা কৰি থাকিব লাগিলেহেঁতেন?

ক্ৰাছে ক্ৰাছে তিনি অনা পইচা খুজি ফুৰাৰ সেই ঘটনাটোক পৰৱৰ্তী কালত আমি চিৰদিন ভবেন্দ্ৰ নাথ শইকীয়াতকৈও বেছিকৈ মনত ৰখা উচিত আছিল এইবাবেই যে এই ঘটনাটোৱে 'পথ নিৰূপণ' কৰিছিল এজন ছাত্ৰৰ, যি সুদীৰ্ঘ সময়ৰ পাছত আমাক 'প্ৰান্তিক' উপহাৰ দিবলৈ প্ৰেৰণা যোগাইছিল।

দীঘলীয়া সময় 'প্ৰান্তিক' চলোৱাৰ অপৰিসীম অভিজ্ঞতাৰ অন্তুতহে ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ হাতত 'উদয়'ৰ 'সোণালী জয়ন্তী' সংখ্যাৰ পৰিচালক শ্ৰী কৃষ্ণমোহন ভূঞাই মুখ্য সম্পাদকক আলোচনীখনত প্ৰকাশৰ বাবে বিবেচনা আৰু সম্পাদনা কৰিবলৈ বিদ্যালয়ৰ ছাত্ৰ-শিক্ষকে ৰচনা কৰা সাহিত্য কৰ্মৰাজি বুলি দিছিল। মুখ্য সম্পাদকৰ মুখ্য চিন্তাত থকা বিষয়টো আছিল 'উদয়' 'প্ৰান্তিক' নহয় আৰু 'উদয়'ৰ এইটো প্ৰথম সংখ্যা নহয়, এইটো সোণালী জয়ন্তী সংখ্যাহে। আৰু এতিয়া এই আলোচনীখন উলিয়াবৰ বাবে তেওঁ শ্ৰেণীয়ে শ্ৰেণীয়ে তিনি অনা পইচা বিচাৰি ফুৰিবও নালাগে। হয়, ড° শইকীয়াৰ 'সঁফুৰা'ৰ দৰে এখন শিশু মনস্তত্ত্বৰ আলোচনী সম্পাদনা কৰাৰো বিস্তৰ অভিজ্ঞতা আছে; আৰু আছে তেওঁৰ হিচাপত যে 'প্ৰান্তিক'ত শিশু শিতান নাথাকিলেও প্ৰান্তিক পঢ়া অজস্ৰ শিশু অসমৰ স্কুলে স্কুলে আছে।

এই সকলোৰে ওপৰত ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ হিচাপত অনবৰতে আছিল যে তেখেত 'উদয়'ৰ প্ৰতিষ্ঠাপক ছাত্ৰ সম্পাদক আছিল। আৰু সেই ঐতিহ্যৰ প্ৰতি গভীৰ শ্ৰদ্ধাশীল হৈ তেখেতে সোণালী জয়ন্তীৰ সম্পাদকৰ দায়িত্ব পালন কৰিবলৈ আগবাঢ়িছিল। তেখেতৰ বিচাৰত উঠা চিন্তাবোৰ আছিল এনেকুৱা— এইজন ছাত্ৰই কেৱল এখন কিতাপৰ পৰা কিছু কথা সংগ্ৰহ কৰি প্ৰবন্ধটো লিখিছে। এই কামটোৰে তেওঁৰ নিজৰ বৰগুণি কিমান? এইগৰাকী শিক্ষকৰ লেখাটো 'উদয়'ৰ ফালৰ পৰা চালে বেছি জটিল হোৱা নাইনে? নাইবা আজিৰ দিনত এই লেখাটোত কিবা নতুনত্ব আছেনে?

আচলতে মই ভাবোঁ, এখন স্কুল আলোচনীৰ সম্পাদনাৰ ক্ষেত্ৰত সম্পাদকৰ প্ৰাথমিক দায়িত্বটোৱেই হৈছে এই প্ৰশ্নকেইটাৰ সমিধান উলিওৱাটো। প্ৰতিষ্ঠাপক সংখ্যাটোৱেই হওক বা সোণালী জয়ন্তী সংখ্যাটোৱেই হওক, এই সমিধানকেইটা নিখুঁতভাৱে পোৱাৰ পাছতহে সম্পাদক এজনে যথাযোগ্য সন্মানেৰে আলোচনীখনৰ প্ৰবন্ধ-পাতিবোৰ সম্পাদনা কৰি প্ৰেছলৈ পঠিয়াব পৰা অৱস্থা এটা পায়।

এইখিনি কৰি উঠি ড° শইকীয়াই 'উদয়'ৰ সোণালী জয়ন্তীৰ সম্পাদনাৰ সময়ত যিটো বিষয়ত গুৰুত্ব দিছিল, সেয়া আছিল অসমীয়া ভাষাৰ আখৰ-জোঁটনি আৰু লিপ্যন্তৰ। তেখেতে স্বীকাৰ কৰিছে যে দীঘলীয়াকালীন সময় তেখেতে 'প্ৰান্তিক'ৰ সম্পাদনাৰ কামত জড়িত থকাৰ পূৰ্বে তেওঁ কেইবাগৰাকী পণ্ডিতৰ অভিমত অনুসৰি যি এলানি সিদ্ধান্তৰ হাতপুথি প্ৰকাশ কৰিছিল, বিশ্ববিদ্যালয় স্তৰৰ বাবে অসমীয়া ভাষাত পাঠ্যপুথি প্ৰকাশ কৰাৰ দায়িত্বত থকা কালত, সেই পদ্ধতি আৰু ব্যৱস্থাকে 'উদয়'ৰ সোণালী জয়ন্তী সম্পাদনাৰ

সময়তো গ্ৰহণ কৰিছিল। মোৰ হাতত 'উদয়'ৰ প্ৰস্তাৱনা সংখ্যাটো নাই, যিখনৰ প্ৰকাশৰ বাবে ভবেন্দ্ৰ নাথ শইকীয়াই শ্ৰেণীয়ে শ্ৰেণীয়ে তিনি অনাকৈ পইচা তুলি ফুৰিছিল। গতিকে মই নাজানো পঞ্চাশ বছৰৰ আগতে উদয়ে কি আখৰ জোঁটনি আৰু লিপ্যান্তৰ ব্যৱস্থাৰ অধীনত শেবালি প্ৰেছত ছপা আখৰলৈ নিজকে ৰূপান্তৰ কৰিব পাৰিছিল। তেখেত মুখ্য সম্পাদক হৈ এই কথা 'উদয়'ৰ পাতত লিখি থৈ গৈছে যে বিশেষকৈ আলোচনী সম্পাদনাৰ লগত জড়িত থকা সকলো লোক যেন অসমীয়া ভাষাৰ আখৰ-জোঁটনি আৰু লিপ্যান্তৰৰ ক্ষেত্ৰত সচেতন হয় আৰু উদয়েও যেন এইক্ষেত্ৰত কিছুমান সিদ্ধান্ত মানি চলে।

অক্লান্ত শ্ৰমেৰে আজীৱন নিজকে তিলতিলকৈ গঢ়ি থকা ড° ভবেন্দ্ৰ নাথ শইকীয়াই জীৱনৰ বিয়লি বেলাত অসুখীয়া এক শৰীৰেৰে 'উদয়' সম্পাদনা কাৰ্যলৈ আহি কি আশা বুকুত বান্ধি লৈছিল? তেখেতে অতি সৰলভাৱে ব্যক্ত কৰিছে তেখেতৰ মনৰ সেই আশা— 'কলমৰ জৰিয়তে কিবা এটা সুন্দৰ বস্তু সৃষ্টি কৰাৰ যাৰ প্ৰতিভা আছে, আগ্ৰহ আছে, সেই প্ৰতিভা আৰু আগ্ৰহক যেন উদয়ে স্নেহশীল, জ্ঞানী মাতৃৰূপে লালন-পালন কৰে।' উদয়েই মাথোঁ নহয়, শদিয়াৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ আলোচনী, গোলকগঞ্জৰ বীৰ চিলাৰায় মহাবিদ্যালয়ৰ আলোচনী, কৰিমগঞ্জৰ ৰবীন্দ্ৰ সদন জেৱালী মহাবিদ্যালয়ৰ আলোচনী, প্ৰত্যেকেই যেন একোগৰাকী স্নেহশীলা জননী হোৱাৰ কঠোৰ সাধনাৰে ত্যাগৰ আৰু শক্তি আহৰণ কৰাৰ যোগ্যতা অৰ্জন কৰে। সৰ্বাংগসুন্দৰ, শুদ্ধ ছপাৰ এখন বিদ্যালয় আলোচনী নিয়মীয়াকৈ ছপাশালৰ পৰা বছৰে বছৰে ওলাই আহিছে, সেই বাস্তৱতাক বৰ্তমান সময়ত চকুৰ সন্মুখত দেখাৰ আশা কৰাটো দুৰ্বিষহ হৈ পৰিছে। এই ভগ্ন আশাই অশান্ত কৰে মন। যি শিক্ষানুষ্ঠানৰ নিয়মীয়াকৈ আলোচনী প্ৰকাশ নহয়, সেই শিক্ষানুষ্ঠানৰ ছাত্ৰ ছাত্ৰীৰ প্ৰতি মোৰ নিজৰে অপাৰ কৰুণা হয়।

তথাপি মোৰ কৰুণাপ্ৰাপ্ত সেই সকলো ছাত্ৰ ছাত্ৰীৰ প্ৰতি মই ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ কথাখিনিকে এবাৰ গৌৰবেৰে উচ্চাৰণ কৰিব বিচাৰিছোঁ— 'লেখক হিচাপে বা পাঠক হিচাপে স্কুলীয়া জীৱনতে 'উদয়'ৰ লগত স্থাপন কৰা সম্পৰ্কই যদি এজন ছাত্ৰৰ মনত সামান্যও সাংস্কৃতিক আৰু বৌদ্ধিক বং সানিব পাৰে, তেনেহ'লে পাছলৈ সেইৰূপ ৰঙেই তেওঁৰ চৰিত্ৰ আদৰণীয় কৰি তুলিব পাৰে।'

সোণালী জয়ন্তী 'উদয়'ক এজন প্ৰাক্তন ছাত্ৰই কি দিব পাৰে? সকলো প্ৰাক্তন ছাত্ৰইতো মুখ্য সম্পাদক হৈ সোণালী জয়ন্তী সংখ্যা সম্পাদনা কৰাৰ সুযোগ নাপায়। কিন্তু সকলো প্ৰাক্তন ছাত্ৰই বৰ্তমানৰ ছাত্ৰসকলৰ বাবে সোণালী জয়ন্তী সংখ্যাক সাংস্কৃতিক আৰু বৌদ্ধিক বং সানি দিব পাৰে। কেনেকৈ? তিনি অনা, তিনি অনা পইচা বিচাৰি শ্ৰেণীয়ে শ্ৰেণীয়ে ঘূৰি ঘূৰি? নহয়।

প্ৰতিজন প্ৰাক্তন ছাত্ৰই নিজৰ বিদ্যালয়ত বৰ্তমান হৈ থাকোঁতেই নিজৰ নিজৰ মনত সাংস্কৃতিক আৰু বৌদ্ধিক বং সনাৰ প্ৰস্তুতি চলাব পাৰে। সুদীৰ্ঘ পঞ্চাশটা বছৰ তেওঁলোকে এই ৰঙেৰে এক মনোময় স্কেচ আঁকি উলিয়াব পাৰে। আৰু সোণালী জয়ন্তীৰ সোণমোৰালিতে সূৰ্যলৈ মুখ কৰি সেই স্কেচখন ধৰি কৰাই থ'ব পাৰে। তাৰ পিছত তেওঁলোকে সূৰ্য প্ৰণাম

কৰিব পাৰে আৰু এক উদিত সূৰ্যক স্বাগতম জনাব পাৰে।

পঞ্চাশ বছৰৰ পাছত, সোণালী জয়ন্তী সংখ্যাৰ মুখ্য সম্পাদকৰ দায়িত্ব নোপোৱা প্ৰতিজন প্ৰাক্তন ছাত্ৰই এবাৰ আহি নিজৰ স্কুলখনৰ সন্মুখত থিয় হৈ কোনেও নুশুনাকৈ এবাৰ মাথোঁ ক'ব পাৰে— 'কেনে আছা স্কুল?'

মুখ্য সম্পাদক ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ সৈতে সহকাৰী সম্পাদকৰ কাম কৰিছিল ঋতুৰাজ নাথ নামৰ এজন ছাত্ৰই। তেৰোঁ মোৰ অপৰিচিত। ইতিমধ্যে তেৰোঁ সেই স্কুলৰ প্ৰাক্তন ছাত্ৰ হৈছেগৈ। হয়তো এদিন উদয়ৰ শতবাৰ্ষিকী সংখ্যাটো তেওঁৰ হাতত পৰিবগৈ। তেওঁ হয়তো শতবাৰ্ষিকী সংখ্যাৰ মুখ্য সম্পাদকৰ দায়িত্ব নাপাবও পাৰে। তাৰ বাবে তেওঁৰ মনত কোনো খেদ নাথাকিব। কাৰণ, তেওঁ আজীৱন এই কথাকে স্মৰণ কৰি তেওঁৰ সন্মুখৰ পথ এনেকৈ ৰঙীণ কৰি ৰাখিব যে অতীতৰ এক উদিত সূৰ্যই তেওঁৰ সন্মুখত থিয় হৈ তেওঁক সুধিব— 'উদয়'ৰ সোণালী জয়ন্তীৰ বৌদ্ধিক আৰু সাংস্কৃতিক ৰং নহয়নে এয়া?

নাজানো, ক'ত কেতিয়া কেনেকৈ মই ঋতুৰাজ নাথক লগ পাম? মোৰ তেওঁক এটা কথা সুধিবৰ বৰ মন গৈ আছে— ড° ভবেন্দ্ৰ নাথ শইকীয়া ছাৰৰ লগত কাম কৰাৰ তোমাৰ কেনে অভিজ্ঞতা হ'ল?

উদয় হোৱা সূৰ্যৰ দৰে সেই অপৰিচিত যুৱকজনে মোক হয়তো ক'ব— 'উদয়'ৰ পাতত সাংস্কৃতিক আৰু বৌদ্ধিক ৰং বিচাৰি উলিয়াবলৈ শিকাৰ অভিজ্ঞতা।

# ১৬।

## হৃদয়লিপি

বিজ্ঞাপনটো প্ৰথমে পঢ়িছিলো এটা সংখ্যা 'দৈনিক অসম'ৰ শেষ পৃষ্ঠাত।

শিৰোনাম আছিল— 'ৰাষ্ট্ৰীয় পাণ্ডুলিপি মিছনৰ জাতীয় পাণ্ডুলিপি জৰীপ'। শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ সচিব আৰু ৰাষ্ট্ৰীয় পাণ্ডুলিপি মিছন, অসমৰ জৰীপ কাৰ্যৰ ৰাজ্যিক সমন্বয়কৰ দ্বাৰা এই বিজ্ঞাপনটো প্ৰচাৰ কৰা হৈছিল।

বিজ্ঞাপনটোৰ মূল কথাখিনি এনেধৰণৰ— ২০০৫ চনৰ ২৮ নৱেম্বৰৰ পৰা ৫ ডিচেম্বৰলৈ সমগ্ৰ অসমত সাহিত্য, জ্যোতিষ-বিজ্ঞান, যাদুমন্ত্ৰ, চিকিৎসাশাস্ত্ৰ, ইতিহাস অথবা ধৰ্মীয় বিষয়ৰ হাতে লিখা আৰু অতি কমেও ৭৫ বছৰ পুৰণি সাঁচিপাত, তুলাপাত, মেচিনত প্ৰস্তুত কৰা কাগজ বা অন্যধৰণৰ কাগজত লিখিত পাণ্ডুলিপিৰ জৰীপ কৰা হ'ব। এই জৰীপ কাৰ্যৰ উদ্দেশ্য হ'ব অসমৰ গাঁও, চহৰ বিভিন্ন ঠাইত পাণ্ডুলিপি পাব পৰা স্থানসমূহ বিচাৰি উলিওৱা আৰু তাৰ পৰা পাণ্ডুলিপি সম্পৰ্কীয় তথ্য সংগ্ৰহ কৰা। মিছনৰ উদ্দেশ্য কেৱল তথ্য সংগ্ৰহ কৰা, মিছনে কোনো পাণ্ডুলিপি বলপূৰ্বক সংগ্ৰহ নকৰে। প্ৰতিজন জিলাতে উপায়ুক্তসকলৰ তত্ত্বাৱধানত এই জৰীপ কাৰ্য সম্পন্ন কৰা হ'ব। বিভিন্ন জিলাৰ জিলা সমন্বয়কসকলৰ নাম-ঠিকনা প্ৰকাশ কৰি বিজ্ঞাপনটোত সৰ্বসাধাৰণ ৰাইজক পাণ্ডুলিপি সম্পৰ্কত কিবা তথ্য থাকিলে জিলা সমন্বয়কৰ সৈতে যোগাযোগ কৰিবলৈ

অনুৰোধ জনোৱা হৈছে।

ইয়াৰ পাছত বাতৰি কাকতত প্ৰকাশ পাইছিল এই জৰীপ কাৰ্য সন্দৰ্ভত ভালেবোৰ বাতৰি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৃষ্ণকান্ত সন্দিকৈ পুথিভঁৰালৰ সহযোগত বিহপুৰীয়া মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ উদ্যোগত ৫ নৱেম্বৰৰ দিনা এখন কৰ্মশালা অনুষ্ঠিত কৰা হয়। মুঠ ১২৫ জন প্ৰশিক্ষাৰ্থী উপস্থিত থকা এই কৰ্মশালাত থলুৱা চিঠিৰ উপৰি মাইক্ৰ'ফিল্ম আৰু ডিজিটেলাইজেশ্যন প্ৰক্ৰিয়াৰ সহায়ত পাণ্ডুলিপিসমূহ সংৰক্ষণ কৰা ব্যৱস্থাটোৰ ওপৰত আলোকপাত কৰা হয়। ডেৰ বছৰমানৰ আগতে মই পশ্চিমবংগৰ হুগলী জিলাৰ সদৰ ঠাই চুচুড়াৰ জিলা দণ্ডাধীশৰ কাৰ্যালয়লৈ গৈছিলো। সেই কাৰ্যালয়ত বংকিম চন্দ্ৰ চট্টোপাধ্যায়ে Bengal Civil Servicesৰ বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। অতি ধুনীয়া আখৰেৰে 'বাবু' বংকিম চন্দ্ৰ চেটাৰ্জীয়ে ১৮৮১ চনৰ ২১ নৱেম্বৰত Govt. of Bengalৰ Officiating Secretary হিচাপে বৰ্ধমান সংমণ্ডলৰ আয়ুক্তলৈ ইংৰাজীতে লিখা চিঠি এখন দেখিছিলো। নাজানো, জিলা দণ্ডাধীশৰ কাৰ্যালয়ে এশ পঁচিশ বছৰৰ পুৰণি এই লিপিখনি কেনেদৰে সংৰক্ষণ কৰি ৰাখিব পাৰিছে! কিন্তু মই বিশ্বাস কৰোঁ, এইখন এখন বহুমূল্য পাণ্ডুলিপি অনাগত বহুদিনৰ বাবে। সেই যাত্ৰাতেই মই এই স্বনামধন্য বাংলা সাহিত্যিকগৰাকীৰ জন্মগৃহ, উত্তৰ ২৪ পৰগণা জিলাৰ নৈহাটী চহৰৰ কাষৰ কাটালগাঁও চাবলৈ গৈছিলো। সেয়া বংকিম ভৱন। তাত চলি আছে বৰ্তমান বংকিম ভৱন গৱেষণা কেন্দ্ৰৰ কাৰ্যালয়। এই কেন্দ্ৰৰ সঞ্চালক সত্যজিৎ চৌধুৰীয়ে মোক কৈছিল যে এই কেন্দ্ৰই বংকিম চন্দ্ৰ আৰু তেওঁৰ ভাতৃ সঞ্জীৱ চন্দ্ৰৰ নিজে লিখা চল্লিশ হেজাৰখন চিঠি ডিজিটেল কম্পিউটাৰত সংৰক্ষণ কৰি [illegible]বাৰ ব্যৱস্থা কৰিছে। বিহপুৰীয়াৰ কৰ্মশালাৰ সেই আলোচনা আৰু বংকিম ভৱন গৱেষণা কেন্দ্ৰৰ এই কাৰ্যক্ৰমৰ মাজত আছে পাণ্ডুলিপি সংৰক্ষণৰ গভীৰ শ্ৰদ্ধা আৰু স্পৃহা।

বিহপুৰীয়া, নলবাৰী আদি বিভিন্ন ঠাইত এই জৰীপ কাৰ্য সন্দৰ্ভত হোৱা মনোজ্ঞ কৰ্মশালাৰ বাতৰি বিভিন্ন বাতৰি কাকতত বিস্তাৰিতভাৱে প্ৰকাশ হৈছিল। আচলতে, এই প্ৰকাশিত বাতৰিবোৰেই ভৱিষ্যতৰ বহু সাক্ষী হিচাপে পাণ্ডুলিপিলৈ পৰিগণিত হ'ব পাৰে আৰু বিজ্ঞানসম্মতভাৱে সেইবোৰৰ সংৰক্ষণৰ কথা এতিয়াই চিন্তা কৰা উচিত।

মই গোটাই থোৱা পাণ্ডুলিপি জৰীপ সম্পৰ্কত বাতৰি কাকতত প্ৰকাশ হোৱা সেই বাতৰিবোৰৰ শিৰোনামবোৰেই আছিল কি মনোৰম— বগাইগাঁৱত সাতশ বছৰ পুৰণি সাঁচিপাত উদ্ধাৰ, বৰাকত ৰাষ্ট্ৰীয় পাণ্ডুলিপি মিছনৰ অভিযান সন্তোষজনক— বহু পুথি উদ্ধাৰ, তিনিশ বছৰীয়া 'বুঢ়াগীতা'সহ ২,০০০ প্ৰাচীন গ্ৰন্থৰ সন্ধান, মায়ঙত উদ্ধাৰ দুকুৰি তন্ত্ৰ-মন্ত্ৰ-ধৰ্মশাস্ত্ৰৰ পুথি। পাঠশালাত ১২৯৫ শকৰ বংশাৱলী উদ্ধাৰ, গহপুৰত সাঁচিপতীয়া পুথি উদ্ধাৰ, পাণ্ডুলিপি সন্ধান মিছনৰ অভিযান, মঙলদৈত, বগাইগাঁৱত ছিপনছিলা চোকাপাৰাত পাঁচশ সাঁচিপতীয়া পুথি উদ্ধাৰ, চতিয়াত পাঁচশ বছৰীয়া বাস কুমুৰা উদ্ধাৰ, লখিমপুৰত দুহেজাৰ যাঠিখন পাণ্ডুলিপিৰ তথ্য উদ্ধাৰ, বহলপুৰত ৫১ পৃষ্ঠাৰ সাঁচিপাতৰ পুথি উদ্ধাৰ, বহু প্ৰাচীন পুথি চাবলৈ বা চুবলৈও নিদিলে, ডিমৰীয়াত ডেৰকুৰি পুৰণি পুথিৰ সন্ধান, দুশ পঁচিশ বছৰীয়া বাঁহপাতৰ পুথি উদ্ধাৰ হৈছে মাখিবাহাত, পাণ্ডুলিপিৰ ভিতৰত আছে পদ্মপুৰাণ,

পূজাবিধি আদি, বিশ্বনাথৰ শ্রীশ্রীদিহিং সত্ৰত সাঁচিপাত উদ্ধাৰ, বাঘলগাঁৱত পাঁচশ বছৰীয় শংকৰী গীতা, বৰপেটাত চৈধ্যশ বছৰ পুৰণি পাণ্ডুলিপিৰ তথ্য সংগ্ৰহ, মাণিকপুৰত ৬০০ বছৰীয়া পুথি উদ্ধাৰ ইত্যাদি। এতিয়াও বাতৰি কাকতযোগে এই জৰীপৰ কাম-কাজ সম্পৰ্কে বহু কথা জানিবলৈ বাকী আছে, কিন্তু প্ৰায় প্ৰতিদিনেই ৰাজ্যখনৰ ভিন্ন প্ৰান্তৰ পৰা এইবোৰৰ বিচিত্ৰ খবৰ প্ৰকাশ হৈ আহিছে। ভিন্ন অঞ্চলৰ ঐতিহ্যময় এই তথ্যবোৰে সামগ্ৰিক অসমৰ পুৰণি বহু উদ্ধাৰ নোহোৱা পুথি আদিৰ তথ্য জনসাধাৰণৰ সন্মুখত এটা এটাকৈ মেলি দি সমগ্ৰ ৰাজ্যখনকে নিজৰ আপুৰুগীয়া ঐতিহ্যৰ প্ৰতি জ্ঞান দিয়াৰ উপৰি সেইবোৰৰ সংৰক্ষণৰ প্ৰতি শ্ৰদ্ধাশীল হ'বলৈ প্ৰেৰণা যোগাইছে। শুনিছে আছিলো 'সাঁচিপাত', 'সাঁচিপাত'। হৃদয়ত সাঁচি ৰাখিছিলো এখিলা নিলিখা পাত— সাঁচিপাত। সেই সাঁচিপাতকে চাবলৈ এদিন সোমাইছিলো পাণবজাৰৰ কটন কলেজৰ আৰবা অঞ্চলত অৱস্থিত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালকালয়ত। এইখন সাঁচিপাত মোৰ সন্মুখত ১৩৫২ শকৰ। পাতল মুগা বৰণৰ। বৰ্তমান চলি আছে ১৯২৭ শক। অৰ্থাৎ এই যে মই গভীৰ আগ্ৰহেৰে চুই চাইছো সাঁচিপাতখিলা, সেইখন ৫৭৫ বছৰ পুৰণি। ক'ত পাইছিল? কোনে পাইছিল এইখিলা? সাঁচি থৈছিল কোনে? এই যে ক'লা ক'লা ৰঙেৰে লিখা আখৰবোৰ— এইবোৰে কি কথা প্ৰকাশ কৰিছে? একোতো নুবুজো। আৰু এইখন তুলাপাত, সাঁচিপাতখিলাতকৈও পাতল, মুগা ৰংটোও পাতল। আমি সচৰাচৰ ব্যৱহাৰ কৰা 'কাগজ' শব্দটো আৰবী শব্দ, খাচ অসমীয়াত ইয়াক কয় তুলাপাত। তুলাৰে তৈয়াৰ কৰা বাবে বা তুলাৰ দৰে পাতল পাত বাবেই এইবোৰক তুলাপাত বোলা হয়। আকৌ, শিমলু তুলাৰ কাগজ অতিশয় মিহি, সহজে নাফাটে। আনহাতে, কপাহী তুলাপাতবোৰ অলপ ডাঠ। পুৰণি কালত অসমত কাগজৰ সলনি সাঁচিপাত ব্যৱহাৰ কৰা হৈছিল। মই চুই থকা সাঁচিপাতখিলাও সেই তেতিয়াই ব্যৱহাৰ কৰা হৈছিল। মই চুই থকা সাঁচিপাতখিলাও সেই তেতিয়াই ব্যৱহাৰ কৰা হৈছিল নেকি? ভূটান পাহাৰৰ নামনিত সাঁচিগছ প্ৰচুৰ পৰিমাণে হৈছিল হেনো। কিতাপখন পঢ়ি আছিলো— তেঁতেলী গুটিৰ শাহটো উতলা পানীত পগাই জুলীয়া কৰি তুলাপাতবোৰ কেইবা তৰপীয়া কৰি তাৰে আঠাই ডাঠ কৰা হৈছিল।

আকৌ, সাঁচিপাতবোৰ গছকৰ ধোঁৱাৰ ওপৰত কেইবাদিনো ধৰি ৰখাৰ পাছতহে তাত লিখা কাম আৰম্ভ কৰা হৈছিল। লিখিছিল কিহেৰে? চিঞাহি প্ৰস্তুত কৰা হৈছিল গোমূত্ৰত সিজ্জ শিলিখা ৰসেৰে। মোৰ হাতত থকা এইখিলা সাঁচিপাতৰ মই পঢ়িব নোৱাৰা আখৰেৰে, মই বুজি নোপোৱা ভাষাৰে লিখা এই কথাবোৰ সেই চিঞাহিৰে লিখিছিল নেকি? হ'ব পাৰে।

কিন্তু সেইবোৰ চিঞাহিয়ে সেইবোৰ সাঁচিপাতত সেই পুৰণি কালতেই কিমানবোৰ কথা লিখিছিল, সেইবোৰৰ অনুসন্ধান চলিছে এই পাণ্ডুলিপি জৰীপৰ জৰিয়তে। আৰু এই জৰীপবোৰে উদঙাই গৈছে এখিলা এখিলাকৈ হেজাৰখিলা হৃদয়— সাঁচিপাতৰ হৃদয়।

কামৰূপ জিলাৰ ডিমৰীয়া বজাৰ ঘৰত আছে বহু পুথি, মাৰকাং গাঁৱৰ সাঁচিপাতৰ কীৰ্তন পুথি, কেন্দ্ৰীয় দেউলগুৰি গাঁৱৰ সাঁচিপাতৰ সৰ্পমন্ত্ৰৰ পুথি আৱিষ্কাৰ হৈছিল। ১২৮৮ চনত

ৰচিত সৰ্পমন্ত্ৰ পুথিখনত বিষ উজাব নোৱৰা, জৰা আৰু সাপমতা মন্ত্ৰ লিপিবদ্ধ আছে। বঙাইগাঁও জিলাৰ মাণিকপুৰত ৬১৭ বছৰ আগৰ গোবিন্দ মিশ্ৰই লিখা সংস্কৃত ভাষাৰ 'শ্ৰীমদ্ভাগৱত গীতা' সাঁচিপাতৰ পুথিখন ১৩১০ শকৰ ১৩ শাওণ তাৰিখে লিখা। ওচৰৰে অদলাগুৰিৰ এটা নামঘৰত উদ্ধাৰ হোৱা সাঁচিপাত, তুলাপাত ভোজপাতত লিখা আছিল বেদ, প্ৰায়শ্চিত্তবিধি, পূজাবিধি ভাগৱত, পুৰাণ, স্তোত্ৰ, গীতগোবিন্দ, শাস্ত্ৰ, চণ্ডীপাঠ, উপনিষদ, গোপীনাম আদি। এইবোৰ লিখিছিল সন্তদেৱ, নীলকণ্ঠ বৰুৱা, নমোহৰণ ৰাজ, স্বামীমণি, ৰামদেৱ আৰু গোবিন্দ মিশ্ৰ আদিয়ে।

মৰিগাঁও জিলাৰ মায়ং এনেয়েই তন্ত্ৰ-মন্ত্ৰৰ দেশ বুলি খ্যাত। এই জৰীপৰ সময়ত মায়ং আৰু ভুৰগাঁও অঞ্চলত আবিষ্কাৰ হৈছিল বহুতো সাঁচিপাত সাঁচি থোৱাৰ গুৰুত্বপূৰ্ণ তথ্য। সেই অঞ্চলত উদ্ধাৰ হোৱা চল্লিশখনৰো অধিক এনে পুথিত জ্যোতিৰ্বিদ্যা, তন্ত্ৰ-মন্ত্ৰ আৰু ধৰ্মশাস্ত্ৰৰ বহুতো মূল্যবান সম্পদ লিপিবদ্ধ হৈ আছে।

নলবাৰী জিলাৰ টিহুৰ ওচৰৰ মাখিবাহাৰ বাসুদেৱ মন্দিৰত উদ্ধাৰ হৈছে দুশতকৈও অধিক বছৰৰ পুৰণি ১৬৯৮ শকতেই, বাঁহপাতত লিখা 'পদভাগৱত' পুথিখন। সাঁচিপাতৰ সলনি বাঁহপাতত লিখা এক বিৰল শৈল্পিক কৰ্মৰ এই পুথিখনে অঞ্চলটোকেই যেন মহিমামণ্ডিত কৰি তুলিলে— এনে ভাব হয়। সেই অঞ্চলত প্ৰসূতি চিকিৎসাৰ 'হামুৰ্দৈ মন্ত্ৰ' নামৰ গ্ৰন্থ এখনি, শ্ৰীমদ্ভাগৱত গীতা, প্ৰেমাৱলী, ভক্তি ৰত্নাৱলী, বৈদিক পদ্ধতিৰ বিবাহ পদ্ধতি, নাৰায়ণ পূজাৰ মন্ত্ৰপুথি, শীতলা মন্ত্ৰপুথি আদি সাঁচিপাতত লিখিত অনুপম সৃষ্টিমালাই বাতৰি কাকতত নিজকে বাতৰি হিচাপে প্ৰকাশ কৰি যেন গৌৰৱবোধ কৰিছে। উদ্ধাৰ হোৱা ...নী জৰা মন্ত্ৰ, আবিচাৰ মন্ত্ৰ, পতপত্ৰ মন্ত্ৰ আদি পুথিসমূহৰ কথা এই জৰীপ কাৰ্য আৰম্ভ নোহোৱা হ'লে হয়তো নজনাকৈয়ে থাকি গ'লহেঁতেন!

ব্যক্তিগতভাৱে এই পুৰণি সামগ্ৰীসমূহ ক'ত, কেনেকৈ সংৰক্ষণ হৈ থাকে? ৩৩ ফুট দীঘল কাঠৰ পীৰাত বইটামাৰীৰ (বঙাইগাঁও জিলা) এঘৰৰ ৫০০ বছৰ পুৰণি পদ্মপুৰাণসমৃদ্ধ তিনিখন পুৰাণ উদ্ধাৰ হৈছে। এঘৰত ১৩০৫ শকৰ হাতেলিখা চাৰিটা পেপাৰ মেনুস্ক্ৰিপ্ট আৰু এখন ভোজপাত উদ্ধাৰ হৈছে। ব্ৰজাৱলী ভাষাত লিপিবদ্ধ ৭১ পৃষ্ঠাৰ এখন শংকৰী গীতাৰ সাঁচিপাত উদ্ধাৰ হৈছে। ঠিক তেনেদৰে ধুবুৰী জিলাৰ বহলপুৰত ৫১ পৃষ্ঠাৰ এখন এখন সাঁচিপাতৰ পুথি উদ্ধাৰ হৈছে এঘৰত। ইয়াৰ লিপিবোৰ অসমীয়া লিপিৰ দৰে যদিও ভাষা অসমীয়া নহয়। অনুমান কৰা হৈছে যে গাঁওবাসীয়ে এইখনক গোসাঁনী মন্ত্ৰ বুলি অভিহিত কৰে। আনহাতে, ১৮ টা অধ্যায়, ৭০৩ টা শ্লোক আৰু সৰ্বমুঠ ৭৫২ পৃষ্ঠা থকা 'প্ৰণৱ গীতা ও প্ৰণৱগীতোক্ত ধৰ্মতত্ত্ব' নামৰ এখন বহুবীয়া পুৰণি ধৰ্মপুথি এখনো সেই অঞ্চলতেই এই জৰীপৰ সময়ত বিচাৰি পোৱা গৈছে। চতিয়া অঞ্চলত উদ্ধাৰ হোৱা ২১৯খন প্ৰাচীন হাতেলিখা পুথিৰ ভিতৰত উল্লেখনীয় এখন পুথি হ'ল কণ নাৰায়ণ গোনামৰা সত্ৰৰ ১৪৬৮ চনৰ ৰচনাকালৰ ২১৬ চেণ্টিমিটাৰ দৈৰ্ঘ্যৰ ৰাস ঝুমুৰা পুথি। বৰপেটা জিলাৰ বিভিন্ন সত্ৰ, নামঘৰ, দেৱালয় আদিৰ পৰা সংগ্ৰহ হোৱা পুথিসমূহৰ ভিতৰত সংস্কৃত ভাষাত ৰচিত আৰু মাধৱদেৱ সংকলিত 'ভক্তি ৰত্নাৱলী' পুথি বিশেষভাৱে

উল্লেখযোগ্য। ডুবিত উদ্ধাৰ হৈছে 'শ্ৰীশ্ৰী পৰিহৰেশ্বৰ দেৱালয়' সম্পৰ্কীয় এখন বংশাৱলী। পুৰণিগুদামৰ ওচৰে-পাঁজৰে লেটুগ্ৰাম সত্ৰ, ধৰলী বালিপাৰ সত্ৰ, শিঙিয়া গাঁও, চামগুৰি আদিতো সংৰক্ষিত হৈ আছে বহু প্ৰাচীন পুথি। স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ দিনত পূৰ্ণানন্দ বুঢ়াগোহাঁইদেৱে মাটি সংক্ৰান্ত বিবাদৰ মীমাংসা কৰি দিয়া হুকুমৰ 'ফয়চলা'* এখনে সৈতে হনুমান্তি কাব্যখন, কীৰ্তন, দশম, নামঘোষা, ভাগৱতৰ অংশ, সংস্কৃত ব্যাকৰণ, ৰহস্য ভাগৱত, বৈষ্ণৱ চিন্তামণি, নল-দময়ন্তী, ভোজন বেহাৰ, স্বপ্নাধ্যায়, মাধৱদেৱৰ বেজুৰ, পাণ্ডৱী গীতা আদি কিছুমান বহুমূলীয়া সাঁচিপাতৰ পুথি।

লখিমপুৰৰ ঘাৰমৰা সত্ৰত আবিষ্কাৰ হৈছে 'হস্তীবিজ্ঞান' নামৰ এখন সাঁচিপতীয়া পুথি। জিলাখনত উদ্ধাৰ হৈছে একাদশ শতিকাৰ আয়ুৰ্বেদ নিদান শাস্ত্ৰ, টাই-খামতি ভাষাৰ ত্ৰিপিটক নামৰ ধৰ্মীয় পাণ্ডুলিপি, 'ভৱৰাম বায়নৰ বকলা', উৰিয়া ভাষাৰ পদ্মপুৰাণ, 'অদ্ভুত গুপ্তবিদ্যা', 'বাজনা মহৰা', ১৬শ শতিকাৰ অসম বুৰঞ্জী, ১৭৯৬ শকাব্দৰ 'ভক্তি মংগল নাম ঘোষা' ইত্যাদি। ধুবুৰী জিলাৰ গৌৰীপুৰ, শালকোছা, জিনকাটা, কপহী, ধৰ্মশালা আদি ঠাইবোৰ এনে মহিমামণ্ডিত যে সেইবোৰত ব্যাপক হাৰত সাঁচিপাত, ভোজপাত আদি পোৱা যাব বুলি যেন এনেয়েই অনুমান কৰিব পাৰি। সেয়া সত্য প্ৰমাণ কৰি জৰীপকাৰীসকলে বিচাৰি পাইছিল সেইবোৰ ঠাইত বাংলা ভাষাৰ তন্ত্ৰপুথি, ১৩৯৮ শতাব্দীৰ বাংলা ভাষাৰ নাৰায়ণ পূজা পাঁচালী, সংস্কৃত ভাষাৰ পদ্মপুৰাণ, ১৩৪১ শতাব্দীৰ বাংলা ভাষাৰ জমিদাৰী ৰেকৰ্ড, ৰত্নমালা ব্যাকৰণ, মনসা মংগল, পুৰণি চণ্ডী ইত্যাদি।

তিনিশ বছৰীয়া এখন গীতা, যাক থাপনাৰ পৰা নমাব নোৱাৰে বাবে বাইজে 'বুঢ়াগীতা' বুলি কয় সেইখন পোৱা গৈছে দৰং জিলাত। সেই জিলাতেই দুশ বছৰ পুৰণি দৰং ৰাজবংশাৱলী, ৰত্নমালা ব্যাকৰণ, কৌমুদী আদি গ্ৰন্থসমূহো উদ্ধাৰ হৈছে। গহপুৰত গুৰু গুণমালা, তুলাপাতৰ ভক্তিৰত্ন আৰু খেতৰ মন্ত্ৰ সাঁচিপতীয়া ঘোষা, কীৰ্তন আদি উদ্ধাৰ হৈছে। এইবিলাক বাতৰি কাকতৰ খবৰ। আমি মাথোঁ বাতৰি কাকতৰ পৰা ব্ৰেডেৰে কাটি ৰাখি এই লেখাত লিপিবদ্ধ কৰিছোঁ। কিন্তু তাৰো আছে সুদূৰপ্ৰসাৰী প্ৰভাৱ।

বাতৰি কাকতত হয়তো আৰু বহুতো জিলাৰ জৰীপৰ খবৰ পাবলৈ বাকী আছে। বা ইতিমধ্যে জৰীপ সম্পূৰ্ণ হৈ যোৱাৰ পাছত সেই খবৰবিলাক চৰকাৰী নথিত সোমাই গৈছে। চৰকাৰীভাৱে সেই জৰীপৰ খবৰবোৰ বিশ্লেষণ কৰা হ'ব, আলোচনা-বিলোচনা চলিব। সেইবোৰৰ ভিত্তিত প্ৰতিবেদন প্ৰস্তুত হ'ব। বহু তথ্যৰ উদ্‌ঘাটন হ'ব। আৰু বহুতো কিম্বাকিম্বি হ'ব— যিবোৰৰ কিছুমান সৰ্বসাধাৰণ ৰাইজে জানিব আৰু কিছুমান নোপোৱাকৈও থাকি যাব।

জৰীপ নহওঁতেও সময়ে সময়ে বাতৰি কাকতত বিভিন্ন ঠাইত সাঁচিপাতৰ পুথি আদি উদ্ধাৰ হোৱাৰ বিষয়ে খবৰ প্ৰকাশ পাইছিল। হয়তো সেই উদ্ধাৰ কাৰ্য জৰীপৰ দৰে প্ৰণালীবদ্ধ নাছিল বাবে বিশেষ প্ৰতিক্ৰিয়া ৰাজহুৱাভাৱে প্ৰকাশ হোৱা নাছিল। এতিয়া এই জৰীপৰ দ্বাৰা বাতৰি কাকতে উদ্‌ঘাটন কৰা খবৰবোৰ নিঃসন্দেহে বোমাঞ্চকৰ আৰু বিশেষভাৱে আদৰণীয়। এই যে জৰীপ কাৰ্যৰ প্ৰাৰম্ভিক পৰ্যায়ত বিভিন্ন ঠাইত জৰীপ কাৰ্য সম্পৰ্কত

বিভিন্নধৰণৰ আলোচনাচক্ৰ বা কৰ্মশালা অনুষ্ঠিত হৈ গ'ল, সেই কৰ্মশালাত কেৱল সমল ব্যক্তি, জৰীপকাৰী আদিৰ মাজত জৰীপ সন্দৰ্ভত শৃংখলাবদ্ধ প্ৰায়োগিক প্ৰণালীৰ বিষয়েই আলোচনা হোৱা নাছিল, জৰীপকাৰীসকলৰ মানসিক পৰিবৰ্তন ঘটাই সেই কৰ্মশালাবোৰে তেওঁলোকক নিজ নিজ এলেকাৰ ঐতিহ্যসমূহৰ প্ৰতি অধিক সচেতন হ'বৰ অনুপ্ৰেৰণা যোগোৱাৰ লগতে সামগ্ৰিকভাৱে নিজৰ এলেকাৰ ইতিহাসৰ প্ৰতি শ্ৰদ্ধাশীল হ'বলৈকো শিকালে। নিশ্চয় চৰকাৰীভাৱে আৰম্ভ কৰা এই পাণ্ডুলিপি জৰীপৰ প্ৰথম উপকাৰিতা আছিল এয়া।

মই ভাবোঁ, পাণ্ডুলিপি জৰীপৰ সবাতোকৈ উল্লেখযোগ্য দিশটোৱেই আছিল ধৰ্মক একাষৰীয়াকৈ থৈ নামঘৰত, সত্ৰত অথবা মছজিদত প্ৰৱেশ। আমাৰ জাতীয় জীৱনৰ পৰম শ্ৰদ্ধাৰ এই ধৰ্মীয় অনুষ্ঠানবোৰে আমাৰ ইমানবোৰ অতীত কিমান আলফুলে ভৱিষ্যতে বিচাৰি আহিব পৰাকৈ বুকুত সাবটি ৰাখিছিল তাৰ সৰ্বোৎকৃষ্ট প্ৰমাণ আছিল এই জৰীপ। কোনে জানিছিল, কষ্টসাধ্য এক প্ৰক্ৰিয়াৰে সাঁচিপাত-তুলাপাতত তন্ত্ৰ-মন্ত্ৰ লিখা, ঔষধ-বিজ্ঞানৰ কথা লিখা, বেদ-বিধিৰ কথা লিখা কামবোৰ, সেই শ শ বছৰৰ আগতে যে মানৱ ইতিহাসৰ কিছুমান অমূল্য দলিল হ'ব বুলি। অনাগত দিনবিলাকৰ বাবে মাইক্ৰ'ফিল্মত, ডিজিটেলাইজেশ্যনত, কম্পিউটাৰত, নতুন নতুন যন্ত্ৰপাতিত আধুনিক মানৱ বিজ্ঞানৰ আমি ধ্বজাবাহীসকলে বহুতো কথা সাঁচি থ'ব পৰা হৈছোঁ— হয়তো ভৱিষ্যতে কোনো অনুসন্ধানকাৰীৰ কামত আহিব বুলি। কিন্তু হ'ব পাৰিবনে সেইবোৰ মোৰ হৃদয়ৰ পাণ্ডুলিপি বা ক'ব পাৰিমনে মই সেইবোৰক পাণ্ডুলিপিৰ হৃদয় বুলি। এই যে বিহপুৰীয়াৰ কৰ্মশালাখনৰ পৰা মই শিকিলো কিদৰে মহানিম, চিত্ৰনলা, গোন্ধ বিৰিণা, তুলসী, ছালকুঁৱৰী, মিথি, তুলপানী, মিঠাতেল, কৰ্পূৰ আদিৰে সংৰক্ষণ কৰা হৈছিল শ শ বছৰীয়া সাঁচিপাতবোৰ— এইবোৰ কথা মই নাজানিলোহেঁতেন কোনোদিনে যদি সেই জৰীপকাৰীসকলে লুংলুঙীয়া বাটেৰে বাটকুৰি বাই আহি মোক মোৰ পূৰ্বজসকলৰ অমৃতময় ভাণ্ডাৰৰ মগজুত সংৰক্ষণ কৰি ৰখা হৃদয় সংবাদবোৰ যুগাবৰণীয়া সাঁচিপাতত লিপিবদ্ধ কৰি থৈ যোৱা কথাবোৰ উদ্ধাৰ নকৰিলেহেঁতেন।

পাণ্ডুলিপি মিছনৰ কামবোৰ চৰকাৰী কাম। কিন্তু সৰ্বসাধাৰণৰতো একোটা দায়িত্ব থাকে নিজ নিজ এলেকাৰ ইমান ঐশ্বৰ্যময় অতীতৰ স্মৃতিৰ সঁফুৰাস্বৰূপ এই পাণ্ডুলিপিবোৰৰ ওপৰত বিতং অনুসন্ধান চলোৱাৰ। চুকে-কোণে ইমানবোৰ শ শখন যে পাণ্ডুলিপি অ'ত-ত'ত পৰি আছে, সেইবোৰৰ কিমান প্ৰচাৰ হৈছে? কিমান আমি জানিছোঁ তাত থকা কথাবোৰ। কেৱল গৱেষণাৰ বাবে, কেৱল বিদগ্ধ পণ্ডিতৰ বাবেই এইবোৰ নহয়। এইবোৰৰ সাৰগৰ্ভত প্ৰৱেশৰ পথ সকলোৰে বাবে মুকলি থাকিব লাগে। ব্যাপকভাৱে চৰ্চা হ'ব লাগে এই তত্ত্বগধুৰ লিপিবোৰৰ। আৰু সংৰক্ষণ? উপযুক্ত সংৰক্ষণ ব্যৱস্থাৰ অভাৱত বহুতো পাণ্ডুলিপি বিনষ্ট হৈছে বুলি খবৰ প্ৰকাশ পাইছে। আকৌ এই পাণ্ডুলিপিসমূহক লৈ ভিন্নজনৰ অন্ধবিশ্বাসৰো সীমা নাই। পুৰণিগুদামৰ খবৰ মতে, অন্ধবিশ্বাসৰ বশৱৰ্তী হৈ, মিছনৰ কামত অসহযোগ কৰি বহু পুথি হেনো বহু লোকে নৈত উটুৱাই দিলে।

এতিয়া সময় বহু হ'ল। পাণ্ডুলিপিক পাণ্ডুলিপি হিচাপেই শ্বাস-প্ৰশ্বাস ল'ব পৰাকৈ থাকিবলৈ দিয়া হওক, কিন্তু সন্মান সহকাৰে। আহিবলগীয়া দিনবিলাকত সাঁচিপাতে কথা ক'ব পৰাকৈ আমি সেইবোৰ ধূলি-মাকতি মকৰা জালৰ আৱেষ্টনীৰ পৰা উলিয়াব লাগে, উদ্ধাৰ কৰিব লাগে। আহিবলগীয়া দিনবোৰত বাতৰি কাকতত অসমৰ অন্ত ত'ত সাঁচিপাত-তুলাপাতৰ পাণ্ডুলিপিৰ উদ্ধাৰৰ বাতৰি প্ৰকাশ হোৱাতেই যাতে সীমাবদ্ধ হৈ নাথাকো আমি। পিছৰ প্ৰজন্মই আগৰ প্ৰজন্মক চিনি পাব পৰাকৈ যিমানবোৰ কথা সেই উৎসৰ হোৱা পাণ্ডুলিপিবোৰত মজুত আছে, সেইবোৰক শ্ৰদ্ধা কৰিবলৈ শিকাটোৱেই হ'ব পাণ্ডুলিপিৰ জীৱনবোধ। আমাৰ ইতিহাসৰ হেজাৰখন পকাবন্ধা সংস্কৰণ বজাৰে বজাৰে বিচাৰি পোৱা যাব পাৰে, কম্পিউটাৰত আমাৰ মগজুৰ হেজাৰবোৰ তথ্যগধুৰ নতুন আৱিষ্কাৰৰ সূত্ৰ সংৰক্ষিত আৰু সুৰক্ষিত থাকিব পাৰে, মহাজগতৰ হেজাৰবোৰ আলোক কণিকাই আমাৰ ভৱিষ্যতক জোনাকী বাট দেখুৱাব পাৰে, কিন্তু মূল পাণ্ডুলিপিৰ সদায়ে থাকে স্বকীয় বৈশিষ্ট্য। সেই পাণ্ডুলিপিতেই লিখা থাকে হয়তো সভ্যতাৰ প্ৰথম আখৰ, প্ৰথম শ্ৰুতলিপি আৰু প্ৰথম প্ৰতিশ্ৰুতি।

# ১৭।

## জংশ্যন

দুটাকৈ ৰে'ল ষ্টেশ্যনৰ মই মৃত্যু দেখিছোঁ। এটা নিজ চকুৰে দেখিছোঁ আৰু এটা বাতৰি কাকতত দেখিছোঁ। শিলঘাটৰ ৰে'ল ষ্টেশ্যনটোৰ করুণ মৃত্যুৰ ছবিখন 'সাতসৰী'ত প্ৰকাশিত মোৰ 'বৰনৈৰ বুকুত বলুকা' শীৰ্ষক লেখাটোত আঁকিবলৈ চেষ্টা কৰিছিলো। আনহাতে গোলাঘাট জিলাৰ শাওতলী ৰে'ল ষ্টেশানটোৰ মৃত্যুৰ ছবিখন 'দৈনিক অসম'ৰ ২০০৬ চনৰ ১০ মে' সংখ্যাৰ সাত নং পৃষ্ঠাটোত দেখিছোঁ। এই সম্পৰ্কত প্ৰকাশিত বাতৰি কাকতৰ শিৰোনামটো পঢ়িছোঁ— 'ছন পৰি বন গজিল শাওতলী ৰে'ল ষ্টেশ্যনত।' আঠ বছৰমানৰ আগতে শাওতলী নামৰ এই ৰে'ল ষ্টেশ্যনটো মিটাৰ গজৰ পৰা উঠাই নি ব্ৰডগজ কৰাৰ পাছত উঠি গ'ল। এই ৰে'লপথটোৰে বৰ্তমান এখন যাত্ৰীবাহী ৰে'লগাড়ী চলে যদিও ষ্টেশানটোত ৰে'লগাড়ীখন ৰখোৱা নহয়।

শিলঘাট আৰু শাওতলীৰ এই মৃত ছবি দুখন দেখি মই ভয়াৰ্ত হৈ উঠিছিলো। অশান্ত আৰু অস্থিৰ হৈ উঠিছিল মোৰ মন। মনৰ এই পৰিস্থিতিৰ অৱসান ঘটাবলৈকে এইবাৰ মই বিচাৰি গৈছোঁ উত্তৰ-পূব সীমাৰ অসমৰ শেষ ৰে'ল ষ্টেশ্যনটো, মুৰ্কংচেলেক ৰে'ল ষ্টেশ্যন।

দুবছৰৰ মূৰত জোনাইলৈ আহিছোঁ চক্ৰৱৰ্তী কামত। ২৪ নৱেম্বৰ, ২০০৬ চন। ধেমাজি জিলাৰ শেষ প্ৰান্তৰ ৰে'ল ষ্টেশ্যন মুৰ্কংচেলেক এই জোনাই মহকুমাত— ধেমাজি জিলাৰ

এটা মহকুমা জোনাই। প্ৰধানকৈ জোনাই অঞ্চলৰ অপূৰ্ব প্ৰাকৃতিক উদাৰতাই বহু বছৰৰ আগতে মই ধেমাজি জিলাৰ উপায়ুক্ত থকা কালত মোক মুহি মুহি থৈছিল। ২৫ নৱেম্বৰৰ এইবাৰৰ মোৰ জোনাই যাত্ৰাত আগৰবাৰৰ দৰে মোৰ সহযোগী আছিল কৃষি উন্নয়ন বিষয়া বদন চন্দ্ৰ লাহন। মই ধেমাজিত চাকৰি কৰি থকা কালতে জেকদ বিষয়া বদন মোৰ আছিল অতিশয় প্ৰিয়।

পুৱা ভাগত আজি ২৬ নৱেম্বৰ তাৰিখে বদন আৰু মই ঐৰামঘাট চাবলৈ গৈছিলো। মানুহে কয়, ঐৰাম বড়ি নামৰ এজন মিচিং মানুহ আছিল এখন গাঁৱত। ঐৰাম বড়িৰ নামেৰেই গাঁওখনৰ নাম পাছলৈ হৈছিলগৈ ঐৰামঘাট। চিয়াং নদীৰ পাৰত এইটো ঐৰামঘাট। জোনাই চহৰখনৰ পৰা বাৰ কিলোমিটাৰ নিলগত মনোৰম, মাথোঁ মনোৰম এই চিয়াং নদীৰ পাৰ আৰু এই ঐৰামঘাট। এই চিয়াং নদী দহ কিলোমিটাৰ পশ্চিমে বৈ গৈ ব্ৰহ্মপুত্ৰত লগ হৈছে। পুৱা আঠ বাজি পঞ্চত্ৰিশ মিনিটত ঐৰামঘাটৰ পৰা আন্তঃৰাজ্যিক জল বিভাগৰ এখন ফেৰী চলে। আৰু সেই ফেৰীয়ে কঢ়িয়াই নিয়ে বিচিত্ৰ জীৱনৰ হেজাৰ-বিজাৰ কাহিনী। চিয়াঙেৰে চলি চলি এই ফেৰী নিলগৰ কপলং, নগাবুলী আদি চাপৰিবিলাকত বয়গৈ। সেই চাপৰিবিলাক আচলতে গাখীৰৰ খুঁটি। সেই খুঁটিবিলাকৰ পৰা ফেৰীখনে গাখীৰ উঠায়। তাৰ পাছত ভটিয়াই গৈ গৈ দিনৰ চাৰে এঘাৰমান বজাত ফেৰীখন গৈ সিপাৰত ডিব্ৰুগড়ত আৰু এটা ধুনীয়া নামৰ ঘাটত বয়গৈ। সেই ঘাট মোহনঘাট।

বদন আৰু মই আহি এইবাৰ উঠিলোহি মুৰ্কংচেলেক ৰেল ষ্টেচনত। প্ৰান্তটো শেষ ৰেল ষ্টেচনৰ প্ৰতি মই অন্তৰত অনুভৱ কৰো অপৰিসীম মোহ। মুৰ্কংচেলেক, লেখাপানী! মানৰ অত্যাচাৰৰ সময়ত বোলে এই জোনাই অঞ্চলৰ মানুহবিলাকে নিজৰ ধন-বিত্ত, সা-সম্পত্তি এৰি থৈ পলাই গৈছিল। টকা পইচাবোৰ এনেকৈ চাপৰিতে এৰি থৈ পলাই যোৱাৰ পৰাই ঠাইখনৰ নাম মুৰ্কংচেলেক। 'মুৰ্কং' মানে টকা-পইচা, 'চেলেক' মানে চাপৰি। ৰেল ষ্টেচনটো মুৰ্কংচেলেক গাঁৱত অৱস্থিত। ১৯৬৬ চনত স্থাপন হোৱা।

বদনৰ নিচিনা ডেকা ল'ৰা এজন লগত থাকিলে মই বহুত সুন্দৰ সুন্দৰ কথা ভবাৰ কাৰণে শক্তি পাওঁ। আচলতে সেই কাৰণেই বদনক এই যাত্ৰাত ধেমাজিৰ পৰা মই লগত লৈ আহিছিলো। মুৰ্কংচেলেক ৰেল ষ্টেচনত উপস্থিত হৈয়েই মই প্লেটফৰ্মৰ দেৱালত লগাই থোৱা মুৰ্কংচেলেকৰ পৰা ৰঙিয়া জংচনলৈ চলা এই ৰেলপথছোৱাৰ বিভিন্ন ৰেল ষ্টেচনবিলাকৰ নামেৰে মোৰ নোটবুকখনত লিখিবলৈ আৰম্ভ কৰিবলৈ লৈছিলো। বদনে মোক লিখিবলৈ নালাগে বুলি কৈ নিজৰ ডিজিটেল কেমেৰাত ফটো তুলি লৈ গোটেই দীঘলীয়া ৰেল ষ্টেচনৰ তালিকাখন মোক উলিয়াই দিলে লিখি।

মুৰ্কংচেলেক ৰেল ষ্টেচনৰ এইটো Deep Ghar। চাকি ঘৰ। এইটো Lump House। এঠাইত বেৰত লিখা আছে— 'চল-প্ৰৱঞ্চকৰ পৰা সাৱধান হওক।' তিনিটা ৰেলৰে লাইন আছে ৰেল ষ্টেচনটোৰ। তাৰে এটা suspended। কাষতে আছে এইটো তলা বন্ধ Goods office ঘৰ। আৰু এইটো মহিলাৰ জিৰণি কোঠা। সোঁফালে প্ৰথম শ্ৰেণীৰ জিৰণি কোঠা আৰু বিশ্ৰাম কোঠা।

টুপী পিন্ধা, চছমা পিন্ধা এখেত শত্ৰুঘ্ন ঠাকুৰ। বিহাৰৰ মজফৰপুৰত ঘৰ তেওঁৰ। ধেমাজি ৰে'ল ষ্টেশ্যনৰ ষ্টেশ্যন ছুপাৰিনটেণ্ডেণ্ট। তেওঁ আজি মুৰ্কংচেলেকলৈ আহিছে ৰে'লৰে মাটিৰ লাইচেঞ্চ ফীজৰ সংগৃহীত টকাবোৰ মুৰ্কংচেলেকত জমা দিবলৈ। কাৰ যে কি কি কাম থাকে! আৰু এখেত গিৰীশ বৰ্মন। চামতাৰ ওচৰৰ বেলশৰত ঘৰ। ৰে'লৰে পুলিচ ফ'ৰ্চৰ তেওঁ নিৰাপত্তাৰ দায়িত্বত আছে। এইজন এজন লেবাৰ চৰ্দাৰ। এইখন এখন ATLASৰ Platform weigher।

বিচিত্ৰ কাহিনী থাকে ৰে'ল ষ্টেশ্যনবোৰৰ। বিচিত্ৰ চৰিত্ৰ থাকে সেই কাহিনীবোৰৰ। শিলঘাটৰ ৰে'ল ষ্টেশ্যনটোৰো আছিল, শাওতলীৰ ৰে'ল ষ্টেশ্যনটোৰো আছিল। ৰে'ল ষ্টেশ্যনবোৰ মৰি গৈছে, কিন্তু কাহিনীবোৰ জীয়াই আছে এতিয়াও।

দুখন ৰে'ল চলে প্ৰতিদিনে মুৰ্কংচেলেকৰ পৰা বণ্ডিয়ালৈ। এখন পেছেঞ্জাৰ, আনখন এক্সপ্ৰেছ। UP 761 পেছেঞ্জাৰখন বণ্ডিয়াৰ পৰা আহি মুৰ্কংচেলেক পায়হি নিশা সাত বাজি পোন্ধৰ মিনিটত। আৰু পিছদিনা ৰাতিপুৱা সেইখন DN 762 অৰুণাচল এক্সপ্ৰেছখন বণ্ডিয়াৰ পৰা UP 5813 নামেৰে আহি মুৰ্কংচেলেক পায়হি দিনৰ এঘাৰ বাজি ত্ৰিশ মিনিটত। আৰু দুঘণ্টা পাছত, দিনৰ এক বাজি ত্ৰিশ মিনিটত DN 5814 নামেৰে বণ্ডিয়ালৈ বুলি মুৰ্কংচেলেক এৰে।

এই যে মোৰ সন্মুখৰ প্লেটফৰ্মৰ টিকট উইংগোৰ সন্মুখৰ বাৰাণ্ডাখনৰ চিমেণ্টৰে বনোৱা বেঞ্চবোৰত, মজিয়াত পাৰি থোৱা নিজৰ ট্ৰাংক-ছুটকেছৰ ওপৰত মানুহবোৰ বিভিন্ন ভংগিমাত শুই-বহি আছে, তেওঁলোক এই DIV 5814 ট্ৰেইনখনত উঠিব। ট্ৰেইনখন লাইনত থিয় হৈ আছে। ডেৰ বজাত এৰিব। মই বদনে বনাই দিয়া তালিকাখন চালো। সেই তালিকাত থকা ষ্টিমেন চাপৰিত নামিব কোনোবা, কোনোবা সোৱণশিৰিত, কোনোবা চিয়াজুলীত, কোনোবা হাৰমতীত। চাৰিশ একাৱন্ন কিলোমিটাৰ নিলগৰ বণ্ডিয়া ষ্টেশ্যনত এই শুই-বহি থকা মানুহবিলাকৰ কিমানকেইজন নামিব মই নাজানো।

লাইমেকুৰী, জোনাকাৰো, ডেকাপাম, দীপা, ডিমৌ, চিলাপথাৰ, আৰ্চিপথাৰ। ইমান ধুনীয়া ধুনীয়া নামবোৰ। মুৰ্কংচেলেক-বণ্ডিয়া ৰে'লপথত এসময়ত এইবোৰ কিছুমান ৰে'ল ষ্টেশ্যন আছিল। আজি নাই। শিলঘাট-শাওতলী নোহোৱা হোৱাৰ দৰে এইবোৰো এদিন নোহোৱা হৈ গ'ল। তাৰ বাবে প্ৰত্যেকৰে হয়তো আছে একোটা করুণ সোঁৱৰণি।

প্লেটফৰ্ম এৰি খৈ ওলাই আহিলো বাহিৰলৈ। বাহিৰত শিৱ মন্দিৰ এটা। প্ৰায়বোৰ ৰে'ল ষ্টেশ্যনৰ কাষত একোটা শিৱ মন্দিৰ দেখা যায়। ৰাতি ৰাতি তাত বিহাৰী মানুহবোৰে খোল-ঢোল-তাল লৈ দীঘলীয়া সুৰত সমবেত কণ্ঠত ভক্তিমূলক গীত গায়। ৰ'বলগীয়া কোনো ট্ৰেইন নথকা কোনো নিৰ্জন ৰাতি অকলশৰে ষ্টেশ্যনটোৱে সেই গীতবোৰ শুনি থাকে।

মুৰ্কংচেলেকৰ পিছৰ ৰে'ল ষ্টেশ্যনটো আছিল জোনাকাৰেং। বন্ধ হৈ গ'ল ষ্টেশ্যনটো। মানুহে নাম দিছে গাহৰি ষ্টেশ্যন। খাণ্ডত ভৰাই ভৰাই অনা গাহৰি পোৱালিবোৰ মানুহে ঠেলি-হেঁচি খাণ্ডেৰে সৈতে এই ষ্টেশ্যনটোৰ ট্ৰেইনবিলাকত তুলি দিছিল। এটা খাণ্ডত থাকে ত্ৰিশ-চল্লিশটামান গাহৰি। খাংবোৰ দূৰৈৰ বণ্ডাপাৰা, গোৰেশ্বৰলৈ যায়। তাৰ পৰা ভাগে

ভাগে আৰু দুবৈৰ কোনোবা কোনোবা ঠাইলৈ বেপাৰীবিলাকে লৈ যায়।

নৰেশ্বৰ মাহৰ জোনাই অঞ্চলৰ খেতিপথাৰ তাত এতিয়া 'নাইজাৰ' ফুলি আছে। হালধীয়া বৰণৰ। 'নাইজাৰ'ৰ অসমীয়া 'গুজিতিল'— বদনে ক'লে। মানুহে যেতিয়া বৰ্ণিছে গুজিতিলৰ। লগতে আমাৰ ঘৰুৱা তিলবিধো।

বিজয়পুৰৰ আশে-পাশে এইবোৰ Buclewheelৰ খেতি। আৰু মিচিং চাংঘৰ। মিচিংসকলৰ হেঁপাহৰ ঘৰ। চাংঘৰবিলাকৰ পৰা বেৰৰ জলঙাৰে ধোঁৱা কিছুমান ওলাই আছে। হাঁহ পুহিছে নেকি? টেকেলীবিলাকত পানী উতলাইছে নেকি? এবেলি মোৰ গাড়ীৰ পৰা নামি বাঁহৰ জলঙাৰ ফাঁকেৰে মিচিং বোৱাৰীৰ ধোঁৱা ওলোৱা সেই আখলখন চ'বলৈ মন গৈছে বৰ। বদনক ক'লো। বদনে ধুনীয়াকৈ হাঁহিলে এবাৰ।

সন্মুখৰ ফালৰ পৰা অহা পাব্লিক বাছ এখন পাৰ হৈ গ'ল আমাৰ গাড়ীৰ কাষেদি। বাছখনৰ কপালত লিখা আছে নামটো— APOLLO-II। বাঃ।

গছত এটাও ঔটেঙা নাই। কিন্তু বাটৰ দুয়োকাষে ঔটেঙা গছৰ কনানি। আৰু ঔটেঙা গছৰ পাতবোৰ কঁপিছে হালি-জালি প্ৰকৃতিৰ মুক্ত বতাহত। ইমান উন্মুক্ত পৃথিৱী, ইমান উন্মুক্ত প্ৰকৃতি সমতল অসমৰ বৰ কম ঠাইতহে মই দেখা পাইছো। তাহানি ধেমাজিত চাকৰি কৰি থকা দিনবোৰতো কৰিছিলো, আজিও কৰে— জোনাইৰ এই প্ৰাকৃতিক উন্মুক্ততাই মোক মোহাচ্ছন্ন কৰি ৰাখে। ইমান মোহময়, ইমান মোহময়!

এইখন ডিখাৰী নদীৰ পকী দলং। সৌহাতে নদীৰ ওপৰেদি ডিখাৰী নদীৰে কণালী বৰণৰ বে'লৰ দলং। ডেৰ বজাত মুৰ্কংচেলেক এৰি অৰুণাচল এক্সপ্ৰেছখন এই দলংখেদি আহি থাকিব।

সন্মুখেদি আৰু এখন পাব্লিক বাছ পাৰ হৈ গ'ল। কপাললৈ চালো— ঐয়াও। বাছখনৰ নাম। ইমান ধুনীয়া। ঐয়াও মানে কি বাৰু? বদনে নাজানে। কিন্তু মই গুণগুণাই থাকিলো— ঐয়াও, ঐয়াও।

এইখন ডেকা নদীৰ দলং। পাৰ হৈ আহিলো।

ডিখাৰী, ডেকা— এই নামবোৰ কালি মই থাকি অহা জোনাইৰ ধুনীয়া চাৰ্কিট হাউচটোৰ দুটা কোঠাৰ নাম।

এইখন ঠাইৰ নাম তেলাম। কালি গধূলি মই তেলামৰ গাঁও পঞ্চায়ত পৰ্যায়ৰ সমবায় সমিতিখনৰ সচিব সুনীতা দলেই মোক অফিচৰ কামত জোনাইৰ চাৰ্কিট হাউচত লগ কৰিবলৈ আহিছিল। ইয়াৰ আগলৈকে মই অসমৰ কোনোবা ঠাইৰ এনেকুৱা সমবায় সমিতিৰ সচিবৰ দায়িত্বত কোনোবা মহিলাই কাৰ্যনিৰ্বাহ কৰি আছে বুলি নাজানিছিলো। ইমান ভিতৰুৱা ঠাই এখনত ইমান দুৰ্যোগৰ মাজতো সুনীতা দলেই এই দায়িত্ব পালন কৰি থকা কথাটোত মই গৌৰৱবোধ কৰিলো। মোৰ পূৰ্বৰ চিনাকি এই তেলাম ঠাইখনৰ প্ৰতি হঠাতে মোৰ মমতা উপচি উঠিল।

তেলামত সুনীতা দলেৰ কাৰ্যালয়ত সোমালো। মিচিং মহিলা। প্ৰথমেই মই তেওঁক সুধিলো— 'ঐয়াও' মানে কি?

নুমলীয়া— সুনীতা দলেই ক'লে।

সুনীতা দলেই মোক আৰু কৈছিল, তেলাম হেনো আদি বিলাকে দিয়া নাম। 'তে' মানে হাতী, আৰু 'লাম' মানে বাট। হাতীয়ে বনোৱা বাট আছিল বোলে তেলামত। সুনীতা দলেইতৰ সমবায়খনত হেনো এতিয়াও কিছুমান আদি মানুহ অংশীদাৰ হৈ আছে। তেলাম ৰে'ল ষ্টেশ্যনৰ ওচৰে-পাঁজৰে ঢেৰ আদি মানুহ আছে বোলে।

এইটো তেলাম ৰে'ল ষ্টেশান। মানুহ কিছুমান প্লেটফৰ্মৰ পকী বেঞ্চত বহি আছে DN 5814 ট্ৰেইনখনত উঠিবলৈ। এখেত মিচিং ডেকা কিৰণ কুম্বাং। ষ্টেশ্যন ছুপাৰিন্‌টেণ্ডেণ্ট। লাহী দেহাৰ ডেকাজনক দেখি মোৰ হঠাতে ভাল লাগি গ'ল— এইবিলাক পদবীত মিচিং ডেকা ল'ৰাই চাকৰি কৰি আছে বুলি নাজানিছিলো বাবে চাগে'।

প্ৰকাণ্ড বৰগছ এজোপা ৰে'ল লাইনৰ কাষত। ষ্টেশ্যনৰ বাহিৰত বহু বৰগছ আছে। মই পিটপিটাই চালো— দেখা নাপালো চাকি ঘৰ ষ্টেশ্যনটোত।

চহৰ জোনাইৰ পৰা চহৰ ধেমাজিলৈ এই ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথৰ এশ কিলোমিটাৰ পথৰ এই অংশটোত বাটৰ কাষত কেৱল বগৰী গছ। আৰু কিছুদিনৰ পাছত সৰু সৰু বগৰী ফুলবোৰ ফুলিব। বাটৰে বগৰী পকি সৰিব ...। আজি এই বগৰী গছবোৰ আবৰি আছে মাথোঁ পাতল হালধীয়া বৰণৰ মিহি মিহি আকাশীলতাই। সূতা সূতা লগা আকাশীলতাবোৰে মোৰ মনটোকে মেৰিয়াই ধৰিলে যেন।

এইখন চিমেন চাপৰি। বাটৰ কাষৰ সৌহাতৰ উপ-পথটোৰে আমি সোমাই গ'লো। ৰে'ল ষ্টেশ্যনটোত প্লেটফৰ্ম নাই। এটা কোঠা সম্পূৰ্ণ বন্ধ। আনটো কোঠাৰ টিনৰ চালিখন নাই। কোনো মানুহ-দুনুহ নাই। বন্ধ হৈ গ'ল নেকি ষ্টেশ্যনটো? চালি থকা কোঠাটোৰ বেৰত এখন কাগজতে লিখা থকা কথাখিনি মই পঢ়ি গ'লো লাহে লাহে—

গোহাৰি

শ্ৰদ্ধেয় যাত্ৰীসকল,

চিমেন চাপৰি ৰে'লৰে হল্ট ষ্টেশ্যনত যাত্ৰীসকলে টিকট নকটাৰ কাৰণে ৰে'ল কৰ্তৃপক্ষই এই হল্ট ষ্টেশ্যনটো পুনৰ বন্ধ কৰিবলৈ লৈছে। সেয়েহে চিমেন চাপৰি ষ্টেশ্যনৰ টিকট কাউণ্টাৰৰ পৰা টিকট সংগ্ৰহ কৰি আপোনাৰ গন্তব্যস্থানলৈ যাত্ৰা কৰক আৰু তলৰ নীতি আৰু নিৰ্দেশনাৱলী মানি চলিবলৈ যত্নবান হওক।

নীতি-নিৰ্দেশনাসমূহ—

(১) যাত্ৰীসকলে বুকিং কাউণ্টাৰৰ পৰা টিকট সংগ্ৰহ কৰি চিমেন চাপৰি হল্ট ষ্টেশ্যনটো বন্ধ হোৱাৰ পৰা ৰক্ষা কৰক।

(২) সকলো যাত্ৰীয়ে নিজৰ টিকট সংগ্ৰহ কৰি নিজৰ যাত্ৰা সুৰক্ষিত কৰক।

(৩) আপুনি নিশ্চয় এজন সচেতন ব্যক্তি। গতিকে আপুনি

টিকট নোলোৱাকৈ কেতিয়াও যাত্ৰা নকৰে।

(৪) ৰে'লযাত্ৰী হিচাপে ৰে'ল বিভাগৰ পৰা পাব লগা সুবিধাৰ প্ৰতি সজাগ হওক।

(৫) ৰে'লৰে সম্পদক নিজৰ বুলি ভাবক।

— ধন্যবাদ

প্ৰচাৰক

চেম্বাৰছ অৱ কমাৰ্চ, চিমেন চাপৰি

সভাপতি — শ্ৰী জয়মল বসুমতাৰী

সম্পাদক — শ্ৰী তৰুণ গগৈ

অবাক নয়নেৰে মই এই কাগজখিলাৰ প্ৰতিটো আখৰ পঢ়ি পঢ়ি গ'লো। যেন কোনো এক প্ৰাচীন ঐতিহ্যপূৰ্ণ কীৰ্তিস্তম্ভৰ শিলালিপি কিছুমানহে পঢ়ি পঢ়ি গৈছোঁ। চাকৰি পালত বহু ঠাইত চেম্বাৰছ অৱ কমাৰ্চৰ সভাপতি-সম্পাদকৰ সৈতে মিটিং কৰিছোঁ। অত্যাৱশ্যকীয় খাদ্য-সামগ্ৰীৰ দাম বৃদ্ধিৰ সময়ত, তেনে খাদ্য-সামগ্ৰী মজুত ৰখা সন্দৰ্ভত, বা বানপানীৰ সময়ত কোনো এক বন্যা আক্ৰান্ত শিবিৰত চেম্বাৰছ অৱ কমাৰ্চক এসাঁজ বিনামূলীয়া আহাৰ যোগান ধৰিবলৈ অনুৰোধ জনাইছোঁ। ইমান দিনলৈকে মোৰ ধ্যান-ধাৰণা আছিল চেম্বাৰছ অৱ কমাৰ্চৰ কাম-কাজ এইবোৰহে। ভাৰতত ৰে'ল ষ্টেচন এটাত এনেকুৱা এখন গোহাৰি বেৰত লগাই থ'বলৈ চিমেন চাপৰি চেম্বাৰছ অৱ কমাৰ্চক কোনে প্ৰেৰণা যোগালে? মই ভাবি উলিয়াব নোৱাৰিলো। ৰে'ল ষ্টেচনটো বন্ধ হৈ গ'লে চেম্বাৰছ অৱ কমাৰ্চৰ ব্যৱসায়-বাণিজ্যত ব্যাঘাত জন্মিব, সেই আশংকাতে নে চিমেন চাপৰি অঞ্চলত এনেকুৱা এখন গোহাৰি লিখিবলৈ আন কোনো সংগঠন নাই বাবে শ্ৰী বসুমতাৰী আৰু শ্ৰী গগৈয়ে এই কামটো কৰিলে? গোহাৰিখনৰ প্ৰতিটো আখৰলৈ চাই চাই মই মোৰ অপৰিচিত এই বসুমতাৰী-গগৈক মোৰ হৃদয়ৰ পৰা জনালো অজস্ৰ ধন্যবাদ।

ৰে'ল ষ্টেচনৰ কাষৰ এখন সৰু দোকানৰ দোকানী এজনক শ্ৰী নবীন বাজখোৱা। তেওঁক সুধিলো, এই ষ্টেচনটোত কিবা ৰে'ল ৰয়নে? বাজখোৱাই ক'লে মোক এক আশ্চৰ্যপূৰ্ণ কাহিনী— উত্তৰ লখিমপুৰ ৰে'ল ষ্টেচনৰ পৰা এজন ৰে'ল কৰ্মচাৰী আহে 761 UP Passenger ৰে'লখনত; আৰু তেওঁ মুৰ্কংচেলেকলৈ যাবলগীয়া এই ৰে'লখনৰ এই চিমেন চাপৰি ষ্টেচনটোত সন্ধ্যা সাতমান বজাত নামি দিয়ে। ৰাতি মানুহজন শ্ৰী বাজখোৱাৰ ঘৰত ভাড়া থাকে। পিছদিনা পুৱা এইখন ট্ৰেইনেই 762 DN Passenger নাম লৈ মুৰ্কংচেলেক পুৱা পাঁচ বজাত এৰি চিমেন চাপৰি ষ্টেচনত ৰয়হি। নাৰ্ভনিমুৱা কোনো যাত্ৰী যদি চিমেন চাপৰি ষ্টেচনত ৰৈ থাকেহি, এই বাজখোৱাৰ ভাড়াঘৰৰ একৰাতিৰ অতিথি মানুহজনে তেওঁলোকক ষ্টেচনৰ বাৰাণ্ডাতে থিয় হৈ টিকট দিয়ে আৰু নিজেও সেইসকলৰ সৈতে ৰে'লত উঠি দিয়ে উত্তৰ লখিমপুৰলৈ বুলি। মানুহজনে হয়তো যাত্ৰীবোৰক লগত ৰে'ল ষ্টেচনতো আৰু ৰে'লতো বহুত কথা পাতি পাতি গৈ থাকে। হঠাতে মোৰ খেয়াল

হ'ল, মেয়ো যদি এদিন পুৱা এই ৰে'ল ষ্টেশ্যনটোত বৈ থাকিলোহেঁতেন চিচিবৰগাঁও, চিলনীবাৰী, তাঁতীবাহাৰ, নিজ বৰগাং— কোনোবা এক ষ্টেশ্যনলৈ যাবলৈ, এই মানুহজনে মোকো টিকট এটা দিলেহেঁতেন। মই বৰ্মীন ৰাজখোৱাক তেওঁৰ ভাড়াঘৰত ৰাতিটো থাকিবলৈ অহা এই মানুহজনৰ নামটো জানিবৰ কাৰণে ইমানকৈ সুধিলো, নক'লে। হয়তো ভয়তে! মোক ক'ৰবাৰ ইনকুৱেৰী অফিচাৰ বুলি ভাবিলে চাগে'!

চিমেন নৈৰ ওপৰত এইখন চিমেন ব্ৰীজ। সিফালে, সোঁফালে অৰুণাচলৰ নীলা পাহাৰ। সেই পাহাৰৰ পৰা বৈ আহিছে এইখনি মোৰ হৃদয় নদী— চিমেন নদী। সময়ে সময়ে গতিপথ সলনি কৰি এই নদীয়ে বৰুৱাপাম, নাহৰবাৰী, শিলিখাগুৰি, ৰংপুৰীয়া, লম্বা চাপৰি, উলুৱনি, চেঙাজান আদি গাঁওবোৰ বাঢ়নি পানীৰে বুৰাই পেলায়। ধেমাজিত চাকৰি কৰি থকা কালছোৱাত বহু ৰাতি, বহু পুৱা, বহু দুপৰীয়া অপৰূপ মায়াময় সৌন্দৰ্যৰ এই চিমেন নদীয়ে মোৰ মনৰ বিস্তীৰ্ণ চাপৰি বুৰাই দি মোক প্লাবিত কৰি ৰাখিছিল— এই নদীৰ প্ৰতি সেই অনুভৱ মোৰ আকণ্ঠজুৰি আছে।

চিমেন নদীৰ এই দলংখন BRIDGE No 376। কাষত হালধীয়াত ক'লা ৰঙেৰে ৰেক্টেংগুলাৰ আকৃতিৰ ছাইনবৰ্ড এখনত লিখা আছে Span- 7x45.72 m., well foundation। এই দলংখনৰ ওপৰেদি গাড়ী-মটৰ-চাইকেল আৰু পদাতিক চলে আৰু পাতি থোৱা ৰে'ল লাইনটোৰে ৰে'লো চলে।

অসমত এনেকুৱা আৰু এখন দলং আছে। হাইলাকান্দি জিলাৰ কাটাখাল নদীৰ ওপৰত। এনে দুয়োখন, ধেমাজি আৰু হাইলাকান্দি জিলাত উপায়ুক্ত থকা কালত বহুবাৰ দলং দুখনৰ ওপৰেদি ৰে'ল চলি থকা বাবে উপায়ুক্তৰ গাড়ী দলঙৰ মূৰত বৈ বৈ ৰে'লখন পাৰ হৈ যোৱা চাই চাই আহৰণ কৰা সুমিষ্ট অভিজ্ঞতাবোৰ মই এতিয়াও বুকুত সযতনে সাবটি থৈছোঁ।

চিমেন নদীৰ দলঙৰ সিটো মূৰ পালো। সোঁফালে সৌবোৰ চিমেণ্ট আৰু বালিৰ বস্তা। সেই ঠাইত আগতে পুলিচৰ চিপাহী কিছুমান আছিল। দলংখন পহৰা দিয়াৰ দায়িত্বত তেওঁলোক মকৰল আছিল। বহু ৰাতি সেই দলঙৰ পহৰা দি থকা দেখিছিলো। আকাশত জোন আৰু সেই জোনৰ প্ৰতিবিম্ব নদীৰ পানীত। তেনেকুৱা বহুতো মায়াময় ক্ষণত এই চিপাহীবোৰক মোৰ একোজন প্ৰেমিক প্ৰেমিক যেন লাগিছিল— স্বপ্ন অলসতাত গোটেই ৰাতি যেন তেওঁলোকে এই নদীখনৰ সৈতে কথা পাতি আছে, নদীত পৰা জোনাকবোৰে সেই কথাবোৰ যেন শুনি আছে।

আজি সেই চিপাহীৰ ঘৰবোৰ নাই। তাত পৰি আছে বালি আৰু চিমেণ্টৰ বস্তা। মই চাই থাকিলো সেইফালে আলফুলে। যোৱা দুদিন এইফালে আৱতৰীয়া বৰষুণ এজাক আহিছিল। বৰষুণজাকে পথাৰৰ পকা ধান বহুখিনি মাটিত বগৰাই বগৰাই থৈ গৈছিল।

আচলতে ডিমৌ ৰে'ল ষ্টেশ্যনটো বন্ধ হৈ গৈছে। কিন্তু তাৰ ভগ্নাৱশেষকণো যে নাথাকিব, সেই কথা মই কল্পনাও কৰিব পৰা নাছিলো। সক পোষ্ট এটাত ইংৰাজীতে চাৰিশ তিনি সংখ্যাটো লিখা আছে। সিমুৰুৰ ৰঙিয়াৰ ষ্টেশ্যনৰ পৰা এই ঠাইলৈ চাৰিশ তিনি কিলোমিটাৰ আছিল দূৰত্ব।

এইখন ডিমৌ নৈ। সিপাৰত লোহাৰ কপালী বঙৰ ৰে'লৰ দলং। কাষে কাষে ধাননি পথাৰ। পথাৰৰ মাজে মাজে ইলেক্ট্ৰিক লাইটৰ খুঁটা আৰু লাইন। লাইটৰ লাইনত পথাৰৰ নৰাবোৰ মানুহে দলিয়াই দলিয়াই থৈছে। কিয় বা!

আঠি পথাৰ পাৰ হোৱাৰ পাছত এইখন সুঁতি নদীৰ দলং। দলঙৰ তল আৰু পানীৰ মাজত একুটমানৰহে ব্যৱধান। মই নাজানো এনেকুৱা অদ্ভুত ব্যৱস্থাৰ নদী আৰু দলং আৰু ক'ত আছে। বাৰিষাৰ প্ৰথমজাক বৰষুণ যিদিনা হয় সেইদিনা জিলা প্ৰশাসনৰ প্ৰথম চিন্তা হয় এই সুঁতিত পানী উঠিছে নেকি। ধেমাজি চহৰক জোনাইৰ সৈতে সততে বিচ্ছিন্ন কৰি ৰাখে বাৰিষাৰ এই সুঁতিয়ে। মানুহে কয় জলকীয়া সুঁতি।

চিলাপথাৰ নগৰৰ মাজেৰে আগবাঢ়িলো চিলাপথাৰ ৰে'ল ষ্টেশনটো চাওঁ বুলি। এই ব্যৱসায়কেন্দ্ৰিক নগৰখনৰ মাজেৰে গ'লে মোৰ আৰু এখন নগৰলৈ মনত পৰে। সেইখন বৰপেটাৰোড। দুয়োৰে পাৰ্থক্য আছে, কিন্তু চৰিত্ৰ আৰু আকৃতি একে।

অবধাৰিত এই যাত্ৰা। এটা এটাকৈ পাৰ হয় ৰে'ল ষ্টেশনবোৰ মোৰ মনৰ দীঘলীয়া সমান্তৰাল দুডাল ৰে'ল লাইনৰ ওপৰেৰে। কত কি কাহিনী কৈ যায় ৰে'ল লাইনৰ কাষৰ প্ৰতিডাল তৃণ-তৰুৱে। সেই যে চিলাপথাৰ ৰে'ল ষ্টেশনৰ বাহিৰত দেখিলো অৰুণাচলৰ এখন ভান গাড়ী আহি ৰৈ আছে, মুৰ্কংচেলেকৰ পৰা আহি পাকলগীয়া ডাউন অৰুণাচল এক্সপ্ৰেছখনৰ পৰা গোছৰ চিলিঙৰবিলাক নমাই ভানখনত উঠাই লিকাবালীৰ ফালে লৈ যাব, তেনেকৈ ধেমাজি ৰে'ল ষ্টেশনত দেখিছিলো নীলাত বগা বৰ্ণেৰে লিখা ছাইনবৰ্ডখনত হিন্দী, ইংৰাজী আৰু অসমীয়া ভাষাত লিখা কম্পিউটাৰীকৃত আৰক্ষণ কেন্দ্ৰৰ কথা। ধেমাজি ৰে'ল ষ্টেশনৰে কেৰত লিখা আছে-- Next Date of Welfare Inspector's-- Date-- । তাৰিখ নাই। কেতিয়া আহিব বেলফেয়াৰ ইন্সপেক্টৰ? যাবনে তেওঁ চিমেন চাপৰিৰ বৰ্তমান বাজখোৱাৰ ঘৰত বাতি ভাড়া থকা সেই ৰে'ল কৰ্মীজনৰ আৰু চালি নোহোৱা ৰে'ল ষ্টেশনটোৰ ইন্সপেকশ্যন কৰিবলৈ? মই নাজানো।

চমৰাজানৰ কাঠৰ দলংখনেদি পাৰ হ'লো। সোঁফালে সিপাৰত লোহাৰ দলংখন। ৰে'ল লাইনৰ কিনাৰত বস্তাৰ পিট্‌চিং কৰা আছে। মাজত ওখাল চমৰাজান। নৰেশৰ মাহৰ চমৰাজান। চমৰাজানৰ বুকুৰ পৰা বালি উঠাই উঠাই মানুহ কিছুমানে ট্ৰাকত ভৰাইছে। ৰে'ল লাইনৰ সিপাৰে অৰুণাচলৰ নীলা পাহাৰ। মই ধেমাজিত থকা বছৰ অৰুণাচলৰ এই পাহাৰবোৰেদি বাগৰি বাগৰি অহা বৰষুণৰ পানীয়ে উটুৱাই লৈ গৈছিল ৰে'ল লাইনৰ এডোখৰ। চাৰি মাহৰো অধিক কাল ৰঙিয়া-মুৰ্কংচেলেকৰ মাজত চলা এই ৰে'ল পথৰ চলাচল বন্ধ হৈ আছিল। বন্ধ হৈ আছিল সেই ৰে'ল পথৰে কঢ়িয়াই অনা বহু কাহিনীও।

এয়া বৰকলনি। মুকলি পথাৰ আৰু নিচিনিৰে ভৰা। মই গাড়ীৰ খিৰিকীৰে চাই থাকিলো— ক'বৰাৰ পৰা উৰি উৰি আহে একোজাক বগলী— অৰ্পিত চৰি দুখন একো একোটা মইক খেৰি-আগুৰি বহু বাৰ্তামান বগলী আহি মলনিতে পৰেহি। বৰকলনিৰ এই বগলী বগলী খেল মই একান্ত মনে উপভোগ কৰি আহি থাকিলো বাটচোৰা।

১৯৭৭ চনত প্ৰথম যেতিয়া সোৱণশিৰি নদী দেখিছিলো চাউলধোৱা ঘাটত উজান

লখিমপুৰলৈ চাকৰি কৰিবলৈ আহি, অপৰূপা মোহময়ী এই সোৱণশিৰিয়ে মোক সেই তেতিয়াই মোহাচ্ছন্ন কৰি থৈছিল— সেই তেতিয়াই! সোৱণশিৰিৰ সেই মায়াময় ৰূপত মই আজিও আপ্লুত, আজিও আপ্লুত। পঞ্চাশৰ ভূমিকম্পৰ সময়ত আজিৰ মই থিয় হৈ থকা এই সোৱণশিৰি দলংডৰ তলত আতংকিত নদীধাৰাৰ নিঃশ্চিহ্ন হৈ গৈছিল বিস্তীৰ্ণ অঞ্চলজুৰি ঘন বসতিৰ গাঁও কিছুমান। কুঁৱা এটা থাকি গৈছিল সেই গাঁওবিলাকৰ সাক্ষী হিচাপে এই দলংডৰ তলত। কিমান চাগে' ইতিহাস পোত খাই গৈছিল এই কুঁৱাটোৰ গভীৰতাত! গাড়ীৰ পৰা নামি মই দলংডৰ তলৰ কুঁৱাটো চাবলৈ ধৰিলো। নাই। কুঁৱাটো নাই! ক'লৈ গ'ল? কি হ'ল? হৃদয় বিদাৰি উঠিল মোৰ কুঁৱাটো নেদেখি।

ধেমাজিত থকা সময়ৰ কথা। ২০০১ চনৰ ডিচেম্বৰ মাহৰ এদিন গোগামুখত নেচনেল হাইড্ৰ'ইলেক্ট্ৰিক কৰ্প'ৰেশ্যনৰ মেচিন নাও এখনত মই সোৱণশিৰিয়েদি অৰুণাচলৰ ফালে উজাই উজাই গৈ আছিলো। নদীৰ দুয়োপাৰে অৰুণাচলৰ ওখ ওখ সেউজীয়া পাহাৰ। ইমান ধুনীয়া, ইমান ধুনীয়া। অবাক বিস্ময়ত মই থৰ হৈ আছিলো— ইমান সুন্দৰ এই নদী, এই পাহাৰ। গোগামুখত সোৱণশিৰিৰ এই মোহনীয়তাকে সাৰথি কৰি সেইটো বছৰত শ্ৰীমন্ত শংকৰদেৱ থিয়েটাৰে সোৱণশিৰিৰ পটভূমিত ৰচনা কৰিছিল ভ্ৰাম্যমাণৰ নাটক 'আনাকোণ্ডা'। 'আনাকোণ্ডা' মই গোগামুখৰ পেণ্ডেলতে এৰাতি চাইছিলো। অসমত আনাকোণ্ডা সোৱণশিৰিৰ বাহিৰে আন কোনো নদীত কল্পনাও কৰিব নোৱাৰি— নাটকখন চাই সেই ৰাতি মোৰ সেই অনুভৱেই হৈছিল। পাঁচ বছৰৰ আগৰ কথা সেইবোৰ।

আৰু আজি ২০০৬ চনৰ নৱেম্বৰ মাহৰ আঠাইশ তাৰিখ। গধূলি চাৰি বাজি পঞ্চাশ মিনিট। এইটো গোগামুখ ৰে'ল ষ্টেশ্যন। কাৰেণ্ট নাই। টিকট উইণ্ডোৰ ভিতৰৰ পৰা টিকট দিয়া মানুহজনে খিৰিকীৰ মুখত প্লেটফৰ্মত বৈ থকা যাত্ৰীসকলক মমৰ পোহৰত টিকট দি আছে। কোনখন ট্ৰেইনৰ? মানুহজনলৈ হঠাৎ মোৰ মমতা জাগিল। মমৰ পোহৰত কাম কৰি থকা বাবেই হয়তো। ষ্টেশ্যনৰ দেৱালত বাহিৰৰ ফালে 'থিয়েটাৰ কাজিৰঙা'ৰ পোষ্টাৰ এখন লগোৱা আছে। কাষত ডাঙৰকৈ আঁহত গছ এজোপা।

আন্ধাৰ হ'ল। ঘোৰ আন্ধাৰ। পাঁচ বাজি পোন্ধৰ মিনিট গৈছে। লুংলুঙীয়া চাহ বাগানৰ বাট এটাৰে আমাৰ গাড়ী আগবাঢ়িছে সোৱণশিৰি ৰে'ল ষ্টেশ্যনলৈ বুলি। এইটো বাটেৰে এই সন্ধিয়া ৰে'ল ষ্টেশ্যন বিচাৰি আহি মই অন্তৰত অনুভৱ কৰিছো অনুপম মাধুৰ্য। বন্ধ ৰে'ল ষ্টেশ্যন। ষ্টেশ্যনটোৰ বাৰাণ্ডাত আছে তিনিখন ভঙা লোহাৰ বেঞ্চ। হাতৰ টৰ্চটো জ্বলাই বিচাৰি ফুৰিলো 'চাকি ঘৰ'। আছে। উদং নিস্পৃহ অন্ধকাৰ এক ৰে'ল ষ্টেশ্যন। হয়তো কোনোবা খোজনীয়া বা পগলা মানুহৰ ৰাতিৰ আশ্ৰয়স্থল হয় এই অন্ধকাৰ ৰে'ল ষ্টেশ্যনৰ বাৰাণ্ডা, ভঙা লোহাৰ বেঞ্চ। ষ্টেশ্যনৰ কাষতেই এখন সৰু গেলামালৰ দোকান। টিমিক-টামাককৈ লেম্প এটা জ্বলি আছে। দোকানীজনে ভুমুকিয়াই চাইছে, ক'ৰ এজন মানুহ গাড়ী এখনৰ পৰা নামিল, টৰ্চ এটা জ্বলালে, কিৰাকিৰি চালে!

পিছদিনা পুৱা। আকৌ এটা লুংলুঙীয়া বাটেৰে, গাড়ীখন ক'ৰবাতে ৰখাই আধা কিলোমিটাৰমান খোজ কাঢ়ি কাঢ়ি মই লীলাবাৰী ৰে'ল ষ্টেশ্যন বিচাৰি আহিলো। পাৰ হৈ

অহা প্ৰতিটো ৰে'ল ষ্টেচনৰ দৰে ইয়াতো দেখা পালো এজোপা প্ৰকাণ্ড আঁহত গছ। ৰে'ল ষ্টেচনটো এটা বন্ধা টিনৰ ঘৰ। গুডাম ঘৰৰ নিচিনা। দুৱাৰ-খিৰিকীৰ গ্লাছবোৰ ভঙা। ভঙা গ্লাছৰ খিৰিকীৰে ভিতৰলৈ চালো। ভিতৰত কাঠৰ টেবুল-কাগজপত্ৰ থকাকৈ অ'ই পৰি আছে। কোনো নাই। মই উচপ খাই উঠিলো। এনেকুৱা এক পৰিত্যক্ত ৰূপকে মই দেখিছিলো এদিন বন্ধ হৈ যোৱা শিলঘাট ৰে'ল ষ্টেচনটোত। দীঘল ৰে'ললাইন দুডালৰ মাজে মাজে মানুহ এজন গৈ আছিল। সোধোঁতে ক'লে, বাঁওফালৰ পৰা পেছেঞ্জাৰ ট্ৰেইনখন আহে দুপৰীয়া চাবে বাৰমান বজাত আৰু তাৰ এঘণ্টামান আগতে আহে মুকংচেলেকৰ পৰা পেছেঞ্জাৰ ট্ৰেইনখন চাবে এঘাৰমান বজাত। ইয়াতে ৰয়। মানুহ উঠে। যাত্ৰীবোৰে বাটত বোলে টিকট লয় গাৰ্ডৰ পৰা। তথাপি ৰে'ল চলে— বন্ধ ষ্টেচনৰ বুকুৰেও ৰে'ল চলে— মোৰ বুকুৰেও ৰে'ল চলে— তাৰ উকি শুনিবলৈকেতো ৰে'লবোৰ বিচাৰি ফুৰিছো প্ৰতিটো ষ্টেচনতে— এনেকৈ।

বাছবোৰ চলি আছে সন্মুখেদি— কমলাপতি, অনামিকা, মা পাৰ্বতী, কৃষ্ণ, ৰেচম, পখিলা, বিজয়া, শান্তনু, অৰ্কিড।

বিশ কিলোমিটাৰ আছে নাৰায়ণপুৰলৈ। ডিক্ৰং নদীৰ দলং পাৰ হ'লো। উত্তৰ লখিমপুৰত চাকৰি কৰোঁতে এবাৰ এখন দুৰ্গা পূজা মোৰ পাৰ হৈছিল হাৰমতীৰ এই ডিক্ৰং নদীৰ দলঙৰ ওপৰত ল এণ্ড অৰ্ডাৰৰ ডিউটি কৰিবলৈ আহি। চাৰি দিন। সেই চাৰি দিন দলঙৰ ওপৰত বৈ বৈ মই চাই আছিলো তলৰ শিলৰ দলঙেদি বৈ যোৱা নদী আৰু সৌফালে মনোমোহা অৰুণাচলৰ অপৰূপ শোভাৰ নীলা পাহাৰবোৰ।

অৰুণাচল প্ৰদেশৰ মুখ্যমন্ত্ৰী গেগং আপাঙে হাৰমতীৰ এই বি-মডেলৰ ৰে'ল ষ্টেচন বিল্ডিংটো উদ্বোধন কৰিছিল ০৫ ০৫ ৮২ তাৰিখে। ষ্টেচন বিল্ডিংটোৰ বেৰত লিখি থোৱা আছে সেই কথা। আৰু লিখা আছে— 'ইটানগৰ যাবলৈ ইয়াত নামিব।' তিনিখন চাহৰ দোকান, খোৱাপানীৰ ঘৰ আৰু 'চাৰি কোঠা'ৰ প্লেটফৰ্ম এইটো। সন্মুখত তিনিগোৰ ৰে'ল লাইন। মোৰ ঘড়ীত এক বাজি একত্ৰিশ মিনিট গৈছে। প্লেটফৰ্মত লোহাৰ ঘণ্টা বাজিছে। ৰে'ল আহিব। ৭৬২ ডাউন পেছেঞ্জাৰ। ৰাইট টাইম এক বাজি দহ মিনিট। কিছুমান মানুহ ইয়াতে নামিব— ইটানগৰলৈ যাব। কিছুমান ধলপুৰ, গহপুৰ...।

জিত, হৰিহৰ, পাপৰি, মৃন্ময়, দৃষ্টিনন্দন, বসুমতী, ক্ৰেটিক, কানাই, কাঞ্চনজংঘা, মা ভাৰতী। এইবোৰ বাছৰ নাম। পাৰ হৈ হৈ গৈ আছে এখন এখনকৈ।

ধলপুৰ পুলিচ আউট পোষ্টৰ সন্মুখৰ ৫২ নং ৰাষ্ট্ৰীয় ঘাটিপথেদি আমাৰ গাড়ী আগবাঢ়িছে। কিমান বছৰৰ আগতে কিমানবাৰ যে আহিছিলো এই আউট পোষ্টটোলৈ! এবাৰ বন্দুকৰ লাইচেন্স ৰিনিউ কৰিবলৈকো আহিছিলো। দাস উপাধিৰ অফিচাৰ-ইনচাৰ্জ এজন আছিল তেতিয়া। ক'ত বা আছে তেওঁ এতিয়া! চিনাকি পুলিচ থানাবিলাকৰ সন্মুখেদি পাৰ হৈ গ'লে সদায়ে মোৰ সেই তেতিয়াৰ দিনতেই মন পাই অহা অনাৰ মানুহবিলাকৰ কথাবোৰ মনত পৰে। তেওঁলোকৰ বহুতৰে বহু কথা মোৰ আজিলৈ তেওঁলোকক সোধা নহ'ল বাবে হয়তো!

এযোৱা ৰে'ল লাইনৰ ষ্টেচন এইটো। টিপলিং। বন্ধ। দুই বাজো বাজো ঘড়ীত। মানুহ চাৰিজন বহি আছে ষ্টেচনত। এজোপা ৰবাব, এজোপা ঔটেঙা, কুঁৱা এটা, কাষলৈ তকোৱা

বাস্টি এটা। লীলাবাৰী ষ্টেশ্যনতো দেখাৰ দৰে ৰাষ্ট্ৰীয় পতাকা উত্তোলন কৰা ফ্লেগ পোষ্ট এটা। যাত্ৰীক টিকট দিবলৈকে মানুহ নাই ষ্টেশ্যনটোত— পতাকা কোনে তোলে? মানুহ চাৰিজনে ক'লে— 'ৰে'লত টিকট দিব।' দিবনে? হয়তো দিব, সেই বাবেই ক'লে। ডাউন ৭৬২ পেছেঞ্জাৰখন আহিব হাৰমতীৰ ফালৰ পৰা। তাতে উঠিব তেওঁলোক।

প্ৰদীপ ঘৰ। গহপুৰ ৰে'ল ষ্টেশ্যনটোৰ Lump Room টোৰ অসমীয়া নাম। কোনে অনুবাদ কৰিছিল ইমান ধুনীয়া ধুনীয়া নামটো অসমীয়াত? দীঘলকৈ বস্তা টিনৰ ঘৰ এটা। বৰগাছৰ ছাঁত। বেৰত লিখা থকা ইংৰাজী আখৰকেইটামান পঢ়ি চালো— Best safely device is a careful man। সুন্দৰ।

বেদেতী পাওঁতে দলং একনৰ ওপৰেদি আমাৰ গাড়ী চলিল। তলেদি ৰে'ল লাইন। বাওঁহাতে সুদূৰত ৰে'ল ষ্টেশ্যন এটাৰ বস্তা ঘৰটো। হেলেম।

ৰঘুপতি, মা কামাখ্যা, পবিত্ৰা, বৰ্ণালী, কমল নয়ন, মা কল্যাণী— বাছবোৰ পাৰ হৈ গৈ আছে। মাকৰ নামেৰে বাছৰ মালিকবোৰে নিজৰ বাছখনৰ নামটো ৰাখিলে মোৰ বৰ ভাল লাগে। দেউতাকৰ নামেৰে বৰ কমকৈ লিখা দেখা পাওঁ।

কালি গধূলি সৌৱণশিৰি ৰে'ল ষ্টেশ্যনটো বিচাৰি চাহ বাগানৰ লুংলুঙীয়া বাটটোৰে গৈ থকাৰ দৰে একেইধৰণৰ বাট এটাৰে নিজ বৰগাং ৰে'ল ষ্টেশ্যনটো বিচাৰি গৈ থাকিলো বৰগাং পুলিচ আউট পোষ্টৰ সন্মুখৰ বাটটোৰে।

নিৰ্জন নিজ বৰগাং ৰে'ল ষ্টেশ্যন। কিন্তু মই লগ পাই গ'লো এজন ডেকা মানুহ। ৰুকেশ ৰায়চৌধুৰী। ষ্টেশ্যন ছুপাৰিনটেণ্ডেণ্ট। ৰায়চৌধুৰীৰ ঘৰ বিশ্বনাথ চাৰিআলি নগৰত। দুটামান কথা-বতৰাৰ পাছতেই ৰুকেশ ৰায়চৌধুৰীয়ে মোক ক'লে— 'আমি বৰ নেগ্‌লেক্‌টেড'।

মই নুসুধিলো— 'কিয়?' কিন্তু মই অনুমান কৰিলো লগে লগে যে বিশ্বনাথ চাৰিআলিৰ নিচিনা এখন সুন্দৰ ঠাইৰ ল'ৰা হৈ চাকৰি কৰিবলৈ আহি, পুলিচ আউট পোষ্টৰ সন্মুখৰ লুংলুঙীয়া বাগানীয়া বাটেদি আহি আহি এই নিৰ্জন নিয়াত নিজ বৰগাং ৰে'ল ষ্টেশ্যনত থাকি চাকৰি কৰিবলগীয়া হোৱা বাবে ৰুকেশ ৰায়চৌধুৰীয়ে নিজকে নেগলেক্‌টেড অনুভৱ কৰিছে। হয়তো তেওঁৰ লগৰে কোনোবা কোনোবা নিউ বঙাইগাঁও, গুৱাহাটী, তিনিচুকীয়া, ডিব্ৰুগড় ৰে'ল ষ্টেশ্যনত চাকৰি কৰি আছে, সেইবাবেও চাকৰি কালত নিজকে নেগ্‌লেক্টেড বুলি অনুভৱ কৰা বহু মানুহ মই লগ পাইছোঁ। প্ৰথম চাকৰি মোৰো আছিল উত্তৰ লখিমপুৰত। মোৰ বেচ্‌ছৰ কিছুমানৰ তেতিয়া পোষ্টিং আছিল গুৱাহাটী, তেজপুৰ, যোৰহাট, নগাঁও, শিৱসাগৰত। মই কিন্তু তেতিয়া সমূলি নিজকে নেগ্‌লেক্টেড বুলি ভবা নাছিলো। বৰঞ্চ, উত্তৰ লখিমপুৰত চাকৰি কৰা সেই চাৰে ছটা বছৰ মোৰ জীৱনৰ পৰম সম্পদ বুলি মই আজিও শ্ৰদ্ধাৰে চহৰখনক সোঁৱৰো। উত্তৰ লখিমপুৰত চাকৰি কৰিবলৈ নোপোৱা হ'লে মই জীৱনত কি কি হেৰুৱালোহেঁতেন, সেয়া ভাবি মই মাজে মাজে আতংকিত হৈ থাকিছিলো।

ইমানবোৰ কথা মই ৰুকেশ ৰায়চৌধুৰীক নক'লো। বৰঞ্চ, মই তেওঁৰ মাজত আৰু নিৰ্জন নিজ বৰগাং ৰে'ল ষ্টেশ্যনটোত পৰি থকা, মণি-মুকুতাবিলাক উদ্ধাৰ কৰিবলৈ সচেষ্ট হৈ পৰিলো।

নিজ বৰগাং ৰে'ল ষ্টেশনত বৰুণ ৰায়চৌধুৰীৰ সৈতে চাকৰি কৰে চাৰিজন চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰীয়ে। তাৰে দুজন পইণ্টমেন 'এ' আৰু দুজন পইণ্টমেন 'বি'। এওঁলোকে ছাবি লৈ ৰে'লৰ লাইন চেট কৰে। ষ্টেশনটোত আছে এজন পটাৰ। যেওঁ ৰে'ল অহা যোৱাৰ ছিগনেল দিয়ে। বস্তিয়াৰ হেড অফিচৰ পৰা লক্ষী গোস্বামী, ৰবি সাহানী আদি পইণ্টমেনসকলক এটা এটা চেট ৰে'লৰে সেই বিখ্যাত সেউজীয়া-ৰঙা লেম্পকেন যোগান দিয়ে।

এইবাৰ ৰবি সাহানীয়ে আনি মোক লেম্পটো দেখুৱালে। সেই লেম্পটো একালে সাধাৰণ পোহৰৰ, একাল সেউজীয়া ৰঙৰ, একাল ৰঙা ৰঙৰ কুঁৱলীৰে আৱৰা নোঙোলা ৰাতি, গ্ৰীষ্মৰ প্ৰচণ্ড গৰমৰ সন্ধিয়া -- বিশাখাপট্টনমত, নিউ জলপাইগুৰিত, সাপেখাতীত, থিৰুঅনন্তপুৰমত, ঋষিকেশত ৰে'ল ষ্টেশনৰ প্লেটফৰ্মত ৰবি সাহানীৰ দৰে কোনোবা ৰাতিৰ ৰে'লৰ ডিউটিৰ পইণ্টমেনে আমাক দুচকীয়া ৰে'ল লাইনেৰে নিৰ্ভীক আৰু নিশ্চিত যাত্ৰাপথলৈ অগ্ৰসৰ হ'বলৈ সেউজ সংকেত দিয়ে এই সেউজীয়া লেম্পটোৰে বহু ৰাতি বহু ৰে'ল ষ্টেশনত দেখা পাই ৰঙা-সেউজীয়া লেম্প এটা হাতত লৈ নিৰ্বিকাৰ ভংগীত প্লেটফৰ্মত ঘূৰি ফুৰা হলৌ চোলা পিন্ধা সেই মানুহজন মোৰ সদায়েই অতীৰ অনুসন্ধিৎসুৰ উৎস আছিল। আজি তেওঁক নিজ বৰগাঁৱত লগ পাই গ'লো হঠাতে। হঠাতে মই দেখা পাই গ'লো সেই অনামী আকৰ্ষণৰ ৰঙা-সেউজীয়া লেম্পটো। ৰবি সাহানীৰ হাতৰ পৰা মই লেম্পটো নিজৰ হাতত আলফুলে তুলি ধৰিলো।

মই নুসুধিলো বৰুণ ৰায়চৌধুৰী, ৰবি সাহানী, ধীৰাজ কোনাৰ্জী, লক্ষী গোস্বামী কাকো --- ছুটী লৈ এমাহ-দুমাহৰ বাবে এইটো ৰে'ল ষ্টেশনতে উঠি ৰবি সাহানী যেতিয়া বিহাৰৰ মধুবাণীৰ ঘৰলৈ যায়--- ৰাতিৰ কোনোবা এজন ৰে'লত--- কোনে বাৰু জ্বলায় তেতিয়া সেই ৰঙা-সেউজীয়া লাইটটো মধুবাণীলৈ যাবলৈ ৰে'লখনক বাট দেখুৱায়?

মই বৰুণ ৰায়চৌধুৰীক এই বুলিও নক'লো, 'আপুনি যদি হাওৰা ষ্টেশনত, নিউ দিল্লী ৰে'ল ষ্টেশনত, মুম্বাই ভি টি ৰে'ল ষ্টেশনত চাকৰি কৰিলেহেঁতেন, মই আপোনাৰ ওচৰলৈ ৰঙা-সেউজীয়া লেম্পটো চাবলৈ নগ'লোহেঁতেন।'

কিন্তু এদিন এঠাইৰ পৰা মই বৰুণ ৰায়চৌধুৰীক এটা প্ৰশ্ন সুধিম--- মাথো এটা।

মই কাকোৱে কোৱা নাছিলো--- শৰদিন্দু ঠাকুৰক, কিৰণ কুমাৰ, সুনীতা দলে কাকো--- কিয় মই আঁহতগছৰ তলে তলে, নিৰ্জন পথাৰে পথাৰে, দুশুৰীয়া চাহ বাগানৰ বাটেৰে ৰে'ল ষ্টেশন কিছুমান বিচাৰি বিচাৰি ইমূৰ-সিমূৰ ঘূৰি ফুৰিছিলো।

চেম্বাৰছ অব কমাৰ্চৰ গোহাঁই, প্ৰদীপ দত্ত, জেপ পোদ্দাৰ, ৰাজি ভৰোৰা বাগ্চি--- কাকোৱে মই নোসোধো--- ৰে'ল ষ্টেশন এটাৰ মৃত্যু কোৱা তুমি দেখিছানে?

শিলঘাট-পাণ্ডুলীয়ে মোক কিদৰে কঁপাই লৈ গৈছে, মই আৰু নিখিতাৰো শিৱনাথ চাৰিআলি, নিজ চতিয়া, ধলাইবিল, ৰাজিপাথৰ, ৰঙাপাথৰ, ঢেঁকিয়াজুলি, মাজবাট, ৰৌতামাগান, ওদালগুৰি, টংলা, গোৰেশ্বৰ কোনো ৰে'ল ষ্টেশনে মোক আৰু তেনেকৈ নকঁপায় যেন। এই সকলোবোৰৰে চলনত পাতি থোৱা দুডাল সমান্তৰাল ৰে'ল লাইনেৰে মোৰ এই

ৰে'লখন চলি থাকক। চলি থাকক।

পুঠিমাৰী নদীৰ দলঙেদি পাৰ হৈ যাওক সেই ৰে'ল।

চাৰিশ একাৱন্ন কিলোমিটাৰ নিলগত ৰঙিয়া ৰে'ল ষ্টেশ্যনত মোৰ ৰে'লখন আহি ৰ'বহি। অসংৰক্ষিত টিকট প্ৰণালী, শৰাই অঁকা ছবি, মোবাইল চাৰ্জিং পইন্ট, গাড়ী কাৰ্যালয় কোঠা, অভিযোগ বহীৰ কোঠাৰ ভিৰৰ মাজত ৰঙিয়াৰ প্লেটফৰ্মত বৈ মই এজনলৈ টেলিফোন এটা কৰিম— 'ভালনে?'

মোৰ টেলিফোনটো পাই তেওঁৰ ওঁঠত বিৰিঙি উঠিব এক হাঁহি। মুকুতা-মণিৰে ভৰা হাঁহি। মই দেখা নাপাম।

তাৰ পাছত ক'ব— 'ভাল'।

বৰুণ ৰায়চৌধুৰীয়ে উত্তৰ দিব। মই শুনা পাম।

# ১৮। তামাৰ মাই

পুৱা ৭-২০ বজাত আমাৰ ফ্লাইটে বৰঝাৰ বিমান বন্দৰৰ পৰা চাবুৱাৰ মোহনবাৰী বিমান বন্দৰলৈ। ২৫ জানুৱাৰী, ২০০৮।

জাৰৰ দিন। জানুৱাৰী মাহৰ জাৰৰ দিন। আন্ধাৰতে উঠি আহিছোঁ বিমান বন্দৰলৈ বুলি। Deccan Flight DN 553। সৰু বিমান। ছিট নম্বৰো নাই। এনেকুৱা এখন সৰু বিমানতে গৈছিলো দিল্লীৰ বিমান বন্দৰৰ পৰা ডেৰাডুনলৈ, এবছৰৰ আগতে— ৩০ জানুৱাৰী, ২০০৭। তাতো ছিট নম্বৰ নাছিল। সেইবাৰ গৈছিলো উত্তৰাখণ্ড ৰাজ্যৰ বিধানসভা নিৰ্বাচনত পৰ্যবেক্ষক হৈ টিহ্‌ৰি গাড়োৱাল জিলালৈ।

আৰু আজিও নিৰ্বাচনৰ দায়িত্বতে। পঞ্চায়ত নিৰ্বাচন। মোক দিয়া জিলাখন তিনিচুকীয়া। তিনিচুকীয়া জিলাৰ গাঁও পঞ্চায়ত নিৰ্বাচনৰ দায়িত্ব পাই মই উৎফুল্লিত হৈ উঠিছিলো এইবাবেই যে এই সুযোগতে মই তামাৰ মাইৰ দেশলৈ যাম— ভাবিছিলোঁ।

বিমান উৰিল নিৰ্ধাৰিত সময় মতেই, সাত বাজি বিশ মিনিটত।

যোৱা কেইদিন বৰষুণ আছিল। মাঘমহীয়া বৰষুণ। আজি ৰ'দ ওলাওঁ ওলাওঁ কৰিছে। অসমৰ ভিতৰতে বিমান যাত্ৰাত ওলাইছোঁ ত্ৰিশ বছৰৰ পাছত। ১৯৭৭ চনতে শেষ যাত্ৰা আছিল ইণ্ডিয়ান এয়াৰ লাইনছত উত্তৰ লখিমপুৰৰ লীলাবাৰী বিমান বন্দৰৰ পৰা যোৰহাটৰ

ৰবৈয়ালৈ। পোন্ধৰ মিনিটৰ যাত্ৰাৰ পঁচিশ টকা ভাৰা।

আৰু আজি মই য'লৈ যাম, চাবুৱা বিমান বন্দৰলৈ, সেই বিমান বন্দৰতে মই জীৱনত প্ৰথম বিমানত উঠিছিলো, ১৯৭৭ চনৰ ২০ মে'ত— হাতত আছিল মোৰ অসামৰিক সেৱাৰ নিয়োগপত্ৰখন। মোৰ যাত্ৰা চাবুৱাৰ পৰা উত্তৰ লখিমপুৰলৈ। মই উত্তৰ লখিমপুৰৰ উপায়ুক্তৰ কাৰ্যালয়ত চাকৰিত যোগদান কৰিম।

আজি মনটো সেই কাৰণেও পুলকিত হৈ উঠিছে যে ত্ৰিশ বছৰৰ মূৰত মই আজি আকৌ চাবুৱাৰ বিমান বন্দৰলৈ যাম। মোৰ জীৱনৰ প্ৰথম বিমান বন্দৰ।

বিমান ভাড়াৰ টিকটত লিখা আছিল আঠ বাজি ত্ৰিশ মিনিটত বিমান মোহনবাৰী পাব। দহ মিনিট আগতেই আমাৰ বিমান আহি বন্দৰত অৱতৰণ কৰিলে।

চাৰিওফালে চালো। তেনেই সৰু বিমান বন্দৰ এই মোহনবাৰী। ডেৰাডুনৰ বিমান বন্দৰটো ইয়াতকৈও সৰু আছিল। আজি আৰু কোনোমতেই মনত নপৰিল মোৰ ত্ৰিশ বছৰৰ আগৰ মোৰ সাদৰৰ প্ৰথম বিমান বন্দৰটোৰ ছবিখন। কেনে আছিল সেই বন্দৰ!

শদিয়াৰ মহকুমাধিপতিয়ে গাড়ী পঠিয়াইছিল বিমান বন্দৰলৈ। তাতেই উঠিলো।

তিনিচুকীয়াৰ পৰা এইবাৰ মাকুম হৈ, ডুমডুমা ডাঙৰী হৈ, আমাৰ গাড়ী চলিব তামাৰ মাইৰ দেশলৈ।

বহু চিনাকি এই পথ। বহু স্মৃতিৰে উজ্জ্বলি থকা এই পথ। হাঁহচৰা, বৰহাপজান, ডুমডুমা, তালাপ, ডাঙৰী আৰু শেষত লোহিত নদীৰ পাৰত চৈখোৱাঘাট।

ডুমডুমাই মোক চিৰকাল নিৰোদ চৌধুৰী, যোগেশ দাস, চামেলী মেমচাব, ভাৱৰ আৰু নাহিৰে আচ্ছন্ন কৰি ৰাখিলেও আজি হঠাৎ মোক বিৰিঙাই তুলিলে এক অন্য কাহিনীয়ে। নৱমী পূজা সিদিনা। শদিয়াৰ পৰা ১৫ মাইল আঁতৰত পূবে ব্ৰহ্মপুত্ৰ নৈৰ পাৰত এখন বিতোপন মুকলি ঠাই 'চুণপোৰা'। মোৰ বেগত আছিল অসম বুক্ ডিপোৰ 'নতুন অসমীয়া ভূচিত্ৰাৱলী'। মই ২৬ পৃষ্ঠাৰ তিনিচুকীয়া জিলাৰ মেপখন মেলি চালো। অৰুণাচল প্ৰদেশৰ সীমাই সীমাই এইখনি নদী লোহিত বা ব্ৰহ্মপুত্ৰ বৈ গৈছে। আৰু তাৰেই নাতিদূৰত এইবোৰ গাঁও তিতাবৰীয়া, পুটিয়া আৰু চুণপোৰা। আৰু এই চুণপোৰাতেই আছিল আহোম ৰজাৰ প্ৰতিনিধি শদিয়াৰ শাসনকৰ্তা 'শদিয়াখোৱা গোহাঁই'।

নৱমী পূজাৰ দিনা পুৱাই দুজন চোৰাংচোৱা দুটা ঘোঁৰা চেঁকুৰাই আহি শদিয়াখোৱা গোহাঁইৰ ঘৰ পালেহি। তেওঁলোকে জনালে যে মান এজাক শদিয়াৰ ফালে আহি ডুমডুমা পাইছেহি।

আৰু এইখন ডাঙৰী। নিৰোদ চৌধুৰীৰ ডুমডুমা ডুমডুমা আত্মজীৱনীখনত এক অতি সৰাক আৰু কৰুণ ৰূপত জিলিকি আছে এই ডাঙৰী। সপ্তম শ্ৰেণীত তেওঁ ডাঙৰী হাইস্কুলত পঢ়িছিল। অসমৰ এইটো প্ৰান্তৰ শেষ ৰে'ল ষ্টেচন ডাঙৰী। এই ডাঙৰী ষ্টেচনটো একালত বন্ধ হৈ গৈছিল। নচলে আৰু আজি এই ডাঙৰীৰ পৰা কোনো ৰে'ল। এই ডাঙৰীৰে চাহ বাগিচা একনত নিৰোদ চৌধুৰীৰ জীৱনৰ কিছুমান কৰুণ সোঁৱৰণি ডুমডুমা ডুমডুমাত পঢ়ি মই বিচলিত হৈ উঠিছিলো। মই সেই ডাঙৰী স্কুলখনৰ আগেদি সেই স্কুলখন আৰু বন্ধ হৈ

যোৱা ৰে'ল ষ্টেচনটো চাবলৈ গৈছিলো। শক চৰি থকা বহু ৰে'ল ষ্টেচনটোৰ টিকট কাউণ্টাৰৰ চোতালখন দেখি মই হতবাক হৈ স্তব্ধ হৈ গৈছিলো। এনেকুৱাও হ'ব পাৰে মৃত্যু? এটা ৰে'ল ষ্টেচনৰ মৃত্যু?

চোৰাংচোৱাৰ মুখত মান অহাৰ খবৰ পাই শদিয়াখোৱা গোহাঁয়ে চোৰাংচোৱ দুজনৰ হতুৱায়ে কমলেশ্বৰ, কনকেশ্বৰ আৰু ধনেশ্বৰ, তিনিওকে মতাই আনিলে আৰু এই সেনাপতি তিনিজনক ক'লে, 'মই এতিয়াই খবৰ পালো মান হেনো এই শদিয়াৰ ফালে আগবাঢ়ি আহি ঢুমঢুমা পাইছেহি। তোমালোক তিনিও তোমালোকৰ সৈন্য-সামন্ত লৈ কালি পুৱাই যাত্ৰা কৰি নৈ পাৰ হৈ গৈ মানক ভাঙৰীমানতে আগচি ধৰিবা। সিহঁতক কোনোৰকমেই নৈ পাৰ হ'বলৈ নিদিবা।'

১৮১৭ খ্ৰীষ্টাব্দৰ নৱমী পূজাৰ দিনৰ কথা এয়া।

ছৈখোৱাঘাট পাওঁ পাওঁ আমি। মুকলি, মুকলি, মাথো মুকলি এই ঠাই।

বাওঁফালে এয়া ছৈখোৱা কৈচাখাইতী শাল।

মুকলি পথাৰৰ মাজে মাজে বহুদূৰ আমাৰ গাড়ী চলিল। খৰালি দিন, হয়তো বাৰিষা এইবোৰ পানীৰে তল যায়।

আৰু, অৱশেষত এয়া ছৈখোৱাঘাট। কাঠনিবাৰীঘাট, মোহনাঘাট, অন্নপূৰ্ণাঘাট, সোণাৰীঘাট। কত কি মনোৰম মনোৰম অসমৰ বিভিন্ন ঠাইৰ বিভিন্ন ঘাটবোৰ। প্ৰতিটোৱেই প্ৰতিনিয়ত মোক উৰাউল কৰি ৰাখে। কোনোবাটো ঘাটলৈ গ'লে কেতিয়াবা আনটো ঘাটে যেন অভিমান কৰি উঠে, 'কিয় নাহিলা? কেতিয়া আহিবা?'

ফেৰী সাজু আছিল লোহিত নদী পাৰ হ'বলৈ। আমি Inland Water Transportৰ খেবিষবটোত ব'লো কিছু সময়। সন্মুখত শীতৰ সেমেকা নদী লোহিত। পাৰৰ এখন বিচিত্ৰ জগত— ফেৰী, যাত্ৰী, সৰু সৰু দোকান, দোকানৰ পৰা কেছেটেত ভাহি অহা বিহুগীতৰ উতলা সংগীত।

নদীত সৰু সৰু কাঠৰ ফেৰী, শ্ৰীনগৰৰ ডাল্ লেকত দেখা সৰু সৰু চিকাৰাবোৰৰ দৰে। আহিছে-গৈছে। ইপাৰলৈ-সিপাৰলৈ। আমি যাবলগীয়া ফেৰীখনৰ লেটীৰ মানুহ এজনে আমাক সেউজীয়া ৰঙৰ কাপ-প্লেটত ৰঙাচাহ খুৱালে। নগেন কলিতা তেওঁৰ নাম। নলবাৰী জিলাৰ বিজুলীঘাটৰ মানুহ। ১৯৭৫ চনৰ পৰা এই ছৈখোৱাঘাটতে আছে। তেওঁলোকৰ বিজুলীঘাট বৰলীয়া নদীৰ পাৰত আৰু তেওঁ কপালী জয়ন্তী পাৰ কৰিছে লোহিত নদীৰ পাৰত।

খেবিষবটোৰ বেৰত সেউজীয়া ৰঙৰ এখন ডাঙৰ ফলকত নদী পাৰ হ'লে বিভিন্ন সামগ্ৰীৰ ভাৰাৰ বিৱিৰবোৰ লিখা আছে— হাঁহ, মুৰ্গী, গাহৰি, ছাগলী, গৰু আৰু মহতো। তালিকাখনৰ তলৰ ফালে দেখিলো, লিখা আছে Elephant with Mahut 575.00। ৫৭৫ টকা। নগেন কলিতাই ক'লে, 'অমাহত-বছৰেকত কেতিয়াবা এটা বা দুটা হাতী পাৰ হৈ যায় ইপাৰে বা সিপাৰে ফেৰীবোৰত। আজিকালি হাতীনো ক'ত ইমান?'

ব্ৰহ্মপুত্ৰ পাৰত নিমাতীৰ নিমাতীঘাটেই হওক, গৌৰীপুৰৰ পুলিচ থানাৰ সন্মুখৰ গদাধৰ

নদীৰ ঘাটেই হওক। কৰিমগঞ্জত কুশিয়াৰা নদীৰ ঘাটেই হওক, গোৱালপাৰাৰ পুৰণি চাৰ্কিট হাউছৰ ওচৰৰ ব্ৰহ্মপুত্ৰৰ পাৰত গোৱালপাৰা-বাঘবৰ ঘাটেই হওক, নদীঘাটবোৰৰ যি অপূৰ্ব ইতিহাস আৰু চৰিত্ৰ আছে সেইবোৰে মোক অনবৰত মোহান্বিত কৰি ৰাখে। লণ্ডন-আমেৰিকা, মুম্বাই-বাংগালোৰৰ যিমানবোৰ অত্যাধুনিক বিমান বন্দৰত যিয়ে যিমানবাৰ পৰিভ্ৰমণ নকৰক কিয়, নিমাতীঘাট, বাঘবৰঘাট, ছৈখোৱাঘাটত যি ফেৰীৰে নদী পাৰ হোৱা নাই, তেওঁ দেখা নাই পৃথিৱীৰ এক অপৰূপ সৌন্দৰ্য। তেওঁ বঞ্চিত হৈ আছে জীৱনৰ এক বিমুগ্ধ মায়াময়তাৰ পৰা। মোৰ নিজৰে এনে লাগিল যেন আজি মই এই যাত্ৰাটো ইমানতে সামৰি এই নদীঘাটতে থাকি যাম আৰু ওৰে ৰাতি নগেন কলিতাৰ মুখত শুনিম তেওঁৰ এই ছৈখোৱাঘাট অধ্যায়ৰ ৰূপালী জয়ন্তীৰ কাহিনী!

ফেৰীত উঠোঁতে নগেন কলিতাই লৰালৰিকৈ ক'ৰবাৰ পৰা মোক লং আৰু ইলাচী কেইটামান আনি দিলেহি।

এঘাৰ বজাত ফেৰী চলিল। এইখন আমালৈ সংৰক্ষণ কৰা ফেৰী। গতিকেই যাত্ৰী কেৱল আমি। মই তলত বেঞ্চত বহিম বুলিয়ে ওলাইছিলো। কিন্তু, লোহিতখন ভালদৰে চাই যোৱাৰ মতলবেৰে গাড়ীৰ কাষত ওপৰতেই থিয় হৈ ৰ'লো।

চীনদেশৰ ৬৬১৪ মিটাৰ ওখৰ য়কো শৃংগত জায়ুল চু নাম লৈ লোহিত নদীৰ উৎপত্তি হৈছে। তাৰ পৰা দক্ষিণ-পূব দিশত এশ কিলোমিটাৰ বৈ আহি পশ্চিম দিশে বৈছে। আৰু বহুদূৰ আহি নৈখন অৰুণাচল প্ৰদেশৰ লোহিত জিলাত সোমাইছে। বাটত নদীখনে টিডিং, টেঙ্গ্ৰ আদি বহুত নদী-জান লগ পাই আহিছে আৰু শেষত পৰশুৰামকুণ্ড বা ব্ৰহ্মপুত্ৰত প্ৰৱেশ কৰিছে। তাৰ পাছতো আৰু কেইবাখনো নদী চুই চুই তেজ চহৰ পাইছেগৈ। বাটত আকৌ ডিগাৰু, হাতীডুবা আদি নদীক লৈ আহি চুণপোৰা পাইছেহি। আমাৰ শদিয়াখোৱা গোহাঁইৰ চুণপোৰা। গোহাঁইৰ ঘৰ চুণপোৰাত।

এই শদিয়াখোৱা গোহাঁইৰ ঘৰলৈকে এদিন ব'হাগ মাহৰ শেষ পৰেকত বেলি ভাটি দিয়াত এজন উৰ্দ্ধবাহু সন্ন্যাসী, এজন সন্ন্যাসী আৰু এজন দেখোঁতে আদবয়সীয়া বৈষ্ণৱী, মানুহক সুধি-পুছি আহি ওলাইছিল। বৈষ্ণৱীয়ে শদিয়াখোৱা গোহাঁইক এখন পত্ৰ হাতত তুলি দিলে। গোহাঁইদেৱে চাৰি কঠ পৰাই তিনিওজনকে বহিবলৈ দিলে আৰু নিজেও এখন ফুলাম চকটাৰিৰ ওপৰত এখন বানত পৰোৱাই বহিল।

বৈষ্ণৱীয়ে দিয়া চিঠিখন পঢ়ি উঠি শদিয়াখোৱা গোহাঁয়ে তেওঁলোকক ক'লে যে এতিয়া বাট-পথ দুৰ্গম হৈছে, বৰষুণ পৰিলেই নৈ-জান-জুৰি আটাইবিলাক ভৰি পৰিব। সেইবিলাকত লউ-দুংগিও নাই, 'তোমালোকে পূজাৰ পিছলৈকে ইয়াত থাকিব লাগিব। পিছত আঘোণ মাহ পৰিলেহে যাব পাৰিবা।'

ক'লৈ যাবলৈ আহিছিল বৈষ্ণৱীহঁত, উৰ্দ্ধবাহু সন্ন্যাসীহঁত? তেওঁলোক আহিছিল পৰশুৰামকুণ্ডলৈ বুলি।

আজি ৰ'দ নাই লোহিত নদীত। শীতৰ দিনত ঠায়ে ঠায়ে বালি পৰিছে নদী বুকুত। মোহময়তাৰে ভৰা সেই বালিচৰ!

চুণপোৱাৰ পৰা লোহিত নদীৰ এটা সুঁতিয়ে শদিয়াক মেক লৈ বালিজান নামেৰেই বৈ আহিছে আৰু এই সুঁতিটোৰেদিয়েই অসম অৰুণাচলৰ আজৰ সীমা পাৰ হোৱা বুলি ধৰা হৈছে।

সেই যে হাটশিঙিমাৰীৰ ফালে জিঞ্জিৰাম নৈ, বনৰপুৰৰ কাষত বন্দাং নৈ— এই গোটেইবোৰেই এই মুহূৰ্তত মোৰ বুকুৰেদি লোহিতৰ দৰে সমানেই বৈ যাবলৈ ধৰিছে। পাঁচগ্ৰামৰ পেপাৰ মিলৰ গেষ্ট হাউছত বহি দূৰৰ পূৰ্ণিমা নিশাৰ ৰূপালী বৰাক নদীয়ে বা ভৈৰৱকুণ্ডৰ শীতৰ হিমানী ধনশিৰি নদীয়ে মোৰ বুকুৰ উপত্যকাত যি সুৰ তোলে, আজি নিৰ্জনৰ লোহিত নৈখনো সেই সুৰীয়া নৈ হৈ মোক উতলা কৰি তুলিছে। আৰু মই ধন্যবাদ জ্ঞাপন কৰোঁ— মোক এই যাত্ৰাৰ সুবিধা কৰি দিয়া সচিবালয়ৰ পাৰ্চনেল বিভাগৰ চক্ৰৱৰ্তী অধিসূচনাখনক, সে লোহিত নৈখনক, সে নগেন কলিতাৰ ৰূপালী জয়ন্তীৰ নেপথ্য কাহিনীবোৰক, সে মাউতৰে সৈতে হাতী পাৰ কৰাৰ ভাড়া লিখা ধৰণ সেউজীয়া ফলকখনক।

চাৰে এঘাৰ বজাত আমাৰ ফেৰী আহি মোৰ মনৰ পাৰঘাট শদিয়া পালেহি। শঙ্কৰফুলৰ দেশ শদিয়া, তামাৰ মাইৰ দেশ শদিয়া, মণিমালাৰ দেশ শদিয়া।

শদিয়াৰ ঘাটতো একেই 'চিকাৰা'ৰ ভিৰ। ইয়াত কেইখনমানৰ নাম লিখা আছে SD Boiragi, SD Ganga, SD Nazi। অৰুণাচল চৰকাৰৰ এখন নাও ঘাটত বৈ আছে— Rukmini। ৰুক্মিণী! ভীষ্মক ৰজাৰ ৰুক্মিণী। ৰুক্মিণীক পলুৱাই নিয়া বুলি শ্ৰীকৃষ্ণক অপবাদ দিয়া এক অধ্যায় কাহিনীৰ নায়িকা ৰুক্মিণী।

এমাহমানৰ আগতে, গুজৰাট বিধানসভাৰ নিৰ্বাচনৰ পৰ্যবেক্ষক হৈ মই গুজৰাটলৈ যাওঁতে আৰব সাগৰৰ পাৰৰ পোৰবন্দৰ চাৰ্কিট হাউছত বহি শদিয়াৰ মণিমালালৈ এখন চিঠি লিখিছিলো— ১৯ ডিচেম্বৰ। আগদিনা ১৮ ডিচেম্বৰৰ দুপৰীয়া মই, পশ্চিমত আমাৰ দেশৰ অন্য এক সীমান্ত চহৰ, দ্বাৰকা চাবলৈ গৈছিলো। আৰব সাগৰৰ পাৰৰ দ্বাৰকা। এই দ্বাৰকাৰ পৰাই শ্ৰীকৃষ্ণ গৈছিল মণিমালাহঁতৰ কুণ্ডিললৈ। শদিয়াৰ কুণ্ডিললৈ। ডিচেম্বৰৰ শীতত আৰব সাগৰ ভেটিয়াও কুঁৱলীয়ে মনিব নোৱৰা হৈ আছিল। এবাৰ মই খিৰিকীৰে সাগৰলৈ চাওঁ— এবাৰ মণিমালালৈ চিঠিখন লিখোঁ। মণিমালাক মই লিখিছিলো, দ্বাৰকাৰ শ্ৰীকৃষ্ণই তোমালোকৰ কুণ্ডিলৰ ৰুক্মিণীক হৰণ কৰা নাছিল। যুগ যুগ ধৰি ভাৰতীয় নাৰীৰ স্বামী নিৰ্বাচনৰ অধিকাৰ আছিল। ৰুক্মিণীৰ ককায়েকে ৰুক্মিণীৰ সেই অধিকাৰ খৰ্ব কৰি শিশুপালক বিয়া দিবলৈ বিচৰাত ভাৰতীয় নাৰীৰ অধিকাৰ সাব্যস্ত কৰিবলৈ শ্ৰীকৃষ্ণ তোমালোকৰ কুণ্ডিললৈ আহিছিল আৰু সকলোৰে দেখাকৈ হে ৰুক্মিণীক লৈ গৈছিল— পলুৱাই নহয়।

পোৰবন্দৰৰ পৰা ভিউলৈ আহিবৰ পৰত চাৰ্কিট হাউছৰ সমুখৰ বাটটোৰ সিপাৰে থকা ৰাঙৰ বঙা লেটাৰ বক্সটোত মই মণিমালাৰ চিঠিখনৰ এনভেলপটো সুমুৱাই দিছিলো আৰু কামনা কৰিছিলো মনে মনে, যাতে চিঠিখন নেহেৰুৱাকৈ গোনে গোনে মণিমালাৰ পোষ্ট অফিচ কুণ্ডিল পায়গৈ।

কাইলৈ মই ন-শদিয়াত মণিমালাক লগ পাবলৈ যাম। আৰু 'পোষ্ট অফিচ কুণ্ডিল'ৰ ফটো তুলিম— যিটো অফিচত মণিমালাই মোলৈ চিঠি পোষ্ট কৰে আৰু সেই চিঠিৰ

এনভেলপটোত তাই মোলৈ বকুল ফুলৰ শুকান মালা পঠিয়াই দিয়ে, বিলত পৰি থকা এজাক বগলী আৰু বিলৰ পৰা উৰো উৰো কৰা কেইটামান বগলীৰ এস্ক্ৰাইডেৰী কৰি ডাকত পঠিয়াই দিয়ে। মণিমালাক মই সুধিম কাইলৈ বকুলজোপাৰ কথা আৰু বগলীৰ বিলৰ কথা।

চাৰে এঘাৰ বজাত শদিয়াৰ ঘাটৰ পৰা ছৈখোৱাঘাটলৈ ফেৰী এখন চলে। আমি গৈ পাওঁতে ফেৰীখন এৰিছে মাথোঁ, ছৈখোৱাঘাটলৈ বুলি।

ঘাটত এপাল গৰু। ফেৰীত উঠিব, নাৱত উঠিব। ছৈখোৱাঘাট পাব। তাৰ পিছত ট্ৰাকত উঠি নাগালেণ্ড, সোণাপুৰ, যোৰাবাট, ছিলং!

উন্মুক্ত শদিয়া। পথৰুৱা বাটৰ শদিয়া। আৰু, বাটৰ কাষে কাষে ঝাওবন আৰু বগৰী গছ। মাথোঁ বগৰী গছ। পকি পকি সৰিছে। সৰি সৰি পচিছে। বুটলি আনোতা নাই। মই থিৰাং কৰিছোঁ— পৰহিলৈ ওভতাৰ বাটত গাড়ী ৰখাই ৰখাই মই এই গছবোৰ জোকাৰিম। থোপাথোপে সৰিব বগৰীবোৰ। মই বুটলিম।

এতিয়া আৰু এক্ৰৈশ কিলোমিটাৰ পথ যাব লাগিব ছৈখোৱালৈ। মই তাত থাকিম চাৰ্কিট হাউছত। আজি আৰু কাইলৈ।

সমুদায় ৰাস্তা বেয়া। এক কিলোমিটাৰ পথ বিচাৰি উলিয়াব নোৱাৰিলো মই, ভাল ৰাস্তাৰ। কিয় নবনায় ৰাস্তাবোৰ, মই বুজি নাপাওঁ।

জোনাই, মানকাচৰ, গোলকগঞ্জ, শদিয়া। এইবোৰ ঠাইৰ প্ৰতি মোৰ অন্তৰত আছে অজস্ৰ মমতা। দুটা কাৰণত— প্ৰথম, ঠাইবোৰ ইমান অকলশৰীয়া, সীমামূৰীয়া আৰু আওহতীয়া ঠাইত যে সেইবোৰে যেন নিঃশব্দে কিছুমান স্নেহ-মৰমৰ পৰা বঞ্চিত হৈ আছে। দ্বিতীয়, ঠাইবোৰ ইমান মুক্ত আৰু প্ৰদূষণবোধিত যে মোৰ অন্তৰৰ সকলো স্নেহ ঠাইকেইখনে আদায় কৰি নিছে। অপাৰ হৃদয়শীল সেই ঠাইবোৰ।

দুৰৱস্থাৰ ৰাস্তাৰে আহি আহিও শদিয়াক মোৰ সেয়েহে মৰম লাগিছে।

চাৰ্কিট হাউছত মোৰ কোঠাটোৰ নাম ৰুক্মিণী— শদিয়াৰ ঘাটত পোৱা ৰুক্মিণী, দ্বাৰকাত দেখা ৰুক্মিণী মন্দিৰ! বাকী কোঠাকেইটাও ঘূৰি ঘূৰি চালো— শতফুল, সাধনী, কুণ্ডিল, মিলন, ভীষ্মক, দিবাং।

দিবাং। ছৈখোৱাঘাটত লগ পোৱা লোহিত নদীৰ এখন প্ৰধান উপনদী। অৰুণাচল প্ৰদেশৰ ৫৩৫৫ ফুট ওখৰ এক শৃংগত উৎপত্তি হৈ দিবাং বজলুৰ বাট অৰুণাচলৰ মাজেৰে আহি আহি, বিভিন্ন নদী বাটত লগ পাই পাই আহি অসমত সোমাইছে আৰু কুণ্ডিলঘাটৰ পৰা সাত কিলোমিটাৰ পশ্চিমে লোহিতত পৰিছে। এইজোৱা বাটত দিবাঙে লগ পাইছিল দেওপানী নদীক। দিবাং নদীৰ মুঠ অৱবাহিকা ১২২৭০ বৰ্গ কিলোমিটাৰ। মই ভূচিত্ৰাৱলীৰ মেপখন মেলি চালো। চপাখোৱাৰ এই চাৰ্কিট হাউছৰ পৰা বৰ আঁতৰত এফা-বেঁকাকৈ নীলা ৰঙেৰে এখন নদী বৈ আহিছে অৰুণাচলৰ পৰা। সেই নদী দিবাং।

শতফুল। কোনোৱে কয় সতফুল। শদিয়াৰ শতফুল। কত কাহিনী— শতফুল নাথাবা, শদিয়ালৈ নাযাবা...। চিনাকি নাম শতফুল। ক'ত বিচাৰি পাম? এক প্ৰবন্ধত মই পঢ়িবলৈ পাইছিলো যে শতফুল হেনো পদুমফুল। আনহাতে প্ৰান্তিকত ১৯৯৫ চনতে প্ৰকাশিত এক

প্ৰবন্ধত পঢ়িবলৈ পাইছিলোঁ, শতফুল হ'ল 'টংলতি' - স্থল এবিধ ফুল। অৱশ্যে ফুলে। ফাগুন মাহৰ পৰা ব'হাগ মাহলৈকে। হালধীয়া বৰণৰ সৰু সৰু থোপা বান্ধি ফুলা ফুল। কেঁচা হালধি কেঁচা হালধি গোন্ধোৱা।

কিন্তু, এক অপৰূপ মনোমোহা নাম এই ফুলৰ— শতফুল।

ভীষ্মক। মোৰ কোঠাটোৰ ৰুক্মিণীৰ দেউতাকে মাথোঁ নাছিল ভীষ্মক ভীষ্মক ৰাজ্য বা বিদৰ্ভ আছিল শদিয়াৰ পুৰণি নাম। ১২২৪-৫৯ খ্ৰীষ্টাব্দত চুতীয়া ৰজা ৰত্নধ্বজ পালৰ শাসনকালত বিদৰ্ভ নামটো সলনি হৈ হ'ল শদিয়া।

শদিয়াখোৱা গোহাঁইৰ সেনাপতি কমলেশ্বৰে পাহোৱাল, বুদ্ধিমান, চৌকছ চুতীয়া ডেকা ধনেশ্বৰক বহু অস্ত্ৰবিদ্যা শিকাইছিল। পাছলৈ এই ধনেশ্বৰেই দুহেজাৰ চুতীয়া ডেকাক কাঁড় মৰা, হিলৈ মৰা, ঢাল-বাৰু খেলা, যাঠি চলোৱা, কুচকাৱাজ কৰা ইত্যাদি যুদ্ধবিদ্যা শিকাই অৰ্পিত কৰিছিল। এই ধনেশ্বৰ আছিল তাহানিৰ শদিয়াৰ ৰত্নধ্বজ পাল ৰজাৰ জীয়ৰী বংশৰ। সি আছিল বাঁড়ৰ খেলৰ চুতীয়া। আৰু আয়তী আছিল দেউৰী বংশৰ গাভৰু।

বৈষ্ণৱীহঁত, উৰ্দ্ধবাহু সন্ন্যাসীহঁত শদিয়াখোৱা গোহাঁইৰ হাউলিৰ বাহিৰে বিষ্ণুমন্দিৰ আৰু তাৰ লগতে থকা ভোগঘৰ, আলহীঘৰত থকা কৰিলে। শদিয়াখোৱা গোহাঁয়ে তেওঁলোকক সিধা ভুজা দি থাকিল।

প্ৰথম দিনা এই আলহী ঘৰটো শালনী এটা আনি একজন চুতীয়া ডেকাই সাৰি-পুচি পৰিষ্কাৰ কৰি দিলে, তেওঁ দুডাল ডাঙৰ ডাঙৰ কাঠ আনি ধুনীৰ কাষলৈ সৰু সৰু কৰি দি জ্বলাই দিলে। শদিয়াখোৱা গোহাঁইৰ ঘৰৰ পৰা মাছ, চাউল, মিঠৈ, পিঠা, শাক পাচলি আহিল। বৈষ্ণৱীয়ে জোলোঙাৰ পৰা মুঠিদুলি উলিয়াই তিনি পোৱা চাউল, সম পৰিমাণৰ দাইলৰ লগত একেবাৰে দিউ দি ধুনীৰ ওপৰত তুলি দিলে। তাৰ পাছত শাকে পাতে, লাবে বেঙেনাই আৰু তৰকাৰি এখন একেলগে বান্ধি পেলালে। জোলোঙাৰ পৰা বৈষ্ণৱীয়ে কৰ্পূৰ এডোখৰ উলিয়াই জ্বলাই আৰতি কৰিলে। ইয়াৰ পাছত সেই ভোগ চুতীয়া ডেকাজনে কাটি অনা কলপাতত ভাগে ভাগে বাঢ়ি লৈ খালে। আৰু, শেষত চুতীয়া ডেকাজনে তিনিওৰে পৰা বিদায় লৈ আধা মাইলমান বাটৰ আঁতৰৰ ঘৰ পালেগৈ।

এই ডেকাজনেই ধনেশ্বৰ চুতীয়া। সদায় সদায় তেওঁ কাউৰীয়ে 'কা কা' কৰাৰ আগেয়ে বৈষ্ণৱীৰ ওচৰলৈ আহি বৈষ্ণৱীক সেৱা কৰে। এদিন এই বৈষ্ণৱীয়ে ধনেশ্বৰক ক'লে, 'আজিৰ পৰা ছমাহৰ ভিতৰত তোৰ এটা বৰ ঘাতক বিপদ আছে। তোৰ মৃত্যুপৰ্যন্ত হ'বলগা আছে।'

শীতৰ এটা নিশা মই ৰুক্মিণীত পাৰ কৰিলোঁ।

পুৱা পলবাজা বিকাশ চক্ৰৱৰ্তী কাৰ্যসূচী চাই মই 'পোষ্ট অফিচ কুণ্ডিল' বিচাৰি ওলালোঁ। মণিমালাৰ 'পোষ্ট অফিচ কুণ্ডিল'।

শালি চপাই শেষ কৰিছে কাহানিবাই। উদং উদং কেৱল শদিয়াৰ পথাৰ। আৰু ছমাহ পাছৰ শালি বোৱালৈ এনেকৈ উদং হৈ পৰি থাকিব শদিয়াৰ পথাৰ। অথচ আজিৰ পৰা মাথোঁ এমাহ আগতে মই গুৱাহাটীত দেখি আহিছিলোঁ গুৱাহাটী ধুনকৰ পোহনশিকৰাল

শস্যৰ খেতি এনেকুৱা পথাৰবোৰত। শদিয়াৰ এইবোৰ পথাৰ তেওঁলোকে পোৱা হ'লে সেউজীয়া কৰি ৰাখিলেহেঁতেন। আহু খেতিৰে ওপচাই তুলিলেহেঁতেন, আহুতলী পথাৰ আছিল চূণপোৱা নৈৰ পাৰত ধনেশ্বৰহঁতৰ চুতীয়া গাঁওখন আৰু তাৰে উজনিত গাতে লগাকৈ দেউৰী গাঁওখনৰ পূব ফালৰ আহুতলী পথাৰখন। তিনিখন চাং পথাৰখনত। এখন ধনেশ্বৰৰ, এখন আঘণীৰ আৰু আনখন দেউৰী ডেকা মনেশ্বৰৰ। ডেকা দুজনৰ হাতত এখনকৈ ধেনু আৰু পিঠিত তূণত দহ-বাৰপাটকৈ লোৰ মুখ লগোৱা আৰু ভোটা কাঁড়। আৰু, গাভৰুজনীৰ হাতত এটা টকা। ডেকা দুজনৰ হাতত এটাকৈ বিহু ঢোল। ঢোল-টকা বজাই সিহঁতে আহু ধানৰ টুনি-টোকোৰা খেদে।

বেলি লাহ দিছে। এটা গুণ্ডা দঁতাল গাহৰিয়ে গাভৰুজনীৰ কাষতে হাবিৰ দাঁতিত ধান খাবলৈ ধৰিলে। ধনেশ্বৰে গাহৰিটো তাৰ একেপাট কাঁড়েৰেই মাৰি পেলালে। আঘণীয়ে ধনেশ্বৰৰ গাৰ ওচৰলৈ আহি তেওঁৰ গাত থপৰিয়ালে আৰু ধনেশ্বৰেও তাইক সাবটি ধৰি তাইৰ দুয়ো গালে দুটা চুমা খালে। চূণপোৱাৰ আহুতলী পথাৰত।

এইখন কুণ্ডিল নৈ। বৰ মৰমৰ নৈ। মোৰ হৃদয় নৈ। গাড়ী ৰখাই মই নদীৰ দুয়োপাৰ চাবলৈ ধৰিলো। শীতৰ শীৰ্ণ কুণ্ডিল নদী শান্ত-সমাহিত। এখন কংক্ৰিটৰ দলং ওপৰত। পাৰত জাৰৰ দিনৰ এখন নিশ্চল হাবি আৰু এক মনোমোহা প্ৰাকৃতিক লেণ্ডস্কেপ!

বহুদিনৰ পৰা মই এই কুণ্ডিল নদী চাওঁ চাওঁ কৰি আছিলো। লোহিতৰ এখন প্ৰধান নদী। অৰুণাচল প্ৰদেশৰ লোহিত জিলাৰ মাজেৰে বৈ আহি চপাখোৱাৰ পূব পাৰে ওলাইগৈ। আৰু শেষত কুণ্ডিল বজাৰৰ কাষেৰে বৈ আহি কুণ্ডিল গাঁৱত লোহিত নদীত পৰিছে। এইছোৱা বাটত এই নদীয়ে হৃদয় বিলাই আহিছিল কিছুমান মনোমোহা নদীৰ কাষত— ডিফু নৈ, কপৌপানী নৈ, জীয়া নৈ, দিচৈ নৈ।

কুণ্ডিল নৈৰ দলঙৰ ওপৰত থিয় হৈ হঠাতে মোৰ মনলৈ আহিছে দূৰ-দূৰণিৰ মই লগ পোৱা কিছুমান মনোৰম নদীক— ধনশিৰি, গংগাধৰ, দুধনৈ, কুলসী নৈ, কিলিং নৈ, বৰলীয়া নৈ, কালদিয়া, পহুমাৰা কত কি!

১৮১৭ খ্ৰীষ্টাব্দত ব'হাগ-জেঠ-আহাৰ-শাওণ গচকি-খচকি বৈষ্ণৱী হয়তো এই কুণ্ডিল পাৰৰ গাঁওবিলাকত ঘূৰি ফুৰিছিল কীৰ্তন পঢ়ি, নামঘোষা গায়— মোৰ সম পাপী লোক/নাহিকে এই তিনি লোক/তুমি সম নাহি পাপ হাৰি/ইজানি গোবিন্দ মোক/যেন জুৰাই কৰিয়োক/তুৱা পদে কৰোহোঁ গোহাৰি।

বৈষ্ণৱীয়ে গাঁৱে গাঁৱে মানুহক বুজাই ফুৰিছে ব্ৰহ্মজ্ঞানৰ মহিমা— ব্ৰহ্মজ্ঞানেই মানুহক ঈশ্বৰ উপলব্ধি কৰায়।

আৰু আঘণীৰ দেউতাক লাংফাই দেউৰী। তেওঁ আহি শদিয়াখোৱা গোহাঁইত গোচৰ তৰিলে, ধনেশ্বৰ চুতীয়াই তেওঁৰ দেউৰী জীয়ৰী আঘণীক চুমা খোৱাৰ বিপৰীতে।

হয়তো এই কুণ্ডিল নদীৰ পাৰতেই বৈষ্ণৱীয়ে মানুহক বুজাইছিল— দেউৰীকো, চুতীয়াকো, আহোমকো— প্ৰেম পৱিত্ৰ, প্ৰেম স্বৰ্গীয়। গতিকেই জাতত নিমিলিলেও দেউৰী ছোৱালী আৰু চুতীয়া ডেকাৰ বিবাহ হ'ব পাৰে।

কিন্তু কুণ্ডিল নদী উচুপি উঠিছে। চুতীয়া ডেকা এজনক চণ্ডাল কৰি বামাচাৰী তান্ত্ৰিকে দেও পৰীক্ষাত পেলাইছে। উচুপি উচুপি উঠিছে কুণ্ডিল নদী। চিঞৰি উঠিছে চুণপোৱাৰ মাটি কুণ্ডিলৰ চকুপানীৰে। যেন বৈষ্ণৱীৰ কণ্ঠৰ ৰাগ গৌৰী, পদ, বাণ আৰু ধনশ্ৰীও কঁপি কঁপি উঠিছে মানুহৰ মহা মূঢ়তাত, অন্যায় অবিচাৰত আৰু জাতি-প্ৰথাৰ প্ৰাথমিক বিভেদতাত।

মনেশ্বৰ দেউৰীৰ আঘণী নাযায়। 'মই ধনেশ্বৰৰ বাদে আন কাকো বিয়া নাকৰোঁ।'

মনেশ্বৰ— 'তই জানো আৰু ইহ জনমত ধনেশ্বৰক পাবি? সি তামাৰ মাইৰ আগত বলিত যাব।'

তামাৰ মাই। মই তামাৰ মাইৰ দেশলৈ আহিছোঁ ডেকান প্লাইটত, টাটা সুমোত, ছৈখোৱাঘাটৰ ফেৰীত উঠি। তামাৰ মাইৰ দেশলৈ!

চুতীয়াসকলৰ মাজত প্ৰবাদ আছে যে তেওঁলোকৰ ৰজা ভীষ্মকৰ অধিষ্ঠাত্ৰী দেৱী আছিল তামাৰ মাই। মই বৈ থকা এই কুণ্ডিল নদীৰ সাত কি আঠ ক্ৰোশ উজানত নৈৰ পূব পাৰে প্ৰায় এক ক্ৰোশ আঁতৰত আছিল তামৰ ছালৰ আৰু শিল বেৰৰ এক প্ৰাচীন মন্দিৰ। এই মন্দিৰত আছিল এক শিলৰ দেৱী মূৰ্তি। তেৱেঁই 'তামাৰ মাই'।

আৰু তামাৰ মাই অৱস্থান লোৱা সেই মন্দিৰেই তাম্ৰেশ্বৰী মন্দিৰ।

আৰু মোৰ হাতত এইখন কিতাপ ৰজনীকান্ত বৰদলৈৰ উপন্যাস, তাম্ৰেশ্বৰীৰ মন্দিৰ।

পৰশুৰামকুণ্ডলৈ বুলি যাবলৈ ওলাই খাবিবা ৰতকত বাট পথ সুচল নোহোৱাত শদিয়াখোৱা গোহাঁইৰ বিষ্ণু মন্দিৰত পৰি থাকিবলগীয়া হোৱা আনহাঁয়া বৈষ্ণৱীয়ে এই চুণপোৱা গাঁৱৰ, এই কুণ্ডিল পাৰৰ গাঁৱৰ মানুহক বুজাইছিল, মন্দিৰৰ গোসাঁনীয়ে কেতিয়াও সন্তানৰ ৰক্ত-মাংস খাবলৈ নিবিচাৰে। পশুবলি দিও গোসাঁনী পূজা কৰাটো উচিত নহয়। এই জীৱ হত্যা অসমত প্ৰচলিত দেখিয়েই হিংসা, দ্বেষশূন্য পৰম পবিত্ৰ প্ৰেম পৰিপূৰ্ণ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰি ফুৰিছিল শংকৰদেৱে।

আৰু তাম্ৰেশ্বৰী মন্দিৰত কি হৈছিল? প্ৰথমতে বিধান আছিল যে ৰাজদ্ৰোহী বা প্ৰাণদণ্ডৰে দণ্ডিত হ'বলগা মানুহকহে যাতে মৰণৰ সময়তো দেৱীক মাতৃৰূপে দেখি শান্তি পায়, সেই নিমিত্তে নৰবলিৰ ব্যৱস্থা কৰা হৈছিল তামাৰ মাইৰ মন্দিৰত। আৰু যেতিয়া এনেকুৱা মানুহ পাবলৈ নোহোৱা হ'ল, চুতীয়াসকলৰ মাজত খাড়ৰ খেল নামৰ এটা খেলৰ সৃষ্টি কৰি সেই খেলৰ নিখুঁত, সুস্বাস্থ্যবান, অবিবাহিত ডেকা এজনক নৱমী পূজাৰ দিনা তাম্ৰেশ্বৰী মন্দিৰত বলি দিয়াৰ ব্যৱস্থা কৰা হ'ল।

আৰু এই নৰবলিৰ বাবে এইবাৰৰ দুৰ্গা পূজাত বাছি লোৱা হৈছে খাড়ৰ খেলৰ ডেকা ধনেশ্বৰ চুতীয়াক। কিয় ধনেশ্বৰক? ধনেশ্বৰ দেও পৰীক্ষাত উঠিছে সেইবাবে।

দেওবাৰ সিদিনা। ভাল মাহৰ পঞ্চমী নে ষষ্ঠী তিথি। শদিয়াখোৱা গোহাঁইৰ চ'ৰাঘৰ। দেউৰী আৰু চুতীয়া দুয়ো গোষ্ঠীৰ লোক গোট খাইছে। খাড়ৰ খেলৰ নকুল ডেকাক আনি চ'ৰাঘৰত উপস্থিত কৰোৱা হ'ল। আৰু দেও পৰীক্ষা আৰম্ভ হ'ল। আঘণীৰ দেউতাক লাংকোই দেউৰীয়ে তেওঁৰ চোলাৰ জেপৰ পৰা এখন সমান দীঘ-পুতলৰ তুতপত্ৰ

উলিয়াই দিলে। তাত ধনেশ্বৰ প্ৰমুখ্যে নজন ডেকাৰ নাম লিখা আছিল এখন এখনত। বামাচাৰী তান্ত্ৰিকে এই পত্ৰবিলাক, সাত তৰপীয়া কাপোৰেৰে চকু বন্ধা, এজনী ন বছৰীয়া ছোৱালীৰ হাতত তুলি দি তাইৰ জীউটো বশ কৰি নিজৰ মনৰ মাজত ধনেশ্বৰৰ নামটো উচ্চাৰণ কৰাত ছোৱালীজনী বশীভূত হৈ যিখন ভূজপত্ৰ তাই হাতত তুলি ল'লে, তাত লিখা আছিল ধনেশ্বৰৰ নাম।

এই বামাচাৰী তান্ত্ৰিকৰ কু-চক্ৰান্ত চলিছিল শদিয়াত। বৈষ্ণৱীৰ শংকৰ সূৰ্যই নিৰ্মল পোহৰ পেলাবলৈ এই শদিয়া অঞ্চললৈ আহিবই নোৱাৰিলে। ফলত ঘোৰ অধন্তৰৰ সূত্ৰপাতৰ নৰবলি প্ৰথা এই তামাৰ মাইৰ মন্দিৰত চলি আছিল। বৈষ্ণৱীয়ে স্পষ্টভাৱে কৈছিল, তামাৰ মাইৰ সন্তোষৰ অৰ্থে নিৰপৰাধী, আগলৈ উঠি অহা ডেকা এজনক বলি দিয়া কাৰ্যটোৱেই নিষ্ঠুৰ, অন্যায় আৰু পাপপূৰ্ণ।

বৈষ্ণৱীয়ে শদিয়াখোৱা গোহাঁইক উদাহৰণেৰে বুজাই প্ৰমাণ কৰি দিছিল, কি বশীকৰণ পদ্ধতিৰে অন্যায়ভাৱে বামাচাৰী তান্ত্ৰিকে দেও পৰীক্ষাত নিষ্পাপ ডেকা ধনেশ্বৰক পেলাইছিল।

ইফালে বন্দীশালৰ দেউৰী পূজাৰীয়ে বলিৰ বাবে সাজু হোৱা ধনেশ্বৰক পুত্ৰা-গধূলি বুজাই আছিল যে ধনেশ্বৰ বৰ ভাগ্যবান, যিহেতু তামাৰ মায়ে তেওঁৰ ৰক্ত আৰু মাংস গ্ৰহণ কৰিব।

শেষত শদিয়াখোৱা গোহাঁয়ে বামাচাৰী তান্ত্ৰিকৰ চক্ৰান্ত বুজি উঠিছিল আৰু নিৰ্দোষী ডেকা ধনেশ্বৰক ভয়াবহ বন্দীশালৰ পৰা মুক্ত কৰি দিছিল।

মই কুণ্ডিল পোষ্ট অফিচলৈ বুলি আহি থকা এই বাটেৰেই নামঘোষা গাই গাই, ৰাগ মাছৰ ধনশ্ৰী গাই গাই বৈষ্ণৱী এদিন শদিয়াখোৱা গোহাঁইৰ চৰালৈ গৈ আছিলনে? মই নাজানো। কোন বাটেৰে উৰ্ধ্ববাহু সন্ন্যাসী আৰু চিলিম হোপা বৈৰাগীক লৈ এদিন দুৰ্গাপূজাৰ পাছত বৈষ্ণৱীইত শদিয়াখোৱা গোহাঁইৰ বিষ্ণু মন্দিৰ এৰি পৰশুৰামকুণ্ডলৈ গৈ আছিল? মই নাজানো।

মই পোষ্ট অফিচ কুণ্ডিলৰ ফটো এখন তুলিলো। নিজানত এক নিৰ্জন ডাকঘৰ কুণ্ডিল। আজি গণৰাজ্য দিৱস উপলক্ষে বন্ধ।

এইটো পোষ্ট অফিচত ন-শদিয়াৰ মণিমালা নামৰ এক বোৱাৰীয়ে মোলৈ চিঠি পোষ্ট কৰে। এইটো পোষ্ট অফিচতে গুৱাহাটীৰ পৰা সাতসৰী আলোচনীখন তাইলৈ ডাকত আহে— ফেৰীৰে লোহিত পাৰ হৈ এইটো ডাকঘৰলৈকে।

জীৱনত বহু দুৰ্যোগ লভিছে মণিমালাই। স্বামীগৃহৰ পৰা তাই পৰিত্যক্তা হৈ আহিছে। সম্পৰ্কীয় মানুহৰ ঘৰত তাই এতিয়া আশ্ৰিতা হৈ আছে। কিন্তু তাই যুঁজিছে। জীৱনৰ সৈতে যুঁজিছে। নিজৰ সৈতে যুঁজিছে। দুৰ্যোগবোৰৰ সৈতে যুঁজিছে। ভূঁই ৰোৱে, ধান দায়। কাচিয়ে কাটে হাতৰ আঙুলি। তাৰ ফাঁকে ফাঁকে তাই শদিয়া অঞ্চলত প্ৰকৃতি সংৰক্ষণৰ কাম কৰিছে। কিমানটা হলৌ বান্দৰ আছে তাই গণি ফুৰিছে। ৰাতি ৰাতি লেম জ্বলাই তাই প্ৰান্তিক পঢ়িছে, সাতসৰী পঢ়িছে। সেইজনীয়ে মণিমালা।

আৰু মণিমালাই মোলৈ চিঠি লিখিছে। চিঠিত এই জীৱনৰ কথা লিখিছে, জীয়াই থকাৰ কথা লিখিছে। উৰি যোৱা কাৰ্ডৰ এমুঠি ভেৰী পঠিয়াইছে। সৰা বকুলৰ মালা গাঁথি ডাকত পঠিয়াইছে। এইটো, এইটো কুণ্ডিল পোষ্ট অফিচতে।

ভঙা-ছিঙা এটা জৰাজীৰ্ণ ঘৰ 'কুণ্ডিল পোষ্ট অফিচ।' কাটনৰ ছোৱালী হোষ্টেলৰ সমুখত দেখা বতিয়া কলেজলৈ যোৱাৰ বাটত নাৰিকল গছত ওলোমাই থৈ দেখা সেই ৰঙা লেটাৰ বক্সটো এই ডাকঘৰৰ খুটাত ওলোমাই থোৱা নাই। কিমান ডাকঘৰ দেখিলো জীৱনত! কিন্তু লেটাৰ বক্স নোহোৱা ডাকঘৰ এই প্ৰথম দেখিলো আজি।

আছে। বেৰখনতে ফুটা অলপ কৰি লেটাৰ বক্স কৰি লোৱা হৈছে। সেই ফুটাটোৰেই চিঠিবোৰ সুমুৱাই দিয়া হয় আৰু চিঠিবোৰ গৈ ভিতৰত বাকচত পৰেগৈ। এনেকুৱা ডাকঘৰ, এনেকুৱা লেটাৰ বক্স মই প্ৰথম দেখিলো। হয়তো এনেকুৱা এই ডাকঘৰটোতেই প্ৰথম কোনোবাই চিঠিৰ ভিতৰত বকুলৰ মালা পঠিয়াই দিছে।

মই তাম্ৰেশ্বৰী মন্দিৰ দেখা নাই। তামাৰ মাই দেখা নাই। মোৰ বাবে এই কুণ্ডিল পোষ্ট অফিচটোৱেই তাম্ৰেশ্বৰীৰ মন্দিৰ। বেৰত ফুটা কৰি থোৱা এই লেটাৰ বক্সটোৱেই তামাৰ মাই। পৰশুৰামকুণ্ডলৈ যোৱা বৈষ্ণৱীক মই কেতিয়াবা লগ পাওঁ যদি, তেওঁক ক'ম— 'তুমি কোনো বাণ গাই ফুৰা নাছিলা, নামঘোষাও গোৱা নাছিলা, কুণ্ডিল, চুণপোৱাৰ সাকো তুমি কোৱাও নাছিলা কেনেকৈ বকুলৰ মালা গাঁথিব লাগে। এই চোৱা বৈষ্ণৱী, মোৰ হাতত এধা বকুলৰ মালা।'

এইবাৰ মই মণিমালাক বিচাৰি ওলালো। তাইৰ চোতালত হয়তো এপাহ দুপাহ বকুল সৰি আছে এতিয়া। মযো বুটলিম এপাহ এপাহকৈ

# ১৯।

## মাজত আশী কিলোমিটাৰ

আমাৰ গাড়ী সমুখৰ ৰাস্তাটোৰে পোনে পোনে গৈ থাকিল। সোঁফালে ঘূৰি যোৱা হ'লে পালোহেঁতেন গোৱালপাৰা চহৰ, ১২ কিলোমিটাৰ নিলগত। সেই চহৰ পোৱাৰ কিছু আগতে যদি বাওঁফালে যোৱা ৰাস্তাটোৰে গৈ থাকিলোহেঁতেন, নৰনাৰায়ণ সেতু পালোহেঁতেন। আৰু সেই সেতু পাৰ হৈ যোগীঘোপা। সেতুৰ দক্ষিণ পাৰে পঞ্চৰত্ন আৰু উত্তৰ পাৰে যোগীঘোপা।

কিন্তু আমি পোনে পোনে গৈ থাকিলো। এই ঠাই আগিয়া। ৰাষ্ট্ৰীয় ঘাইপথ নং সাতত্রিশ। মসৃণ পথ।

ইমান পৰে গুৱাহাটীৰ পৰা আহি থকাৰ বাটত ধুপধৰাত যি গোৱালপাৰা জিলা আৰম্ভ হৈছিল, তাৰ পিছত বৰজুলি, দুধনৈ, কৃষ্ণাই, বলবলা— এই ঠাইবিলাকলৈকে যেন গোৱালপাৰা গোৱালপাৰা নহয়, এনেকুৱা লাগে। যেন আগিয়া পোৱাৰ লগে লগেহে গোৱালপাৰা পালো, এনে লাগে মোৰ।

গুৱাহাটী মহানগৰীৰ বুকুৰে আহি থাকোঁতে জালুকবাৰীৰ বিশ্ববিদ্যালয় প্ৰাংগণত ষ্টেট বেংকৰ সমুখত দুজোপা শিমলু গছত ৰঙা ৰঙা এপাহ ফুল ফুলি আছিল। পৃথিবীৰ সকলো ৰঙৰ সকলো ফুল জালুকবাৰীত ফুলি থাকিলেও মই মাথোঁ এপাহ ফুলেই চিনি পাম। সেয়া

কৃষ্ণচূড়া।

ফুলি থকা শিমলু আৰু সৰি পৰা তাৰ পাহিয়ে মোৰ মনত জালুকবাৰীৰ কোনো বং সানিব নোৱাৰিলে। কালি ৰাতি মই এই জালুকবাৰীৰ গাণীকান্ত কাকতি ছাত্ৰাবাসৰ বেদান্ত বিকাশ বৰুৱা নামৰ এজন যুবক আবাসীলৈ ফোন কৰিছিলো, ১৭ ফেব্ৰুৱাৰীৰ বাতৰি কাকতত তেওঁৰ ম'বাইল নম্বৰটো পাই। অহা ২৬ আৰু ২৭ এপ্ৰিলত এই ছাত্ৰাবাসৰ সোণালী জয়ন্তী অনুষ্ঠানটো উলহ-মালহেৰে উদ্‌যাপন কৰিব বুলি বাতৰি কাকতত এটা বাতৰি প্ৰকাশ পাইছিল আৰু এই উদ্‌যাপন সমিতিৰ সম্পাদক হিচাপে বেদান্ত বিকাশ বৰুৱাৰ নামটো আৰু ম'বাইল নম্বৰটো পাই তেওঁক ফোন কৰিছিলো। মই কৈছিলো, 'এইবোৰ ভাল খবৰ। শুনি ভাল লাগে। সেয়েহে ফোন কৰিলো।'

বেদান্ত নামৰ অচিনাকি যুৱকজনে মোক সুধিছিল, 'আপুনি এই ছাত্ৰাবাসৰ প্ৰাক্তন আবাসী নেকি?'

নহয়। মই এই বিশ্ববিদ্যালয়তে পঢ়া নাছিলো। কিন্তু মই নপঢ়িলেও কৃষ্ণচূড়া ফুলৰ এই বিশ্ববিদ্যালয় মোৰ সদায় মৰমৰ আৰু অচিনাকি হ'লেও বেদান্তহঁতৰ নিচিনা কিছুমান যৌৱনেৰে উপচি থকা ছাত্ৰাবাসবোৰ মোৰ সদায়েই আদৰৰ ... মই নিজে ছাত্ৰাবাস এৰি অহাৰ ত্ৰিশ বছৰৰ পাছতো।

বেদান্তই মোক তেওঁলোকৰ সোণালী জয়ন্তীলৈ গাক এটা মাতিবলৈ অনুৰোধ জনাইছিল। মই যাওঁ বা নাযাওঁ, সুললিত গীত গোৱা এক পখীয়ে মোক কালি ৰাতি জালুকবাৰীৰ সেই ছাত্ৰাবাসৰ পৰা টেলিফোনতে এই যে গীত এটি শুনালে, মই আপ্লুত হৈ থাকিলো এইপৰ্যন্ত।

শেষত বেদান্তক সুধিছিলো, 'ঘৰ ক'ত?'

'গোলাঘাটত।'

'গোলাঘাটৰ কোনখিনিত?'

'দেৰগাঁৱত।'

মই কৈছিলো, 'দেৰগাঁও বুলি ক'বা। গোলাঘাটক নিমিহলাবা। দেৰগাঁৱৰ এক নিজস্ব পৰিচয় আছে।'

এই যে ধাৰাপুৰ, কুকুৰমাৰা, ছয়গাঁও, বামপুৰ, বকো পাৰ হৈ আহিলো, পাৰ হৈ আহিলো ধুপধৰা, বৰজুলি, শিংৰা, দৰংগিৰি, সকলোৰে এক নিজস্ব পৰিচয় আছে। বৰজুলি বৰজুলিয়েই। গোৱালপাৰা বুলি প্ৰথমে কৈ তাৰ পিছত বৰজুলি বুলি কোৱাত বৰজুলিৰ লগতে গোৱালপাৰাৰো মৰ্যাদা লাঘৱ হয় বুলি মই বিশ্বাস কৰোঁ। সেয়েহে, কালি ৰাতি বেদান্তই মোক যদি বেয়াও পাইছে, মই আশা কৰিম তেওঁ ইয়াৰ পাছত নিজেই তেওঁক ঘৰ ক'ত সোধক, তেওঁ গৌৰৱেৰে দেৰগাঁও বুলি ক'ব। যুৱকজনৰ পাছত যদি ক'বলৈ মই আলিয়াৰ মানুহ এজন লগ পাওঁ, ঘৰ ক'ত বুলি সুধিলে তেওঁ মোক যেন আলিয়া বুলি কয়।

এইবাৰ আমি বাওঁফালে ঘূৰিলো। সোঁফালে বৈ থাকিলে লক্ষীপুৰ পাম।

দক্ষিণপাৰে ব্ৰহ্মপুত্ৰৰ এইবোৰ ঠাই মোৰ মানসপটত মনোময় আকাশত বিজুলি দিয়ে।

সুন্দৰ পথ জালুকবাৰীৰ পৰাই। দুধনৈ বা ছয়গাঁও, দৰংগিৰি বা বকো। কম গাড়ী-মটৰ চলে এই পথত। কিন্তু অনিৰ্বচনীয় ঐতিহ্যৰ সম্ভাৰ গোটাই থৈছে এইবোৰে।

কুকুৰমাৰা, কুলসী, বকো, শিঙৰা, দেওশিলা কত নদী! কত ঘাট! ঘাটে ঘাটে কত কাহিনী!

ছয়গাঁও পাৰ হৈয়ে দেখিছোঁ বড়ো মহিলাই নিজে ঠেলা এখনত খৰি উঠাই টানি টানি ক'ৰবাৰ বজাৰলৈ নিছে— জীৱিকাৰ অন্বেষণত। হয়তো মানুহজনীৰ গিৰিয়েকে আঁতৰৰ হাবিৰ পৰা গছ কাটি আনি মানুহজনীৰ ঠেলাত তুলি দিছে আৰু মানুহজনীয়ে এয়া...!

আজি বৃহস্পতিবাৰ, ২১ ফেব্ৰুৱাৰী, ২০০৮ চন। পৰহিলৈ শনিবাৰ। বকোৰ বজাৰৰ মাজেদি বাওঁফালে অলপ দূৰ গ'লেই এখন ডাঙৰ বজাৰ বহে বৰপাৰা নামৰ ঠাইখনত। এবছৰমানৰ আগতে এনেকুৱা ফাগুন মাহতেই এবাৰ এইফালে আহোঁতে মই বৰপাৰাৰ সেই বজাৰখনত সোমাইছিলোঁ। বিৰ দি বাট পাবলৈ নাই। প্লাষ্টিকৰ ডাঙৰ ডাঙৰ বেগবোৰত মতাই-মাইকীয়ে কিবা বেচি আছে শাৰী পাতি বহি বহি। ওচৰ পাই দেখিলোঁ কেঁচা তামোল। কলপটুৱাৰে বান্ধি বান্ধি আনি থিয় কৰাই থৈছে শাৰী শাৰীকৈ কেঁচা কলৰ ঠোক। বেপাৰী আহি লৈ যাব ক'ৰবালৈ। অসমীয়া কোৱা গাৰো মহিলাবোৰ বহি গৈছে শাৰী শাৰীকৈ। তেওঁলোকে আনিছে সেউজীয়া সেউজীয়া কেঁচা ঠেকেৰা, পানী কচুৰ লিহিৰি ঠাৰিৰ মুঠি, পাহাৰীয়া কচু, আমলখি, বাখৰতিতাৰ ৰঙা ৰঙা ফুল, কণৰী, সেউজীয়া বেঙেনা, আঠ টকাত একাশী কাচকল, অমিতা, শিলিখা, পাহাৰৰ টেকীয়া, আদা, কেঁচা হালধি। আৰু এইবোৰ ওখ ওখ মোনা ভৰাই বগা বগা 'লাটা'— এড়ীৰ লেটা। কত কি! এইবোৰ লৈ দল বান্ধি ওচৰৰ গাঁৱৰ পৰা গাৰো মহিলা এই শনিবৰীয়া বৰপাৰাৰ বজাৰলৈ আহে। জীৱন আৰু জীৱিকা দুয়োৰে সন্ধানত।

এই ঠাইখনৰ নাম বায়দা। গোৱালপাৰা জিলাৰ শেষ সীমাত। ইয়াৰ পৰা আৰম্ভ হ'ব মেঘালয়ৰ পশ্চিম গাৰোপাহাৰ জিলা।

গাড়ীখন ৰখালোঁ। সোঁফালে পাহাৰ টিলা এটাত এটা মন্দিৰ। বাটৰ কাষত এখন ডাঙৰ নামফলক। 'দ'দান থান, দ'দান হাচু' লিখা আছে। শ্ৰীশ্ৰীবিছি আশ্ৰিত দ'দান থান। এফালে লিখা আছে বাওঁফালে 'নাছিৰিবা' আৰু সোঁফালে 'স্বাগতম'। গোটেই থানখনৰ সমুখৰ ফালৰ দেৱালখন বিভিন্ন দাতাই দান দি বনাইছে। দাতাবিলাকৰ নাম দেৱালখনত খাপে খাপে লিখা আছে।

দ'দান ৰাভাসকলৰ পবিত্ৰ ধৰ্মানুষ্ঠান। থানৰ বাহিৰৰ ফলকত লিখা আছে, ফাগুন মাহৰ উদয় হোৱা জোনৰ শুক্লা অষ্টমীৰ পৰা দশম, একাদশ তিথিলৈ সাৰ্বজনীন ৰাভা জাতীয় মেলাৰূপে ইয়াত উদ্‌যাপন হয়। ইয়াত দেওবাৰে ভক্তসকলৰ আগমন হয়। আৰু হিন্দুসকলৰ বৈজিষ্ঠী বিবাহ সম্পাদন কৰা হয়।

গাড়ীখন ৰখোৱা দেখি ওচৰৰে মানুহ এজন আহি মোক বগা কাগজত সেউজীয়া ৰঙেৰে ছপোৱা আগন্তুক ১৫, ১৬, ১৭, ১৮ মাৰ্চত শ্ৰীশ্ৰীবিছি আশ্ৰিত ৩৮তম সাৰ্বজনীন ৰাভা জাতীয় দ'দান মেলালৈ 'সাদৰে আমন্ত্ৰণী পত্ৰ' এখন আনি হাতত দিলেহি।

মানুহজনে মোক সুধিলে ক'লৈ যাম।

মই ক'লো--- হাটশিঙিমাৰীলৈ।

কিমান দূৰ বুলি সোধোঁতে ক'লে, 'মাত্ৰ আশী কিলোমিটাৰ।'

এতিয়াৰ পৰা আশী কিলোমিটাৰ পথ মই মেঘালয়ৰ মাজে মাজে গৈ থাকিব লাগিব মোৰ গন্তব্যস্থল ধুবুৰী জিলাৰ হাটশিঙিমাৰীলৈ।

দ'দান গোৱালপাৰা জিলাৰ এটা পাহাৰ--- সমুদ্ৰপৃষ্ঠৰ পৰা প্ৰায় ৬৫০ ফুট উচ্চতাত। ৰাভাসকলৰ ৰজা দ'দানে এই পাহাৰটোত তেওঁৰ ৰাজ্যৰ ৰাজধানী পাতিছিল। বায়দা, অৰ্থাৎ ভগবানৰ ঠাই— এই দ'দান ৰজাই স্থাপন কৰিছিল। মোগলৰ হাতত পৰাস্ত হোৱাৰ পাছত ৰাভা ৰজা পৰৱৰ্তীকালে এই পাহাৰটোত আশ্ৰয় লৈছিল।

সেউজীয়া আখৰৰ আমন্ত্ৰণীপত্ৰখন মই মেলি ধৰিলো। বিছি ৰাভাসকলে শিৱক অৰ্পণ কৰিছে। এই মেলা হ'ব বাংলা ১, ২, ৩ আৰু ৪ চ'ত, ১৪১৪ চন, শুক্লাষ্টমী, নৱমী, দশমী আৰু একাদশী তিথিত। মই হিচাপ কৰি চালো, তেতিয়ালৈ শিৱৰাত্ৰি শেষ হ'ব আৰু দৌল উৎসৱলৈকো কিছুদিন থাকিব। শেষ প্ৰান্তৰ, এই মিলন ক্ষেত্ৰত পূজা মেলাৰ কাৰ্যক্ৰমণিকা অনুসৰি ১৪ মাৰ্চৰ সন্ধিয়া সাত বজাত আৰম্ভ হ'ব অধিবাস গ্ৰহণ। ১৫ মাৰ্চৰ প্ৰথম চ'তৰ দিনা বিছি পূজা আৰু দ'দান মাৰুক্ষেত্ৰ বীৰজয়ালৈ পূজা, তৰ্পণ আৰু প্ৰদান। ৰাতিলৈ ৰাভা যাত্ৰাভিনয়। পিছদিনা, ১৬ মাৰ্চৰ দিনা পুৱা চাৰে ন বজাত ছাটাবাৰী 'হাতী বংখ' মঠলৈ পূজা, দৰ্শন আৰু পুষ্পাঞ্জলি প্ৰদান, ১৭ তাৰিখে নিশা আঠে ১০ বজাৰ পৰা অসমীয়া যাত্ৰাভিনয়। অন্যান্য আৰু বহু কাৰ্যসূচীৰ লগতে এইকেইদিন বিভিন্ন প্ৰতিযোগিতাসমূহো অনুষ্ঠিত হ'ব--- ৰাভা কৃষ্টি নৃত্য, ৰাভা একাংকিকা নাট, ৰাভা আৰু অসমীয়া আধুনিক গীত, ৰাভা গীতৰ একক নৃত্য ইত্যাদি।

আমন্ত্ৰণীপত্ৰখনত ঢেৰ বানান ভুল আছে। তথাপি মোৰ সেই সেউজীয়া আমন্ত্ৰণীপত্ৰখন বৰ মৰম লাগিল। এই কাৰণেই যে বৰ হেঁপাহেৰে মানুহজন আহি মোক সেইখন দি গ'ল আৰু আমাৰ গাড়ীৰ চালককো তেনেকুৱা কাগজ দিলেহি। মই ইমান নালাগে বুলি কওঁতে ক'লে, 'বন্ধু-বান্ধৱক দিব'। আৰু এটা কাৰণত মোৰ এই পত্ৰখন মৰম লাগিল— সেই মানুহজনে মোলৈ কোনো ৰচিদ বহী আগবঢ়াই দি চান্দা বিচাৰিলে বা এই এলেকাত কোনেও ৰাস্তাত ৰছী টানি গাড়ীবোৰ যোৱা মানুহৰ গাড়ী ৰখাই মেলাৰ বাবে চান্দা খোজা প্ৰবৃত্তিত লিপ্ত হোৱা নাই। সেইবাবে।

বায়দা পোৱাৰ অলপ আগে আগে পাইছিলোঁ এখন ধুনীয়া নামৰ ঠাই--- মালাধৰা। মালাধৰাত আছে শ্ৰীশ্ৰী কেদাৰাম বলৰাম মন্দিৰ। তাৰো আগতে পাইছিলো কৃষ্ণাইৰ ওচৰত টুক্ৰেশ্বৰী পাহাৰৰ নামনিত টুক্ৰেশ্বৰী মন্দিৰ। আৰু তাকো আগত দুধনৈৰ ওচৰত কফলা নামৰ সৰু ঠাইখনৰ বাটৰ সোঁফালে শ্ৰীশ্ৰী মা কমলাসী থান।

এয়া মেঘালয়ৰ সীমা আৰম্ভ হৈছে। পুবে গুৱাহাটী পাৰ হৈ যোৰাবাটত আৰম্ভ হয় মেঘালয়লৈ যোৱা ৰাষ্ট্ৰীয় ঘাইপথ ৪০, মেঘালয়লৈ সোমোৱাৰ বাটত। যোৰাবাটৰ পৰা আশী কিলোমিটাৰ শিলঙলৈ। আৰু এতিয়া এই ঠাইৰ পৰা মোৰ গন্তব্যস্থল হাটশিঙিমাৰীলৈত

আশী কিলোমিটাৰ।

আশী কিলোমিটাৰ পথ মেঘালয়ৰ মাজেদি যাবলৈ পোৱাৰ আনন্দত মোৰ মন উতলা হৈ উঠিল।

ৰাস্তাবোৰ বনাইছে। পীচ দিয়া ৰাস্তা। সমতল ভূমি। খেতি শেষ হৈছে কেতিয়াবাই। নৰাবোৰো মৰি গৈছে। গোটেইখন উদং। অহা বাৰিষালৈকে বাট চাব লাগিব শালিখেতিৰ বাবে। ইমানদিন এনেয়ে পৰি থাকিব পথাৰবোৰ। মেঘালয়ৰ এয়া পশ্চিম গাৰোপাহাৰ জিলা। সৰ্বমুঠ ২২,৪২৯ বৰ্গ কিলোমিটাৰ অঞ্চলৰ মেঘালয়ৰ পশ্চিম গাৰোপাহাৰ জিলাৰ অঞ্চলত সোমাই আছে ৩৭১৪ বৰ্গ কিলোমিটাৰ। এই জিলাৰ সদৰ ঠাই তুৰা। উইলিয়াম নগৰক সদৰ ঠাই কৰি পূব গাৰোপাহাৰ জিলা, বাঘমাৰাক সদৰ ঠাই কৰি দক্ষিণ গাৰোপাহাৰ জিলা আৰু মই প্ৰবেশ কৰা এই পশ্চিম গাৰোপাহাৰ জিলা সামৰি গাৰোসকলৰ মুঠ ২৪ টা বিধানসভা সমষ্টি আছে ষাঠিখন বিধানসভা আসনযুক্ত মেঘালয় বিধানসভাৰ। অহা ৪ মাৰ্চত মেঘালয়ৰ এই ষাঠিখন আসনৰ বিধানসভাৰ নিৰ্বাচন। মই এই ষাঠিখনৰ ভিতৰৰ টিক্ৰিকিল্লা বিধানসভা সমষ্টিত সোমাইছোঁ।

গাৰোসকলক 'আচিক' বুলি কোৱা হয়। পোনতে তেওঁলোক তিব্বতৰ মূলসুঁতিৰ আছিল আৰু পাছত জাপ্পা জালিম্পা আৰু চুক্পা বংজেপা নামৰ দুজন নেতাৰ অধীনত তেওঁলোকে তিব্বত এৰি অ'ত-ত'ত ঘূৰি-ফুৰি ব্ৰহ্মপুত্ৰ উপত্যকাৰ যোগীঘোপা পালেহি আৰু অৱশেষত আহি অসম দেশত থাকিবলৈ ল'লেহি। মেঘালয় সৌ সিদিনা ১৯৭২ চনত গঠন হোৱা ৰাজ্য বা ১৯৭৬ চনৰ ২২ অক্টোবৰত গঠন হোৱা এই পশ্চিম গাৰোপাহাৰ জিলা। কিন্তু এতিয়াও গোৱালপাৰা জিলাৰ বহু ঠাইত গাৰোসকলৰ বসতি আছে আৰু তাৰে কিছুমানে ৰবিবাৰে শনিবাৰে বকোৰ বৰপাৰালৈ পাহাৰীয়া কচু, লাটা আৰু বহুত কিবাকিবি পিঠিত বান্ধি হাট-বজাৰলৈ আহে।

আজি গাৰোসকল মেঘালয়ৰ তিনিখন জিলাত সিঁচৰতি হৈ থাকিলেও অসমৰ লগত সংলগ্ন হৈ থাকোঁতে ১৮৬৬ চনত প্ৰথম গাৰোপাহাৰক এখন জিলালৈ ৰূপান্তৰ কৰা হয়।

তিব্বত এৰি গুচি অহাৰ পাছত চাৰিশ বছৰ ধৰি কোচবেহাৰত বসতি কৰিছিল গাৰোসকলে। তাৰ পৰা তেওঁলোক আহিছিল ৰঙামাটিলৈ— বৰ্তমানৰ বাংলাদেশত। তাৰ পিছত আহিল ধুবুৰীলৈ। তাৰ পিছত মানাহ নদীৰ পাৰলৈ। ইয়াত স্থানীয় ৰজাজনে গাৰো গাভৰু যুগী-চিল্‌চেক বিয়া কৰিব খুজিলে। গাৰোইঁতে যুগীক এটা গুহাত লুকুৱাই থ'লে। আৰু যুগী লুকাই থকা ঠাইডোখৰেই পাছলৈ যোগীঘোপা হ'লগৈ।

এখন-দুখন ক'ৰবাত চেগা-চোৰোকাকৈ টিক্ৰিকিল্লা বিধানসভা সমষ্টিৰ নিৰ্বাচনৰ বিভিন্ন প্ৰাৰ্থীৰ পোষ্টাৰ দেখা গ'ল ক'ৰবাৰ গছৰ গাত আৰু মানুহৰ ঘৰত। হয়তো নিৰ্বাচনলৈ বেছ কিছুদিন এতিয়াও বাকী আছে বাবে বা ইলেক্‌শ্যন কমিশ্যনৰ নিৰ্বাচনী পৰ্যবেক্ষকৰ চোকা নজৰৰ ভয়ত ব্যয়বহুল নিৰ্বাচনী প্ৰচাৰ আৰু পোষ্টাৰ অঁৰা কাম যথেষ্ট কম হৈছে।

যোগীঘোপাৰ পৰা গোৱালপাৰাত সোমাই গাৰোসকল জিলাখনৰ অ'ত-ত'ত থিতাপি ল'বলৈ ধৰিলে— ঘাইকৈ বকো অঞ্চলত। সিটো কথাই গোৱালপাৰাক মোৰ মানসত

গোৱালপাৰা গোৱালপাৰা কৰি ৰাখে, সেয়া হৈছে গোষ্ঠ পৰাকৰ জমিদাৰী ব্যৱস্থা। ১৬৩৭ চনত প্ৰথমবাৰ মোগলে গোৱালপাৰা জয় কৰে। পাছত তিনি বছৰ মান, ১৬৫৮ চনৰ পৰা ১৬৬১ চনলৈ, এই অঞ্চল আহোমৰ তলতীয়া হয়। আৰু ১৬৬২ চনত মিৰজুমলাৰ হাতে গোৱালপাৰা মোগলৰ অধীনস্থ হয়। মোগল শাসনতেই গোৱালপাৰাত জমিদাৰী শাসন ব্যৱস্থা প্ৰবৰ্তন হয়। ১৬৬২ চনত দিল্লীৰ সম্ৰাট ঔৰংগজেবে মোমায়েক মিৰ্ জুমলাক অসম আক্ৰমণ কৰিবলৈ পঠিয়ায়। সেই বছৰৰ ১৭ মাৰ্চত অসমৰ ৰজা জয়ধ্বজ সিংহক পৰাস্ত কৰি মিৰজুমলাই ৰাজধানী অধিকাৰ কৰে। আৰু তাৰ পিছৰ বছৰত মিৰজুমলা মহামাৰী ৰোগত আক্ৰান্ত হৈ ঢাকালৈ ওভতাৰ বাটত নদীপথতেই ৩০ মাৰ্চত মৃত্যুমুখত পৰে। মানকাচৰৰ কালো নদীৰ পাৰত মানকাচৰৰ পূব দক্ষিণত থকা পাহাৰটিলা এটাতে মিৰজুমলাক সমাধিস্থ কৰা হয়। ইয়াতেই আছে মানকাচৰৰ ইতিহাসসমৃদ্ধ মিৰজুমলাৰ মাজাৰ শৰীফ। আজি আবেলি মই হাটশিঙিমাৰীৰ পৰা ২২ কিলোমিটাৰ নিলগৰ মানকাচৰৰ এই মাজাৰ শৰীফ চাবলৈ যাম।

পাছত ব্ৰিটিছ শাসনকালত ১৭৯৩ চনত গৌৰীপুৰ, চাপৰ, পৰ্বতজোৱা, বিজনী, কড়াইবাৰী আৰু মেছপাৰা জমিদাৰীকেইখনত চিৰস্থায়ী বন্দবস্তি প্ৰথা প্ৰবৰ্তন কৰা হয়। পাল বংশৰ শেষৰজন জমিদাৰ আছিল কড়াইবাৰীৰ জমিদাৰ মহেন্দ্ৰ নাৰায়ণ। ১৪শ শতিকাৰ মাজভাগত ইয়াত কাশ্যপ ৰজাই ৰাজধানী পাতিছিল। আৰু তাৰ পৰাই কড়াইবাৰী জমিদাৰী আৰম্ভ হয়। শেষৰজন জমিদাৰ মহেন্দ্ৰ নাৰায়ণৰ নামেৰেই গাৰোপাহাৰ আৰু বাংলাদেশৰ সীমান্তত এখন ঠাইৰ নামকৰণ কৰা হৈছে 'মহেন্দ্ৰগঞ্জ'।

আমাৰ গাড়ী আহি থকা এই অঞ্চলটো বহুকাল অসমৰ গোৱালপাৰা জিলাৰ সীমান্তৱৰ্তী থকা বাবেই এইবোৰ কোচ, ৰাভা, হাজং, বড়ো আদি লোকৰ বাসভূমি। বড়োসকলৰ বিভিন্ন 'ঠাল' আছে, যাক 'মাহাৰী' বুলি কোৱা হয়। বসুমতাৰী, মছাহাৰী, ৰাৰী, বাৰ্গাচাৰী, দৈমাৰী, নাৰ্জাৰী, খাখলাৰী এনেকুৱা কিছুমান মাহাৰী। ঠিক তেনেকৈ ৰাভাসকলৰ ৰাংডানী, মৈতৰী, তোতলা, বিতলিয়া, কোচ-ৰাভা, দহৰী ইত্যাদি। আকৌ কোচসকলৰ ভাগবোৰ হাড়িগাৰা, সাতপৰীয়া, দামগাৰা, চপেৰা, বানাং, তিনটেকীয়া।

আৰু হাজংসকল। মই সোমাইছো এতিয়া হাজংসকলৰ দৰ্শিহতে। এইখন টিক্ৰিকিল্লা। হাজংসকলৰো বিভিন্ন ভাগ আছে— হাৰং পাৰিয়া, ভজাৰু পাৰিয়া, মণিক পাৰিয়া, মনজি পাৰিয়া, সাতদল, টৈপৰ পাৰিয়া।

চাহ খাবলৈ দোকান এখনত সোমালো। ভিতৰৰ বেৰত অসমৰ কিছুমান ভ্ৰাম্যমাণ থিয়েটাৰ দলৰ এইটো নাট্যবৰ্ষৰ পোষ্টাৰ লগোৱা আছে। হাজো-নলবাৰী পথৰ আকিকুছিত উৎপত্তি হোৱা অসমজ্যোতি থিয়েটাৰ, বৰহাট জাগিসত্ৰীয়াৰ ৰাজশ্ৰী থিয়েটাৰ, পাঠশালাৰ থিয়েটাৰৰ পোষ্টাৰ। ওচৰৰ বাখালকিল্লা হাইস্কুল ফিল্ডত এইবোৰ থিয়েটাৰৰ নাট প্ৰদৰ্শন আছে। মই অসমৰ বাহিৰৰ এই ঠাইবিলাকতো এনেকি ভ্ৰাম্যমাণ থিয়েটাৰ আছে বুলি জনা নাছিলো বাবেই কথাটোত মই বৰ উৎফুল্লিত হৈ উঠিলো। চাহ দিবলৈ অহা দোকানৰ চেংকেৰীয়া ল'ৰাজনে ক'লে, দেখাৰ মানুহ হৰ বেলে নাটক চাবলৈ।

মেঘালয় বুলি ক'লে যি এক খাটী খাটী ভাব মনলৈ আহে, গাৰোপাহাৰৰ এই টিক্কিকিল্লা আদি ঠাইবোৰ তেনেকুৱা মুঠেই নহয়। বৰঞ্চ ই গোৱালপৰীয়া গোৱালপৰীয়া ভাব এটাৰহে সৃষ্টি কৰে। ৰাভা-হাজং এই জনগোষ্ঠীবোৰে এই মেঘালয় প্ৰান্তৰক এক সুকীয়া সৌষ্ঠৱ দি থৈছে। আচলতে দীঘলীয়া সময় এই মেঘালয় প্ৰান্তৰ অসমৰ গোৱালপাৰাৰ সৈতে সম্পৰ্কিত থকাত অৰ্কিডৰ দেশ খিলঙৰ পৰা যেন বহু আঁতৰত, এনে লাগে। আজিৰ গোৱালপাৰা জিলাৰ পৰা এই মেঘালয়ৰ গাৰোপাহাৰ জিলা প্ৰশাসনিকভাৱে বিচ্ছিন্ন সম্পৰ্কিত হ'লেও এই দুই জিলাৰ বুকুৰেদি বৈ আছিল নিনাদিত এক হৃদয়ধ্বনি। ১৮২২ খ্ৰীষ্টাব্দত ধুবুৰী, গোৱালপাৰা আৰু কড়াইবাড়ী পুলিচ থানা তিনিখন আৰু গাৰোপাহাৰকো লগত লৈ গোৱালপাৰা জিলা সৃষ্টি কৰা হয়। তাৰ আগলৈকে এই অঞ্চলটো আছিল ৰংপুৰ জিলাৰ অন্তৰ্গত। তাৰ বহু বছৰৰ পাছত, ১৮৬৯ খ্ৰীষ্টাব্দত গাৰোপাহাৰ জিলাৰ সৃষ্টি হয়। আৰু তাৰ পাঁচ বছৰৰ পাছত, ১৮৭৪ চনত অসমক এখন সুকীয়া ৰাজ্যলৈ পৰিণত কৰা হয়। যি সাতখন জমিদাৰী— বিজনী, দিচলী, মেছপাৰা, ঘউৰলা, চাপৰ, পৰ্বত জোৱাৰ আৰু কড়াইবাড়ী; গোৱালপাৰা জিলাৰ অন্তৰ্গত আছিল, সেইবোৰৰ ভিতৰত মেছপাৰা আছিল এই গাৰোপাহাৰৰ নামনিত। আজিৰ জলেশ্বৰ, লক্ষীপুৰ এই ঠাইবোৰ এই মেছপাৰা জমিদাৰীৰ অন্তৰ্গত আছিল।

এখন ডাঙৰ নদীৰ কংক্ৰীটৰ দলঙত উঠিল আমাৰ গাড়ী। দলঙত নদীৰ নাম লিখা নাথাকে। মই জিঞ্জিৰাম বুলি ভাবিছিলো। দলঙত গাড়ীখন ৰখাই মিএল বুঢ়া এজনক নদীখনৰ নাম সুধিলো। ঘাগোৰা নদী। নামেই শুনা নাছিলো। একা-বেঁকা ভাঁজেৰে ভৰা নদীখন বৈ গৈছে। গাৰোপাহাৰৰ পৰা দিতি নামৰ এখন নদী উত্তৰলৈ আহি টিক্কিকিল্লাত দক্ষিণ শালমাৰালৈ যোৱা পথ পাৰ হৈ অসমত সোমায়। আৰু কিছুদুৰ চাৰি কিলোমিটাৰ পথ আহি অজগৰ বা দিকাক নৈৰ লগ লাগি এই নদীৰ নাম হয় ঘাগোৰা। পূৰঠ নদী ঘাগোৰা। আজিৰ এই অনাবৃষ্টি শীততো। এই ঠাইৰ পৰা আৰু দুই কিলোমিটাৰমান বৈ গৈ এই ঘাগোৰা নদী কান্দাৰী নামৰ এখন নদীৰ লগ লাগি জিঞ্জিৰামত পৰিছে।

গাৰোপাহাৰ জিলাত আৰু বহুত সৰু-বৰ নদী আছে, যিবোৰ বৈ আহি আহি অসমত সোমাইছে। ইমদাংখাপ নৈ আৰু ইলদেক নৈ বহুদূৰ বাট আহি আহি ৰংজুলিৰ পৰা ছয় কিলোমিটাৰ পূৱত ধেনুভঙাত মাকি নৈৰ লগ লাগি দেওশিলাত পৰিছে। ধূপধৰাৰ পশ্চিমে, ৰংজুলিৰ পূৱে ৰাষ্ট্ৰীয় ঘাইপথৰ তলেৰে বৈ গৈছে দেওশিলা। জুৰিয়া নৈখন গাৰোপাহাৰৰ উত্তৰভাগৰ ৰজাছিমলা সংৰক্ষিত বনৰ পৰা ওলাই আহি আগামপাৰাত অসমত সোমায়। শেষত আহি নদীখন কামৰূপ জিলাৰ নগৰবেৰাৰ মাজেদি বৈ জলজলী নৈত পৰিছে। গাৰোপাহাৰ ৰংদে নৈ আৰু দামৰৰা নৈ ৰজাছিমলা ঠাইখনত লগ হৈ গোৱালপাৰাৰ খোচচিখলত অসমত সোমাইছে। ফুলনি নৈখন গাৰোপাহাৰৰ দিলমা সংৰক্ষিত বনেৰে ওলাই হাহ্নি নাম লৈ অসমত সোমাইছে। দুধনৈৰ কাষেদি বৈ যোৱা দুধনৈ নৈখন কৃষ্ণাই নদীৰ উপনদী। সেই নৈখনো গাৰোপাহাৰৰ দাৰুগিৰিৰ পৰা বৈ আহি বহুদূৰৰ শেষত অসমত সোমাইছে। কৃষ্ণাইৰে উপনদী কলকলা। নদীখন গোনতে গাৰোপাহাৰৰ উত্তৰ দিশৰ দিদৰাম নৈখনৰ পৰা ওলাই আহিছে। আগিয়া পোৱাৰ আগে আগে এই কলকলা নদী মই লগ পাই আহিছোঁ।

পুৱা আহোঁতে দেখি আহিছিলোঁ ধুপধৰা পোৱাৰ ঘণ্টা আগে বিস্তীৰ্ণ অঞ্চলজুৰি নিৰ্জন ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ দুয়োকাষে চাপৰ চাপৰ শালগছৰ বননি। অবিভক্ত গোৱালপাৰা জিলা শাল বননিৰে ভৰা। মেদিনী চৌধুৰীৰ অনন্য গ্ৰন্থবতো গোৱালপাৰাৰ শাল বননিৰ বিবৰণী পঢ়িছিলোঁ। ধুপধৰাৰ আগৰ এই শাল বননিৰ কাষতে দেখিছোঁ এটা কিলোমিটাৰ পষ্ট বিপৰীত ফালৰ পৰা। লিখা আছে — ছৈখোৱাঘাট ৬০০ কিলোমিটাৰ। সেই কিলোমিটাৰ পষ্টৰ কাষত থিয় হৈ মই ভাবিছিলোঁ, কোনো এক অপৰিচিতৰ সৈতে যদি কেতিয়াবা চিনাকি হওঁতে তেওঁক তেওঁৰ ঘৰৰ কথা সোধোঁ, তেওঁ যেন পোনাম্ভ কয় ছৈখোৱাঘাট বুলি বা ধুপধৰা বুলি। তেওঁ যেন ডুমডুমা বা গোৱালপাৰাৰ 'কেয়াৰ অৱ' দি ছৈখোৱাঘাট/ধুপধৰাৰ পৰিচয় নিদিয়ে। মই নাজানিলেও, মই অনুভৱ কৰিব নোৱাৰিলেও মই বিশ্বাস নিশ্চয় কৰোঁ যে ছৈখোৱাঘাট আৰু ধুপধৰাৰ নিজৰ এক সুকীয়া পৰিচয় আছে। ছৈখোৱাঘাট ৬০০ কিলোমিটাৰ বুলি লিখা এই কিলোমিটাৰ পষ্টটো গড়কাপ্তানি বিভাগৰ কোন বিষয়াৰ মনলৈ আহিছিল মই নাজানো। কিন্তু ছৈখোৱাঘাটক এনেকৈ মৰ্যাদা দিয়া তেওঁৰ মনটোক মই এই পষ্টটোৰ কাষত থিয় হৈ মৰ্যাদা প্ৰদান কৰিলোঁ।

আৰু অৱশেষত কিলোমিটাৰ পষ্ট এটাৰ হিচাপ লৈ লৈ আহি আহি মই ফুলবাৰী পালোহি।

মাজে মাজে, কাষে কাষে, মাজে মাজে আঁতৰে আঁতৰে আহি আছিল আৰু এখন নদী, জিঞ্জিৰাম। মই নদী জিঞ্জিৰামে মাধুৰ্যময় কৰি তুলিছে মিঞা লোকৰ বসতিপ্ৰধান এই ফুলবাৰী অঞ্চল। ইমান পৰ চৌদিশ তৰাং-উদং এক পৰিবেশৰ মাজেদি আহি আহি জিঞ্জিৰামৰ পাৰত সবুজ-সজীৱ আৰু খেতিপথাৰে মোৰ মন সেউজ কৰি তুলিলে। বিস্তৰ এক ভূমি অঞ্চল টিক্ৰিকিল্লা অঞ্চলৰ ৰাভা-হাজং মানুহবোৰে উদং কৰি পেলাই থৈছে কোনো খেতিখোলা নকৰাকৈ। আৰু ফুলবাৰী সোমোৱাৰ লগে লগে দেখিছোঁ মিঞা খেতিয়কৰ সেউজীয়া খেতিপথাৰ।

বাটটোৰ সোঁফালে জিঞ্জিৰাম আৰু বাওঁফালে সেউজীয়া খেতিপথাৰ। জিঞ্জিৰাম গোৱালপাৰা আৰু ধুবুৰী জিলাৰ মাজেদি ব্ৰহ্মপুত্ৰৰ সমান্তৰালকৈ বৈ গৈছে। এই নদীৰ আশে-পাশে থকা চহৰবোৰ আগিয়া, লক্ষীপুৰ, দক্ষিণ শালমাৰা, মানকাচৰ। জিঞ্জিৰাম পোনতে এক সৰু সুঁতি আছিল— আগিয়াৰ পৰা এক কিলোমিটাৰ পূবৰ উৰপদ নামৰ বিল এটাৰ পৰা ওলোৱা। এই বিলৰ পৰা ওলাই চাৰি কিলোমিটাৰ আহি সুঁতিটো হৈ পৰে হৈ জিঞ্জিৰাম নদী। তাৰ পাছত প্ৰায় দহ কিলোমিটাৰ পথ জিঞ্জিৰাম গাৰোপাহাৰৰ পাদদেশেদি বৈ আহিছে। বহুতো বিল-খাল-নদীক লগত লৈ বৈ আহি আহি জিঞ্জিৰাম নদী লক্ষীপুৰ চহৰ পাইছি। আৰু তাৰ পৰাও বহুদূৰ আহি সোণ আৰু কিৰিপ নদীক লগত লৈ ভটিয়াই আহি এই ফুলবাৰী পাইছেহি।

বাটৰ কাষে কাষে মিঞা মানুহৰ ঘৰ, দোকান। সেইবোৰত মেঘালয়ৰ বিধানসভা নিৰ্বাচনৰ প্ৰাৰ্থীৰ পোষ্টাৰ। এইবোৰত সাধাৰণতে বাংলাভাষী প্ৰাৰ্থীৰ প্ৰচাৰ দেখা যায়। টিক্ৰিকিল্লা অঞ্চলত কনীৰ ৰাভা নামৰ এজন ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰাৰ্থীৰ পোষ্টাৰ

অসমীয়া ভাষাত দেখিছিলো আৰু এতিয়া ফুলবাৰীত বিনয় কুমাৰ ঘোষ নামৰ এজন নিৰ্দলীয় প্ৰাৰ্থীৰ পোষ্টাৰ বাংলা ভাষাত দেখিলো।

জিঞ্জিৰামৰ আশে-পাশে গাঁওবোৰত মটৰেৰে নদীৰ পৰা পানী তুলিছে। ফায়াৰ ব্ৰিগেডৰ পাইপবিলাকৰ নিচিনা শকত শকত পাইপেৰে নদীৰ সেই পানী কঢ়িয়াই আনিছে। আমাৰ গাড়ী চলি থকা ৰাস্তাটো খান্দি তাৰ তলেদি সেই পাইপ বহুৱাই ৰাস্তাটো আকৌ পকী কৰিছে। তাৰ পিছত সেই পাইপ ৰাস্তাৰ বাওঁফালে খেতিপথাৰলৈ লৈ গৈছে আৰু পূৰ্ণগতিত জিঞ্জিৰামৰ পানী পথাৰত পাৰিছে। মই কেতিয়াও ভাবিব পৰা নাছিলো নদীৰ পানী এনেকৈ পাইপেৰে আনি গডকাপ্টানিৰ ৰাস্তাৰ তলেদি সুমুৱাই দি ইপাৰ কৰি পথাৰত পানী দিয়া হয়। এয়া ব্যক্তিগতভাৱে কাৰোবাৰ অন্যায় কাৰ্য নে চৰকাৰ সমৰ্থিত জলসিঞ্চন ব্যৱস্থা মই নাজানো। কিন্তু বহুকেইটা পৰিয়ালে এই ব্যৱস্থাৰে খেতি কৰা দেখিলো ইয়াত।

আচলতে নদীমাতৃক এই অঞ্চল ব্ৰহ্মপুত্ৰৰ দক্ষিণে আৰু গাৰোপাহাৰৰ নামনি। জিঞ্জিৰাম নিজে আৰু জিঞ্জিৰামৰ উপনদী ঘাগোৰা, বাঁশবাৰী, কালোনদী, দোৰণি আদিৰ পলসত গঢ় লৈ উঠিছে কৃষিপ্ৰধান এই অঞ্চলৰ সভ্যতা। এই সমুদায় নদীয়ে পলস পেলোৱাৰ উপৰি বালি পেলাই বহু অঞ্চল চৰ কৰি তুলিছে। এই যে মই পাইপেৰে পানী উঠোৱা জিঞ্জিৰাম দেখিলো, সেই জিঞ্জিৰামৰ পাৰতো বৃহৎ বৃহৎ বালিচৰ। পাৰত ঠায়ে ঠায়ে বাঁহৰ চাঙত সৰু সৰু মাছ শুকুৱাইছে। এই মানুহখিনিয়ে জিঞ্জিৰাম-কালো-দোৰণিৰ পাৰৰ মানুহখিনিয়ে মেঘালয়ৰ সামাজিক সংস্কৃতি কিমানখিনি গ্ৰহণ কৰিছে মই নাজানো, তেওঁলোকৰ ৰাজধানী শ্বিলং চহৰ বা জিলা সদৰ তুৰাৰ লগত তেওঁলোকৰ কিমান হৃদয় বিনিময় হয় মই নাজানো। কিন্তু মোৰ ভাব হয় এওঁলোকৰ অন্তৰত নদীয়ে প্ৰবাহ বোৱাই যোৱাৰ উপৰি পলস আৰু বালি পেলাই দি উপত্যকাৰ সৃষ্টি কৰিছে, তাত মই মাথোঁ অস্পষ্ট হ'লেও, ৰিণি ৰিণি শুনা পাওঁ, অপূৰ্ব সৌন্দৰ্যৰে ওপচা গোৱালপৰীয়া সংস্কৃতিৰ প্ৰতিধ্বনি। এই নদীবোৰে নিজানত দুপৰীয়া বা আঁউসীৰ নিমাত নিশা হয়তো গায় বৈছাও গীত, বাগৰুথা গীত, মইনামতীৰ গীত, কুশান যাত্ৰাৰ গীত, মইষলে গীত, ভাষণ যাত্ৰাৰ গীত, সোণাৰায়ৰ গীত, পদ্মপুৰাণৰ গীত, বাঁহপূজাৰ গীত। হয়তো কোবাই যায় নদীৰ বুকুত ঢোল, তাল, দোতাৰা, মাদল, ডোবা, বাঁহী। হয়তো নাচি উঠে নদী দাসাঁই নৃত্য, সহৰায় নৃত্য, হাছোং নৃত্য, কাৰাম নৃত্যৰ তালে তালে।

বেলবাৰী, ৰাজাবালা আদি খ্ৰিষ্টানপ্ৰধান অঞ্চলবোৰ পাৰ হৈ হৈ আহি আমাৰ গাড়ী হেলডীগঞ্জ পালেহি। হেলডীগঞ্জ, মেঘালয় আৰু অসমৰ সীমা। ব্ৰিটিছৰ দিনৰ গাৰোপাহাৰ জিলাৰ এজন উপায়ুক্তৰ নামেৰে মেঘালয়ৰ শেষ প্ৰান্তৰ এই ব্যৱসায়িক ঠাইখনৰ নাম হেলডীগঞ্জ। আৰু এই সীমাতেই আৰম্ভ হৈছে ধুবুৰী জিলাৰ দক্ষিণপাৰৰ মহকুমা দক্ষিণ শালমাৰা-মানকাচৰ মহকুমাৰ সীমা আৰু সেই সীমাতেই লাগি থকা হাটশিঙিমাৰী। গোৱালপাৰা জিলাৰ বায়দা নামৰ ঠাইখনৰ পৰা এই হাটশিঙিমাৰীলৈ মই অতিক্ৰম কৰি আহিলো আশী কিলোমিটাৰ পথ।

চাৰ্কিট হাউছৰ কাষতেই দুজোপা ৰঙা শিমলু। ট-টকৈ ফুলি আছে অজস্ৰ পাপৰিৰে।

বেদান্ত বিকাশ বৰুৱাহঁতৰ জালুকবাৰীত ফুলি থকা ৰঙা শিমলু দুকোপাৰ দৰে।

চাৰ্কিট হাউছত আমাৰ গাড়ী সোমাল।

মোৰ কোঠাটোৰ নাম কাঞ্চনমালা। কলিং বেলটো বজালো কোঠাটোৰ' কোনোবা একজন কৰ্মচাৰী আহিলে মই তেওঁক সুধিম, 'কাঞ্চনমালা কি?'

আকৌ যেতিয়া মই এদিন বেদান্ত বিকাশ বৰুৱাক ফোন কৰিম, তেওঁক মই হাটশিঙিমাৰীলৈ অহাৰ কথা ক'ম। তেওঁ যদি সোধে মোক, 'হাটশিঙিমাৰী ক'ত?'

এইবাৰ মই 'কেয়াৰ অৱ্'ত ক'ম বেদান্তক।

খিৰিকীৰে বাহিৰলৈ চালো পৰ্দা আঁতৰাই। শিমলুৱে মোৰো মন ৰঙাই তুলিছে। শিমলুৱে হাটশিঙিমাৰীকো ৰঙাই তুলিছে জালুকবাৰীক ৰঙোৱাৰ দৰে।

# ২০।

## মাৰ্ঘেৰিটা- ৭৮৬ ১৮১

আগমনি, ছাৰফানগুৰি, সোণতলী, হৰিশিঙা, লংপতীয়া, নেঘেৰিটিং, বিজুলীঘাট, আঁহতগুৰি, নীলবাগান। কত ঠাই। অসমক শুৱনি কৰি ৰখা কত সুৱদি-সুৰীয়া নাম। বুকুত ৰৈ ৰৈ প্ৰতিধ্বনি তোলে। হৃদয় আচ্ছন্ন কৰি ৰাখে।

পানীচকুৱা, লেংটিছিঙা, কাউৰেহাগী, টেঙাপানী, বুঢ়ীখামাৰ, বেংতল। কত নাম। মনৰ মাজত অনবৰতে লহৰ তুলি থকা কিছুমান সুবাসিত নাম। ঝংকৃত নাম।

অ'লৈ গৈছোঁ, ত'লৈ গৈছোঁ এই নামবোৰ এই ঠাইবোৰ আহি মোৰ কাষতে থিয় হৈছে। মোক সুধিছে, 'কেনে আছা?' হৃদয় জুৰাই যায়। ওলোটাই সোধোঁ, 'কেনে আছা?'

মাৰ্ঘেৰিটা! কোন কাহানি শৈশৱতে নামটো মুখস্থ কৰিছিলো ভূগোলৰ শ্ৰেণীত— ডিগবৈৰ পৰা লিডুলৈ ৰে'ল ষ্টেচনবোৰৰ নাম মুখস্থ কৰিবলৈ দিছিল মই পঢ়া মোৰ প্ৰাইমেৰী স্কুলখনত— ডিগবৈ, পাবৈ, মাৰ্ঘেৰিটা, বৰগোলাই, লিডু। ডিগবৈৰ চেণ্ট্ৰেল প্ৰাইমাৰী স্কুলত পঢ়ি থাকোঁতে শৈশৱতে শিকিছিলো এইবোৰ নাম।

শিকিছিলো মাৰ্ঘেৰিটাৰ নাম! মনোমোহা, মাথোঁ মনোমোহা!

কোনো এক তৰুণী গাভৰুৰ নাম যে মাৰ্ঘেৰিটা! যেনেকৈ কোনো এক পাহৱান ডেকাৰ নাম যেন লাহোৱাল!

শৈশবতে আহি হৃদয়ত বংকাব তুলি গৈছিল মা'বেবিটাই। দুখেৰে পৰাই সুধিছিলো মাৰ্ঘেবিটাক, 'কেনে আছা?'

কোনেও কাৰো প্ৰশ্নৰ উত্তৰ নাপালে। উত্তৰ দিলেলেকে পাছত কেইবাবাৰো শৈছিলো মাৰ্ঘেবিটা বিচাৰি। মাৰ্ঘেবিটা ৭৮৬ ১৮১'

শেষবাৰ গৈছো ২০০৮ ৰ জানুৱাৰীৰ শেষৰ দিনকেইটামানত।

চৰকাৰী অফিচৰ কামতে গৈছো আগমনিলৈ, সোণতলীলৈ, নীলবাগানলৈ'

চৰকাৰী কামতেই মাৰ্ঘেবিটালৈও।

২৯ জানুৱাৰী, ২০০৮ চন। মই মাৰ্ঘেবিটা এৰি যাম্যগৈ। এৰি গৈ যাম মাৰ্ঘেবিটা।

চাং বঙলা টাইপ মাৰ্ঘেবিটাৰ এই 'সিহিং হাউচ' নামৰ ব্ৰিটিছ যুগতে নিৰ্মিত গেষ্ট হাউচটো। যিমান পুৰণি হয় চৰকাৰী গেষ্ট হাউচ্ একোটা, সিমানেই উদ্ভাসিত হৈ উঠে মোৰ মন, এটা ৰাতি তাত থাকি আহিবলৈ। পুৰণি এই গেষ্ট হাউচবিলাকতেই বিচাৰি বিচাৰি যাওঁ এটা ৰাতি, মাথোঁ এটা ৰাতি তাত মোৰ কিছুমান সপোন সিঁচি থৈ আহিবলৈ। ২০০৭ চনৰ ফেব্ৰুৱাৰী মাহত উত্তৰাখণ্ড ৰাজ্যৰ বিধানসভা নিৰ্বাচনত ভাৰতৰ নিৰ্বাচন আয়োগৰ দ্বাৰা পৰ্যবেক্ষক নিযুক্তি হৈ টিহৰি গাড়োৱাল জিলালৈ গৈছিলো। ভোটগ্ৰহণ আৰু ভোট গণনাৰ মাজৰ পাঁচ দিনৰ অৱসৰত নৈনিতাল-পৌড়ী জিলাত অৱস্থিত জিম কৰবেট নেশ্যনেল পাৰ্ক চাবলৈ গৈ গহন অৰণ্যৰ মাজৰ শতিকা পুৰণি ডিখালা ফ'ৰেষ্ট ৰেষ্ট হাউচত দুটা ৰাতি থাকি আহিছো— ২৩ আৰু ২৪ ফেব্ৰুৱাৰী। সমুখত ৰামগংগা নদী। নাম এটেনডেণ্ট জিংৰাম জোড়লিয়ে ক'লে, এশ বছৰতো অধিক পুৰণি এই ডিখালা ফ'ৰেষ্ট ৰেষ্ট হাউচ। এই ঠাইৰ পৰা যাঠি কিলোমিটাৰমান নিলগৰ কালাধুংগী নামৰ ঠাইখনত বসবাস কৰা জিম কৰবেট যেনো মাজে মাজে এই ৰেষ্ট হাউচটোলৈ আহিছিল। এসময়ত কৌৰ্জীত চাকৰি কৰিছিল জিংৰাম জোড়লিয়ে। সেই সূত্ৰে তেওঁ ডিব্ৰুগড়ৰ কালৰ জয়ৰামপুৰত আছিলগৈ এসময়ত।

২০০৭ চনতে দ্বিতীয়বাৰৰ বাবে পৰ্যবেক্ষক নিযুক্ত হৈ গুজৰাট বিধানসভা নিৰ্বাচনত সাবৰকুণ্ডা জিলালৈ গৈছিলো। ১৬ ডিচেম্বৰত ভোটগ্ৰহণ আৰু ২৩ ডিচেম্বৰত ভোট গণনাৰ মাজৰ দিনকেইটাত ৰাজ্যখনৰ সৌৰাষ্ট্ৰ অঞ্চল ভ্ৰমণলৈ ওলাইছিলো, ১৭ ডিচেম্বৰৰ আবেলি। প্ৰথম ৰাতি ১৭ ডিচেম্বৰত থাকিছিলো গৈ ৰাজকোট জিলাৰ জিলাৰ সদৰ ঠাই ৰাজকোট চহৰৰ চাৰ্কিট হাউচত। চৰ্কাৰখাং চাৰ্কিট হাউচটোৰ বিচেপশনৰ ভদ্ৰলোকজনে কৈছিল, জুনাগড়ৰ নবাবৰ ঘৰ আছিল এসময়ত এই চাৰ্কিট হাউচটো। ১৮৩৫ চনত নিৰ্মিত। ৰাজহাউলী ৰাজহাউলী যেন লগা ঘৰ এটা!

এতিয়াও মোৰ হেঁপাহ এটা থাকি গৈছে চাযগুৰিৰ ১৯০৪ চনত নিৰ্মিত এশ বছৰৰ পুৰণি গড়কাপ্তানি বিভাগৰ যেৰী পৰিদৰ্শন বঙলাটোত এটা ৰাতি, মাথোঁ এটা ৰাতি থাকি আহিবলৈ।

গুপ্ত অমৃক বাও। ক'ল ইণ্ডিয়া লিমিটেডৰ এই সিহিং গেষ্ট হাউচটোৰ একেন ডেকা নাম এটেনডেণ্ট। কালি ৰাতি তেওঁৰ লগত মই মোৰ ৬ নং কোঠাটোত বহি কথা কথা

পাতিছিলো। সুদৰ্শন যুৱক অম্ৰু ৰাও। তেলেগু ল'ৰা। দক্ষিণ ভাৰতীয় কথাছবিৰ তেলেগু নায়কৰ দৰে চেহেৰা। নিভাঁজ অসমীয়া কয়। জন্ম মাৰ্ঘেৰিটাত। দেউতাকে ক'ল ইণ্ডিয়াৰ বৰগোলাই কলিয়েৰীত চাকৰি কৰিছিল। সুদূৰ অন্ধ্ৰপ্ৰদেশৰ শ্ৰীকাকুলাম জিলাৰ পৰা আহিছে তেওঁলোক।

আম্ৰুকো সুধিছিলো। কিন্তু ক'ব নোৱাৰিলে ব্ৰিটিছৰ যুগতে নিৰ্মিত এই দিহিং ৰেষ্ট হাউছটো আচলতে কিমান বছৰৰ পুৰণি!

কোঠাৰ পৰা ওলাই আহিবৰ পৰত তেলেগু যুৱক অম্ৰু ৰাৱে ক'লে, 'আকৌ আহিব ছাৰ।' শুৱলা অসমীয়া অম্ৰুৰ কণ্ঠৰ।

অম্ৰুৰ কান্ধত হাত থৈ ক'লো, 'ছোৱালী দুজনীৰ স্বাস্থ্যৰ যত্ন ল'বা। সিহঁতৰ পঢ়া-শুনাৰ প্ৰতি নজৰ ৰাখিবা।'

মোলৈ চাই থাকিল। কালি ৰাতিৰ চিনাকি তেওঁ মোৰ।

দিহিং গেষ্ট হাউছটোৰ চৌহদ পাৰ হৈছোঁ। সম্মুখতে এক বিশাল সেউজ। নামদাং টী ইষ্টেট। মাঘমহীয়া অসমৰ চাহ বাগিচা কোমল সেউজ কুঁহিপাতেৰে দৃষ্টিনন্দন হৈ উঠিছে। 'ইমানবোৰ সেউজীয়া ক'ত পালা নামদাং?' —সুধিলো নামদাঙক।

টিহৰি গাড়োৱাল আৰু সাবৰকন্থা জিলালৈ যোৱাৰ দৰে যোৱা চাৰি-পাঁচ দিন মই নিৰ্বাচনৰ কামতে তিনিচুকীয়া জিলাত আছোঁহি। পঞ্চায়ত নিৰ্বাচন। ২৫-২৬ জানুৱাৰী, শদিয়াত। আৰু ২৭, ২৮, ২৯ জানুৱাৰীত তিনিচুকীয়া আৰু মাৰ্ঘেৰিটাত। আজি পুৱা নিৰ্বাচনৰ কাম ভোট গণনা শেষ হৈছে। এতিয়া ওভতাৰ বাট।

জয়ৰামপুৰলৈ যাম। মাৰ্ঘেৰিটাৰ পৰা ৫২ কিলোমিটাৰ পূবে। গহীন-গহন জিম কৰবেট নেশ্যনেল পাৰ্কত লগ পোৱা জিংৰাম জোড়লিৰ যৌৱনৰ বহুদিন পাৰ হোৱা অসমৰ জয়ৰামপুৰ। কি সপোন এৰি থৈ গৈছে জিংৰাম জোড়লিয়ে জয়ৰামপুৰত, সেয়া মই বিচাৰি যাম।

নামদাং এখন চাহ বাগিচা। মই নাজানিছিলো। ইমানদিনে নামদাং এখন নৈহে মই দেখি আহিছিলো গৌৰীসাগৰ পাৰ হৈ নেশ্যনেল হাইৱে'- ৩৭ ৰ বুকুত চুই যোৱা এখন শিলৰ সাঁকো— নামদাঙৰ শিলৰ সাঁকো। পাৰ হৈ যাওঁতে যাত্ৰীসকলে বজাদিনীয়া শিলৰ সাঁকোখনহে চাই যায়। তলেদি যে এখনি লিহিৰি নৈ নামদাং বৈ গৈছে— অলক্ষিতে থাকি যায়। শিৱসাগৰৰ এই নামদাং নৈ দিখৌ নৈৰ এখন উপনৈ। আৰু মোৰ সন্মুখত এই নামদাং চাহ বাগিচা? বুঢ়ীদিহিং নৈৰ উপনৈ নামদাং নৈৰ নামেৰে হয়তো নামকৰণ হৈছে। নামদাং কয়লাক্ষেত্ৰৰ মাজেৰে বৈ আহিছে এই নামদাং নৈ। জগনুপানী, হাচংপানী, টিকৰুপানী নামৰ তিনিটা জান মিলি নামদাং হৈছে। অসমত উত্তৰ-পশ্চিমলৈ পাঁচ কিলোমিটাৰ আহি বৈ গৈ পশ্চিমমুৱা হৈ দুই কিলোমিটাৰ ভটিয়াই গৈ ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ দুই কিলোমিটাৰ ভটিয়াই আহি মাৰ্ঘেৰিটাৰ কাষত বুঢ়ীদিহিং নৈত পৰিছে।

ব্যস্ত এক সৰু চহৰ মাৰ্ঘেৰিটাৰ বজাৰৰ মাজেদি এক মসৃণ পথেদি আমাৰ গাড়ী গৈ আছে। এনেকুৱা বজাৰ-চহৰৰ মাজেদি পাৰ হৈ গ'লে মোৰ খাৰুপেটীয়ালৈ মনত পৰে।

বনৰুপুৰলৈ মনত পৰে, গোগামুখলৈ, দুধনৈলৈ, চাপৰলৈ আৰু বহুতলৈ। খাটাঁবজাৰ, পাণবজাৰ, পল্টন বজাৰৰ কলকোলাহলৰ চৰম বিপৰীতে মাৰ্ঘেৰিটা, সৰভোগ, টিলাপথাৰ, টীয়কৰ বাটৰ কাষৰ সৰু সৰু বজাৰবোৰে মোৰ প্ৰাণত এখন চেনেহৰ ঘাটি পাতি দিয়ে [illegible]।

সৌফালে ৰাস্তাটো গৈছে বৰগোলাই কলিয়েৰীলৈ। শ্ৰীকাকুলাম জিলাৰ পৰা এদিন এজন তেলেগু যুৱক আহিছিল জীৱিকাৰ সন্ধানত এই কলিয়েৰীলৈ। ক্ৰ. সংসাৰ পাতি ইয়াতেই থাকি গ'ল তেওঁ। জীৱনটো ইয়াতেই পাৰ কৰিলে। কত কয়লাৰ স্তৰৰ মাজত সেই মানুহজনৰ সপোন আৰু যৌৱনে কি ৰূপ আৰু ৰং লৈছিল মই নজনো। তেওঁৰ বুকুৰ কিমান নিশ্বাসৰ কথা এই কলিয়েৰীয়ে সাৱটি ৰাখিছে মই নাজানো কিন্তু মই জানো, তেওঁ এই কলিয়েৰীতে জীৱনটোক জীৱনৰ দৰে সজাই তুলিবলৈ প্ৰাৰ্থনা কৰিছিল। আৰু বহুত কিবাকিবি। তেওঁ এই কলিয়েৰীত উচৰ্গা কৰা তেওঁৰ জীৱনৰ বহু সৌন্দৰ্যৰ কথা কালি ৰাতি ৬ নং কোঠাটোৰ সেমেকা শীতৰ বৰ্ষণমুখৰ মুহূৰ্তবোৰত মোক গুণ্টু অমক বাবে বিবৰি কৈছিল। গুণ্টু অমক বাবুৰ দেউতাক আছিল তেওঁ।

গুণ্টু অমক বাবে নোকোৱা আৰু বহু কয়লাখনি শ্ৰমিকৰ শ্বাস-প্ৰশ্বাস হয়তো বৰগোলাই কয়লাখনিত আজিও সঞ্চিত হৈ আছে। সেইবোৰ তাতেই থাকক। কথা কেইটি নোহোৱাকৈ তাতেই থাকক। অমক বাবেও আৰু সেইবোৰ উলিয়াই আনি এজাতিৰ বাবে অন্য কোনো এক অচিন আৱাসীক ৬ নং কোঠাটোত বহি সেইবোৰ ক'ব নালাগে।

টিলকাক কলিয়েৰী, টিৰাপ কলিয়েৰী পাৰ হৈ আমাৰ গাড়ী আহি পালেহি লিডু। ইমান সৰু নাম— লিডু! চেণ্ট্ৰেল প্ৰাইমেৰী স্কুলত শুনিছিলো— লিডু! সৌফালে ওখ ওখ কয়লা-পাহাৰ। নীচল এখন মালগাড়ীত কয়লাবোৰ উঠাইছে। এই ঠাইবোৰত আহি থিয় হ'লে মোৰ পোনেই মনত পৰে কোন দূৰ-সুদূৰত এনে আৰু সৰু সৰু ঠাই কিছুমানৰ কথা— ছত্ৰাপাৰ, মাণিকপুৰ, ধলা, পাঁচগ্ৰাম, বকজলনি, কাটাখাল, মাইবাং! একেই সপোন লৈ বৈ আছে সেইবোৰ ঠাই, লিডুৰ দৰে।

বাওঁফালে এইখন লিডু টী ইষ্টেট। লিডু ক্লাব। লিডু ৰে'ল ষ্টেচন। এই লিডু ৰে'ল ষ্টেচনৰ পৰা গুৱাহাটীলৈ ইণ্টাৰচিটী ৰে'ল চলে। দৈৰ্ঘ্য ৩৮ মিটাৰ। এখন নদীৰ দলঙৰ নাম আৰু দৈৰ্ঘ্য এনেকৈ লিখি থোৱা কথাটো বিৰল নহয়। অ'ত-ত'ত বহু নদী দলং পাইছো— দলঙত নাম লিখা নাই। বাটৰ গাড়ীবোৰক সুধি আনিবলগীয়া হৈছে নদীৰ নাম— কুলসী, দুধনৈ, বৰমৰা, পুঠিমাৰী— কত নদী!

আৰু এয়া লেখাপানী ৰে'ল ষ্টেচন। পূব অসমৰ আন এটা শীমামূৰীয়া শেষ ৰে'ল ষ্টেচন। উত্তৰ অসমৰ পূব প্ৰান্তৰ শেষ ৰে'ল ষ্টেচন মুৰ্কংচেলেক। দক্ষিণ অসমৰ আন এটা শেষ পূব প্ৰান্তৰ ৰে'ল ষ্টেচন তিনিচুকীয়া জিলাৰ ডাঙৰী আৰু এয়া এইটো শেষ ষ্টেচন একেখন জিলাৰে লেখাপানী। পৰহি শদিয়াৰ পৰা তিনিচুকীয়ালৈ ওভতাৰ বাটত মই চাই আহিছিলো ডাঙৰী ৰে'ল ষ্টেচন। মৰি গৈছে সেই ৰে'ল ষ্টেচন। টিকট কাউণ্টাৰৰ জেংকাপানত গৰু চৰি আছে, গোবৰ উপচি আছে। মই বহু ৰে'ল ষ্টেচনৰ মৃত্যু দেখিছোঁ— শিলঘাট, চিমেন চাপৰি, পাৰে। আৰু এয়া লেখাপানী ৰে'ল ষ্টেচন। মৃত্যু হৈছে এই ৰে'ল ষ্টেচনটো।

নাহে ইয়ালৈ কোনো ৰে'ল। নচলে ইয়াৰ পৰা কোনো ৰে'ল। নৰয় ইয়াত কোনো কাৰোবাৰ প্ৰতীক্ষাৰ আনন্দত। নৰয় ইয়াত কোনো কাৰোবাৰ বিদায়ৰ বেদনাত। মই আহিছোঁ— অচিনাকি এক পথিক লেখাপানী ৰে'ল ষ্টেচন বিচাৰি, বুকুত অকণ আশ্ৰয় দিব বিচাৰি।

লেখাপানী বনাঞ্চল। বাটৰ দুয়োকাষে লেখাপানী বনাঞ্চল। অপৰূপ প্ৰাকৃতিক সৌন্দৰ্যই মুহি আহিছে মোক সেই লিডুৰ পৰাই। ওখ ওখ ধূঁৱলিময় পাহাৰবোৰ সুদূৰত। অবৰ্ণনীয় মোহময়তাৰে উপচাই ৰাখিছে অসমৰ এই পূব প্ৰান্তৰ মায়াময় প্ৰকৃতিক।

মই এইধৰণৰ তন্ময় মায়াময়তা উপভোগ কৰিছোঁ সুদূৰৰ জোনাই-মুৰ্কংচেলেকলৈ যোৱাৰ বাটতো। প্ৰকৃতি কিমান উদাৰ আৰু বিশাল, তাৰ পৰিস্ফুট প্ৰমাণ অকাজান পাৰ হৈ ক্ৰমশঃ পূবলৈ গৈ থকা ডিমু, দিপা, চিমেন, তেলাম, জোনাকাৰেং হৈ হৈ শেষত জোনাইৰ এই বিস্তীৰ্ণ প্ৰান্তৰ। কি বিমুগ্ধভাৱে প্ৰকৃতিয়ে বিলাই দিয়ে নিজকে সেয়া লেখাপানীলৈ আহি তেলাম-জোনাইক সুঁৱৰি মই বিস্মৃত হৈ পৰিছোঁ। অবাক হৈ পৰিছোঁ।

টিৰাপ নদী। এনেকুৱা নামৰ ক'ৰবাত এখন নদী আছে, সেই কথা মই নাজানিছিলো। ভূচিত্ৰাবলীত এই নদীৰ নীলা ৰেখাডালো মই দেখা নাই; কিন্তু মই মোৰ বুকুৰেদি বোৱাই দিলো এই নদী।

দলঙৰ সিটো পাৰে নামফলক লিখা আছে BR No. 5/1 River Tirap। দৈৰ্ঘ্য ১১৫ মিটাৰ। আৰু তলত এখন মনোমোহা নদী টিৰাপ।বুঢ়ীদিহিং নৈৰ আটাইতকৈ দীঘল উপনৈ টিৰাপ। অৰুণাচল প্ৰদেশৰ টিৰাপ জিলাৰ ৰোহো নামৰ ঠাইখনত ২,৭৮০ মিটাৰ উচ্চতাত টিৰাপ নৈৰ উৎপত্তি হৈছে। পাহাৰৰ মাজে মাজে ৯৬ কিলোমিটাৰ বৈ আহিছে এই নদী। অসম-অৰুণাচলৰ সীমাত প্ৰবেশ কৰি এসময়ত নদীখন উত্তৰমুৱা হৈ তিনিচুকীয়া জিলাত প্ৰবেশ কৰিছে। আহি আহি নৈখন লেখাপানী ৰে'ল ষ্টেচনৰ কাষত, মই অথনি লগ পোৱা লেখাপানী নদীখনত, বাওঁপাৰে লগ পাইছে। আৰু শেষত লিডুৰ ওচৰত এই নৈ টিৰাপ, বুঢ়ীদিহিঙত পৰিছে। ১,০৬৪ বৰ্গ কিলোমিটাৰ অৱবাহিকাৰ সৃষ্টি কৰা টিৰাপ নৈৰ দৈৰ্ঘ্য ১৪৫ কিলোমিটাৰ।

বিপৰীত ফালৰ পৰা অহা এখন অসম ৰাজ্যিক পথ পৰিবহণ নিগমৰ বাছৰ নাম Stillwell Express। ষ্টীলৱেল। সেই বিখ্যাত ষ্টীলৱেল পথ। বাটৰ কাষত সোঁফালে এখন উদ্যান আৰু লগতে এখন থিয়কৈ ভাঙৰ মেপ। এই উদ্যানখন আৰু লগতে মেপখন ১৯৯৮ চনত মাৰ্ঘেৰিটা সমষ্টিৰ বিধায়ক প্ৰদ্যুৎ বৰদলৈয়ে বিধায়কৰ সমষ্টি উন্নয়ন পুঁজিৰ টকাৰে নিৰ্মাণ কৰোৱাইছিল। মেপখনে এক বিশাল প্ৰান্তৰ আৰু বৈভৱৰ কথা সোঁৱৰাই দি যায়। ষ্টীলৱেল পথৰ সংলগ্ন এই অঞ্চলটোৰ এক পৰিস্ফুট ভূগোল মেপখনত অঁকা আছে।

ভাৰত, ম্যানমাৰ আৰু চীন দেশক সংযোগ কৰি ১০৭৯ মাইল দৈৰ্ঘ্যৰ ষ্টীলৱেল পথ নিৰ্মাণ কৰা হৈছিল দ্বিতীয় মহাসমৰৰ সময়ত।

তেওঁৰ নাম জোছেফ বাৰেন ষ্টীলৱেল। ১৮৮৩ চনত ফ্লৰিডাত তেওঁৰ জন্ম হৈছিল। ৱেষ্ট পইণ্ট মিলিটেৰী অকাডেমীৰ তেওঁ স্নাতক আছিল। ফিলিপাইনছত সামৰিক বিভাগত চাকৰি কৰিলেও তেওঁৰ আছিল ভাষা শিক্ষাৰ প্ৰতি অগাধ আগ্ৰহ। আৰু সেই সূত্ৰেই তেওঁ

চীন দেশলৈ সামৰিক ভাষা শিক্ষক হিচাপে চাকৰি কৰিবলৈ গৈছিল। ১৯৩৯ চনত দ্বিতীয় মহাসমৰৰ কলশিতা বাৰ্কৌতে তেওঁ আছিল ব্ৰিগেডিয়াৰ পদত।

দ্বিতীয় মহাসমৰৰ সময়ছোৱাত নিপুণ জাপানী সৈন্যৰ আক্ৰমণত ছেদেলি-ভেদেলি হৈছিল মিত্ৰশক্তি আৰু তাৰ প্ৰভাৱ পৰিচিত চীন, ৰেংগুন ইত্যাদিত। সেইবোৰ বহু কথা, বহুত কথা। আৰু এই যুদ্ধৰ প্ৰত্যক্ষ কাৰ্যাচল জোচেফ ৱাৰেন ষ্টীলৱেলে।

বাৰ্মা ইতিমধ্যে শত্ৰুপক্ষৰ দখলত। এই বাৰ্মা উদ্ধাৰৰ বাবে দক্ষিণ চীনত সামৰিক ঘাটি পাতি বাৰ্মাক সংযোগ কৰি এটা পথ নিৰ্মাণৰ অতীৱ প্ৰয়োজন অনুভৱ কৰা হৈছিল। আৰু তাৰেই ফলত সেই তাহানিৰ অটব্য হাবি জাতি, প্ৰতিকূল পাৰিপাৰ্শ্বিকতা তোৰ্ত, ধ্বংস-বৰষুণ, বোমাৰ-আক্ৰমণৰ মুখামুখি হৈ টাই, চিংফৌ, টাংছা, নেপালী কত মানুহ নিয়োগ হ'ল পথ নিৰ্মাণকাৰ্যত।

১৯৪২ চনৰ ডিচেম্বৰ মাহত জোচেফ ষ্টীলৱেলৰ নেতৃত্বত এই পথ নিৰ্মাণৰ কাম আৰম্ভ হ'ল। তেওঁৰ সহযোগী আছিল কৰ্ণেল লিবিছ পিক আৰু কৰ্ণেল এৰোস্মিথ। এবছৰ কালৰ ব্যৱধানত ১৯৪৩ চনৰ শেষৰফালে লিডুত আৰম্ভ কৰি ১৮৭ কিলোমিটাৰ পথ পূৰে নিৰ্মাণ সম্পূৰ্ণ হ'ল। আৰু তাৰ এবছৰৰ পাছত এই পথ বাৰ্মা বোডপৰ্যন্ত নিৰ্মিত হ'ল। তাৰ পিছত ১৯৪৫ চনত এই পথ সম্পূৰ্ণ হৈ উঠিল। সৰ্বমুঠ ১৭২৬ কিলোমিটাৰ দৈৰ্ঘ্যৰ এই পথটোৰ লিডুৰ পৰা আৰম্ভ কৰি মাথোঁ ৬১ কিলোমিটাৰ পথ পাংচোও গিৰিপথলৈকে ভাৰতৰ সীমাভুক্ত হৈছে। আন ৬৩২ কিলোমিটাৰ পৰিছে বৰ্তমানৰ ম্যানমাৰত আৰু শেষৰ ১০৩৩ কিলোমিটাৰ কুনমিঙলৈকে চীনদেশত। ১৫ কোটি আমেৰিকান ডলাৰ, ৩৫ হেজাৰ বাৰ্মিজ, ভাৰতীয় আৰু চীনা শ্ৰমিকৰ লগত ২৮ হেজাৰ আমেৰিকান নিগ্ৰো সৈন্য এই পথ নিৰ্মাণত নিযুক্ত হৈছিল। বিভিন্ন বেমাৰ, জাপানী আক্ৰমণ আদিৰ বাবে চাৰি হেজাৰমান শ্ৰমিকৰ এই সময়ছোৱাত ইয়াতেই মৃত্যু হৈছিল।

যুদ্ধ শেষ হ'ল। আমেৰিকানসকল গুচি গ'ল নিজ দেশলৈ। জোচেফ ৱাৰেন ষ্টীলৱেলো।

লিভাৰ কেন্সাৰত আক্ৰান্ত হৈছিল জোচেফ ৱাৰেন ষ্টীলৱেল। আৰু সেই বেমাৰতেই ১৯৪৬ চনৰ ১২ অক্টোবৰত বিয়লি বেলা ষ্টীলৱেলেও জীৱনৰ পৰা মেলানি মাগিলে।

জোচেফ ৱাৰেন ষ্টীলৱেলৰ সন্মানাৰ্থে এই সুদীৰ্ঘ পথটোৰ নামকৰণ কৰা হ'ল ষ্টীলৱেল পথ। আজি সেই ষ্টীলৱেল পথেদি চলিছে বাণিজ্যিক পৰিবহণ নিগমৰ ষ্টীলৱেল এক্সপ্ৰেছ আৰু আমাৰ এই গাড়ী।

১৯৩৭ চনৰ এই অঞ্চলৰ এছিষ্টেণ্ট পলিটিকেল অফিচাৰ মিষ্টাৰ বাল্কাৰ, চিংফৌ নেতা বিছা লাদে, আই কা চাকাপ আদিৰ অপৰিসীম সাধনা আৰু পাৰ্বত্য-চিংফৌ-টাংছা আৰু বহুজনৰ বহু ত্যাগ-প্ৰয়াসৰ কাহিনী যেন কৈ গৈ আছে সন্মুখৰ এই ষ্টীলৱেল পথে।

কণৰ অন্ত নোহোৱা এই তিৰাপ সীমান্ত। সেই যে দূৰৰ ধূসৰ ধূসৰ পাহাৰবোৰ! সেইবোৰৰ কোনোবা দুৰ্গম ঠাইৰ ঘাটেদি নামিছিল কোনোবা নৱাই, কোনোবা টাংছা লিচিৰ পথ দৈ নামিছিল, লোপ বাজি নামিছিল। আৰু এই লেখাপানী নদীৰ পাৰতেই হয়তো

তেওঁলোক খন্তেক বৈছিল। কোনোবাই সুধিছিল, 'ককাই কেনিনো যোৱা?' কক্ষ কক্ষ এক চাৰনিৰে, মুখত এমোকোৰা পাহাৰীয়া হাঁহিৰে তেওঁ কৈছিল, 'মাৰ্ঘেৰিটাৰ হাটলৈ'।

'সাহস আৰু আত্মত্যাগৰ কাহিনী'— এই বুলি লিখা আছে লেখাপানীৰ ষ্টীলবেল উদ্যানখনত। হয়তো সেই কাহিনী এক বিস্তৃত আৰু অলিখিত কাহিনী!

ৰামপুৰ পালো। ষ্টীলবেল পথৰ সোঁমাজতে ওখকৈ এখন তোৰণ— 'চাওলুং চ্যুকাফা সম্প্ৰীতি বাটচ'ৰা'। আৰু কাষত সোঁহাতে দিহিং-পাটকাই হাট।

মনোৰম প্ৰাকৃতিক পটভূমিত ২০০২ চনত এই ৰামপুৰত প্ৰথম আৰম্ভ কৰা হৈছিল 'দিহিং-পাটকাই উৎসব'। প্ৰতি বছৰে পালন কৰা হৈ আহিছে পূব দিশত অসমৰ শেষ প্ৰান্তত এই মনোৰম সাংস্কৃতিক উৎসব।

সাংস্কৃতিক উৎসবৰ ঘাই ভেটিটো দৰাচলতে হ'ব লাগে সাংস্কৃতিক পৰ্যটনৰ গাঁথনিত। নতুনকৈ পৰ্যটন সম্পৰ্কত সৃষ্টি হোৱা এক পৰিঘটনাত সাংস্কৃতিক পৰ্যটনৰ কাষলৈ আনি দুয়ো দুয়োকে বিনিময় কৰাৰ সুবিধা দিয়া হয়। তাৰ বিনিময়ৰ মাজতে গঢ় লৈ উঠে এক অভিনৱ আৰ্থ-সামাজিক গাঁথনি। উত্তৰ অসমৰ ভৈৰৱকুণ্ডত ধনশিৰি নদীৰ পাৰত অনুষ্ঠিত 'ভৈৰৱকুণ্ড উৎসব'ও এনে এক সাংস্কৃতিক বিনিময়ৰ আধাৰশিলা।

বৃহৎ বৃহৎ নগৰ-চহৰসমূহৰ ৰংচঙীয়া মঞ্চত সংস্কৃতিৰ যি আদান-প্ৰদান চলে, সেইবোৰৰ পৰা বহু দূৰত এনেকৈ সম্পূৰ্ণ এক প্ৰাকৃতিক পৰিৱেশত 'ভৈৰৱকুণ্ড উৎসৱে'ই হওক, 'দিহিং-পাটকাই উৎসৱে'ই হওক, সেইবোৰৰ আছে কিছুমান সবুজ মাদকতা। দুটা বা তিনিটা দিনৰ কাৰণে নিজ এলেকাত হোৱা এই আনন্দ উৎসৱে সহজ-সৰল কিছুমান প্ৰাণত যি আবিৰ সানি যায়, তাৰ কোনো তুলনা নাথাকে।

আহোম, মৰাণ, মটক, দেউৰী, নেপালী, কছাৰী, চিংফৌ, টাইফাকে, চেমা নগা আদি জনগোষ্ঠীৰ মিলনৰ ঠাই ৰামপুৰ অঞ্চলক ঘাইকৈ পৰ্যটনৰ আকৰ্ষণথলীলৈ ৰূপান্তৰ কৰাৰ অৰ্থে ১৫ ফেব্ৰুৱাৰীৰ পৰা তিনিদিনীয়া এই উৎসৱৰ আয়োজন কৰা হৈছে। ইমানবোৰ জনগোষ্ঠীৰ সমৃদ্ধ কলা-সংস্কৃতিয়ে ৰাজ্যখনৰ বাহিৰৰো বহুতৰে দৃষ্টি আকৰ্ষণ কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰা হৈছে। অপৰূপ প্ৰাকৃতিক সম্ভাৰৰ এই অঞ্চলটো ইণ্ডো-বাৰ্মা জৈৱ-বৈচিত্ৰ্যৰ এটা অংশ হিচাপে গণ্য হৈ বিশাল এক সম্ভাৱনাক উন্মুক্ত কৰি দিব এই উৎসৱৰ কেইদিন। পৰম্পৰাগত হস্তকলা আৰু সাংস্কৃতিক গীত-মাতৰ উপৰি জনগোষ্ঠীসকলৰ সুস্বাদু আহাৰৰ ফুড ফেষ্টিভেলো হ'ব এই উৎসৱৰ আকৰ্ষণ। দেশী-বিদেশী বহু পৰ্যটক আহিবলগীয়া এই উৎসৱৰ বাবে টিৰাপ নৈৰ দাঁতিৰ কালো গাঁৱত পৰম্পৰাগত আৰ্হি আৰু কলা নিপুণতাৰে বাঁহ-বেত আৰু টকৌপাতেৰে অতিথিশালা নিৰ্মাণ কৰা হৈছে। তদুপৰি মাৰ্ঘেৰিটাৰ ওচৰত দিহিং নৈৰ দাঁতি কেটেটঙতো চিংফৌ লোকসকলে তেওঁলোকৰ পৰম্পৰাৰে অতিথিশালা নিৰ্মাণ কৰিছে।

কোন দূৰ-সুদূৰৰ ব্যস্ত মহানগৰৰ অৰ্ধশ্বাস পৰিৱেশৰ পৰা বহু আঁতৰলৈ আহি দিহিং-পাটকাইৰ এই উৎসৱথলীলৈ চাই চাই মোৰ মন অজানিতে এক পুলকতাৰ বিৰ্‌বিৰ্ কঁপি উঠিল। তিনি দিন। তিনি দিন এই দিহিংপাৰত, এই পাটকাইৰ নামনিত বিচৰণ কৰিবলগীয়া

বাৰেৰকণীয়া মাদকতাৰ কথা অনুভৱ কৰিয়েই মই [illegible] পৰিতৃপ্ত হ'লো।

ৰামপুৰ পাৰ হ'লো। চৌদিশে মুকলি। মাথোঁ মুকলি। পূবেদি বৈ যোৱা টিৰাপ নৈৰ কোনো বাঁহৰ ওলোমা সাঁকোৰে, হয়তো এনে এক মুকলি আকাশৰ তলতে, চাংহা খেতিয়কে পাৰ হৈ আহি ৰামপুৰত খেতি কৰিছিল। কোনোবা কাহানিবা।

জাগুন পুলিচ আউট পোষ্ট পাৰ হৈ আহিলো। ইয়াৰ পৰা ১২ কিলোমিটাৰ দূৰ মোৰ গন্তব্যস্থল জয়ৰামপুৰলৈ। বাওঁফালে যোৱা ৰাস্তাটোৰ ৩১ কিলোমিটাৰ নিলগত পূবৈত অৰুণাচল প্ৰদেশৰ নামদফাত আছে মিয়াও ৰাষ্ট্ৰীয় উদ্যান।

এই ৰাস্তাটো নতুনকৈ, বহলকৈ নিৰ্মাণ কৰি আছে। কালি পৰ্যন্ত দুদিন বৰষুণ গৈছে। বোকাময় হৈছে ৰাস্তা।

নামদফা এক টাইগাৰ প্ৰজেক্ট। জৈব-বৈচিত্ৰ্যৰে পূৰ্ণ এই অঞ্চলত আছে চাৰিশৰো অধিক বিভিন্ন প্ৰজাতিৰ চৰাইৰ লগতে ভিন্ন ভিন্ন জীৱ-জন্তু।

আৰু অৱশেষত এয়া জয়ৰামপুৰ। অসমৰ শেষ সীমা। ইয়াতে আৰম্ভ হৈছে অৰুণাচল প্ৰদেশৰ চাংলাং জিলা। এই ঠাইৰ পৰা অৰুণাচলৰ নামপঙলৈ ১৭ কিলোমিটাৰ পথ। এই সীমাত আৰম্ভ হৈছে ২৯তম অসম ৰাইফলছৰ।

এইবাৰ এক গহীন-গহন অৰণ্যৰ মাজেৰে, জয়াল নিমাত প্ৰকৃতিৰ বুকুৰে আমাৰ গাড়ী আগবাঢ়িছে ষ্টীলৱেল পথেদি -- জেনেৰেল ষ্টীলৱেলে সজা ষ্টীলৱেল পথ।

সমাধি বিচাৰি যোৱাৰ এক প্ৰৱণতা মোৰ বহুদিনৰ পৰাই আছিল। বিশ্বৰ জাতীয় নেতাসকলৰ সমাধিৰ বিষয়টো একাষৰীয়াকৈ থৈয়ো কওঁ, কলকাতাত গংগা নদীৰ পাৰত নিমতলা ঘাটত এদিন পুৱাতে মই কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ সমাধি চাবলৈ গৈছিলো -- কেৱল মাত্ৰ সমাধি চাবলৈ। সেইদিনাই দুপৰীয়া মহানগৰখনৰ চাৰ্চটিৰ কাষত এক পৰিত্যক্ত কণত পৰি থকা জোব্ চাৰ্নকৰ সমাধিও চাবলৈ গৈছিলো। যোৱাতাও কলকাতা হাইকোৰ্টে জোব্ চাৰ্নক কলিকতা চহৰ প্ৰতিষ্ঠাতা নহয় বুলি জমিদাৰ সাৱৰ্ণ চৌধুৰীৰ পৰিয়ালে কৰা গোচৰটোত জোব্ চাৰ্নকৰ বিপক্ষে ৰায় ঘোষণা কৰা নাছিল।

আৰু এয়া বিচাৰি বিচাৰি মই আহি পাইছোঁহি হাবিৰ মাজত বাওঁফালে এক পৰিত্যক্ত সমাধি। এই সমাধিকে চাওঁ বুলি পুৱাতেই আমৰু বাওঁইতৰ দিহিং গেষ্ট হাউচ এৰি ইমান দূৰ বাট আহিছোঁ।

অটব্য হাবিৰ মাজত এই সমাধি। সমাধিবোৰতো ধাঁহ-বন গজি বিৰ্বক ৰূপ লৈছে। কেনিবাবেৰে আৱৰি থকা চৌহদটোত কাঁটা বন্তৰ এখন ফলকত লগা বক্ষেৰে লিখা কথাখিনি মই পঢ়ি গ'লো সকাতৰে—

WORK WAR CEMETRY

These graves been silent testimony to those soldiers, unlisted workers and laboures who ventured into virgan jungle amid blistering heat, and laid down their lives in

the line of duty during the second world war, whilst part of all forces against the imperial Japanese army
THERE NAME LIVETH FOREEVER MORE

বিমৰ্ষ হৈ উঠিল মন। সন্মুখলৈ খোজ দিব নোখোজা হ'ল দুভৰি। মৃত্যুৰ এই নিৰ্মমতা দেখি। এনেকৈ, এনেকৈ শুই থাকিব পাৰে মৃত্যু। ইমান নিঃসংগভাৱে, ইমান কৰুণভাৱে, ইমান হৃদয়হীনভাৱে?

ইটাবোৰ খহি পৰিছে কোনো কোনো সমাধিৰ। শেলুৱে গজিছে কোনো কোনো সমাধিত। বনৰীয়া বন-পাতে আচ্ছন্ন কৰি ৰাখিছে কোনো কোনো সমাধিক।

হাবিৰ মাজত কিছুমান গছৰ গাত নামফলক আঁৰি থোৱা আছে— Poma, Hingori, Bandandime ইত্যাদি। এজোপা ঔটেঙা গছৰ গাত দেখিলো বৈজ্ঞানিক নাম লিখা আছে— *dillemia indica*।

কাষত এখন Epitaph। মেজৰ H SI AO নামৰ কোনো এক অজ্ঞানা ব্যক্তিৰ। তেওঁ আছিল চীনা সেনানীৰ দশম ৰেজিমেণ্টৰ ছেকেণ্ড বেটেলিয়নৰ Company Commander। ভাৰতত আছিল। ১৯১৩ চনত জন্ম তেওঁৰ আৰু যুদ্ধৰ সময়ত ১৯৪৩ চনত তেওঁৰ মৃত্যু হয়। মাথোঁ ত্ৰিশটা বসন্ত দেখা এক সুঠাম যুবক এদিন যুদ্ধৰ নিৰ্মমতাত শুই পৰিছিল চিৰকাললৈ। যুদ্ধই মৃত্যুৰ ভয়াবহতা আৰু কাৰুণ্য দেখিছিল নে নাই মই নাজানো; কিন্তু মোৰ অপৰিচিত এই চীনা সৈনিকজনে কোনো এক অখ্যাত স্থানত যেতিয়া জীৱনৰ শেষ শ্বাস নিৰ্গত কৰিছিল, তেতিয়া হয়তো সেই শ্বাসত ওলাই আহিছিল এক শাশ্বত প্ৰবাহ— যুদ্ধ, তুমি মৃত্যুতকৈও নিষ্ঠুৰ।

মই চীনা আখৰ চিনি নাপাওঁ। পঢ়িব নোৱাৰিলো মই অচিনাকি এপিটাফৰ হৃদয়লিপি। কিন্তু কোনে যেন মোক পঢ়ি শুনালে সেই এপিটাফৰ এটা এটাকৈ সংগোপনে—

অচিনাকি বাটেদি আহিছিলো এদিন
চিনাকি হৈছিল মোৰ তোমাৰ সৈতে জীৱন
কথাতো আছিল বহুদিন একেলগে বাট বুলাৰ
বহু দূৰ বহু বাট
তোমাৰ বাট ইমান চমু আছিল নাজানিছিলো জীৱন।

ময়ো আহিছিলো এক অচিনাকি বাটেদি অচিনাকি আখৰৰ ভাষা পঢ়িবলৈ। কোনে শিকাইছিল মোক সেই বাটৰ অচিন সুৰ?

হয়তো বৰগোলাই কলিয়াবীৰ কোনো অচিন শ্ৰমিকে, হয়তো লেখাপানী ৰে'ল ষ্টেচনৰ শেষ ৰে'লখনে। কিজানিবা টিৰাপ নৈৰ ওলমা সাঁকোখনে। নতুবা নামদাং চাহ বাগিচাৰ সেউজীয়া কুঁহিবোৰে।

মোৰ সন্মুখেদি এক বসন্ত পখী উৰা মাৰিলে অজানিতে কোনো এক দিগন্তলৈ। সেই পখী ডিখালা গেষ্ট হাউছৰ জোড়ুলি হ'ব পাৰে, যি যৌৱনৰ ভালেবোৰ বসন্ত জয়ৰামপুৰত

সযতনে এৰি থৈ গৈছিল। হয়তো হ'ব পাৰে ছেকেণ্ড বেটেলিয়নৰ কোনো জোৱানৰ, যি যৌৱনৰ কত বসন্ত ত্যাগ কৰি থৈ গৈছিল জয়ৰামপুৰত।

আকৌ যেতিয়া এদিন মই মাৰ্ঘেৰিটালৈ আহিম, জয়ৰামপুৰলৈ আৰু মই নাযাওঁ। কনবীয়া গছৰ বৈজ্ঞানিক নাম বিচাৰি আৰু মই অটব্য হাবিত নোসোমাওঁ। অচিনাকি এপিটাফ পঢ়িবলৈও মই আৰু কোনো সমাধিৰ কাষত থিয় নহওঁ।

মোৰ বুকুৰ মাজেদি সাজি লৈছোঁ মই এক দীঘল ছাঁলকেল পথ। সেই পথৰ কথা জনাই মই এখন চিঠি লিখিম জিংবাম জোড়ুলিক।

চিঠিখন মই পোষ্ট কৰিম মাৰ্ঘেৰিটাৰ ডাকঘৰত।

মাৰ্ঘেৰিটা- ৭৮৬ ১৮১।

# ২১।

## তুমি মোৰ জেংৰাইমুখ

বাৰ বাজি ত্ৰিশ মিনিটত আমাৰ ফেৰী আহি মাজুলীৰ মাটি চুলেহি। মাজুলীৰ কমলাবাৰী ঘাট। এই ঘাটতে আমাৰ ফেৰীৰ লংগৰ পেলালেহি। লোহাৰ বেঁকা বেঁকা ডাণ্ডৰ ডাণ্ডৰ লংগৰৰ দাঁতকেইটা ফেৰীৰ মানুহ এজনে মাজুলীৰ মাটিত কমলাবাৰী ঘাটত হেঁচি হেঁচি পুতি দিলে। আন এডাল ৰছী ঘাটত পোতা থকা চাপৰ বাঁহৰ খুঁটা এটাত নি বান্ধি দিলে।

হেতা-ওপৰা লাগিল ফেৰীৰ মানুহবোৰৰ, যাত্ৰীবোৰৰ ফেৰীৰ পৰা ওলাই ঘাটত নামিবলৈ আৰু ঘাটত বৈ থকা ট্ৰেকাৰবোৰ আৰু বাছবোৰত উঠিবলৈ, নিজৰ বাবে আৰু আন কাৰোবা কাৰোবালৈ বাছত ছিট ৰাখিবলৈ।

পাণ্ডু-আমিনগাঁৱত এসময়ত কি হৈছিল মই নাজানো, মোৰ তেনেই শৈশৱ তেতিয়া। শৰাইঘাটৰ দলং হোৱা নাই তেতিয়াও। গুৱাহাটীৰ পৰা মানুহবোৰ সিপাৰলৈ আমিনগাঁও হৈ হাজো-নলবাৰী-বৰপেটালৈ কেনেকৈ নাও-ফেৰী পাৰ হৈছিল নাজানো মই। কলেজলৈ আহি দেখিছিলো শিলঘাটত আহি তেজপুৰৰ জাহাজঘাটৰ ফেৰীবোৰ লগাৰ লগে লগে যোৰহাট-নগাঁৱৰ ফালে যাবলগীয়া বাছত উঠিবলৈ ফেৰীৰ পৰা মানুহবোৰ কেনেকৈ জঁপিয়াই জঁপিয়াই ঘাট পাইছিল আৰু ঘাটৰ পৰা কেনেকৈ বাছবোৰত উঠিবলৈ আৰু ছিট ৰাখিবলৈ দৌৰিছিল। মই নিজেই দৌৰিছিলো কিমানবাৰ।

কলীয়াভোমোৰা দলং হ'ল। তেজপুৰৰ জাহাজঘাটৰ পৰা শিলঘাটলৈ নাও-ফেৰী চলা

বন্ধ হ'ল। বন্ধ হ'ল চিৰদিনলৈ শিলঘাটৰ সেই ব্যস্ততা। এনেদৰেই শিলঘাটৰ সেই ঘাটটোৰ মৃত্যু হ'ল। আজিও কেতিয়াবা শিলঘাটলৈ গ'লে মৃত সেই শিলঘাটটো দেখি মোৰ বুকুত এক প্ৰচণ্ড খুন্দা লাগে। বহু বহু বছৰৰ আগতে মহিম বৰাৰ, উত্তৰপাৰৰ মোনাবাৰী চাহ বাগিচাৰ কাষৰ কাঠনিবাৰী ঘাটৰ পৰা এখন নাও এদিন পুৱাতে আহি এই শিলঘাটত লাগিছিলহি। আৰু তাৰ লগে লগে সৃষ্টি হৈছিল অসমীয়া সাহিত্যৰ এক অনুপম গল্প, অসমীয়া সাহিত্যৰ এক উল্লেখযোগ্য পৰিবেশপ্ৰধান গল্প কাঠনিবাৰী ঘাট।

মই ফেৰীতেই কৈছিলো সন্দীপক, দুই মিনিট ঘাটত ৰ'বলৈ। মোৰ লগত কেমেৰাত ৰীল ভৰোৱা আছিল। দুখন ফটো ল'ব লাগে সন্দীপৰ। কমলাবাৰী ঘাটত।

আমাৰ গাড়ীৰ চালক বৰুৱাই ফেৰীৰ পৰা আমাৰ বলেৰ' গাড়ীখন ঘাটত নমাই মানে মই ঘাটত সন্দীপৰ দুখন ফটো ল'লো। ফেৰীৰ ওপৰৰ তিনৰ চালিখনৰ পৰা পোক-বিশখন মটৰ চাইকেলৰ মাজৰ পৰা নিজৰ ৰঙা বৰণৰ মটৰ চাইকেলখন সন্দীপে নমাই আনিলে। পিঠিত সৰু বেগটো ওলোমাই ল'লে। কপাল আধা ঢাক খোৱাকৈ হেলমেট কেপ্‌টো পিন্ধি ল'লে। কেৱাটে খেলা ল'বাৰ ভংগীমাৰে মটৰ চাইকেলত উঠিল। ষ্টাৰ্ট দিলে। মই ক'লো, 'যোৱা। ক্লাছটো যেনে-তেনে পাব লাগিব।' মটৰ চাইকেল চলিবলৈ ধৰিলে। ঘাটৰ বালিবোৰ বতাহত উৰিব ধৰিলে। সন্দীপে সোঁলে চাই হাত জোকাৰিলে। মযো।

বাৰ বাজি পঞ্চলিশ মিনিটত সন্দীপৰ জিঅ'গ্ৰাফীৰ ক্লাছ আছে। মাজুলী কলেজত। বিজ্ঞান শাখাৰ হায়াৰ ছেকেণ্ডাৰী ছেকেণ্ড ইয়েৰৰ ছাত্ৰ সন্দীপ দত্ত। কমলাবাৰীত ঘৰ। কালি আহিছিল যোৰহাটৰ কেন্দুগুৰিৰ জেঠায়েকৰ ঘৰলৈ। এনেয়ে। জেঠায়েকে খুৱকৈ ধৰিছিল দুদিনমান থাকি যাবলৈ— কাইলৈৰ পৰা দুৰ্গা পূজা।

নাথাকিল সন্দীপ। আজি পুৱাৰ ভাগৰ কেমেষ্ট্ৰিৰ ক্লাছ এটা ক্ষতি হ'লেই। বাৰ পঞ্চলিশৰ নকেন ঠাকুৰীয়া ছাৰৰ জিঅ'গ্ৰাফীৰ ক্লাছটো সন্দীপে কোনোমতে ক্ষতি কৰিব নোখোজে— 'আমাৰ ছাৰে বহুত ধুনীয়াকৈ জিঅ'গ্ৰাফী পঢ়ায়।' ফেৰীত মোৰ গাড়ীৰ ভিতৰত বহি কথা পাতি আহোঁতে এবাৰ সন্দীপে কৈছিল। সন্দীপৰ ঘাৰোল'জী নাই— জিঅ'গ্ৰাফী আছে।

আৰু সেই জিঅ'গ্ৰাফীৰ ক্লাছ কৰিবলৈ উধাতু খাই মটৰ বাইক চলাই কেন্দুগুৰিৰ পৰা নিমাতীঘাটত ফেৰীত উঠিছিল সন্দীপ। ওখ, ধুনীয়া, মৰমলগা নতুন যুৱক। ফেৰীত আজি ভীষণ মানুহ। মানুহবোৰৰ থিয় হ'বলৈকে ঠাই নাছিল। বাইকখন চালিৰ ওপৰত তুলি দি মোৰ গাড়ীৰ কাষত থিয় হৈ আছিল ল'ৰাজন কোনোমতে। সন্দীপে কাষলৈ চাই আছিল। মোৰ গাড়ী আছিল খালী, চালক আৰু মই। দুয়ো আগফালে। ল'ৰাজনক বহিবলৈ ক'লো পাছৰ খালী ছিটত কোনো প্ৰস্তাৱনা নোহোৱাকৈ। গাড়ীৰ দুৱাৰ খুলি তেওঁ বহিল কোনো প্ৰস্তাৱনা নোহোৱাকৈ। নামটো সোধোঁতে ক'লে— সন্দীপ দত্ত।

তাৰ পাছত দুঘণ্টা সময় প্ৰায় আমি ব্ৰহ্মপুত্ৰৰ বুকুত। সন্দীপ দত্ত আৰু মই। সেয়া এক অন্য অধ্যায়।

গাড়ীত বহিলো। ঘাটত বৈ আছিল মোৰ নিজাপৰ মাজুলীৰ বিষয়া মহন্ত। গাড়ীত বহিল তেওঁ। গাড়ী চলিবলৈ ধৰিলে। কমলাবাৰীলৈ। পিছফালে থাকি আহিল ব্ৰহ্মপুত্ৰ, বিশাল ব্ৰহ্মপুত্ৰ। আৰু ব্ৰহ্মপুত্ৰৰ পাৰত কমলাবাৰী ঘাট। সুৰুৰিবোৰ। আমাৰ ফেৰী ঘাটত লাগো

লাগো হওঁতেই ঘাটৰ পৰা কোনোবাই কোনোবাই, ফেৰীৰ কোনোবা কোনোবালে মাৰিছিল সুহুৰি। ফেৰীৰ পৰাও ঘাটলৈ গৈছিল সুহুৰি। ফেৰীৰ পৰাও ঘাটলৈ গৈছিল সুহুৰি। এয়া 'চেনাইৰ চিনাকি সুহুৰি' নহয়। এয়া চিনাকি ঘাটৰ চিনাকি সুহুৰি। কি আকলুৱা, কি গীতিময়, কি প্ৰাণময়-প্ৰাচুৰ্যময়! অচিনাকি কাৰোবাৰ চিনাকি সুহুৰিটোৱে মোকেই যেন আদৰণি জনাইছিল কমলাবাৰী ঘাটলৈ। কৈছিল যেন— 'কমলাবাৰীলৈ আহিবলৈ বিশ বছৰ সময় ল'লা কিয়?'

মথাউৰি নে ৰাস্তা এনেকুৱা এক আকাৰৰ ওপৰেদি আমাৰ গাড়ী গৈ থাকিল। ধৰি লোৱা হ'ল এইটো এটা ৰাস্তা। এই ৰাস্তাটোৱে এখন গাড়ী পাৰ হৈ যাব পাৰে। ৰাস্তাটোৰ দুয়োকাষে মিচিং মানুহৰ বাসগৃহ। মহন্তই ক'লে, মানুহবোৰৰ মূল ঘৰ নৈয়ে ভাঙিছিল। গতিকে মানুহবোৰ ইয়ালৈ উঠি আহি ইয়াতে থাকিবলৈ ল'লে। চাংঘৰ সাজিলে। চাঙৰ তলত গাহৰিৰ বিচৰণভূমি। কুকুৰাৰ বিচৰণভূমি। পিলৌ পিলৌ পোৱালিৰ মাক একোজনী ঘূৰি ফৰিছে বিচৰণভূমিত। পিলৌ পিলৌ জাকৰ জন্ম ক'ত হৈছিল? এই বাঁহৰ খাংবোৰত। মিচিংসকলে ধুনীয়াকৈ কাঠি-কামি কৰি সৰু সৰু একোটা বাঁহৰ খাং কৰে। নাওমান এখন দূৰৰ থাকে। খাংটো অ'ত-ত'ত লৈ ফুৰিব পাৰি। আৰু সেই এটা খাণ্ডত এজনী পোৰুৰ-বিশটা কণী লৈ বিশ দিনমান উমনিত বহে। সদা সতৰ্ক দৃষ্টিৰে সেই বিশ দিন তাই চকু দুটা থিৰ কৰি বহি থাকে কণীকেইটা উম দি। আৰু এদিন কণীবোৰৰ পৰা পোৱালি ওলায়, সেই বাঁহৰ কাঠি-কামিৰ লিহিৰি খাংটো হৈ পৰে সদ্যোজাত কুকুৰা পোৱালিজাকৰ নাৰ্ছিংহোম।

চাংঘৰৰ অ'ত-ত'ত কেইবা ঘৰতো মই বাঁহৰ নাৰ্ছিংহোমবিলাক দেখিছোঁ। এনে মৰমলগা!

দুপৰীয়াৰ সময়। কোনোবাগৰাকীয়ে কাৰোবাৰ চুলিৰ ওকণী বাচিছে। বেছিভাগেই ৰঙা ৰঙা সূতাৰে শালত কাপোৰ বৈছে। এগৰাকীক দেখিলো, প্ৰকাণ্ড এডাল মাৰিৰে কাঠৰ প্ৰকাণ্ড উৰাল এটাত ধান বানিছে। দুয়োখন হাতেৰে তেওঁ নিৰ্ধাৰিত তাল-মান-লয়ত ধান বনাৰ এটা গুম গুম শব্দ তুলিছে। কি মনোমোহা!

ডেকাবোৰে জাকে জাকে ঘৰৰ সন্মুখত তাচ খেলিছে বস্তা একোখন পাৰি লৈ। চেঙেলীয়া ল'ৰা কেইটামানে মাৰ্বল খেলিছে। কিমান দিনৰ মূৰত দেখিলো মাৰ্বল খেলা। এসময়ত আমি এই চেঙেলীয়াকেইটাৰ বয়সত পুৰণা মোজাত ভৰাই ভৰাই মাৰ্বল সঞ্চয় কৰিছিলো। খণ্ডতে দেউতাই সেইবোৰ সোপাকে লেতেৰা ড্ৰেইনত পেলাই দিছিল। এতিয়া মোৰ লগত এটা মাৰ্বল আছে। ক'ত পালো? ইন্টাৰেষ্টিং। এবছৰৰ আগতে ঢালিগাঁৱৰ বি আৰ পি এল বিদ্যালয়ৰ অসমীয়াৰ বিষয় শিক্ষক বিশ্বজ্যোতি শইকীয়াৰ ঘৰলৈ গৈছিলো। তেওঁৰ শিশু কন্যাটিৰ হাতত এসোপামান মাৰ্বল আছে। দেউতাকে তাইক স্কুললৈ যোৱাৰ বাবে ঘৰতে প্ৰস্তুত কৰি থকা দিনবোৰত একৰ পৰা পঞ্চাশলৈ গণিবলৈ-শিকিবলৈ পঞ্চাশটা সৰু সৰু মাৰ্বল কিনি দিছিল। ছোৱালীৰ পঞ্চাশ গণা শিকা হৈ গ'ল। এতিয়া তাই ঘৰলৈ কোনোবা আহিলে তাইৰ ভাল লগা আলহী একোজনক এটা এটা সেই মাৰ্বল উপহাৰ দিয়ে। তাই মোকো তাইৰ ভাল লগা আলহীৰ তালিকাখনত স্থানভুক্ত কৰিলে। মই পৰম সৌভাগ্যবান উপলব্ধি কৰিলো। তাই মোক এটা মাৰ্বল 'উপহাৰ' দিলে। মই আশাতীত কৃতজ্ঞ হ'লো। আৰু সেই মাৰ্বলটো মোৰ অফিচলৈ নিয়া সৰু ক'লা চামৰাৰ বেগটোত সেই তেতিয়াৰ পৰা সাঁচি থোৱা আছে। বেগটো মই মাজুলীলৈও লৈ আহিছোঁ। হাতত্তে আছে মোৰ। জীৱনত

মহকুমাধিপতিৰ অফিচত কাম সামৰি মই এইবাৰ জেংৰাইমুখলৈ ওলালো। জেংৰাইমুখত মোৰ আচলতে একো কাম নাই। কিন্তু নামটোৱে মোক বহুদিনৰ পৰা মুহি ৰাখিছিল। ১৯৭৭ চনত প্ৰথম নামটো শুনিছিলো। উত্তৰ লখিমপুৰত আমাৰ লগত চাকৰি কৰিছিল পেশু উপাধিৰ এজন এ চি এছ বিষয়াই। তেওঁৰ মুখত নামটো শুনি থাকিছিলো খুব— তেওঁৰ ঘৰ জেংৰাইমুখত নে, তেওঁ জেংৰাইমুখৰ কলেজত পঢ়িছিল নে জেংৰাইমুখ কলেজত চাকৰি কৰিছিল, এনেকুৱাধৰণৰ প্ৰসংগত তেওঁৰ মুখত জেংৰাইমুখৰ নামটো শুনি আছিলো। পেশু ঢুকুওৱা বহু বছৰ হ'ল। কিন্তু জেংৰাইমুখে মোৰ বুকুত প্ৰতিধ্বনি তুলি থাকিল সদায়।

চাৰ্কিট হাউছত এইবাৰ মোৰ গাড়ীত চালক আৰু মোৰ সৈতে উঠিল মহকুমাধিপতিৰ অফিচৰ পিয়ন এজন। তেওঁৰ ঘৰ জেংৰাইমুখৰ ফালে। তেওঁ মোক জেংৰাইমুখ দেখুৱাব আৰু উভতোঁতে ঘৰতে নামিব। তেওঁৰ নাম সোণৰমণি পায়েং। জেংৰাইমুখ নামটোৰ দৰেই মনোমোহা নাম।

মাজুলীলৈ নাহিলে আচলতে কিছুমান ঠাই অনুমান কৰিবলৈ অসুবিধা হয়। নিৰ্দ্ধাৰিতভাৱে মাজুলী বুলি কোনো এখন ঠাই নাই। সমগ্ৰ নদীদ্বীপটোৰ নাম মাজুলী। কিতাপত পঢ়িছো, ব্ৰহ্মপুত্ৰ আৰু লোহিত খেৰকটীয়া পৰিবেষ্টিত অঞ্চলটোৱেই মাজুলী। ১৯৮৩ চনত মহকুমা গঠন হৈছে। নাম মাজুলী মহকুমা। মহকুমাটোৰ সদৰ ঠাই, মহকুমাধিপতিৰ কাৰ্যালয়, মই থকা চাৰ্কিট হাউছ, এইবোৰ সকলো থকা ঠাইখনৰ নাম গড়মূৰ। কমলাবাৰী ঘাট পাৰ হৈ ওখোৰা-মোখোৰা সেই মিচিংসকলৰ বসতিপ্ৰধান আলিটো পাৰ হৈ আহি আহি পাইছিলো মাজুলীৰ একমাত্ৰ নদী টুনি। ঘৰৰ পৰা আহিবৰ সময়ত ভূচিত্ৰাৱলীত চাই আহিছিলো টুনি নদীৰ লোকেশ্যন। মাজুলীৰ উত্তৰ-পূব ভাগৰ পৰা দক্ষিণ-পশ্চিমলৈ বৈ গৈছে এই নদী। নদীৰ উজনি অংশৰ নাম শুকানসুঁতি। সাপ এডালৰ দৰে বৈ গৈছে এই টুনি নদী। দুয়োপাৰে থাকি গৈছে নদীৰ কতবোৰ গাঁও, জান-বিল। মৰাসুঁতি, ভকতবিল, ধোবাচলা মিচিং গাঁও, পছমৰা জান, বাটমাৰী বিল, বেঙেনাআটী সত্ৰ, বটিয়ামাৰী, হাৰজানৰ পৰা আহি আহি কমলাবাৰী চহৰ পাইছিল।

মই টুনিক লগ পাইছিলো কমলাবাৰীত। কমলাবাৰীৰ পৰা কেইকিলোমিটাৰমান অহাৰ পাছত গড়মূৰ।

সোণৰমণি পায়েঙে কমলাবাৰীলৈ যোৱাৰ বিপৰীতে জেংৰাইমুখলৈ যোৱাৰ বাটটো দেখুৱাই বৰডুৰাক গৈ থাকিবলৈ ক'লে। মই সোণৰমণি পায়েঙক ক'লো, 'আপুনি মোক জেংৰাইমুখ পোৱালেকে বাটৰ কাষত বিমানবোৰ গাঁও আমি ক্ৰছ কৰি যাম, প্ৰত্যেকখনৰে নামবোৰ মোক কৈ যাব, মই লিখি লিখি যাম।'

শেষ আহিন। কাইলৈ কাতি বিহু। কাইলৈ সপ্তমী পূজা। মাজুলীত পূজা নাই। মাজুলীত বিহু আছে। বানে মাৰিছিল বেয়াকৈ মাজুলীৰ বহু খেতিপথাৰ। বহুৰি মাৰে। তাৰ মাজতো ঠায়ে ঠায়ে আহিন মাহত মাজুলীত ধান পকে। পকা ধানে পথাৰ সোণালী কৰে। গড়কাপ্তানি পথটোৰে সোণৰমণি পায়েঙৰ সৈতে মই সোণৰবৰণ লোৱা মাজুলীৰ আহিন মাহৰ পথাৰ চাই চাই গৈ আছো।

'এইখন গোপালপুৰ গাঁও।' সোণৰমণি পায়েঙে গড়মূৰ এৰাৰ পাছত প্ৰথমখন গাঁও

দেখুৱালে।

গাড়ী চলিছে। চকাৰ হেঁচাত বাটৰ ধূলি উৰিছে। ধূলিবোৰ উৰি উৰি কাষৰ খাল-বিল, বানে গৰকা উদং পথাৰ, আহিনে সোণালী কৰা ধাননি পথাৰ, সকলোতে পৰিছে।

নতুন বাট এটাৰে গৈ থকাৰ উন্মাদনা এটা মই সদায়ে অনুভৱ কৰোঁ। জেংৰাইমুখলৈ যোৱাৰ বাটটো। সেই বাটৰ অন্তত কি আছে, কি থাকে নাজানো। কিন্তু মনটোক ক'বলৈ হয়, 'ইমান দিনৰ পৰা ভাবি আছিলো আহোঁ বুলি। আহি যে পালো। সেয়াই বহুত।' বাটৰ কাষে কাষে কেৱল পথাৰেই পথাৰ। দূৰত গাঁওবোৰ। খেৰীঘৰবোৰ। মিচিং গাঁও পেলুইবোৰ। কতবোৰ ঠাই পাৰ হৈ আহি আছোঁ— সোণৰমণি পায়েঙে নামবোৰ কৈ গৈছে, মই লিখি গৈছোঁ— ফুটুকি মিচিং গাঁও, মধুপুৰ তিনিআলি, পকজৰা তিনিআলি, নতুন কমলাবাৰী, কহাৰজুৰি মিচিং গাঁও, ঠাকুৰসুতি মিচিংগাঁও।

বাটৰ দুয়োকাষে গছ। ডাঙৰ ডাঙৰ গছ। শিমলু, সিধু, চতিয়না, পলাশ। গছৰ পাতত শেষ সূৰ্যৰ বেঙুনি পৰিছে। বেলি লহিয়াব আৰু। ওখোৰা-মোখোৰা বহল বাট। গাড়ী-মটৰৰ চলাচল নাই।

পুখুৰী এটাত কলপটুৱাৰে অলপ ডাঙৰ নাও এখনৰ দৰে সজাই ফুলৰ মালা, চাকিৰে সজাই থোৱা দেখিলো। সোণৰমণি পায়েঙে ক'লে, মাজুলীত মানুহে দুৰ্গা পূজা পাতিছে। কিন্তু এই নাওখনৰ দৰে সজাই মিচিং মানুহে যেনো কামাখ্যা দেৱীৰ নামত পূজা-অৰ্চনা কৰে আৰু সেয়া নদীত এনেকৈ সজাৰ থৈছে পূজাৰ বেদী।

মোৰ চিন্তাটো আচলতে এন্ধাৰ হোৱাৰ আগে আগে জেংৰাইমুখ পাব লাগে। জেংৰাইমুখ নামৰ ঠাইখন মই দিনৰ পোহৰতে চাব খুজিছোঁ। এন্ধাৰ হ'লে কি দেখিম?

সোণাৰিআটী তিনিআলিৰ ৰাস্তাৰ কাষত দেখিলো 'ৰাজহংস থিয়েটাৰ'ৰ বেনাৰ এখন। ইমানবোৰ ভ্ৰাম্যমাণ থিয়েটাৰৰ মই নাম জানো, কিন্তু ৰাজহংস থিয়েটাৰৰ নামটো মই আজি প্ৰথম জানিলো। নাৰত আহি থাকোঁতে সদীপে কৈছিল, খুব কম থিয়েটাৰ আছে মাজুলীলৈ। কিয় মই নাজানো। নাও-ফেৰীত উঠি এনেজনমান লোকৰ বিৰাট টীম একোটা নাটক কৰিবলৈ আহিবলৈ অসুবিধাৰ বাবে? হ'বও পাৰে। কমলাবাৰীত দোকান এখনৰ ওপৰত দেখিছিলো শিৱসাগৰৰ ফালৰ আৰতি তামুলী গোহাঁইৰ প্ৰযোজনাৰ জ্যোতিৰূপা থিয়েটাৰৰ ডাঙৰ বেনাৰ এখন। শ্ৰীমতী গোহাঁই অসমৰ প্ৰথম ভ্ৰাম্যমাণ থিয়েটাৰৰ মহিলা প্ৰযোজক।

মাজুলীত ডাঙৰবোৰ বিল আছে— নলনি, ৰকলনি। সোণাৰিআটীও এখন বিল।

ৰবগুৰি তিনিআলি, বড়াচাৰী তিনিআলি, নগেনপুৰ, বৈকুণ্ঠপুৰী মিচিং গাঁও, কাৰ্ত্তিক মিচিংগাঁও। সোণৰমণি পায়েঙে কৈ গ'ল ধুনীয়া ধুনীয়া নামবোৰ। মই লিখি গৈ আছোঁ।

আন্ধাৰ হয়ে আৰু। সোণৰমণি পায়েঙে ক'লে, 'এইখন ঠাইৰ নাম ফুলনি'। ইমান ধুনীয়া নাম! অসমৰ এখন গাঁৱৰ নাম ফুলনি! মাজুলীত বহুতো জুৰি আছে— টেটেলা, ৰঙনাপাৰ। তেনেকৈ ফুলনি, আলিমিছিৰা, বড়াচাৰী ইত্যাদি। ফুলনি চাৰিআলিত এখন বজাৰ বহিছে— গধূলি বজাৰ। শাক-পাচলি, আলু-মচুৰ-বস্তু। বজাৰখন যেনো এনেয়ে ডাঙৰকৈ বহে। আজি বুধবাৰে বহিছে। কাইলৈ কাতি বিহু। 'আজি এইখন ফুলনিৰ উৰুকাৰ বজাৰ'—

সোণৰমণি পায়েঙে ক'লে। মহানগৰীৰ জলসুলীয়া পূজাৰ বজাৰ মই দেখিছোঁ। সোণৰমণি পায়েঙে দেখা নাই। মই দেখিছোঁ ফুলনিৰ গধূলিৰ উকলা বজাৰ। ব্যস্ত মহানগৰীয়ে দেখা নাই উকলা বজাৰ। বানে মাৰি থৈ যোৱা বিধ্বস্ত খেতিয়কেও কাতি বিহু পাতে। উকলা পাতে। উকলাৰ গধূলি বজাৰ পাতে। কোনো উদ্দেশ্য নোহোৱাকৈ ওখোৱা-মোখোৰা ধূলিয়ৰী বাটেৰে মই জেংৰাইমুখলৈ আহিছিলো জেংৰাইমুখ চাওঁ বুলি। ফুলনিৰ গধূলিৰ উকলা বজাৰখনে মোৰ হৃদয় উপচাই দিলে। এতিয়া আন্ধাৰ নামি আহিলেও মোৰ আপত্তি নাই। জেংৰাইমুখ নেদেখিলেও মোৰ আপত্তি নাই।

জুইপোৰা নেপালীগাঁও, ৰাইদাংগনি মিচিং গাঁও, উজনি ব্লক, নামবিলাক মই লিখি লিখি গৈ থাকিলো।

তাৰ পাছত এইখন মোৰ হেঁপাহৰ জেংৰাইমুখ। ত্ৰিশটা বছৰ মই অপেক্ষা কৰাৰ মূৰত এইঠাইখন আহি পালোহি আজি। 'প্ৰথমে ছাৰ নদীখন চাওঁ— আন্ধাৰ নহওঁতেই।' সোণৰমণি পায়েঙে মোক জেংৰাইমুখ বজাৰৰ মাজেৰে আনি আনি জেংৰাইক চুই বৈ যোৱা গধূলিপৰৰ এক মনোৰম নদী দেখুৱালে— সোৱণশিৰি। মোৰ চিৰকালৰ হেঁপাহৰ নদী সোৱণশিৰি।

এই গধূলি বেলিকা সোৱণশিৰিৰ পাৰত এনেকুৱা এক ভৌগোলিক স্থানত উপনীত হৈছোঁ যে মই অনুমান কৰিব পৰা নাই এই নদী ক'ৰ পৰা ওলাই জেংৰাইমুখেদি বৈ ক'ত পৰিছেগৈ।

সোণৰমণি পায়েঙে ক'লে, 'ব্ৰহ্মপুত্ৰৰ পৰা ওলাই লোহিতত পৰিছেগৈ।'

নদী এতিয়া এন্ধাৰ। নদীৰ বোৱঁতী পানী এতিয়া কজলা। কজলা এতিয়া জেংৰাইমুখৰ আকাশ। লাইট নাই। জেনেৰেটৰত চলিছে দুখনমান দোকানৰ পোহৰ।

নদীখনৰ কাষত মিচিং গাঁও এখন। কোনোবা এক নাৰীকণ্ঠই কিননি জুৰাৰ দৰে কিবা গাইছে। ঐনিতম নেকি? বা, মই নাম নুশুনা কিবা অন্য মিচিং লোকগীত।

'শুনকচোন সেয়া মানুহজনীয়ে কি গাইছে? মোক ভাঙি ক'ব আপুনি অসমীয়াত।' সোণৰমণি পায়েঙক মই ক'লো।

'কান্দিছে নেকি ছাৰ।' অনুমানতে ক'লে সোণৰমণি পায়েঙে। মোৰ হাঁহি উঠি গ'ল। গান যেন লাগিছে সেই কণ্ঠ! কান্দিব কিয়?

মই আহিছোঁ গধূলিৰ পৰত জেংৰাইমুখলৈ। মোৰ সৈতে আহিছে মোৰ আকুল হৃদয় জেংৰাইমুখৰ সৈতে বিনিময় কৰিবলৈ। গতিকে এয়া কোনো হৃদয়বিদাৰক কান্দোন নহয়। নহয়!

সেয়া যেন নদীখনৰ পাৰৰ পৰা মই নুবুজা ভাষাত অভিমান কৰি কোনোবাই ক'ব ধৰিছে— 'জেংৰাইমুখলৈ তোমাক আদৰণি জনাইছোঁ— কিন্তু, তুমি ত্ৰিশ বছৰ সময় কিয় ল'লা ইয়ালৈ আহিবলৈ?'

# ২২।

## পুতলা নাচ

চহৰখনৰ এখন ইণ্ডাষ্ট্ৰিয়েল ফাৰ্মৰ কেছ্ কাম। এখন মেজত এটকীয়া, দহটকীয়া আৰু এশটকীয়া নোটৰ বাণ্ডিল কিছুমান পৰি আছে। চুকত এটা টকা থোৱা লোহাৰ চন্দুক।

কোঠাটোত এখন মেজত টাইপ মেচিনত সন্ধ্যা দেৱীয়ে কিবা টাইপ কৰি আছে। আন এখনত প্ৰদীপ মজুমদাৰে টকা গণি আছে আৰু কিবাকিবি লিখি আছে, আৰু এখনত কৃষ্ণ চৌধুৰীয়ে প্ৰকাণ্ড বহী এখনত কিবাকিবি লিখি আছে। কোঠাটোৰ চতুৰ্থজন ব্যক্তি সঞ্জয় ৰায়চৌধুৰী। তেওঁ থিয় হৈ কোঠাটোৰ ইফালে-সিফালে অহা-যোৱা কৰি আছে।

তেনেকুৱা সময়তে কোঠাটোলৈ সোমাই আহিল ফাৰ্মখনৰ মেনেজাৰ— ষাঠি বছৰীয়া ভদ্ৰলোক। মেনেজাৰে আহি নতুনকৈ ফাৰ্মখনত যোগদান কৰা পঁচিশ বছৰীয়া সঞ্জয় ৰায়চৌধুৰীক ফাৰ্মখনৰ অফিচ কেনে লাগিছে জাতীয় কথা সুধি চাবি লোৱাৰ আগে আগে যেন চাবিটো মেনেজাৰক দি যায়, তাকে কৈ তেওঁ কোঠাটোৰ পৰা ওলাই গ'ল।

কাইলৈ দশহৰাৰ দিন। গতিকে আজি কেছত আশী হেজাৰ টকা বেছিকৈ থাকিব। সেয়েহে মেনেজাৰে নিজে আহি এনেকুৱা দিনত চাবিৰ খবৰ লয়। ফাৰ্মখনত কেৰাণীৰ কাম কৰা ত্ৰিশ বছৰীয়া প্ৰদীপ মজুমদাৰে ব্যাখ্যা দিলে নতুন নিযুক্ত সঞ্জয় ৰায়চৌধুৰীক।

সঞ্জয় ৰায়চৌধুৰী সন্তুষ্ট নহ'ল প্ৰদীপ মজুমদাৰৰ সেই ব্যাখ্যাত। তেওঁ আৰু বহু কেছ

কামত চাকৰি কৰি অহা মানুহ। তেওঁ এইবোৰ কথা বুজি পায়। সেয়েহে তেওঁ বিৰক্ত হয় এইবোৰ কথাত। তেওঁৰ মতে কৃষ্ণ চৌধুৰী, প্ৰদীপ মজুমদাৰ, সন্ধ্যা দেৱী প্ৰত্যেকেই দায়িত্বশীল মানুহ; তেওঁলোকে সময়মতে এনেয়েও চাবিটো মেনেজাৰক দি থৈ আহিব। আৰু এই যে সুধিলে মেনেজাৰে, অফিচটো কেনে লাগিছে, ৰায়চৌধুৰীয়ে বুজে, অফিচটো কেনে লাগিছে মেনেজাৰে তাকেহে জানিব বিচাৰিছে। এই কোঠালিটোত আৰু তিনিজন মানুহে যে কাম কৰি আছে, তেওঁলোকক নতুন বিষয়া সঞ্জয় ৰায়চৌধুৰীৰ কেনে লাগিছে মেনেজাৰে জানিব বিচৰা নাই সেই কথা।

সেইবাবেই সঞ্জয় ৰায়চৌধুৰীয়ে এই কোঠাটোত বহু বছৰ ধৰি কাম কৰি থকা কৃষ্ণ চৌধুৰী, প্ৰদীপ মজুমদাৰ আৰু সন্ধ্যা দেৱীৰ বিষয়ে জানিব বিচাৰিলে। তেওঁলোকক তেওঁৰ কেনেকুৱা লাগিছে সেয়া অনুসন্ধান কৰিব ধৰিলে।

কিন্তু তাৰ আগতে সঞ্জয় ৰায়চৌধুৰীয়ে তিনিওকে কৈ থ'লে, 'সেইটো চাবিৰেই কাইলৈ পুৱা দহ বজাত সৌ চন্দুকটো খুলি যদি তেখেতে দেখে যে আশী হেজাৰ টকাৰ ঠাইত আশীটা টকাও নাই। তেনেহ'লে কি হ'ব?'

কৃষ্ণ চৌধুৰীৰ ফট্‌ফটীয়া উত্তৰ, 'কাইলৈ এক তাৰিখে অফিচৰ ইমানবোৰ খাটনিৰ সলনি আমি আটাইখনে জে'লখানাত 'ৰেষ্ট' ল'বলৈ যাম।'

সঞ্জয় ৰায়চৌধুৰী চতুৰ মানুহ। তেওঁ বুজাই দিলে যে ঘটনাটো ইমান সহজে হোৱা হ'লে জে'লৰ ভিতৰত যিমান মানুহ আছে জে'লৰ বাহিৰত তাতকৈ কম মানুহ থাকিলহেঁতেন।

কৃষ্ণ চৌধুৰীৰ মাহেকীয়া দৰমহা এশ পঁচাশী টকা। তেওঁৰ পৰিয়ালত তেওঁৰ পৰিবাৰৰ লগতে আই এ ছেকেণ্ড ইয়েৰত পঢ়া জীয়েক নিৰ্মালী আৰু ক্লাছ এইটত পঢ়া পুতেক আছে। আৰু চাৰি বছৰমানৰ পাছত তেওঁৰ আচল সমস্যাটো আৰম্ভ হ'ব—বভাঘৰ সাজি, শংখ-উৰুলিৰ শব্দৰ মাজেদি একমাত্ৰ কন্যাক এঘৰলৈ উলিয়াই দিয়াৰ সমস্যা।

ধৰি লোৱা হওক, পঢ়ি-শুনি এদিন নিৰ্মালীৰ চাকৰি কৰিবলৈ মন গ'ল আৰু তেওঁ আহি সন্ধ্যা দেৱীক সুধিলে তেওঁ চাকৰি কৰিব নে নকৰে। কি ক'ব সন্ধ্যা দেৱীয়ে তেতিয়া নিৰ্মালী চৌধুৰীক? জানিব বিচাৰিলে সঞ্জয় ৰায়চৌধুৰীয়ে সন্ধ্যা দেৱীৰ পৰা।

সন্ধ্যা দেৱীয়ে ক'ব নিৰ্মালীক, 'যদি মোৰ নিচিনা দুৰ্ভাগ্য তেওঁৰো হৈছে, সকলো উপায়েৰে নিজকে উদ্ধাৰ কৰিব খুজিছে, তেনেহ'লে চাকৰি কৰাৰ বাহিৰে উপায় নাই।'

কি দুৰ্ভাগ্য হৈছে পঁচিশ বছৰীয়া গাভৰু সন্ধ্যা দেৱীৰ? ঘৰৰ অমতত তেওঁ এজন আই এ পাছ মাষ্টৰক বিয়া কৰোৱাৰ চিন্তা কৰিলে। মাষ্টৰজনৰ দৰমহা পঁচানব্বৈ টকা। দুয়োৰে দৰমহা মিলায়ো তেওঁ সংসাৰলৈ আগবাঢ়ে কেনেকৈ?

আৰু প্ৰদীপ মজুমদাৰ। ডেকা মানুহজনলৈ চাইতো সঞ্জয় ৰায়চৌধুৰীয়ে কৈয়েই দিলে, 'আপোনাৰ নিচিনা ল'ৰাক মই এই শৰৎকালত এয়াৰবেজ অফিচত বেংগুন, টকিব', কাশ্মীৰৰ টিকট বুক কৰা দেখিছোঁ।'

প্ৰদীপ মজুমদাৰে ম্লান হাঁহি এটা মাৰি সঞ্জয় ৰায়চৌধুৰীয়ে ক'লে, 'দেখাৰ পাছত সিহঁতক সুধিব লাগিব, সিহঁতৰ ঘৰ-দুৱাৰ, মাটি-বাৰী আটাইবোৰ বন্ধকত আছে নে নাই।'

লাখটকীয়া ব্যৱসায় আৰম্ভ কৰি কেইডাল মান প্ৰদীপ মজুমদাৰৰ দেউতাকে ঘৰ-মাটি বন্ধকত থৈছিল। বন্ধকী মাটিত মাক আছে মাকৰ সৈতে খুব সুখতেই থাকিবলৈ দুকঠা মাটিৰ যোগাৰ কৰিবলৈকে পাঁচ হেজাৰ টকা লাগে প্ৰদীপ মজুমদাৰক। তেওঁৰ এতিয়া কেৱল সেইটোৰেই চেষ্টা। কিন্তু তেওঁ জানে, এশ বিশ টকা দৰমহাৰে এই কাম তেওঁৰ এই জীৱনত নহ'ব।

বহু সমস্যা, বহু সমস্যা আছে ইমানবোৰ মানুহৰ— ১৯৬১ চনতেই ইমানবোৰ সমস্যাৰ কথাকে লিখিছিল ড° ভবেন্দ্ৰ নাথ শইকীয়াই তেখেতৰ পুতলা নাচ গ্ৰন্থখনত।

এইবিলাক মানুহৰ এই সমস্যাবিলাক দূৰ কৰিবৰ কাৰণে সঞ্জয় ৰায়চৌধুৰীয়ে উপায় দিছিল। তেওঁৰ প্ৰত্যেকজনকেই কৈছিল, লওক তেওঁলোকে এই দৰমহাৰ বাবে গোটাই থোৱা আশী হেজাৰ টকাৰ পৰা গাইপতি বিশ হেজাৰকৈ টকা। এই বিশ হেজাৰ টকাকে নি আশী হেজাৰ টকা নোহোৱা কথাটো কেনেকৈ চম্ভালিব লাগে সেই কথা সঞ্জয় ৰায়চৌধুৰীয়ে চম্ভালিব। নললয় সন্ধ্যা দেৱীয়ে বিশ হেজাৰ টকা। কি ক'লে তেওঁ, 'মই খুজি খাম, ভিক্ষা কৰি খাম, লঘোণে থাকিম। একেলগে এই হেজাৰ হেজাৰ টকা দেখিবলৈ পোৱাটোৱেই মোৰ দুৰ্ভাগ্য।'

নিৰ্মালীৰ দেউতাক কৃষ্ণ চৌধুৰীয়ে কি ক'লে? তেওঁ সন্ধ্যা দেৱীৰ কথাকেই সমৰ্থন কৰি ক'লে, 'যদি মই মোৰ ল'ৰা-ছোৱালীক পুহিব নোৱাৰো, তেন্তে কালিলৈ গুচি যাম। এই বয়সত মই চোৰ হ'ব নোৱাৰো।'

আৰু প্ৰদীপ মজুমদাৰে? 'মই কেৰাণী কাম কৰা টকাৰেই মাক পুহিম। মই জে'ললৈ যাব নোৱাৰো।' স্পষ্ট কথা প্ৰদীপ মজুমদাৰৰ।

তাৰ পিছতো ৰায়চৌধুৰীয়ে তিনিওকে বুজাই থাকিবলৈ নেৰিলে। সন্ধ্যাক বুজালে— দুজনীয়া সংসাৰখনলৈ নতুন সুখ একেন আহাৰ লগে লগে ক্ৰমবৰ্ধিত তেওঁলোকৰ জীৱনলৈ হাহাকাৰ নামি আহিব। কৃষ্ণ চৌধুৰীক বুজালে— এদিন যাতে তেওঁৰ ল'ৰা জে'ললৈ যাবলগা নহয় তাৰ ব্যৱস্থা যদি চৌধুৰীয়ে কৰিব পাৰে, তেনেহ'লে আপত্তি কি?

কোনো বুজনি নামানিলে সন্ধ্যা দেৱী আৰু কৃষ্ণ চৌধুৰীয়ে।

তাৰ পিছত ৰায়চৌধুৰীয়ে ফাইলৰ জাকৰ পৰা এটা বেগ উলিয়ালে আৰু টেবুলত পৰি থকা টকাবোৰ তাত ভৰাবলৈ আৰম্ভ কৰিলে। মজুমদাৰলৈ চাই তেওঁ ক'লে, 'Could you give me a hand?'

মজুমদাৰে মন্ত্ৰমুগ্ধৰ দৰে সঞ্জয় ৰায়চৌধুৰীক বেগত টকা ভৰোৱাত সহায় কৰে।

চাবি বাজি গ'ল। মেনেজাৰ সোমাই আহিল। ৰায়চৌধুৰীৰ কাষলৈ আহি তেওঁ সুধিলে, 'তাৰ পিছত? কেনে দেখিলে ৰায়চৌধুৰী?'

সম্পূৰ্ণ এক নতুন মানুহৰ সুৰত সঞ্জয় ৰায়চৌধুৰীয়ে ক'বলৈ আৰম্ভ কৰিলে, 'চৌধুৰী আৰু সন্ধ্যা দেৱী সম্পৰ্কত মোৰ একো ক'বলগীয়া নাই। আপুনি যিবোৰ কথা শুনিছিল, সেই আটাইবোৰ সঁচা নহয়। তেখেতসকল ভাল মানুহ, ইয়াতে থাকক। কেৱল একেটা। মোৰ বোধেৰে মজুমদাৰ ইয়াত থাকিব নালাগে। কিছুদিনৰ কাৰণে তেখেতক আৰু এটা

ব্ৰাঞ্চলৈ ট্ৰেন্সফাৰ কৰাই ভাল হ'ব। দৰকাৰ হ'লে পাছত আকৌ ইয়ালৈ আনিব পাৰিব।'

নাটকখনৰ একেবাৰে শেষত মেনেজাৰে ক'লে, 'বেচ। তাকে কৰা হ'ব। অশেষ ধন্যবাদ ৰায়চৌধুৰী। আহক।'

এই ঘটনাৰ দুমাহৰ পাছত মই এদিন সেই ইণ্ডাষ্ট্ৰিয়েল ফাৰ্মখনলৈ গৈছিলো। ডাঙৰ ফাৰ্ম এখন। সম্মুখৰ এটা কোঠাত বিষয়া সঞ্জয় চৌধুৰীক দেখিছিলো গভীৰ মনোযোগেৰে তেওঁ কিবা এটা ফাইল পঢ়ি আছে। নতুন ব্ৰাঞ্চটোত প্ৰদীপ মজুমদাৰৰ কন্‌ফিডেন্সিয়েল ৰিপৰ্ট নেকি? হ'ব পাৰে।

বাৰাণ্ডাৰে গৈ থাকোঁতে কেছ ৰুমটোৰ সম্মুখ পাওঁতে মই থমকি ৰ'লো অলপ পৰ। সন্ধ্যা দেৱীয়ে কিবা টাইপ কৰি আছে। কি টাইপ কৰিছে তেওঁ? 'দৰমহা পালেই ওলোটাই দিম বুলি কেতিয়াবা বিপদত পৰি কেছৰ পৰা পাঁচ-দহ টকা লৈ যাওঁ, ওলোটাই দিব নোৱাৰালৈকে মোৰ বুকু ঢপ্‌ঢপাই থাকে। লোকৰ টকা লৈ ধেমালি কৰাৰ যোগ্যতা মোৰ তাতকৈ বেছি নাই।' এই কথা টাইপ কৰি আছে নেকি সন্ধ্যা দেৱীয়ে?

কিবা এখন কাগজ দুহাতেৰে তুলি চকুৰ আগলৈ আনি পঢ়ি আছে কৃষ্ণ চৌধুৰীয়ে। 'একো নাথাকিলেও মোৰ সন্তানৰ সম্মুখত, সিহঁতৰ মাকৰ সম্মুখত মই অন্ততঃ এটা মানুহ হৈ থিয় হ'ব পাৰিছোঁ। দেউতাক হিচাপে, স্বামী হিচাপে অলপমান সম্মান মই পাই আহিছোঁ।' এই কথা পঢ়ি আছে নে কৃষ্ণ চৌধুৰীয়ে কাগজখনত?

কোঠাৰ আনখন মেজ খালী। তাত প্ৰদীপ মজুমদাৰ বহিছিল।

আচলতে মই প্ৰদীপ মজুমদাৰক বিচাৰিয়ে এই ইণ্ডাষ্ট্ৰিয়েল ফাৰ্মখনলৈ আহিছিলো। তেওঁক মই সুধিব খুজিছিলো, সিদিনা বাৰু তেওঁ কিয় মন্ত্ৰমুগ্ধৰ দৰে সঞ্জয় ৰায়চৌধুৰীৰ বেগটোত টকাখিনি ভৰোৱাত ৰায়চৌধুৰীক সহায় কৰিছিল?

প্ৰদীপ মজুমদাৰ কোনটো কোঠাত, কোনটো ব্ৰাঞ্চত বহে মই নাজানো। তেওঁৰ কোঠাটোৰ বিষয়ে জানিবলৈকে মই পৰ্দাখন আঁতৰাই কেছ ৰুমটোলৈ সোমাই গ'লো।

প্ৰথমে পালো সন্ধ্যা দেৱীক। তেওঁ ক'লে, 'প্ৰদীপ মজুমদাৰ কাইলৈৰ পৰা এইটো কোঠালৈ বদলি হৈ আহিব। সৌ খালী থকা মেজখনতেই বহিব।'

হাতৰ কাগজখন আঁতৰাই কৃষ্ণ চৌধুৰীয়ে মোলৈ চাই আছিল। নমস্কাৰ এটা দি মই তেওঁক ক'লো, 'আপুনি কৃষ্ণ চৌধুৰী নহয়নে?' সন্ধ্যা দেৱীকো ক'লো, 'আপুনি সন্ধ্যা দেৱী বুলি জানো।'

দুয়ো মোক একেলগে সুধিলে, 'কেনেকৈ জানিলে?'

পুতলা নাচ নাটকখনত মই আপোনালোকৰ কথা পঢ়িছোঁ। সেইবাবেই এবেলি আপোনালোকক লগ পাই যাবলৈ মন গৈছিল। মই ক'লো।

নগাই ৰোৱা আলু কচু খায়
অঁকৰা নগাকে ভিনিহি বুলি মাতিলো সোণজনী,
নাগিনীকে বুলিলো বাই।. .
২৯ ফাগুনৰ ৰ'দজাকৰ লগে লগে গানটো বাজি বাজি গৈ থাকিল মসৃণ ৰাস্তাটোত
'শুৱনিকৈ অসমীৰে একতাৰে সূতাবোৰে
মজবুতে ল'লেহি পাক
অ' আইতা আইতা অ'
এনেই আইতা নাচনী তাতে নাতিনীৰে বিয়া
অসম আকাশ পোহৰ হ'ব উৰুলিটি দিয়া।'

ওচৰতে থকা কেছেটটোৰ ক'ভাৰটো চালো— ভূপেন হাজৰিকাৰ চিৰ যুগমীয়া গীত। কোনে গাইছে ভূপেন হাজৰিকাৰ লগত মহিলা কণ্ঠত— সংগীতা কাকতি।

গানটো মই বহু বছৰৰ মূৰত শুনিলো। শেষবাৰ শুনিছিলো ১৯৯৭ চনৰ মে' মাহ, হাইলাকান্দিত। তেতিয়া গানটো গাইছিল শৰ্বাণী ভট্টাচাৰ্য, মণিকংকনা দাস, ৰূপালী ভট্টাচাৰ্য আৰু অনামিকা নাথ নামৰ হাইলাকান্দিৰ মহিলা কেইগৰাকীমানে। তেওঁলোকৰ মাতৃভাষা বাংলা। লগতে গাইছিল জয়ন্ত তালুকদাৰ, ভবেশ ডেকা, ৰঞ্জিৎ কুমাৰ দত্ত নামৰ পুৰুষ কেইজনমানে। তেওঁলোক নলবাৰী জিলাৰ। মাতৃভাষা অসমীয়া। চাকৰি সূত্ৰে হাইলাকান্দিত আছেগৈ। হাইলাকান্দিত স্থানীয় লোকসকলে তাৰ ৰবীন্দ্ৰ ভৱনত বাংলা ভাষাৰ সাংস্কৃতিক অনুষ্ঠান কিছুমান পাতিছিল। আমি ঠিৰাং কৰিলো যে আমি এই অসমীয়া গানটোৰ নৃত্য প্ৰদৰ্শন কৰোবাম সেই সাংস্কৃতিক অনুষ্ঠানটোৰ বাংলা কাৰ্যসূচীৰ মাজতে। খেয়ালটো প্ৰথমে। মোৰ চিন্তালৈ আহিল আৰু সেয়েহে প্ৰথমে মই শুৰি ধৰিবলগীয়া হ'ল।

অসমীয়া সংস্কৃতিৰ গান বুলিলে বৰাক উপত্যকাৰ বাংলাভাষী মানুহখিনিয়ে বিহু চাবলৈ বিচাৰে মজুত। কিন্তু এইবাৰ তেওঁলোকৰ সেই সাংস্কৃতিক অনুষ্ঠানত মই এই গানটোৰ নৃত্যাংশ আগবঢ়োৱাৰ চিন্তা কৰিলো, ভূপেন হাজৰিকাৰ কথাছবি এৰা বাটৰ সুৰৰ ভূপেন হাজৰিকাৰ সংগীত পৰিচালনাত গোৱা 'ৰ'দ পুৱাবৰ কাৰণে মাতিবানো কাক...।' এই গানটো বাছনি কৰাৰ একমাত্ৰ কাৰণটো আছিল গানটোৰ বাণীবদ্ধ ৰূপত গাইছিল অসমীয়া বাংলা আৰু হিন্দী ভাষাৰ গান গোৱা তিনিগৰাকী প্ৰসিদ্ধ শিল্পী ক্ৰমে ভূপেন হাজৰিকা, হেমন্ত মুখাৰ্জী আৰু লতা মংগেশকাৰে। হয়তো সেই কাৰণৰ পৰাও এই গানটো অসমীয়া সংগীতত এক অনুপম সংযোজন।

মোৰ যিমান দূৰ মনত পৰে, মোৰ শৈশৱতে মই এৰা বাটৰ সুৰ চাইছিলো। 'ৰ'দ পুৱাবৰ কাৰণে' গানটোৰ Picturisation চাইছিলো। চাহ বাগিচাৰ বনুৱাসকলৰ এক অঞ্চলত এই গানটো চিনেমাখনত সংযোজনা কৰা আছিল বিজয় শংকৰ, প্ৰীতি বৰা, বিষ্ণু ৰাভা আদিয়ে গানটোত অংশ লৈছিল। স্মৃতিৰ চেৰেকী ঘূৰি আহিল। এনেকুৱা এনেকুৱা। সেইবোৰ মোৰ স্মৃতিৰ ৰেঙণি। তাৰ পাছত আকাশবাণীযোগে এই গানটো অজস্ৰবাৰ শুনিছোঁ। ডাঙৰ হৈ অহাৰ লগে লগে মোৰ মনত দৃঢ়ভাৱে এটা কথা সোমাই গৈছিল যে ইমান প্ৰগতিবাদী

ভাবধাৰাৰ, অথচ ইমান কোমল শব্দ গাঁথনিৰে সৃষ্টি হোৱা গান এইটোৰ বাদে অসমীয়া চিনেমাত দ্বিতীয় এটা পোৱা টান। গানটো তথাকথিত কোনো আদৰ্শত ডুব গৈ সম্প্ৰীতি-সংহতিক প্ৰদৰ্শন কৰাৰ প্ৰচেষ্টা নাছিল। ই আছিল মাথোঁ সুমধুৰ শব্দ বাছনিৰে সুন্দৰৈ আৰোপিত সুন্দৰ Picturisation গৃহীত এটি সুললিত গীত-সাহিত্য। মোৰ ভাব হয়, এই গানটো এৰা বাটৰ সুৰ— এই সুন্দৰ নামৰ কথাছবিখনৰ বাহিৰে যেন অন্য ক'তো খাপ নাখাব। সোণত সুৱগা চৰাই গানটোও যে ব্ৰেক কৰিছিল তিনিটা ভাষাৰ তিনিগৰাকী স্বনামধন্য শিল্পীয়ে। চিনেমাৰ নাম, গানৰ কথা, শিল্পী কণ্ঠ— এই তিনি মণিকাঞ্চন সংযোগ এই চিনেমাখনৰ এই গানটোৰ বাদে আন ক'তো মই আজিও বিচাৰি পোৱা নাই। হয়তোবা মোৰ অৱচেতন মনত এইবোৰ কথাই অহৰহ দোলা দি আছিল, যাৰ বাবে বাংলাভাষী মানুহৰ বসতিপ্ৰধান চহৰ হাইলাকান্দিত বাংলা ভাষাৰ সাংস্কৃতিক অনুষ্ঠানত এই অসমীয়া গানটো অসমীয়া আৰু বাংলাভাষী গায়ক-গায়িকাৰ কণ্ঠেৰে গোৱাবলৈ সিদিনা মোৰ ধাউতি হৈছিল।

গাড়ীৰ টেপত গানটো বাজি থাকিল···

'তেজীমলা কোন, সোণশিৰিৰ সোণ
সোণচেকুৰা মাটিতে সিঁচি, লোকমোকালিতে চোতাল মচি
আজি হেনো দেখিছে গাঁৱৰে কঠীয়াতলীত
পোহৰ শিশুৰ কোমল হাঁহিৰ ধুনীয়া সপোন
চেকেৰীতকে চৰিছে যে আইতাৰ ৰেঁপাহ।'

মাথোঁ কেইদিনমানৰ আগতে কল্যাণী ভট্টাচাৰ্যহঁতৰ সেই মহিলা গ্ৰুপটো আৰু জয়ন্ত তালুকদাৰহঁতৰ সেই পুৰুষ গ্ৰুপটোৱে সেই নবীন্দ্ৰ ভৱনতেই মঞ্চস্থ কৰি উঠিছিল ৰুণী শৰ্মাৰ চিৰাজ। চিৰাজ আছিল হাইলাকান্দি চহৰত মঞ্চস্থ হোৱা প্ৰথমখন পূৰ্ণাংগ অসমীয়া নাটক। প্ৰতিবেলেই এই গানটো গাবলৈ চেকেৰীতকে চৰিছে তেওঁলোকৰ ৰেঁপাহ। কিন্তু মোৰ বাহিৰে কোনেও আগতে গানটো শুনা নাই। আনকি নলবাৰীৰ ল'ৰাকেইজনেও শুনা নাই। সমস্ত গানটো মই গাই শিকলগীয়া হ'ল। মই কোনোদিনে গান নোগোৱা মানুহ। কিন্তু এনেকুৱা এটা স্বাৰ্থতেই মই মোৰ কণ্ঠেৰে, এই নিয়মিত গান গোৱা মানুহখিনিক গানটো গাই গাই শুনাই গ'লো। মোৰ বিপৰীতে তেওঁলোকৰ প্ৰত্যেকৰে সংগীতৰ বেকগ্ৰাউণ্ড আছে বাবেই মোৰ কণ্ঠৰ বেসুৰা গানটো তৎক্ষণাৎ তেওঁলোকে আয়ত্ত কৰি ৰিহাৰ্চেলত লাগি গ'ল।

'আজিৰ ধূলা গাভৰুৱে সপোনপাহি ওলালে
হেংদাঙে মাকো দেখি ক'ৰবাতে লুকালে
মূলাই আজি সমাজশালত চেনেহ চকোৰ লগালে
সজাবলে' পৰাবলে' কাও।'

গানটো নাচিবৰ বাবে বাছি ল'লো চাৰি মাহৰ আগতে এই নবীন্দ্ৰ ভৱনতেই 'শিল্পী দিৱস'ৰ নৃত্য-নাটিকাত নচা অৰুন্ধতী, মাধবী, কণালী, দেৱজ্যোতি আদি হাইলাকান্দিৰ

ছোৱালীকেইজনীক। এওঁলোক তাৰ ইন্দ্ৰকুমাৰী হায়াৰ ছেকেণ্ডাৰী স্কুলৰ ছাত্ৰী। জ্যোতিপ্ৰসাদৰ ১২ টা গান বাছি লৈ সেইবোৰৰ ভিত্তিত নৃত্য-নাটিকা এখন প্ৰস্তুত কৰি লোৱা হৈছিল। অনামিকা, মণিকংকনাহঁতক গানকেইটা গাবলৈ শিকোৱা হৈছিল। আৰু অৰুন্ধতীহঁতক সেই গানৰ তালে তালে নচুওৱা হৈছিল। নাচোঁতে নাচোঁতে ছোৱালীকেইজনীয়ে জ্যোতিপ্ৰসাদৰ কেইবাটাও গান শিকি গৈছিল। সেই নৃত্য-নাটিকাত ভাগ ল'বলৈ আহি এই বঙালী ছোৱালীকেইজনীয়ে প্ৰথমবাৰৰ বাবে জ্যোতিসংগীত শুনিছিল, শিকিছিল আৰু গাইছিল। মোৰ মনত আছে, নৃত্য-নাটিকাৰ শেষত এজন বঙালী ভদ্ৰলোকে মোক সুধিছিল— 'আপোনালোকে টেপত গানকেইটা এটাৰ পিছত এটাকৈ কেনেকৈ ইমান চিজিল কৰি সজাই থৈছিল?' মই তেওঁৰ ভুল ভাঙি দি গৌৰবেৰে কৈছিলো যে 'গ্ৰীণৰুমৰ পৰা গানকেইটা টেপত বজোৱা হোৱা নাছিল, আপোনালোকৰে বঙালী ছোৱালীবিলাকে জ্যোতিপ্ৰসাদৰ এই গানকেইটা গাইছে।'

গতিকেই অৰুন্ধতীহঁত আকৌ আহিল 'ৰ'দ পুৱাবৰ কাৰণে'ত নাচিবলৈ।

'মকৰাৰে পুৰণি জালবোৰৰ এলান্ধু
সাৰি-পুছি নিবলৈ আহিল বতাহ এছাটি
তাতে উৰে হেজাৰ কপৌৰ জাক
পৃথিবীৰে আকাশতে শুকুলাকৈ ডাৱৰে
উল্লাহতে সাবটিছে তাক।'

ছোৱালীকেইজনীৰ কোনোবা এজনীক মিচিং পোছাক, কোনোবা এজনীক বড়ো পোছাক, এজনীক মুগাৰ মেখেলা-চাদৰ, এজনীক ঝুমুৰ নৃত্যৰ পোছাক, এজনীক বঙালী লাল পাড়িৰ শাড়ি, এজনীক ডিমাচা পোছাক পিন্ধাই মূল ফাংশ্যনত নচুওৱা হ'ল। ভিতৰৰ পৰা জয়ন্ত-ভবেশহঁতে গাই থাকিল—

'অসমীৰে চোতালতে ৰ'দ কাচলিত বহি বহি
ব' তোলাই ব' তোলে বাটি কড়াই কাঢ়ে
আমাৰ দেশৰ চেলেংখনিত নতুন ৰহন চৰে
সজাবলৈ' হেজাৰ জনতাক।'

সায়নীহঁতৰ নৃত্য প্ৰতিভা মই সেই 'শিল্পী দিৱস'ৰ 'বনৰীয়া আমি বনৰ চৰাই' বা 'আমাৰে সখিয়া আকুল বিয়াকুলে' নাচোঁতেই দেখিছিলো। ৰূপালী ভট্টাচাৰ্যহঁতৰ সুমধুৰ কণ্ঠ মই সেই তেতিয়াই 'অ' আমাৰ গাঁও, আমাৰ গাঁৱৰ মান ৰাখি মৰিবলৈ যাওঁ' বা 'ৰূপহ কোঁৱৰৰ চুমা পৰশতে' গাওঁতেই শুনি থৈছিলো। শৰ্বাণী-অনামিকাহঁতে যেতিয়া এইবাৰ গাব ধৰিলে লতা-হেমন্ত-ভূপেনৰ সেই গানটোৰ শেষৰ শাৰী দুটা, তাত যে কি মাদকতা আছিল—

'আনন্দতে পুৱাই উৰিল
হেজাৰ হেজাৰ কপৌৰ জাক
থিয়াই মাথোঁ বন্ধা বেজিক জীৱন যাচোঁ তাক।'

বৰ্ণালীহঁতৰ সেই নৃত্যটো মোৰ এক অনাবিল স্বপ্ন যেন লাগি আছে আজিও।

গাড়ীখনত এই ফাগুন মাহৰ উৎসৱপৰীয়া 'ৰ'দ পুৱাবৰ কাৰণে' শুনিবলৈ পোৱাটো মোৰ কাৰণে এক আকস্মিক সংযোজন আছিল। কিন্তু ই আছিল অনুপম আৰু সুন্দৰ। এইটো পুৱাব পৰা মিঠা ৰ'দ নহয়। কিন্তু ফাগুন মাহৰ শেষৰ ফালে চ'তৰ পৰাই অসমৰ তাঁতৰ শালবিলাক খদমদম লাগে। এই ধুলধৰা অভিমুখে গৈ থকা আমাৰ গাড়ীখনৰ দুয়োকাষে ৰাস্তাই ৰাস্তাই এইবোৰ অসমৰ গাঁও — কোনোবাখন অসমীয়া, কোনোবাখন বাড়া, কোনোবাখন বড়ো মানুহৰ গাঁও। প্ৰতিখন গাঁৱতেই প্ৰথম ব'হাগৰ প্ৰতিশ্ৰুতিৰ গামোচা ব'বলৈ তাঁতশাল, উঘা, চেৰেকীৰ ব্যস্ততা আৰম্ভ হৈছে। সপোন ৰচিছে সেউতী, ডালিমী, ৰহদৈহঁতে। হেঁপাহেৰে সিহঁতকেইজনীয়ে গামোচা ব'ব, মৰমৰ গামোচা, সম্প্ৰীতিৰ গামোচা, চেনেহৰ গামোচা— সেই অৰুন্ধতী, শৰ্বাণী, কপালীহঁতে, যি সপোন দেখিছিল এদিন সেই গানটোত জয়ন্ত-সায়নী-বৰ্ণালীহঁতৰ চেৰেকীতকৈ চৰ্কিছিল সেই স্নেহৰ বান্ধোনৰ হেঁপাহকণ।

অসমৰ প্ৰতিচপৰা মাটিয়ে যেন সোণচেকুৰা মাটি। আৰু সেই মাটিৰ গাঁৱৰ কঠীয়াতলীত এই ফাগুন-ব'হাগেই সিঁচি দিয়ে চেনেহ আৰু ভাতৃত্বৰ সোণোৱালী বীজ, যি এদিন পোহৰ শিশুৰ কোমল হাঁহিৰ দৰে মাটি ভেদি ওলাই আহিব — মহীৰুহ হ'ব আৰু অসমৰ প্ৰতিজন বাটৰুৱাকে ছাঁ দিব। দেহ-মন-প্ৰাণ শাঁত নিয়াব। হেংদাং আৰু নাংলাখ। শৰ্বাণী-বৰ্ণালী-ৰহদৈ-ডালিমী আজিৰ নতুন মূলা গাভৰু। সিহঁতৰ হাতে-কামে উজলিয়া মাকো আৰু তাৰ ভিতৰত হালিছে-জালিছে, সেই বতাহবোৰেই মকৰাৰ পুৰণি জালবোৰ মাৰি-পুচি লৈ যাব বহু দূৰলৈ। সেই বতাহে উৰুৱাই দিব হেজাৰ হেজাৰ কপৌৰ জাক পৃথিৱীৰ আকাশলৈ। সিহঁতে কোবাই যোৱা ডেউকাৰ ধপধপনিত কঁপি উঠিব অশান্ত অসমৰ সকলো দুৱাৰ আৰু বাজি উঠিব উৰুলি-শংখৰ অজস্ৰ শব্দ। বহুদিনৰ আগতে বোধহয় হাইলাকান্দিত মোৰ মনলৈ এইবোৰ কথাই আহিছিল। কনকে বজোৱা কেচেটটোৱে তাকেই যেন মনত পেলাই দিলে। হ'ব পাৰে।

# ২৪।

# নৰকাসুৰ

আকাশবাণী গুৱাহাটী কেন্দ্ৰত কেইবছৰমানৰ আগলৈকে পুৰণি অসমীয়া কথাছবিৰ গীতবোৰৰ মাজত এটা বৰ মনোমোহা গীত শুনা পোৱা গৈছিল—

সুন্দৰ শ্যামল নয়নাভিৰাম
মুক্ত প্ৰাংগণ মংগলধাম
জাগে অন্তৰ ভূমানন্দে
নমো নন্দিত কামৰূপধাম...

এক অতিশয় গুৰু-গম্ভীৰ কণ্ঠেৰে এই গীতটি গাইছিল ব্ৰজেন বৰুৱাই। গীতটি নৰকাসুৰ কথাছবিৰ। ১৯৬১ চনত মুক্তিপ্ৰাপ্ত, অসমীয়া ভাষাত সমবায়ভিত্তিত নিৰ্মিত প্ৰথমখন কথাছবি নৰকাসুৰৰ পৰিচালনা আছিল নিপ বৰুৱাৰ। আৰু সংগীত পৰিচালনা ব্ৰজেন বৰুৱাৰ। ব্ৰজেন বৰুৱাই কণ্ঠদান কৰি বাণীবদ্ধ কৰা এই গীতটো কথাছবিখনত বশিষ্ঠ মুনিৰ কণ্ঠত দিয়া হৈছিল।

সেয়া বহুদিনৰ আগৰ কথা। কি পটভূমিত নৰকাসুৰ কথাছবিখনত বশিষ্ঠ মুনিৰ আগমন হৈছিল মই নাজানো। বহু বছৰ হ'ল কথাছবিখন চোৱাৰ, সেইবাবে মনত নাই কথাবোৰ।

কিন্তু অতি সম্প্ৰতি মই এখন কবিতা কিতাপ পঢ়িছোঁ— নৰকাসুৰ।

নৰকাসুৰ কবি নীলিম কুমাৰৰ তেইছটা কবিতাৰ এখন সংকলন। সেই সংকলনটিৰ প্ৰথমটো কবিতা 'নৰকাসুৰ'।

'য'লৈকে যায় নৰকাসুৰ
হৃদয়ত লৈ যায় কামাখ্যা'

এয়া কবিতাটোৰ প্ৰথম ফাঁকি।

গুৱাহাটী চহৰৰ মাজ-মজিয়াত সেই সুউচ্চ পাহাৰ নীলাচল। তলত সুগভীৰ ব্ৰহ্মপুত্ৰ। কত যুগ যুগ ধৰি নীলাচলৰ চৰণ চুই ব্ৰহ্মপুত্ৰ বৈ গৈ আছে।

আৰু এই নীলাচল পাহাৰতে শক্তিপীঠ কামাখ্যা মন্দিৰ। নৰকাসুৰে সজা। মোৰ মনত আছে, এক অতি সংঘৰ্ষপূৰ্ণ মুহূৰ্তত নৰকাসুৰৰ শিশুকালত কেঁচুৱা নৰকক কোলাত লৈ, নৰকৰ মাতৃ বসুমতী স্বৰ্গলোকত দেৱতাৰ দুৱাৰে-দুৱাৰে ঘূৰি ঘূৰি লাঞ্ছনা আৰু অৱমাননা বুটলি স্বৰ্গৰ পৰা নামি আহিছিল। যশস্বী অভিনেত্ৰী জ্যোৎস্না কাকতীয়ে ৰূপায়ণ কৰিছিল এই বসুমতীৰ চৰিত্ৰটো।

বৰাহৰূপী বিষ্ণুৰ ঔৰসত বসুমতীৰ গৰ্ভত জন্ম বসুমতীপুত্ৰ আছিল নৰক। জনক ৰজাৰ পালিত পুত্ৰ। কিৰাত অধিপতি ঘটকাসুৰক বধ কৰি নৰক কামৰূপৰ ৰজা হৈছিল। বিদৰ্ভ ৰজাৰ কন্যা মায়াক বিয়া কৰাই নৰক হৈ পৰিছিল কামাখ্যাভক্ত। এই মায়াৰ চৰিত্ৰটো কথাছবিখনত ৰূপায়ণ কৰিছিল ইভা আচাৱে।

'প্ৰেমিক নৰকাসুৰ
তেওঁৰ চেতনাৰ
সোঁকাষে কামাখ্যা
বাওঁকাষে কামাখ্যা
প্ৰাৰ্থনাৰ নাৰী
কামাখ্যা।'

শোণিতপুৰৰ অসুৰ ৰজা বলিপুত্ৰ বাণ আছিল শিৱভক্ত। এই বাণ ৰজাৰ সংগত পৰি আমাৰ কামৰূপৰ ৰজা নৰকাসুৰ অসুৰৰ দৰে হ'ল। পৰিত্যাগ কৰিলে তেওঁ বিষ্ণু আৰু বসুমতীৰ পূজা। তেওঁ ব্ৰহ্মাৰ পুত্ৰ বশিষ্ঠ মুনিকো কামাখ্যা দৰ্শন কৰিবলৈ দিয়া নহ'ল। খেদি পঠিয়ালে।

'সপোনতো
সেই ৰক্তকেশী নাৰী নৃত্যৰতা
দিঠকতো
নৰকাসুৰৰ জনক-জননী চকুৰ সমুখত
বিজুলীলতা চুলিত মেলি
নৃত্যৰতা কামাখ্যা।'

আৰু তাৰ পাছত বশিষ্ঠ মুনি পূজা-অৰ্চনাত ৰহিল বিশাল ব্ৰহ্মপুত্ৰৰ পাৰত। মনোবেদনাত কাতৰে তেওঁ গালে—

খোলা দুৱাৰ উপগত যাত্ৰী
ৰূপ দৰ্শন প্ৰাৰ্থী
অমৃতৰূপা হে কামৰূপ
লৌহিত্যবসনা নৱ ঘনশ্যাম
জাগে অন্তৰ ভূমানন্দে...

কামাখ্যা দৰ্শনৰ পৰা বিমুখ হৈ বশিষ্ঠ মুনিয়ে নৰকাসুৰক অভিশাপ দিলে। আৰু তাৰ পাছতেই নৰকাসুৰ বহিল তপস্যাত। লক্ষ্য ব্ৰহ্মাৰ পৰা পাঁচটা বৰ প্ৰাপ্তি। নৰক হ'ল দেৱতা, অসুৰ, ৰাক্ষস আৰু দেৱযোনিত উপজাসকলৰ অবধ্য।

হয়। নৰকাসুৰ আছিল পৰাক্ৰমী, দাম্ভিক এক অসুৰ ৰজা। কিন্তু তেওঁ আছিল এক বিশাল প্ৰেমিক। ব্ৰহ্মপুত্ৰৰ দৰে বিশাল আৰু গভীৰ আছিল তেওঁৰ প্ৰেম, নীলাচলৰ দৰে সুউচ্চ আৰু গহন তেওঁৰ প্ৰেম। আৰু এই প্ৰেমিক নৰকাসুৰকেই নীলিম কুমাৰে তেওঁৰ নৰকাসুৰ কবিতাটোত মাধুৰ্যময় ৰূপত অংকন কৰিছে—

'অন্য কোনো ঠাই নাছিল নৰকাসুৰৰ
য'ত কামাখ্যা নাছিল
অন্য কোনো হৃদয় নাছিল নৰকাসুৰৰ
কামাখ্যাহীন
প্ৰেমিক আছিল নৰকাসুৰ।'

নীলাচলৰ কামাখ্যাৰ শক্তি পূজা প্ৰাচীন প্ৰাগজ্যোতিষৰ সমানেই প্ৰাচীন বুলি কোৱা হৈছে। এই কামাখ্যাৰ পূজাত ভাগ ল'বলৈ মুনি বশিষ্ঠক বাৰণ কৰি শিৱভক্ত নৰক বশিষ্ঠৰ কোপত কৰিল। ব্ৰহ্মাৰ পৰা নৰকাসুৰে বৰ পাঁচটা তপস্যা কৰি ল'লে হয়, কিন্তু তেওঁ বশিষ্ঠৰ শাপমোচনৰ বৰ নল'লে। এই অভিশাপৰ ফলত দেৱী কামাখ্যাও অন্তৰ্ধান হ'ল। কিন্তু খট্‌খটি বনাবলৈ নেৰিলে নৰকাসুৰে। কামাখ্যাক পাবলৈ ওৰে ৰাতি তেওঁ খট্‌খটি বনোৱাত লাগিল—

'বেচেৰা নৰকাসুৰ
গোটেই ৰাতি শিলৰ খট্‌খটি
বুকুতে সাজিছিল
সেই খট্‌খটিৰ নাম
প্ৰেম।'

কিন্তু কবিয়ে কৈছে কামাখ্যাই নৰকাসুৰক ছলনা কৰিলে, নৰকাসুৰক প্ৰতাৰণা কৰিলে, নৰকাসুৰৰ প্ৰেমক বঞ্চনা কৰিলে।

নৰকাসুৰৰ প্ৰেমত চৰ্ত আৰোপ কৰিছিল কামাখ্যাই— সাজি দিব পাৰিবা যদি খট্‌খটি ৰাতিটোৰ ভিতৰতে।

পাৰিলেহেঁতেন। নৰকাসুৰে পাৰিলেহেঁতেন আকাশ— প্ৰেম গোৱাৰ তেনে এক সৌৰভিত খট্‌খটি সাজিব।

'আৰু সেই কুকুৰাটো
যাৰ কণ্ঠত কামাখ্যা আছিল
তাৰ নাম প্ৰতাৰণা
ভুল নাছিল নৰকাসুৰৰ ভুল নাছিল'

পাঁচটা বৰ আদায় কৰিলেও বশিষ্ঠ মুনিৰ শাপ মোচনৰ দৰে কথাটোৰ গুৰুত্ব নিদিলে দাম্ভিক ৰজা নৰকাসুৰে, উদাত্ত প্ৰেমিক নৰকাসুৰে— আচলতে বিচাৰিছিল কামাখ্যাক নৰকাসুৰে, অন্য বহুতো প্ৰেমিকে বিচৰাৰ দৰে প্ৰেমিকাক।

ৰাতি সপোনৰ সকলো খট্‌খটি চুৰমাৰ কৰি নীলাচলত পূৰ্ব সূৰ্য উদয় হৈছিল। তাৰ বহু আগতেই কামাখ্যাই ৰূপ ধাৰণ কৰিছিল এক শিৰত এক বস্ত্ৰাভৰণৰ ছলনাময়তাৰ। আৰু এতিয়া কি কৰিব নৰকাসুৰে কৰিয়ে ভাবি পোৱা নাই—

'ইমান ছলনাৰ শেষত
নৰকাসুৰে ক'ত থ'ব এতিয়া
তেওঁৰ আত্মা
ক'ত থ'ব এতিয়া তেওঁৰ দিন আৰু ৰাতিবোৰ'

কথাছবিখনৰ শেষৰ ফালে সংগীত পৰিচালক ব্ৰজেন বৰুৱা গুণাভিৰাম ছবিখনত শ্ৰীকৃষ্ণৰ ভূমিকাত। বিষ্ণুৰে নৰৰূপী কৃষ্ণৰ ৰূপ দি নৰকাসুৰক সংহাৰিবলৈ নীলাচল পাইছিলহি। কৃষ্ণৰ হাতত মৃত্যুবৰণ কৰাৰ আগে আগে প্ৰেমিক নৰকাসুৰে দেখিছিল তেওঁৰ প্ৰেমিকা কামাখ্যায়ো অস্ত্ৰ ধাৰণ কৰি নৰকাসুৰৰ বিপৰীতে থিয় হৈছে।

কামাখ্যা দেৱীক প্ৰেম নিবেদন কৰিবলৈ প্ৰয়াস কৰা ৰজা নৰকাসুৰক কি আখ্যা দিব মই ক'ব নোৱাৰো। তেওঁৰ সেই প্ৰেমক কি ব্যাখ্যা দিম সেয়াও মই নাজানো। কিন্তু তেওঁ যে উধাৰলৈ এলানি খট্‌খটি সাজি দিছিল, জোং-জাকৰ খাতৰাই ৰাতিটোৰ ভিতৰতে এক প্ৰেমৰ বাট সাজি দিছিল, নিঃকিন হ'লেও তেওঁৰ সেই প্ৰেম, তাত কোনো স্বাৰ্থ নাছিল। কিতাপ-গবেষণাৰ বহু পৃষ্ঠা পঢ়ি পঢ়ি হয়তো ক'ব পাৰো নৰকাসুৰে কামাখ্যা দেৱীক প্ৰেম কৰিবলৈ যোৱাটো উচিত নাছিল। কামাখ্যা মাতৃ আছিল, কামাখ্যা দেৱী আছিল।

আৰু নৰকাসুৰ? নৰকাসুৰ অসুৰ আছিল সেইবাবেই কামাখ্যাক প্ৰেম নিবেদন কৰিব নালাগিছিল?

কিন্তু, কামাখ্যায়ো নৰকাসুৰক প্ৰতাৰণা কৰিব নালাগিছিল। সেয়েহে কবিয়েও কৈছে—

'সেই কামাখ্যাক চাবলৈ
মানুহে যেতিয়া
নৰকাসুৰৰ বুকুৰ খট্‌খটিয়েদি উঠি যায়
তিলমানো বিচলিত নহয় কামাখ্যা'

প্ৰতিদিনে কামাখ্যা দেৱীৰ ভক্তগণ কামাখ্যাৰ আশিস বিচাৰি নৰকাসুৰৰ বুকুৰ খট্‌খটিয়েদি নীলাচল পাহাৰ বগায়। প্ৰতিদিন কামাখ্যা দেৱীৰ নিদ্ৰা ভাঙি সূৰ্যই নীলাচলত উদয় হয়। পোহৰ হয় নীলাচল, পোহৰ হয় কামাখ্যা, পোহৰ হয় ব্ৰহ্মপুত্ৰ, পোহৰ হয় গুৱাহাটী

মহানগৰ। মাথোঁ আন্ধাৰত পৰি থাকে পাঁচটা আখৰ, যাৰ নাম নৰকাসুৰ আৰু এখন ভগ্ন প্ৰেমিক বুকু, য'ত তেওঁ সাজিছিল তেওঁৰ প্ৰেমিকাপ্ৰাপ্তিৰ খটখটি।

এটা প্ৰশ্ন ৰাখিছে নীলিম কুমাৰে তেওঁৰ কবিতাটোৰ একেবাৰে শেষত গুৱাহাটীবাসীক—

'কিন্তু কোৱা ধৰ্মপ্ৰাণ নগৰবাসী

অকম্পমান বিচলিত হোৱাটো

উচিত নাছিলনে কামাখ্যাৰ?'

নাজানো মই, মহানগৰবাসীয়ে কি উত্তৰ দিব এই প্ৰশ্নৰ। মোৰ হাততো নাই কোনো উত্তৰ এই প্ৰশ্নৰ।

ৰাতি শৰাইঘাট দলঙৰ পৰা যেতিয়া বাওঁফালে সুদূৰৰ আকাশৰ ফালে চাওঁ, নীলাচলৰ ফালে আকাশখন তিৰবিৰাই থকা দেখা পাওঁ। মালিগাঁৱৰ ফ্লাই অ'ভাৰৰ পৰা যেতিয়া বাওঁফালে নীলাচলৰ পাহাৰলৈ এবেলি চাওঁ, পাহাৰবোৰ জিকমিকাই থকা দেখা পাওঁ। মহানগৰবাসীক নহয়, মোৰ নিজৰ মনটোকে তেতিয়া বুজাবলৈ চেষ্টা কৰোঁ— এইবোৰ তৰা নহয়, ভুল নকৰিবা।

কেতিয়াবা ভাবোঁ, কামাখ্যাই যদি ৰঙাজবাৰ কুকুৰাটো হৈ নৰকাসুৰক ছলনা নকৰিলেহেঁতেন, কিজানিবা নৰকাসুৰে সেই শৰাইঘাট দলঙৰ পৰা দেখা তিৰবিৰণিবিলাক এটা এটা তৰা সজাই তেওঁৰ বুকুৰ খটখটিৰ কিলোমিটাৰ পোষ্টবিলাকত থিয় কৰাই থ'লেহেঁতেন— ধৰ্মপ্ৰাণ মহানগৰবাসী নিজেই অকম্পমান বিচলিত হোৱাকৈ।

# ২৫।

## এজাক জোনাকীৰ জিলমিল

যি সময়ত এখন ছোৱালী কলেজৰ এজন বুঢ়া চকীদাৰৰ মাহেকীয়া দৰমহা আছিল চাৰি কুৰি দহ টকা, এই কাহিনী সেই সময়ৰ।

কলেজখনৰ চৌহদৰ হোষ্টেলৰ কেম্পাছতেই থাকে বুঢ়া চকীদাৰ, চকীদাৰণী আৰু তেওঁলোকৰ একমাত্র সন্তান বিজুলী। বিজুলীও এই কলেজখনতেই পঢ়ে। মেট্রিকত প্রথম বিভাগ, আই এত প্রথম বিভাগ পোৱা কাৰণেই তাই পঢ়িয়েই আছে। ফৰ্ম ইয়েৰত, ফিল'ছফী অনাৰ্ছ লৈ।

সাত হাত ওখ ইটাৰ বেৰৰ দেৱালখনৰ ভিতৰত এই ছোৱালী কলেজখন। আৰু এইটো সেই কলেজখনৰে এটা সৰু ক্লাছৰূম। ইয়াত খালী অনাৰ্ছ ক্লাছ হয়। কালিও এইটো কোঠাতে অনাৰ্ছ ক্লাছ হৈ গৈছে— মালিনী, মালিনী চৌধুৰী কালিও এইটো ক্লাছতে বহি গৈছে।

আজি কলেজ বন্ধৰ দিন। এই ক্লাছৰূমটোতে তিনিজন মানুহ আহিছে। দেওবাৰ। বাইশ বছৰীয়া মনোহৰ, পঁয়ত্রিশ বছৰীয়া ভাস্কৰ আৰু সাতাইশ বছৰীয়া ধুনীয়া ডেকা মৃণাল। দোকমোকালি। আন্ধাৰ হৈয়ে আছে, লেমটো লৈ কোঠাটোত সোমাই চকীদাৰ-চকীদাৰণীয়ে ক্লাছৰূমটোৰ চকী-বেঞ্চবোৰ টনাটনি কৰি আলহীকেইজন কোনোমতে দিনটো বহি-এই কটাব পৰাকৈ ঠিক-ঠাক কৰি দিব ধৰিছে। পদূলিপৰত আলহীসকলৰ উজনিলে যোৱাৰ

ৰে'লৰ সময়। ৰে'লত উঠি গুচি যাবগৈ।

দেওবাৰৰ বন্ধৰ দিনৰ ছোৱালী কলেজৰ অনাৰ্ছৰ সৰু ক্লাছৰূম এটাত কোনোমতে চকী-বেঞ্চ জোৰা দি মনোহৰহঁতক দিনটোৰ বাবে বুঢ়া-বুঢ়ীয়ে থকাৰ সুবিধা কৰি দিলে; কিন্তু আলহীক খুৱাব-বুৱাব কি? খোৱাৰ যোগাৰৰ বাবে আলহীয়ে দিয়ে যদি পইচা বুঢ়ীয়ে ল'ব তেওঁলোকৰ পৰা। বুঢ়াৰ উঠিল খং, 'কলেজৰ ছোৱালীবোৰৰ পৰা সিকিটো-আধলিটো, ব্লাউজটো— এইবোৰ লৈ লৈ তোৰ স্বভাৱটো বেয়া হ'ল।'

বুঢ়ীৰ ওভতা উত্তৰ, 'একুৰি বছৰে কলেজৰ ছোৱালীহঁতৰ লগত খেলিমেলি কৰি কটালো। যাবৰ সময়ত সিহঁতে টকাটো, আধলিটো, চোলাটো, মেখেলাখন দি যায়। ইয়াত আকৌ মোৰ স্বভাৱটো বেয়া হ'ল কেনেকৈ?'

হয়! ফৰ্থ ইয়েৰৰ ছোৱালীয়ে যদি মাকৰ হাতত এযোৰ পুৰণা কাপোৰ দি যায়, তেনেহ'লে সেইযোৰ কাপোৰ পিন্ধিবলৈ বিজুলী সেইজনী ছোৱালীয়ে কলেজ এৰি যোৱালৈ বাট চাই থাকিব লাগিছিল।

দোকমোকালিৰ এন্ধাৰ ক্লাছৰূমটোলৈ বিজুলীয়ে লেমটো লৈ সোমাই আহিল। তাৰ পাছতে চকীদাৰ আৰু চকীদাৰণী।

'আপোনালোক আহিছে ক'ৰ পৰা।' চকীদাৰণীয়ে সুধিলে। আটাইকেইজনকে। মনোহৰ, ভাস্কৰ, মৃণালহঁত যুদ্ধৰ পৰা উভতি আহিছে।

যুদ্ধৰ কথা বুঢ়া-বুঢ়ীয়ে জানিছিল। আকাশেদি জাক পাতি উৰাজাহাজ উৰিছিল— সেই যুদ্ধ। শেষত যুদ্ধ শেষ হোৱা বুলি শুনাৰ পাছতহে বুঢ়া-বুঢ়ীৰ ভয়টো কমিছিল।

কিন্তু এওঁলোক তিনিজন আকৌ কোন যুদ্ধৰ পৰা আহিছে? যিবোৰ দুৰ্ভগীয়া গোলামে মুকলি হ'বলৈ বিচাৰিছে, সিহঁতৰ কাৰণে যুদ্ধ শেষ হ'বলৈ বহুত দিন আছে। তেওঁলোকৰ লগতে লাগি-ভাগি সহায় কৰি দিবলৈ মনোহৰহঁত যুদ্ধলৈ গৈছিল। হয় যদি সোনকালে শেষ হৈ যাওক যুদ্ধ।

কোঠাটোত থকা ব'ৰ্ডখনত কালি ফিল'ছফীৰ বাইদেৱে কিবাকিবি লিখি থৈছিল। মৃণালে থোকাথুকি মাতেৰে বিজুলীক কৈছিল— 'সেইবোৰ কি লিখিছে কৈ দিয়াচোন।' তাৰ পিছত বিজুলীয়ে মৃণালক ফিল'ছফী বুজাইছিল, 'কালি নিশা আপুনি যেতিয়া বাটেদি খোজকাঢ়ি আহি আছিল, তেতিয়া আপুনি জানিছিল যে আপুনি মানুহটো আছে, কিন্তু আপুনি নাজানিছিল যে এই কলেজৰ এটা কোঠালিত ময়ো আছিলো।' কথাবাৰ বিজুলীয়ে মৃণালক আৰু পৰিষ্কাৰকৈ বুজাই দিবৰ চেষ্টাৰে ক'লে, 'ফিল'ছফীৰ কাম হ'ল— এই বিশ্বব্ৰহ্মাণ্ডত আমি জনা যিবোৰ বস্তু আছে, সেইবোৰৰ ইটোৰ লগত সিটোৰ সম্পৰ্ক বিচাৰি উলিওৱা। অৰ্থাৎ ফিল'ছফীৰ কাম হ'ব আপোনাৰ আৰু মোৰ সম্পৰ্ক বিচাৰি উলিওৱা।'

ভাস্কৰক ফিল'ছফী নালাগে। তেওঁক লাগে, তেওঁ থ'তে থাকক, অন্ততঃ দুটা বাস্তা মুকলি ৰাখিব লাগে। এটা আগবঢ়াৰ আৰু এটা পিছুৱাৰ। কেৱল ধৰা পৰাৰ বাস্তাটো বন্ধ ৰাখিব লাগে।

মনোহৰ বুঢ়াৰ টোপনি আহিব খুজিছে নেকি? নাই নাই তেওঁৰ টোপনি অহা নাই। কিবা

এটা ভাবিছেহে তেওঁ। কি ভাবিছে? বিজুলীৰ কথা। দহ বছৰৰ আগতে তাই চাগে' অকণমানিজনী আছিল। দহ বছৰৰ আগতে তেওঁ এৰি থৈ আহিছিল তেওঁৰ ছোৱালীজনী। পাঠশালা পাছ কৰাৰ পাছত তেওঁ তাইক হাইস্কুলত নাম লগাই দিছিল। যদি তাই ক'ৰবাত পঢ়া-শুনা কৰি আছে, তেন্তে তাই নিশ্চয় এতিয়া ক্লাছ টেনত পঢ়িছে। মনোহৰে ক'ৰবাত এটা খবৰ পাইছিল, তেওঁ সিহঁতক এৰি অহাৰ ছবছৰ পাছত তাইৰ মাক ঢুকাইছিল। এইবোৰ কথা মনোহৰ বুঢ়াই বিজুলীক কৈছিল ফিল'ছফীৰ সক ক্লাছৰূমটোত বহি বহি।

আৰু মৃণাল! তেওঁ স্কুলত পঢ়িছিল। কলেজৰ ভিতৰ কিয়, তেওঁ তাঁৰ বাহিৰ-ভিতৰ একো দেখা নাই। যিদিনা তেওঁ ধৰৰ পৰা ওলাই আহে, তাৰ দুদিনমান আগতে সেইতাকে তেওঁক গধূলি টোপনিওৱাৰ কাৰণে পঢ়া মেজত বিচনীৰ নালেৰে মাৰিছিল। তাৰ পিছত ইমানদিনে কেনেকৈ মই ডাঙৰ হ'লো, আপোনাক মই ক'ব নোৱাৰো। মই হাবিত ডাঙৰ হৈছোঁ। পৰ্বতত ডাঙৰ হৈছোঁ। মই এক অদ্ভুত যুদ্ধৰ মাজত ডাঙৰ হৈছোঁ।' ফিল'ছফীৰ সক ক্লাছৰূমটোৰ বাহিৰেদি লিখা ব'ৰ্ডখনৰ পৰা কিছু ফিল'ছফী ইতিমধ্যে মৃণালে বুজি উঠিছে বাবেই তেওঁ কথাখিনি বিজুলীক ক'ব পাৰিলে এনেকৈ। বাকী বিখিনি কথা মনোহৰ, ডাক্তৰ আৰু মৃণাল কোনেও কোৱা নাছিল বিজুলীক, ফিল'ছফীৰ সক ক্লাছৰূমটোত তাই সেইখিনি কথাও ভালদৰে বুজি উঠিছিল। তাই ক'লে, 'যুদ্ধৰ কটাকটি, মৰামৰি, চিএৰ-বাখৰৰ বাহিৰেও এখন মৰম কৰিব পৰা শান্ত পৃথিৱীৰ আকাশত পখিলাৰ নিচিনা ৰঙীণ উৰিব পৰা যন্ত্ৰ আছে।'

ক'ত শিকিলে বিজুলীয়ে এইবোৰ কথা? ফিল'ছফীৰ কিতাপত? ক্লাছৰূমৰ ব'ৰ্ডত? ক'ত? এইবোৰ কথা শিকিবলৈ তাইতো জংঘলৈ যোৱা নাছিল, যুদ্ধক্ষেত্ৰলৈ যোৱা নাছিল, কোনোবা গোলামী খটা মানুহৰ লগত তাই কথা পতা নাছিল।

তেনেহ'লে ক'ত শিকিলে বিজুলীয়ে এইবোৰ কথা? সাত হাত ওখ দেৱালৰ ভিতৰত কোনে শিকালে তাইক এইবোৰ কথা?

বিজুলীয়ে এখন বিশাল যুদ্ধ দেখিছে ইতিমধ্যে। তাইৰ সেই যুদ্ধখনত আকাশত উৰাজাহাজ নুৰে। মানুহ জংঘলৈ নাযায় সেইখন যুদ্ধ কৰিবলৈ। হাইস্কুলৰ পঢ়া জীয়েকক এৰি থৈ তাইৰ সেইখন যুদ্ধলৈ কোনো পিতৃমাতৃৰ পৰা পলায়ন নকৰে। এখাৰ বাপেকীয়া পুত্ৰ আৰু হোমৰ জুইক সাক্ষী কৰি অন্য কোনো পত্নীক ঘৰত এৰি থৈ ডাক্তৰৰ দৰে কোনো ডেকা মানুহ তাইৰ এই যুদ্ধলৈ নাহে।

বিজুলীয়ে যি যুদ্ধ দেখিছে, সেয়া তাই লোকমোকালিৰ অন্তৰকাৰত দেখা যুদ্ধ। এটা বছৰ দিনত ক'ৰ পৰা আহিছে। কিয় আহিছে একো নজনাকৈ তিনিজন অচিনাকি আসামীক ভৰিলে-বহিবলৈ বুলি ফিল'ছফীৰ সক ক্লাছৰূমটোত এহাল বুঢ়া-বুঢ়ীৰ যেক-ডেক টনাটনি কৰাৰ যুদ্ধ তাই দেখিছে; সেই মানুহ তিনিজনক কি খুৱাব, কি যোৱাব তাৰ চিন্তাত তং নোহোৱা চাৰি কুৰি দহ টকা দৰমহা পোৱা এহাল চকীদাৰ-চকীদাৰণী তাই দেখিছে। আৰু দেখিছে তাই লোমৰ পোহৰত, ক'ৰবাৰ যুদ্ধৰ পৰা পলায়ন কৰা তিনিজন পৰাস্ত যুদ্ধৰ সৈনিক— যি বিজুলীহঁতৰ, তাই ক'ব পৰাত, প্ৰথম আসামী আৰু যাৰ মুখত তাই প্ৰথম

শুনিবলৈ পাইছিল— তাই বোলে ধুনীয়া।

বিজুলীৰ সেইটো বয়স, যি বয়সত যিকোনো এজনী ছোৱালীৰ এনেয়ে ধুনীয়া হৈ দিবলৈ মন যায়। মৃণালৰ নিচিনা এক সুন্দৰ ডেকা ল'ৰাৰ মুখত শুনিবলৈ বিচাৰে ধুনীয়া বুলি কোৱা।

আৰু জংঘললৈ নোযোৱাকৈ, ঘৰ-সংসাৰ পৰিত্যাগ নকৰাকৈ যি যুদ্ধ বিজুলীয়ে দেখিছে, ফিল'ছফীৰ অনাৰ্ছে নিশিকোৱা যি কথা বিজুলীয়ে শিকিছে, তাৰ ভেটিতেই তাই এইবাৰ মৃণালৰ দৰে এক ধুনীয়া ডেকা ল'ৰাক কৈছে, 'আৰু ক'লৈকো যাব নালাগে, এইবাৰ থাকি যাওক।'

মনোহৰৰ এইবোৰ অসহ্য লাগিছে। বিজুলীয়ে পোৱা Poor scholarshipৰ টকাৰে কিনি আনি খৰাহী ভৰাই দিয়া কল-সুমথিৰাৰ সম্ভাৰে মনোহৰক মনোকষ্ট দিয়ে। কিয় ? এই যে এইমাত্ৰ বিজুলীয়ে ক'লে, কালিও এইটো ক্লাছৰুমতে, এই ছেকেণ্ড বেঞ্চতে তেওঁৰ ফৰ্থ ইয়েৰৰ ফিল'ছফী অনাৰ্ছ লৈ পঢ়া জীয়েক মালিনী বহি গৈছে, এই কথাটোত তেওঁ অপৰিসীম কষ্ট পাইছে। এইখন চহৰতেই দহ বছৰৰ আগতে এৰি থৈ অহা তেওঁৰ গাভৰু জীয়েক মালিনী মোমায়েকৰ ঘৰত থাকি এইখন কলেজত পঢ়ি আছে, অথচ তেওঁ তাইক লগ পাব নোৱাৰে! কিয় নোৱাৰে? মালিনীৰ মোমায়েক ডি এছ পি! পুলিচৰ মানুহ, চৰকাৰৰ মানুহে মনোহৰকইতক বিচাৰি ফুৰিছে বহুদিন ধৰি।

কিয় ? বুজাইছে ভাস্কৰে বিজুলীক, তেওঁলোকৰ 'এই যুদ্ধ দেশৰ মুক্তিৰ কাৰণে, দেশৰ শান্তিৰ কাৰণে। এদল মানুহে আমাক এটা নাম দিছে— সন্ত্ৰাসবাদী। আমি আপত্তি কৰা নাই। যুগমীয়া শান্তি অহাৰ আগমুহূৰ্তত যদি সন্ত্ৰাসৰ সৃষ্টি হয়, তেন্তে সেই সন্ত্ৰাসৰ কলংক মূৰ পাতি ল'বলৈ আমি সম্মত হৈ আছোঁ।

গতিকেই চহৰখনত এই তিনিজন মানুহক বিচাৰি ফুৰা ঢেৰ মানুহ আছে। আৰু সেয়েহে গধূলিৰ ট্ৰেইনত ক'ৰবালৈ গুচি যোৱাৰ আগলৈকে কোনেও নেদেখা, কোনেও জানিব নোৱৰা এই ফিল'ছফীৰ ক্লাছৰুমটোতে এই মানুহ তিনিজন সোমাই আছে। অথচ এইখন চহৰতে এজনৰ গাভৰু জীয়েক মোমায়েকৰ ঘৰত থাকি এই ক্লাছৰুমটোত ক্লাছ কৰি আছে। এজনৰ ল'ৰা-তিৰোতা এইখন চহৰতে এক অনিৰ্দিষ্ট অপেক্ষাত দিন গণিছে।

নাজানো ক'ত আছে এইখন পৃথিৱী। জংঘলত, উৰাজাহাজ উৰা আকাশত, ডি এছ পিয়ে পহৰা দিয়া চহৰত নে ক'ত? মই নাজানো। মোক ভাস্কৰে বুজাব নোৱাৰিলে তেওঁ যে হোমৰ জুইক সাক্ষী কৰি এজনী আলফুলীয়া ছোৱালীক বিয়া কৰিছিল, সেই কথাটোৰে। মনোহৰ বুঢ়ায়ো নোৱাৰিলে। নোৱাৰিলে মৃণালেও। মাথোঁ মোক বুজাবলৈ এখন ছোৱালী কলেজৰ এজন বুঢ়া চকীদাৰে এদিন দেওবাৰে তিনিজন অচিনাকি আলহীক লেমৰ পোহৰত খুপি খুপি এই কোঠাটোত গুৰ-বহিৰৰ বাবে বেঞ্চ-ডেস্ক টনাটনি কৰি 'এই সংসাৰ মই আৰ্জি লৈছোঁ। এই সংসাৰৰ পৰা মোক বঞ্চিত কৰি ৰজা পাতিলেও মই আকৌ চকীদাৰ হ'বলৈকে উভতি আহিব লাগিব। মই সংসাৰৰ শাওপাত খোৱা ৰজা হ'ব নোৱাৰো।' বুঢ়াৰ সদম্ভ ঘোষণা!

ভাস্কৰে ভালদৰে বুজি উঠিছে, ফিল্ম'ছৰ্কীৰ কগা ব'ৰ্ডখনৰ আখৰবোৰ নপঢ়াকৈয়ে তেওঁ বুজি উঠিছে— বিজুলী; বিজুলীৰ বাবেই মনোহৰ বুঢ়াই জীয়েক মালিনীৰ কাষলৈ যাবলৈ উত্ৰাৱল হৈছে, বিজুলীৰ বাবেই সাতাইশ বছৰীয়া এক জংঘলে-পৰ্বতে ঘূৰি ফুৰা যুৱকে গভীৰ মনোযোগেৰে ফিল্ম'ছৰ্কীৰ ব'ৰ্ডৰ আখৰ পঢ়িছে।

'মই অতিষ্ঠ হৈ পৰিছোঁ ভাস্কৰ। মোক শান্তিৰে থাকিবলৈ দে।' আৰ্তনাদ কৰি উঠিছে সাতাইশ বছৰীয়া যুৱকজনে।

মই তেওঁক শান্তিত থাকিবলৈ দিব নোৱাৰিলো। বিজুলীয়েও নোৱাৰিলে। আপুনিও নোৱাৰিলে। কোনেও নোৱাৰিলে।

ভাস্কৰে জানিছে, বিজুলী এখন কোমল পৃথিৱীৰ ৰূপ লৈ এই মানুহ তিনিজনৰ মাজলৈ আহিছে। ভাস্কৰে জানিছে ৰূপৰ উপৰি বিজুলীৰ যৌৱন আৰু মৰম আছে। সেয়েহে বিজুলীৰ এক অপূৰ্ব শক্তিও আছে। তথাপি দৃঢ়তাৰে বিজুলীক তেওঁ ক'ব পাৰিছে— 'সেই শক্তিৰ জালেৰে আমাক মেৰিয়াই ধৰাৰ তোমাৰ কোনো অধিকাৰ নাই।'

চকীদাৰণীয়ে মনে মনে খবৰ দি মালিনীক মাতি আনিছিল মনোহৰ বুঢ়াক লগ কৰাবলৈ। লগত মোমায়েক ডি এছ পিও। গে'টৰ বাহিৰত বৈ আছে।

বাহিৰত ডি এছ পি। ভিতৰত তিনিজনৰ দৌৰাদৌৰি। পুবা মিফালে সোমাইছিল তাৰ বিপৰীত ফালে পলাই যাব পৰা দুৱাৰ এখন আছে। সেইফালে ওলাই যাব তিনিওজন।

মৃণালে একেথৰে বিজুলীলৈ চাই থাকে। তাৰ পিছত তেওঁ গুচি যায়।

ভাস্কৰে কিছুবেলি বিজুলীলৈ চাই থাকে। তাৰ পিছত তেৱোঁ গুচি যায়।

ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ 'এজাক জোনাকীৰ জিলমিল' নাটকখনৰ শেষ পৃষ্ঠা এয়া। পাণ্ডুলিপিৰত ফিল্ম'ছৰ্কীৰ সৰু ক্লাছৰুমটোত বিজুলী অকলশৰে বহি আছে। বেঞ্চ এখনত কোঠাটোৰ অ'ত-ত'ত বেঞ্চ, ডেস্ক কিছুমান বিজুলীৰ ভংগীত পৰি আছে। খবাহী এটা— কল-সুমথিৰাৰ— Poor scholarshipৰ টকাৰে কিনা। বেঞ্চত সৰু সৰু কিছুমান আখৰ— পৰীক্ষাত পাহৰে বুলি অংকৰ জোৰাণীকিলাকে লিখি থোৱা কিছুমান ইম্পৰ্টেণ্ট ফৰ্মূলা। তাৰে এটা ফৰ্মূলাই যেন আৰ্তনাদ কৰি উঠিল— 'মোক এৰি দে ভাস্কৰ। মোক মানুহৰ মাজত সোমাই থাকিবলৈ দে।'

আন এটা ফৰ্মূলাই ভীষণ অভিমানেৰে ক'লে, 'আজি আপোনালোক আহিল; আপোনালোকে মোৰ যৌৱনক অপমান কৰি গুচি যাওক। মই বেয়া নাপাওঁ। ইয়ো মোৰ কাৰণে সম্পত্তি হৈয়েই ৰ'ব।'

বেঞ্চৰ অকণি অকণি ফৰ্মূলাবোৰৰ এই কথাবোৰ শুনি আছিল ফিল্ম'ছৰ্কীৰ ব'ৰ্ডখনে। তাৰ পৰা আৰু কিছুমান আহি বেঞ্চত বহি থকা বিজুলীক ক'লে— 'আমি এনেকুৱা এটা বাটত থোজকাঢ়িছোঁ, যিটো বাটত আমাক হেজাৰ হেজাৰ যৌৱনৰ শক্তি লাগে, কিন্তু এটা যৌৱনৰ দুৰ্বলতাও নালাগে।'

বেঞ্চ-ডেস্কবোৰ কালিৰ নিচিনাকৈ সজাই বিজুলীয়ে দুৱাৰখন বন্ধ কৰি দিলে সৰু ক্লাছৰুমটোৰ। কাইলৈ ইয়াত অনাৰ্ছ ক্লাছ বহিব।

মানুহ তিনিজন ওলাই যোৱাৰ বিপৰীত বাট এটাৰে মই ছোৱালী কলেজখনৰ পৰা ওলাই আহিলো। মই এতিয়া আধা মাইল দূৰৰ মানুহ এঘৰলৈ যাম। তাত এটা এঘাৰ বছৰীয়া ল'ৰা আছে আৰু আছে হোমৰ জুই একুৰাৰ পোহৰত দগ্ধ হৈ থকা এক নাৰী। মই তেওঁলোকৰ দুয়োকে ক'ম— এজন পঁয়ত্ৰিশ বছৰীয়া যুবকৰ কথা, বিজুলীক যাবৰ সময়ত তেওঁ কৈ যোৱা সেই শেষ আষাৰ কথা— 'তোমালোকৰ ওচৰলৈ আমি এদিন আহিবই লাগিব।'

চকীদাৰণীয়ে মালিনীক বিজুলীয়ে মাতিছে বুলি কৈহে কলেজৰ গে'টৰ মুখলৈ আনিছিল। তাই নাজানিছিল কলেজৰ ভিতৰৰ এটা সৰু ক্লাছৰুমত তাইৰ বৃদ্ধ পিতৃয়ে তাইক লগ পাবলৈ উচুপি উচুপি কান্দিছিল। এই কথা মই মালিনীক ক'ব লাগিব।

কাইলৈ পুৱা যেতিয়া ছোৱালী কলেজখন খুলিব, মই কলেজৰ গে'টৰ কাষত বৈ থাকিম। পাঁচশজনী ছোৱালীৰ মাজৰ পৰা মই এজনী ছোৱালীক লগ কৰিম। তাই মালিনী চৌধুৰী।

তাৰ পিছত মই কলেজখনৰ ভিজিটৰ ৰুমত সোমাম। বৈ থাকিম। এজন বুঢ়া চকীদাৰ আহিব। সুধিব, 'কাক বিচাৰিছে?'

মই বিজুলীক কি ক'ম? বগা বৰ্ডত এখন হৃদয়ৰ ফিল'ছফী পঢ়িব খোজা এজন সাতাইশ বছৰীয়া যুবকৰ কথা ক'ম? বিজুলীৰ অকণমান অভিমানকে বহুমূলীয়া সম্পদ বুলি গণ্য কৰা এজন পঁয়ত্ৰিশ বছৰীয়া মানুহৰ কথা ক'ম? সৰু ক্লাছৰুমটোত বিজুলীয়ে এৰি যোৱা তাইৰ স্কাৰ্ফখন অলপ সময়ৰ কাৰণে পাই সেইখন নিজৰ গাত লৈ সেইখন নিজৰ জীয়েকে গাত লোৱা হ'লে কিমান উম পালেহেঁতেন তাই উমান লোৱা এজন ষাঠি বছৰীয়া বুঢ়াৰ কথা কম?

নকওঁ। মই বিজুলীক এইবোৰ একো কথাই নকওঁ। তাইক মই মাথোঁ এটা কথাই সুধিবলগীয়া আছে, 'মনোহৰহঁত, সেই তিনিজন মানুহ যুদ্ধ সামৰি যেতিয়া আকৌ উভতি আহিব, তেতিয়া এখন ছোৱালী কলেজৰ এজন বুঢ়া চকীদাৰৰ মাহেকীয়া দৰমহা চাৰি কুৰি বহু টকাৰ পৰা বাঢ়ি বাঢ়ি কেইহেজাৰমান হ'ব। সিদিনাও বাৰু এটা সৰু ক্লাছৰুমত এটা গধূলিত এজাক জোনাকী জিলমিলাই থাকিবনে?'

মই বিজুলীৰ প্ৰথম ভিজিটৰ।

# ২৬।

## স্নেপশ্বট্‌ছ

অফিচৰ গাড়ীচালক নীলু মাৰাকৰ গাড়ীত পুৰা পাঁচ বজাত ঘৰ এৰিছোঁ। বৰঝাৰৰ বিমানবন্দৰলৈ মোৰ লক্ষ্য। ১৬ এপ্ৰিল, ২০০৮। ব'হাগ বিহু, ব'হাগ বিহু চলিয়ে আছে।

বৰঝাৰৰ লোকপ্ৰিয় গোপীনাথ বৰদলৈ বিমানবন্দৰত এয়াৰ ইণ্ডিয়াৰ ফ্লাইট বিমান চি ডি ৭৭৬৫ত উঠি মই উত্তৰ লখিমপুৰৰ লীলাবাৰী বিমানবন্দৰত নামিম, জিলা উপায়ুক্ত আৰু নিৰ্বাচন বিষয়াক মোৰ এই কাৰ্যসূচীৰ কথা জনাই থোৱা আছে। ভাৰতৰ নিৰ্বাচন আয়োগে দিছপুৰত আমি কেইজনমান বিষয়াক এই বছৰৰ এক জানুৱাৰীক ভিত্তি কৰি জিলাই জিলাই বিধানসভা সমষ্টিবোৰৰ যি সংশোধিত ভোটাৰ তালিকা প্ৰকাশ কৰা হৈছে, সেইবোৰৰ গুণগত মান আৰু অন্যান্য কাম কিছুমান চাবলৈ দায়িত্ব দিছে। মোৰ ভাগত পৰা জিলাসমূহ লখিমপুৰ, শিৱসাগৰ আৰু যোৰহাট। এপ্ৰিল, মে' আৰু জুন, তিনিটা মাহত আয়োগে নিৰ্ধাৰণ কৰি দিয়া দিনবিলাকত আমি আমাৰ জিলাসমূহত উপস্থিত থাকিব লাগিব।

তাৰ প্ৰথমটো ব্যৱস্থা হিচাপে আজিৰ তাৰিখৰ পৰা মই জিলাত থাকিব লাগে। প্ৰথম খেপত মই লখিমপুৰ জিলালৈ গুলাইছোঁ আৰু জিলা সদৰ উত্তৰ লখিমপুৰত আজি মই উপস্থিত হ'ম।

কিছুদিনৰ আগতে দিছপুৰৰ এখন মিটিঙলৈ অহা উত্তৰ লখিমপুৰৰ উপায়ুক্তৰ কাৰ্যালয়ৰ

সদৰ মহকুমাধিপতি বীণাপাণি দেউৰীক মই আজিৰ এই ভ্ৰমণৰ কাৰ্যসূচীৰ কথা এনেয়ে কৈ থৈছিলো। বীণাপাণি দেউৰী ৰসিক মহিলা। তেওঁ ক'লে, 'ছাৰ, বিহুৰ সময়ত নাহিব। আমি বিহুত একেবাৰে মতলীয়া হৈ থাকিম।'

দেউৰী মহিলাগৰাকী বিহুত মতলীয়া হৈ থাকিব বোলা কথাষাৰত মই ভীষণ আমোদ পাইছিলো।

দেউৰী বিহু। ব'হাগ মাহৰ প্ৰথম বুধবাৰে আৰম্ভ হয়। এসপ্তাহ চলে। আৰু জাতিস্মাৰ সেই বিহুত দেউৰীসকল মতলীয়া হৈ থাকে। আৰু মতলীয়া হৈ থাকে বীণাপাণি দেউৰী নামৰ এগৰাকী অসম অসামৰিক সেৱাৰ বিষয়া। বিহু সঁচাকৈ বিনন্দীয়া!

বৰঝাৰ নিমাওমাও। কোনো যাত্ৰী নাই। গাড়ী-মটৰ নাই। মানুহ-দুনুহ নাই। পুৱা ৫.৩০ বাজিছে। প্ৰৱেশ পথত দুজন নিৰাপত্তাৰক্ষী বিষয়া। মই আৰু এজন যাত্ৰী। আমাক সোমাবলৈ দিয়া নাই ভিতৰলৈ কৰ্মচাৰীবিলাক অহা নাই বাবে।

কেতিয়া আহিব কৰ্মচাৰী? ৬.৪০ বজাত বিমান এৰা সময়। ছয় বাজিল। আমি ছয়-সাতজনমান যাত্ৰী। এজনী ছুইপাৰ। আৰু এজন নে দুজন নিৰাপত্তাৰক্ষী। বৰঝাৰৰ পৰা উৰিবলগীয়া এইখন দিনটোৰ প্ৰথম বিমান।

কাৰ্যালয় নোখোলা, বন্ধ হৈ থকা বিমানবন্দৰ প্ৰথম দেখিলো আজি।

ছাৰে ছয় বজাত কৰ্মচাৰীবিলাক আহিল। আজি বিমান পলমকৈ উৰিব— এওঁলোকৰ ৰেহ-ৰূপ দেখিয়ে গম পাইছোঁ।

পঞ্চাশ মিনিট পলমকৈ, সাত বাজি ত্ৰিশ মিনিট যোৱাত বিমান উৰিছে। বিমান পলমকৈ উৰাৰ বহু কাৰণ আৰু কাহিনী শুনিছোঁ; কিন্তু, আজি প্ৰথম দেখিলো কৰ্মচাৰী পলমকৈ অহাৰ কাৰণে বিমান পলমকৈ উৰিছে।

মোৰ আসন ৪-ডি। খিৰিকীমুখত। সৰু বিমান। তেনেই কম যাত্ৰী।

অসমৰ ভিতৰত মই বৰ কম বিমান যাত্ৰা কৰিছোঁ। গুৱাহাটী-লীলাবাৰী বিমান যাত্ৰা মোৰ এয়া প্ৰথম।

লীলাবাৰী। মোৰ বহু দিনৰ পুৰণি এক চিনাকি বন্দৰ। ১৯৭৭ চনৰ ১৮ মে'ৰ দুপৰীয়া জীৱনত প্ৰথম এৰোপ্লেনত উঠিছোঁ চাবুৱাৰ ওচৰৰ মোহনবাৰীত। হাতত অসম অসামৰিক সেৱাৰ অতিৰিক্ত সহকাৰী আয়ুক্তৰ চাকৰিৰ নিয়োগ-পত্ৰ লৈ মই চাবুৱাত বিমানত উঠিছোঁ। নামিম এই লীলাবাৰীত। সিদিনা আছিল মোহনবাৰী-লীলাবাৰী সকলো মোৰ তেনেই অচিনাকি। দুদিন আগতে মাত্ৰ মই যোৰহাটৰ অসম কৃষি বিশ্ববিদ্যালয়ৰ তিনি নং ছাত্ৰাৱাসৰ সাত নং কোঠাটো এৰি থৈ আহিছোঁ।

বিমান পৰিচাৰিকাই পুৱাৰ বিমান-জলপান হিচাপে 'পেটিছ' এটা আৰু তিনিবিধ সৰু সৰু 'বন' দিলে খাবলৈ। লগতে পানীৰ সৰু বটল এটা। বতৰ মাজে মাজে ডাৱৰীয়া, মাজে মাজে ফৰকাল।

একত্ৰিশ বছৰৰ আগতে মোহনবাৰীৰ পৰা লীলাবাৰীলৈ আহিছিলো আৰু আজি আকৌ এবাৰ ...।

আঠ বাজি পোন্ধৰ মিনিটত যোৰহাটৰ ৰৌৰিয়া বিমানবন্দৰত আমাৰ বিমান অৱতৰণ

কৰিলে। সরু বিমানবন্দৰ। কিমান বছৰৰ মূৰত দেখিলো? একত্ৰিশ বছৰৰ পাছত।

লখিমপুৰৰ উপায়ুক্তৰ কাৰ্যালয়ত চাৰ্কাৰত যোগদান কৰাৰ কিছুদিন পাছত মই লীলাবাৰীৰ পৰা এই বৰৈয়াৰ বিমানবন্দৰলৈ বিমান যাত্ৰা কৰিছিলো। লক্ষ্য— বিশ্ববিদ্যালয়ৰ ছাত্ৰাবাসত থকা মোৰ লগৰ ল'ৰাবিলাকক লগ পোৱা। মোৰ গাৰ পৰা ছাত্ৰ ছাত্ৰ গোন্ধটো যোৱেই নাই তেতিয়াও।

একত্ৰিশ বছৰৰ আগতে লীলাবাৰী-বৰৈয়া, বৰৈয়া-লীলাবাৰী বিমানযাত্ৰাৰ সময় লাগিছিল পোন্ধৰ মিনিট। ভাৰা পঁচিশ টকা। মই ইমান কম সময়ৰ বিমানযাত্ৰা পৃথিৱীৰ আৰু ক'ৰবাত আছে নে কি নাজানো।

২৫ ডিগ্ৰী চেলচিয়াছ আছিল বৰৈয়া বিমানবন্দৰত বাহিৰৰ উত্তাপমাত্ৰা। তিনিজন মানুহ নামিল। এজনো নুঠিল।

এইবাৰ বিমান উৰিব লীলাবাৰীলৈ বুলি। আঠ বাজি সাতত্ৰিশ মিনিট গৈছে। বিমান পৰিচালিকাই ঘোষণা কৰিলে বৰৈয়া-লীলাবাৰী যাত্ৰা এঘণ্টাত সম্পূৰ্ণ কৰা হ'ব। কেনেকৈ? মই দেখোন পোন্ধৰ মিনিটতে আহিছিলো। একত্ৰিশ বছৰৰ আগতে।

বিমান পৰিচাৰিকাই মিছাকৈ, ভুলকৈ ঘোষণা কৰিছিল। বিমানে আকাশমাৰ্গত নিজৰ গতি আৰু লক্ষ্য ঠিকেই ৰাখিছিল। আঠ বাজি পঞ্চাশ মিনিটত বিমান আহি লীলাবাৰী বিমানবন্দৰত অৱতৰণ কৰিলে। বৰৈয়াৰ পৰা লীলাবাৰীলৈ বিমানখনক উৰিবলৈ সময় লাগিল মাত্ৰ তেৰ মিনিট।

মোৰ বহু মৰমৰ লীলাবাৰী বিমানবন্দৰ। চাৰে ছবছৰ উত্তৰ লখিমপুৰত চাকৰি কৰিছিলো। ল এণ্ড অৰ্ডাৰৰ ডিউটী, মন্ত্ৰীক অভ্যৰ্থনা আৰু বহু বহু কামত এই লীলাবাৰী বিমানবন্দৰলৈ আহিছিলো সেই তাহানি। তাৰ পিছত ১৯৮৩ চনত উত্তৰ লখিমপুৰৰ পৰা বদলি হৈ যোৱাৰ পাছত আজি পুনৰ আহিছো পঁচিশ বছৰৰ পাছত এই বিমানবন্দৰলৈ।

বুকুৰ মাজত এক অপূৰ্ব আৰু অনামী শিহৰণে মোক মোহাৰি থৈ গ'ল। অজানা এক সুৰে উতলা কৰি থৈ গ'ল!

মোৰ বুকুত এক অন্য বিমানবন্দৰ মই স্থাপন কৰি ল'লো। নাম তাৰ ...।

নিৰ্বাচন বিষয়া দিতিমণি পেও বৈ আছিল বিমানবন্দৰত। মোৰ পুৰণি দিনৰ চিনাকি দিতিমণি। বিহুৰ বতৰত মেখেলা-চাদৰ এসাজ পিন্ধি আহিছিল অসম অসামৰিক সেৱাৰ বিষয়া দিতিমণিয়ে। মোক বিহুৰ ওলগ জনালে— হাতৰ গামোচাখন দিতিমণিয়ে মোক ডিঙিত পিন্ধাই দিলে!

(২)

আমি উত্তৰ লখিমপুৰ এৰি অহাৰ পাছত উপায়ুক্তৰ দুমহলীয়া কাৰ্যালয়টো নতুনকৈ সজা হ'ল। আগৰ ঠাইত। আগৰ ঘৰবোৰ ভাঙি পেলোৱা হ'ল। দুই-এটা বাদ দি।

জীৱনৰ প্ৰথম চাকৰিৰ ঠাইখন অজস্ৰ স্মৃতিৰে আৱৰি থকাৰ উপৰি অন্য অনেকবোৰ কাৰণতেই ঠাইখন বৰ মৰমৰ হয়। উত্তৰ লখিমপুৰো মোৰ কাৰণে তেনেকুৱা এখন ঠাই।

যোৱাকেইটা বছৰত অন্য অন্য চৰকাৰী দায়িত্বত কেইবাৰো উত্তৰ লখিমপুৰলৈ আহিছো,

কিন্তু এই প্ৰথমবাৰৰ বাবে আহিছোঁ সেই উপায়ুক্তৰ কাৰ্যালয়লৈকে চৰকাৰী দায়িত্বত। কিমান মৰমৰ আছিল এই কাৰ্যালয়টো মোৰ।

মোৰ তাহানিৰ দিনৰ কিছুমান কৰ্মচাৰী এতিয়াও আছে এই কাৰ্যালয়ত। বহুতেই অৱসৰ পালে। কোনোবা কোনোবা ঢুকাল। তেনেই নতুন বিষয়া আমি তেতিয়া। প্ৰথম চাকৰিত সোমাইছোঁ তেওঁলোকৰ কাৰ্যালয়টোত; প্ৰথম আহিছোঁ তেওঁলোকৰ চহৰখনলৈ। এই কাৰণেই তেওঁলোকে মোক ইমান মৰম-চেনেহেৰে ডুবাই ৰাখিছিলনে যাৰ বাবে উপায়ুক্তৰ কাৰ্যালয়ত সোমায়েই আজি পোনেই মই কোঠালিয়ে কোঠালিয়ে তেওঁলোকক বিচাৰি ফুৰিবলৈ ধৰিলো?

আমাৰ দিনৰ যিকেইটা পুৰণি ঘৰ এতিয়াও নভঙাকৈ আছে, তাৰে এটা দিতিমণি পেগুৰ নিৰ্বাচনী কাৰ্যালয়টো। আৰু, এই ঘৰটোৰ কাষৰ যিটো পুৰণি ঘৰ, সেই ঘৰটো দেখুৱাবলৈকে মোক লৈ গ'ল দিতিমণিৰ কাৰ্যালয়ৰ মুখ্য সহায়ক শ্ৰীবৰাই।

ইফালে নতুন নতুন ঘৰ উঠিছে, সিফালে নতুন নতুন জুডিচিয়েল ক'ৰ্টৰ বিল্ডিং বনাই আছে। তাৰ মাজত যিটো তিনি কোঠলীয়া পুৰণি ঘৰ এতিয়াও উশাহ-নিশাহ লৈ বৈ আছেগৈ, তাৰেই ডাঙৰ কোঠাটোত মোৰ জীৱনৰ অনেকবোৰ মধুময় মুহূৰ্তই শ্বাস-প্ৰশ্বাস লৈছিল।

মই এই কোঠাটোত সোমালো। ১৯৭৭ চনৰ ১৮ মে'ত প্ৰথম চাকৰি কৰিবলৈ আহি প্ৰথম দিনাই মই এইটো কোঠাত সোমাইছিলো। ইয়াতেই মোৰ চাকৰি আৰম্ভ হৈছিল। সেই কথা শ্ৰীবৰাই জানে।

শ্ৰীখগেন্দ্ৰনাথ বুঢ়াগোহাঁই আৰু মই অতিৰিক্ত সহকাৰী আয়ুক্ত, শ্ৰীলক্ষেশ্বৰ শৰ্মা, হৰিচৰণ পেগু আৰু শ্ৰীমতী সোণমাই বৰা কাৰ্যবাহী দণ্ডাধীশ আৰু শ্ৰী অভিজিৎ দেব লস্কৰ সংলগ্ন উপপতি সমাহৰ্তা। আমি কেওজন একেটা বৰ্ষতে অসম অসামৰিক সেৱাত যোগদান কৰিছোঁ; আটাইকেওজনৰেই প্ৰথম প'ষ্টিং উত্তৰ লখিমপুৰৰ উপায়ুক্তৰ কাৰ্যালয়ত আৰু আমি আটায়েই বহোঁ এইটো কোঠাত।

হয়, ঠাইৰ নাটনি আছিল। কিন্তু, আমাৰ মনৰ চোতালবিলাক আছিল বিস্তৰ আৰু ততোধিক মুকলি। এটা সুহৃদ পৰিয়ালৰ আমি আছিলো আকলুৱা বৰ্ণিল মন। সোণমাই বৰা আছিল লখিমপুৰ জিলাৰ আৰু উত্তৰ লখিমপুৰৰ প্ৰথম মহিলা মেজিষ্ট্ৰেট আৰু প্ৰথম মহিলা এ চি এছ অফিচাৰ। বীণাপাণি দেউৰী, দিতিমণি পেগুহঁতৰ তেওঁ আছিল অগ্ৰজা।

মই দিতিমণিক দেখুৱাইছিলো, সৌডোখৰ ঠাইত সোণমাই বৰা বহিছিল। তেওঁ মাজতে ছাব-ৰেজিষ্ট্ৰাৰৰ দায়িত্বত আছিল। দিনৰ দুইমান বজাত ছাব-ৰেজিষ্ট্ৰাৰ কাৰ্যালয়ৰ সহায়ক মহম্মদ হুছেইন নামৰ মানুহ এজনে দলিলবিলাক লৈ শ্ৰীমতী বৰাৰ টেবুললৈ আহে। পিছে পিছে নোমল দাস নামৰ এজন শকতকৈ শান্ত প্ৰকৃতিৰ পিয়ন। তেওঁৰ হাতত এখন ডাঙৰ ৰেজিষ্টাৰ বহী। দলিল ৰেজিষ্টাৰ কৰিবলৈ অহা মানুহবোৰক নোমল দাসে শাৰী শাৰীকৈ কোঠাৰ বাহিৰত থিয় কৰাই থয় আৰু এজনৰ পিছত এজনকৈ নাম মাতি মাতি কোঠাত সোমাব দিয়ে।

এই বিচিত্ৰ মানুহবোৰৰ বিচিত্ৰ আদব-কায়দাবোৰ আমি সন্তৰ্পণে চাই থাকোঁ আৰু মহম্মদ হুছেইন আৰু নোমল দাসহঁত কোঠাৰ পৰা ওলাই যোৱাৰ পাছত সেইবোৰৰ অংগী-

ভংগী প্ৰদৰ্শন কৰে শিলচৰৰ ডেকা ল'ৰা অভিজিৎ দেৱ লস্কৰে।

যিদিনা সোণমাই বৰাৰ ওচৰত বিয়াৰ দলিল ৰেজিষ্টাৰ কৰিবলৈ আহে, সেইদিনা আমাৰ বিৰাট স্ফূৰ্তি। সোণমাই বৰাই আমাক চাহ খুৱাব লাগে। কেতিয়াবা বিয়াৰ দৰা-কইনায়ো চাহ খুৱাই যায় আমাক। কি মাধুৰ্য!

এবাৰ এজনী মিচিং কইনাই তাইৰ 'জংকি'টোৰ লগত সোণমাই বৰাৰ ওচৰলৈ লোকেন দাসৰ পিছে পিছে আহোঁতে হাতত লৈ আহিছিল এটা কমলা।

অজস্ৰ স্মৃতিয়ে এখন এখনকৈ ছবিবোৰ মোৰ মনৰ প্ৰাংগণত তুলি মেলি ধৰিছে। বুকুৰে উজাই আহিছে বহু বহু হৃদয়মথিত শব্দ।

দিতিমণিয়ে সুধিছিল মই কোন ঠাইত বহিছিলো। দেখুৱাই দিছিল বৰাই, দুৱাৰমুখতে। মই চি আৰ পি চিৰ কেছবিলাক লৈছিলো। উকীল, ভৰ্মাণ, মহৰি, পেচকাৰৰ ভিৰ হৈছিল। এজন বুঢ়া মুক্তিয়াৰ আহিছিল মাজে মাজে— গোহাঁই বৰুৱা উপাধিৰ।

গাৰ পৰা কলেজৰ ছাত্ৰ, কলেজৰ ছাত্ৰ গোন্ধটো নৌযাই নাই। কিন্তু ক্ৰিমিনেল প্ৰচিডিউৰ ক'ডৰ ১০৭, ১০৩, ১৪৪, ১৪৫ ধাৰাৰ গোচৰবোৰে মোৰ মনৰ আকাশত আঁকি দিছিল এখন বৃহৎ ৰামধেনু। সেই ৰামধেনুৰ ৰংবোৰকেই হৃদয়ত সাৱটি লৈ মই আহি সোমাইছোঁহি আজি দিতিমণিহঁতৰ নিৰ্বাচনী কাৰ্যালয়ৰ ট্ৰাংক আৰু বাকচেৰে পৰিপূৰ্ণ হৈ থকা মোৰ সেই মৰমৰ কোঠাটোত।

ক'ৰবাৰ পৰা সেই ৰামধেনুখনে মোক প্ৰশ্ন কৰিলে হঠাৎ— পঁচিশ বছৰ সময় ল'লা কিয় তুমি ইয়ালৈ আহিবলৈ?

অভিমান কৰিছে সেই কোঠাটোৱে মোক।

কোঠাটোৰ পৰা ওলাই আহিবৰ সময়ত মনে মনে প্ৰাৰ্থনা কৰিলো— এই কোঠাটো যেন কোনোদিনে ভাঙি নাযায়। কোনেও নাভাঙে যেন এই কোঠাটো!

সোণমাই বৰা, অভিজিৎ দেৱ লস্কৰহঁতক ক'ৰবাত লগ পালে মই কৈ ক'ম'গৈ— 'মই আমাৰ কোঠাটোলৈ গৈছিলো। কোনেও নুশুনাকৈ কোঠাটোৱে মোক তোমালোকৰ কথা সুধিছিল।'

(৩)

লখিমপুৰ জিলাত কাম সামৰি যোৰহাট জিলালৈ যাম। ২২ এপ্ৰিল আজি। কালি ৰাতি ঢকুৱাখনাৰ চাৰ্কিট হাউছত আছিলো। গাঁৱৰ মাজৰ নিৰ্জনত অৱস্থাপিত চাৰ্কিট হাউছ। মোৰ কোঠাটো 'লোহিত'। ওপৰ মহলাত। এই মহলাৰ বাকী কোঠাকেইটা— চাকিকটীয়া, কণ্ঠা, খেৰকটীয়া। তলত সোৱণশিৰি, বৰদৈবাম, চাম্পৰা, ভাংধৰা আৰু সোৱদিয়া।

পুৱা দেখিলো চাৰ্কিট হাউছৰ সন্মুখৰ ধুনীয়া ফুলনিখন শিমলু তুলাৰে উপচি আছে। দাঁতি-কাষৰত লানি লানি শিমলু গছ। ব'হাগ মাহ। সেইবোৰৰ পৰা বগা বগা পাতল শিমলু তুলাবোৰ উৰি উৰি বাগিচাখনত বিয়পি পৰিছে।

উত্তৰ লখিমপুৰৰ পৰা মাজুলীলৈ সেই আহানিখন উত্তৰ-লখিমপুৰত চাকৰি কৰি অহা দিনবোৰত ফেৰী পাৰ হৈ আহিছিলো। কোনোবাখন নদীত ফেৰীত, কোনোবা জোৰৰত

বালিৰ গাড়ীত। উত্তেজনাময় হ'লেও বিৰক্তিকৰো আছিল সেই ফেৰী-নাৱৰ মাজুলী যাত্ৰা।

ফেৰী-নাৱত নুঠাৰ বিকল্প হিচাপে মই আজি এই যাত্ৰাটো ঠিক কৰিছোঁ ঢকুৱাখনাৰ পৰা মাজুলীলৈ। এই যাত্ৰাত ফেৰী-নাৱত নুঠাকৈ বাস্তাই বাস্তাই ঢকুৱাখনাৰ পৰা মাজুলী ওলাব পাৰি।

মোৰ বাবে নতুন বাট, নতুন পথ। সেইবাবেই মাধুৰ্য আছে।

আমাৰ জুম' গাড়ীখন আগবাঢ়িছে ঢকুৱাখনাৰ চাৰ্কিট হাউছ এৰি।

মাজ জলভাৰী, নামকৰণীয়া গাঁওবিলাকৰ মাজে মাজে গাড়ী চলিছে। ব'হাগ মাহৰ অসমীয়া গাঁও।

এইখন চাৰিকড়ীয়া নদী। ওপৰত এইখন কাঠৰ দলং, ৰেলিং নাই। পাগলাদিয়া মানে নলবাৰী, বৰাক মানে শিলচৰ, গদাধৰ মানে গৌৰীপুৰ আৰু চাৰিকড়ীয়া মানে ঢকুৱাখনা। চাৰিকড়ীয়াক ভাল নোপোৱাকৈ কোনেও ঢকুৱাখনাৰ মোহত আবদ্ধ হ'ব নোৱাৰে। মোক কালি তেওঁলোকে চাৰ্কিট হাউছৰ 'লোহিত' কোঠাটো দিছিল। কিন্তু মই থাকিলোঁগৈ ৰাতি 'চাৰিকড়ীয়া'ত।

মনোমোহা চাৰিকড়ীয়া নতুনকৈ আকৌ মোৰ বুকুৰ মাজেদি বৈ গ'ল এবাৰ।

বাওঁফালে সোণাৰি আৰক্ষী চকী। এইবোৰ ঠাই মোৰ বাবে তেনেই অচিনাকি। অথচ কিমান আকৰ্ষণীয়া।

কাঠৰ, ৰেলিং নোহোৱা দলং এখন পাৰ হ'লো। তলত এইখন ঢোলপেটা নদী। কাষত এখন কংক্ৰীটৰ দলং বনাই আছে। ইটো মূৰে পাৰ হৈয়ে ঢোলপেটা নামঘৰ সোঁফালে।

নদী-বিলেৰে ঢকুৱাখনাৰ চাৰ্কিট হাউছৰ কোঠাবোৰৰ নাম। এইখন নদী সোমদিয়া। চাৰ্কিট হাউছৰ তলৰ মহলাৰ শেষৰটো কোঠাৰ নাম সোমদিয়া। কাঠৰ দলং। ৰেলিং নাই। আমি গাড়ীৰ পৰা নামি ৰেলিং নোহোৱা দলঙেদি সোমদিয়া পাৰ হ'লো। ভূগোলত কোনোদিনে বিশেষ গুৰুত্ব নোপোৱা সোমদিয়া। কিন্তু মোৰ অনুভৱ হ'ল— আজি এইটো বাটেৰে নহা হ'লে মই জীৱনত কোনোদিনে সোমদিয়া দেখা নাপালোহেঁতেন।

সোমদিয়াৰ পিছত কেঁচা ৰাস্তাৰে আমাৰ গাড়ী গৈ আছে। এই বাট আৰু কিমানজনৰ বাট। মই আজিৰহে যাত্ৰী। কত যুগ ধৰি এই বাটেৰে কতজন আহিছে— গৈছে।

ঢকুৱাখনাৰ সীমা শেষ হ'বলৈ আৰু বেছি নাই। সমস্ত পথ উৰি-ওপঙি থকা শিমলু তুলাৰ শিমলু পথ। আৰু মুক্ত পৃথিৱীৰ উন্মুক্ত দিগন্ত। এক সুবিস্তীৰ্ণ দিগন্ত দেখা পোৱাৰ সুযোগ দিয়াৰ বাবেও মই অচিনাকি এই পথটোক ধন্যবাদ জনাব লাগে।

আৰু অৱশেষত এইখন দীঘল নদীৰ দীঘল দলং। খেৰকটীয়া। চাৰ্কিট হাউছৰ ওপৰ মহলাৰ শেষৰটো কোঠা— খেৰকটীয়া। চপলা নদী দীঘল কাঠৰ দলঙৰ তলত। আমাৰ গাড়ী পাৰ হৈ আছিল দলং।

অজান পথ— চিনাকি যাত্ৰা।

মাজুলী মহকুমা আৰম্ভ। এৰি থৈ অহা বাটত এৰি থৈ আহিলো চাৰিখন নদী— দলং। চাৰিকড়ীয়াত কাঠৰ দলঙত ৰেলিং নাই, ঢোলপেটাত ৰেলিং নাই, সোমদিয়াত খোজকাঢ়ি দলং পাৰ হ'লো; খেৰকটীয়াত দীঘল দলঙৰ দীঘল ৰেলিং।

হৃদয়ত সাজি ল'লো আন এখন দলং। সোঁৱৰণিবোৰ সেই দলংখনেদি পাৰ হৈ গৈ থাকিব বহুকাল।

(৪)

১৯ মে', ২০০৮। আজি মোৰ কাম যোৰহাট জিলাৰ তিতাবৰ ৰাজহ চক্ৰৰ কাৰ্যালয়ত। চক্ৰ বিষয়া মনোজ বৰুৱা নিৰ্বাচক পঞ্জীয়ন বিষয়াৰ দায়িত্বত আছে। মই তেওঁৰ কাৰ্যালয়ত ভোটাৰ তালিকা সংশোধনী প্ৰক্ৰিয়াৰ কিছুমান নথি চাম।

একালত যোৰহাটত চাকৰি কৰোঁতে তিতাবৰলৈ বহুবাৰ আহিছোঁ যদিও তিতাবৰৰ ৰাজহ চক্ৰৰ বিষয়াৰ এই কাৰ্যালয়লৈ অহা নাছিলো কেতিয়াও।

কাৰ্যালয়ৰ ঘৰটোত বাহিৰৰ ফালে কাৰ্যালয়টোৰ নামফলকখন আছে। তাত লিখা আছে তিতাবৰ ৰাজহ চক্ৰ, ১৯১৮ চনত স্থাপন হোৱা বুলি।

আজিকালি কয় চক্ৰ বিষয়া। আগতে আছিল উপ-পতি সমাহৰ্তা, ছাব-ডেপুটী কালেক্টৰ।

ঠিক যিটো কাম লৈ তিতাবৰৰ ৰাজহ চক্ৰ বিষয়াৰ কাৰ্যালয়লৈ আহিছোঁ আজি, একেই কাম লৈ যোৱা ২১ এপ্ৰিলত বিহপুৰীয়া ৰাজহ চক্ৰ বিষয়াৰ কাৰ্যালয়লৈ গৈছিলো লখিমপুৰ জিলাত। তাতো নামফলকত দেখিছিলো লিখা বিহপুৰীয়া ৰাজহ চক্ৰ, ১৯৫৬ চনত স্থাপিত হোৱা বুলি।

আকৌ কোনোদিনে ছাব-ডেপুটী কালেক্টৰ বা ৰাজহ চক্ৰ বিষয়া নাছিলো যদিও অসামৰিক প্ৰশাসনৰ চাকৰিত যোগদান কৰি পৰৱৰ্তী কালত বহুবাৰ এই অফিচত মই সোমাইছোঁ। ক'তো কোনোদিনে কাৰ্যালয়টো স্থাপন হোৱা সম্পৰ্কত চনটো লিখা দেখা নাছিলো।

নব্বৈ বছৰৰ পুৰণি তিতাবৰৰ চক্ৰ বিষয়াৰ কাৰ্যালয়। এনেকুৱা এশ বছৰৰ পুৰণি চক্ৰ বিষয়াৰ কাৰ্যালয় অসমত বহু ওলাব। অসমৰ ভূমি ৰাজহ সংগ্ৰহ আৰু পৰিচালনা সম্পৰ্কত অবৰ্ণনীয় সম্ভাৰেৰে উপচি থকা তথ্যসমূহে যুগ যুগৰ অসমৰ গ্ৰাম্য আৰু চহা জীৱনৰ মনোময় ছবি কিছুমান সাৰটি ৰখাৰ বিকল সুযোগ দিছে আৰু চক্ৰ বিষয়া বা ছাব-ডেপুটী কালেক্টৰৰ অফিচবোৰক। এতিয়াও বহু ঠাইত বস্তা বন্ধৰ এই অফিচ ঘৰবোৰ, মানুহ-দুনুহেৰে উপচি থাকে চৌহদ, তৰুণী-মহুৱীৰ বিচিত্ৰ অভিব্যক্তিৰ ততোধিক বিচিত্ৰ জগত এখন, যুগা বৰণীয়া কাগজত ডাঙৰ ডাঙৰ চিঠা-জমাবন্দীৰ জিজ্ঞিতে আবদ্ধ আৰু নিবদ্ধ মণ্ডল-কাননগোৰ এক মনোময় পৃথিৱী। কত ইতিহাস, কত ইতিহাস।

কত যুগৰ কত কাহিনী এই নিষ্প্ৰাণ যেন লগা এই এটা চৰকাৰী কাৰ্যালয়ে অহৰ্নিশে কওঁ কওঁ যেন কৰি থাকে। কত মনোৰম জীৱন প্ৰবাহেৰে সুবাসিত হৈ থাকে এই বস্তা বন্ধৰ ঘৰবোৰ।

হ'ব পাৰে মাটি-বাৰী, খাজনা-মোকৰ্দমাৰ মহাসংগ্ৰামৰ নিঃকৰুণ গাথা কিছুমানো এই অফিচটোৱে লিপিবদ্ধ কৰি ৰাখিছে সময়ৰ আৰু কালৰ বাবে নিজৰ বুকুত সংগোপনে। কিন্তু এই অফিচটোৰ জীৱনৰ পাত এখিলা যদি আলফুলে মেলি চোৱা যায়, তাতচোন মহাকালৰ বহু সমাদৰৰ বহু নিশ্বাসৰ সুগন্ধ বিয়পি থকাৰ উমান পোৱা যাব। ছাব-ডেপুটীৰ অফিচকিলাকে সেইবোৰৰ অনু-পৰমাণুবোৰ উকমাই দিব পাৰিব বুলিয়েই সেইবোৰ অফিচক আজিও মই

পৰম কৌতূহলেৰে অনুভৱ কৰোঁ।

অসমীয়া জনজীৱনত পুলিচ থানা আৰু ছাব-ডেপুটী কালেক্টৰৰ কাৰ্যালয় দুটা পৰম সংযোগ আৰু সম্পদৰূপে বৰ্ণিত হৈ থাকিব চিৰকাল। মইতো ভাবোঁ— বিশ্ববিদ্যালয়ৰ কোনো গৱেষকে 'অসমৰ ছাব-ডেপুটী কালেক্টৰৰ কাৰ্যালয়' বুলিয়েচোন মনোমোহা এক পি এইচ ডিৰ থেছিছ লিখিব পাৰে।

মইতো ভাবোঁ, অসমৰ প্ৰতিজন ৰাজহ চক্ৰ বিষয়াই বিচাৰ-খোঁচাৰ কৰি নিজৰ কাৰ্যালয়টোৰ স্থাপনৰ চনটো উলিয়াই নামফলকখনত লিখি থওক।

মই আৰু ভাবোঁ— ২০১৮ চনত বৰুৱা তিতাবৰ ৰাজহ চক্ৰ বিষয়া হৈ নাথাকিব— কিন্তু যিজন এ চি এছ বিষয়া সেই অফিচটোৰ চক্ৰ বিষয়া হৈ থাকিব, তেওঁ যেন এই অফিচটোৰ শতবৰ্ষ পালন কৰে সেই বছৰ।

(৫)

মই যেতিয়া সোণাৰিৰ চৰাইদেউ মহকুমাত মহকুমাধিপতি আছিলো, তেতিয়া সোণাৰিত চাৰ্কিট হাউছ নাছিল। ভোটাৰ তালিকাৰ সংশোধনী নিৰীক্ষণৰ কাম লৈ ১৯ মে'ৰ আবেলি প্ৰথম সোণাৰিৰ চাৰ্কিট হাউছলৈ আহিলো। দুমহলীয়া চাৰ্কিট হাউছ। ঢকুৱাখনাৰ দৰে।

ৰাতি মই সোণাৰিত নাথাকিলো। চাৰ্কিট হাউছৰ কম এটেনডেন্ট ৰমেশ দাসক মই কিছু সময় বিষয়াসকলৰ সৈতে আলাপ-আলোচনা কৰিবৰ বাবে বহা কোঠাটোৰ আৰু অধিক উন্নতিৰ বাবে কিছুমান কাম কৰাৰ কথা কৈ আহিলো চাৰ্কিট হাউছৰ পৰা ওলাই আহিবৰ সময়ত, গধূলি। ১০ মে'ৰ গধূলি।

২২ মে'। কিছু সময় আকৌ বহিলো সোণাৰিৰ চাৰ্কিট হাউছৰ সেই মোক আবণ্টন দিয়া কোঠাটোতে। ৰমেশ দাসে একো নকৰিলে যোৱা তিনিটা দিনত মই দিয়া পৰামৰ্শবোৰৰ। সোধোঁতে কিছুমান অভাৱ-অভিযোগ-অসুবিধাৰ কথা বৰ্ণনা কৰিবলৈ ধৰিলে।

২৯ মে'। আজি ৰাতি সোণাৰিৰ চাৰ্কিট হাউছৰ এই কোঠাটোত মই থাকিম। ৰাতি ভোটাৰ তালিকা সংশোধনী সম্পৰ্কৰ কথা-বতৰাবোৰ শেষ হোৱাৰ পাছত মহকুমা প্ৰশাসনৰ বিষয়াসকলৰ লগত চাৰ্কিট হাউছটোৰ মেইনটেনেন্স সম্পৰ্কত কিছুমান কথা পাতিলো। পুবাৰ ভাগত গোটেই চাৰ্কিট হাউছৰ দুয়োটা মহলাৰ কোঠাবোৰ ৰমেশ দাসে মোক দেখুৱাই ফুৰিছিল। মই থকা তলৰ মহলাৰ কোঠাটোৰ ঠিক ওপৰ মহলাৰ কোঠাটোত যোৱা ফেব্ৰুৱাৰীৰ ১৪ তাৰিখৰ পৰা ১৬ তাৰিখলৈ ভাগ্যদেৱী থিয়েটাৰৰ নাটক কৰিবলৈ আহি নাটকৰ দলটোৰ অভিনেতা আকাশদীপ আছিল। ৰমেশ দাসে দেখুৱালে কোঠাটো মোক।

বিষয়াসকলক মই কৈছিলো কোঠাবিলাকৰ নাম দিবলৈ। কিমান ধুনীয়া ধুনীয়া নাম আছে চৰাইদেউ মহকুমাৰ অ'ত-ত'ত।

১৭ জুন। নাজিৰাত ভোটাৰ তালিকা সংশোধনীৰ কাম সামৰি আবেলি সোণাৰিলৈ আহিলো। কিছু কাম থাকি গৈছিল সোণাৰিত।

আগৰ বেইবাৰ থকা কোঠাটোলৈকে ৰমেশ দাসে মোক লৈ গ'ল। দেখিলো— কোঠাটোৰ ব্যাপক সংশোধন আৰু প্ৰগতি। ক'লো ৰমেশ দাসক।

ৰমেশ দাসে মোক আকৌ আজি দুয়োটা মহলাৰে কোঠাবোৰৰ দুৱাৰৰ ওপৰত কাঠৰ নীলা টিনত বগা ৰঙেৰে অসমীয়া আৰু ইংৰাজীত লিখা নামফলকবোৰ দেখুৱালেগৈ। আজি গজাল মাৰি আঁৰি লগাইছে সেইবোৰ। মোৰ কোঠাটোৰ নাম চৰাইদেউ। তাৰ সমুখৰটো টাউকাক, তাৰ কাষৰটো দিচাং আৰু শেষৰটো অভয়পুৰ। ওপৰ মহলাৰ প্ৰথমটো ৰঙলী, কাষত শালকাঠনি, তাৰ কাষত লাদৈ। আৰু আকাশদীপ থকা কোঠাটো নৱাহী।

আহিবৰ সময়ত ৰমেশ দাসক ক'লো— 'চোৱা, এতিয়া কিমান ধুনীয়া হৈছে কোঠাটোও। চাৰ্কিট হাউছটোও।'

'ছাৰ, আপোনালোক আহি থাকিব। কোনোবা আহিলেহে চাৰ্কিট হাউছটো চাফা হৈ থাকে।' ৰমেশ দাসে ক'লে।

'সেইটো নহয়। তুমি তোমাৰ কাম কৰি থাকিবা— মানুহ অহা নহাৰ কথা নাহে।' মই ক'লো।

চাৰ্কিট হাউছ এৰিলো— টাউকাক, অভয়পুৰ, লাদৈ, দিচাং। বুকুতে লৈ আহিলো।

(৬)

আৰু কাইলৈ পুৱা মই মাজুলী এৰি যাম। আজি ২৪ জুন। কাম শেষ হ'ল।

ৰাতি মোৰ কোঠালৈ আহিল অৰিন্দম বৰুৱা। মাজুলীৰ মহকুমাধিপতিৰ কাৰ্যালয়ৰ ডেকা বিষয়া, অতিৰিক্ত সহকাৰী আয়ুক্ত। সেই যে ২২ এপ্ৰিলৰ দিনা চাৰিখন ভিন্ন নদীৰ চাৰিখন ভিন্ন দলং পাৰ হৈ ঢকুৱাখনাৰ পৰা মাজুলীলৈ আহিছিলো, সেইবোৰ অৰিন্দম আৰু মই নিজৰ নিজৰ কেমেৰাত মাজুলী এৰি যাবৰ সময়ত ফটো তুলিছিলো কিছুমান।

এইবাৰ আহোঁতে ফটো দুখন মই লৈ আহিছিলো। এখন দিলো চাৰ্কল অফিচাৰ সঞ্জীৱ কুমাৰ বৰাক আজি পুৱা। আনখন অৰিন্দমৰ।

অৰিন্দমে মোক দুখন ফটো দিলে।

মই অৰিন্দমক এখন ফটো দিলো। আৰু সৰু কাগজৰ টুকুৰা এটা দিলো। তাত লিখা আছিল শব্দকেইটামান— মাজুলী, গড়মূৰ, কমলাবাৰী, সত্ৰীয়া, কুমুৰা, আকাশবন্তি, বাথৌ, ঐনিতম, টুনি, খেৰকটীয়া, দৰিয়া।

অৰিন্দমক ক'লো— 'এই নামবোৰ যোগ-বিয়োগ কৰি মাজুলীৰ চাৰ্কিট হাউছৰ কোঠাবিলাকত নাম দিব পাৰা।'

এইবোৰ বিদায় বেলাৰ উপহাৰ। বুকুতেই লৈ ফুৰিছিলো ইমানদিনে।

# ২৭।

## এখন বিয়াৰ ৰভাতলীত

টোপ টোপ ৰভাতলীত ...

বহু অসমীয়া কথাছবিত বিয়াৰ দৃশ্য দেখিছোঁ, ৰভাতলী দেখিছোঁ। সেইবোৰৰ ভিতৰত 'সৰ্বশ্ৰেষ্ঠ বিয়া'খনৰ দৃশ্য দেখিছিলো ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ 'সন্ধ্যাৰাগ'ত, 'কান্ত'ৰ বিয়াৰ। বহু অসমীয়া আধুনিক গীতত ৰভাতলীৰ বৰ্ণনা শুনিছোঁ। সেইবোৰৰ ভিতৰত মোৰ আটাইতকৈ ভাল লাগিছিল দুটা গীত, সমানে— দ্বিজেন্দ্ৰ মোহন শৰ্মাৰ ৰচনাৰে বিউটি শৰ্মা বৰুৱাই গোৱা 'মাহ হালধিৰে নোৱালে-ধোৱালে' আৰু 'টোপ টোপ ৰভাতলীত নিয়ৰকণা সৰে'। যোৱা ১১ ফাগুনৰ বৰপেটা গায়নহাটীৰ যিখন ৰভাতলীলৈ মই গৈছিলো সেয়া অৱশ্যে নিয়ৰকণা সৰা নহয়, শিমলু ফুলা বতৰতে আছিল। সেয়া আছিল মোৰ এজন মামাৰ ছোৱালীৰ বিয়া। যিখন চোতালত এই বিয়াখনৰ ৰভা তৰিছিল, সেই চোতালত মোৰ শৈশৱৰ দিনৰ পৰা ভালেকেইখন বিয়া দেখিছোঁ— কোনোবাখন মামাৰ, কোনোবাখন মাহীৰ। আজিৰ এইখন বিয়াৰ কইনাজনীৰ দেউতাকৰো এইখন চোতালতেই বিয়াৰ ৰভা হৈছিল। আজিৰ এইখন বিয়া এইখন চোতালৰ তৃতীয় জেনেৰেশ্যনৰ বিয়া। নিশ্চয় আগৰ কোনোবা কোনোবা বিয়াত, এই চোতালৰ এনেকুৱা ৰভাতলীত টোপ টোপ নিয়ৰ সৰিছিল,

চকুলো সৰিছিল কইনাৰ। আৰু সেয়েহে হয়তো দ্বিজেন্দ্ৰ মোহন শৰ্মাই লিখিছিল— 'দীঘল ওৰণিয়ে ঢাকিব নোৱাৰে, টোপ টোপ চকুলো সৰে'।

**জহ-জাৰ-বাৰিষাৰে**

গধূলি ৰভাতলীত উপস্থিত হৈয়েই প্ৰথমেই মুখামুখি হ'লো পঞ্চানন চৌধুৰীৰ সৈতে। মানুহজন কইনাঘৰৰ কাষৰেই। মোৰ দীঘলীয়া দিনৰ পৰিচিত। পঞ্চানন চৌধুৰীক দেখিলেই মোৰ লক্ষ্মীনাথ বেজবৰুৱাৰ ধুনীয়া গান এটালৈ মনত পৰে— 'জহ-জাৰ-বাৰিষাৰে মিলি-জুলি ল'বা, নহ'লে তোমাৰ নাও বুৰিব জানিবা'। খগেন মহন্তৰ কণ্ঠৰ এইটো এটা জনপ্ৰিয় অনাতাঁৰ কেন্দ্ৰৰ গীত। পঞ্চানন চৌধুৰীয়ে জহ-জাৰ-বাৰিষা সকলোৰে সৈতে মিলি-জুলি আছে; সেইবাবেই তেওঁ তিৰাশী বছৰ বয়সতো তিনিচল্লিশ বছৰীয়া মানুহৰ দৰে স্বাস্থ্য অটুট ৰাখিছে।

মোক দেখিয়েই তেওঁ একপ্ৰকাৰ টানি অনাৰ দৰেই কাষৰ চকী এখনত বহুৱাই ল'লে। চল্লিশ মিনিটমান। তেওঁৰ প্ৰথম বাক্য— 'তোমাৰ লগত মোৰ বহুত কথা আছে। মোক কোৱা তুমি, তুমিতো কলিকতাত চাকৰি কৰিছিলা, বাঙালী মানুহবোৰে কিয় ৰবাৰ্ট ক্লাইভক ছাপোৰ্ট কৰিছিল? তেওঁলোক ইমান সুসভ্য জাতি হৈ কিয় এই নিম্ন পৰ্যায়ৰ মানুহটোক ইমান গুৰুত্ব দিছিল?'

বুৰঞ্জী ক্লাছ ছেড়েনতেই এৰিছিলো। কলিকতাত চাকৰি কৰা কালত দুই ব্ৰিটিছৰ বিষয়ে অনুসন্ধান কৰি বহুতো তথ্য গোটাইছিলো যদিও ক্লাইভৰ বিষয়ে মোৰ কোনো তথ্য গোটোৱা নহ'ল। বিয়াৰ ৰভাতলীত ক্লাইভৰ বিষয়ে এনেকুৱাধৰণৰ প্ৰশ্নৰ মুখামুখি হ'বলগীয়া হ'ব বুলি অনুমান কৰিব পৰা হ'লে নিশ্চয় মই ক্লাইভৰ বিষয়েও বহুত তথ্য গোটালোহেঁতেন। পঞ্চানন চৌধুৰীৰ প্ৰশ্নটোৰ মোৰ ফমুটি মৰাধৰণৰ উত্তৰ এটাত তেওঁ পতিয়ন যাব পৰা নাই বুলি মই গম পাইছো। তেওঁ কিন্তু দমি যোৱা নাই। তাৰ পাছত তেওঁ ক্লাইভৰ ভনীয়েকহঁতৰ চৰিত্ৰ, তেওঁৰ পিতৃ-মাতৃৰ বিষয়েও ক'বলৈ আৰম্ভ কৰিলে। বংগ-ভংগ, লৰ্ড কৰ্নৱালিছ কোন অহা নাই পঞ্চানন চৌধুৰীৰ কণ্ঠলৈ? গাৰোসকলৰ বিবাহ-পদ্ধতি, ঐনিতম, আপং, কন্দৰ্পেশ্বৰ সিংহ, বিমলা প্ৰসাদ চলিহা, সকলো একেজন একেজনকৈ আহি থাকিল তেওঁৰ কণ্ঠনলীলৈ। তেওঁ মোক 'অসমীয়া ল'ৰাৰ মিত্ৰ' আৰু বহুকেইখন ইংৰাজী কিতাপৰ নাম ক'লে। মই সেইবোৰ পঢ়িছো নেকি সুধিলে। গেইটৰ বুৰঞ্জীৰ উদ্ধৃতিৰ পৰা আৰম্ভ কৰি ৰাজা প্ৰতাপ চন্দ্ৰলৈকে, জমিদাৰী ছিষ্টেমৰ পৰা আহোম শাসনৰ খাঁটুৰ জিলা কৰালৈকে কোনো সাৰি নগ'ল, তথাও লগা নাই সভাওৰনি এই ব্যক্তিগৰাকীৰ এই কথাবোৰত। কিয়?

পঞ্চানন চৌধুৰী কৰপোৰেটৰ উপায়ুক্তৰ কাৰ্যালয়ৰ এজন জ্যেষ্ঠ সহায়ক হিচাপে বহু বছৰৰ আগতে অৱসৰ লৈছে। চাকৰিত থকা সময়তো আৰু পাছৰ অৱসৰৰ দিনবিলাকতো তেওঁক বহুদিন লগ পাইছো। অত্যন্ত কিতাপ পঢ়া, প্ৰচুৰ স্মৰণশক্তিসম্পন্ন এই ব্যক্তিজন জহ-জাৰ-বাৰিষা কালেকো কেৱেল নকৰি সদায় জিলা পুথিভঁৰাললৈ যায়, ছটিৰ পুথিভঁৰালত বাতৰি কাগজ পঢ়িবলৈ যায়। গতিকেই তেওঁ তিৰাশী বছৰ বয়সতো নাও ঠিকেই বাই

আছে। 'পানী লগা হেমন্ত'য়ো তেওঁক হাঁচিওৱাব পৰা নাই।

মই শ্রদ্ধাৰে কওঁ, সেই চল্লিশ মিনিটৰ তেওঁৰ কথাবোৰ আচলতেই টেপ্ কৰি থ'ব পাৰিব লাগিছিল। মোৰেই বহুত কামত আহিলহেঁতেন।

**'হাইটাৰ ঘৰ'ৰ আলু ভাজা**

এইবাৰৰ বৰপেটা যাত্রাত মই বৰপেটাৰ 'হাইটাৰ ঘৰ'ৰ (হাটীয়াৰ ঘৰ) বিষয়ে খবৰ গোটাম বুলি থিৰাং কৰি গৈছিলো। বৰপেটাৰ মানুহৰ মুখৰ 'হাইটাৰ ঘৰ' জাতীয় ঘৰবোৰ অসমৰ আন কোনো ঠাইতে নাই। বৰপেটা সত্রৰ প্রথমজনা সত্রাধিকাৰ মথুৰাদাস বুঢ়া আতাই বৰপেটাৰ বাছখনত হাটীত একোটাকৈ হাটীয়াৰ ঘৰ সজাৰ বিধান কৰিছিল— উদ্দেশ্য আছিল, হাটীৰ ৰাইজক এক গোট কৰি ৰখা। কালক্রমত এই উদ্দেশ্য সফল কৰিবলৈ প্রতিখন হাটীৰ মানুহে 'হাটীয়াৰ ঘৰ'টো এনে এটা ৰাজহুৱা প্রতিষ্ঠানলৈ উন্নীত কৰিলে যে ই এফালে বেংকিং ব্যৱস্থা, এফালে সামাজিক ন্যায়, এফালে সংহতি, এফালে কলা-কৃষ্টি সংৰক্ষণ আদি বিভিন্ন দিশসমূহ সামৰি ল'বলৈ সমৰ্থ হ'ল। হাটীৰ প্রতিটো পৰিয়ালে ভৰ্তি মাচুল দি সদস্যভৰ্তি হৈ পুঁজি সংগঠন কৰে আৰু এই পুঁজি হাটীয়াৰসকলৰ কল্যাণৰ অৰ্থে ব্যৱহাৰ কৰে।

ৰভাতলীত পঞ্চানন চৌধুৰী আৰু মই বহা ঠাইখিনিৰ ওচৰতে আছে গায়নহাটীৰ 'হাটীয়াৰ ঘৰ'। হাটীয়াৰ ঘৰৰ সমিতিৰ বিষয়বাব দুটি থাকে— এটা 'ভৰালী', আনটো 'মজুমদাৰ'। ভৰালীৰ কাম টকা-পইচাৰ হিচাপ আদি ৰখা আৰু মজুমদাৰৰ কাম সম্পাদকৰ দায়িত্ব। আজিৰ বিয়াৰ কইনাৰ খুৰাক এজন (মোৰ মামা) গায়নহাটীৰ 'হাটীয়াৰ ঘৰ'ৰ 'মজুমদাৰ'। ভতিজা ছোৱালীৰ বিয়াৰ ইমান ব্যস্ততাৰ মাজতো মোৰ 'মজুমদাৰ' মামাই মোক হাটীয়াৰ ঘৰৰ প্রচিডিং বহীখন পঢ়িবলৈ দিলে। টকা-পইচাৰ হিচাপ ৰখা 'লালখাটা'খনো দেখুৱাব খুজিছিল। মই বাহিৰা মানুহ, সেইবাবে চাবলৈ ইচ্ছা নকৰিলো।

মাঘৰ বিহুৰ উৰুকাৰ ৰাতি 'হাইটাৰ ঘৰ'ৰ মানুহবোৰ লগ হৈ মাটিত গাঁত খান্দি 'আলু ভাজা' খায়। সকলতে এনেকুৱা 'আলু ভাজা' খোৱা মোবো মনত পৰে। অলপতে হৈ যোৱা বৃহত্তৰ বৰপেটা ভোগালী বিহু উৎসৱত ৰাজহুৱাভাৱে 'গাঁতা'ত আলু ভাজা প্রতিযোগিতা হৈছিল। কি যে চাগে' মনোমোহা হৈছিল প্রতিযোগিতাৰ সেই দৃশ্য। কি যে চাগে' স্বাদৰ হৈছিল সেই 'আলু ভাজা'!

**সৌহাৰ্দৰ কছুডাল**

আৰু এক প্রতিযোগিতাৰ কথা গম পালো কইনাৰ ভায়েক হৰেকৃষ্ণৰ পৰা। 'বৰ' (দৰা)-'কইনা' প্রতিযোগিতা। বৰপেটাৰ প্রগ্রেছিভ ক্লাবে এই প্রতিযোগিতা পাতিছিল যোৱা এক-দুই মাঘৰ দুদিন। এইবাৰৰ সৈতে এই প্রতিযোগিতা তৃতীয়বাৰৰ বাবে পতা হৈছে।

হৰেকৃষ্ণই এই প্রতিযোগিতাত দ্বিতীয় হৈ দুহেজাৰ টকা পুৰস্কাৰ পাইছিল। হৰেকৃষ্ণ সুদৰ্শন ল'ৰা। দৰা হ'বলৈ এতিয়াও বাকী। কিন্তু 'বৰ প্রতিযোগিতা'ত সি কিয় প্রথম হ'ল মই তাক সুধিলো। 'মই কছুডাল পিন্ধি যাব পাহৰিলো, সেই কাৰণে।' হৰেকৃষ্ণই ক'লে।

'কহ' কি? আচলতে 'কৱচ'। বৰপেটাৰ মুখত 'কহ'। এৰা সুঁতাৰে গাঁঠি গাঁঠি 'কহ' বনোৱা হয়। কইনাঘৰলৈ যোৱাৰ সময়ত দৰাই সোঁ হাতত 'কহ'ডাল পিন্ধে। অশান্তি-অমংগল যাতে কৰিব নোৱাৰে, কোনেও যাতে 'ঔষধ' কৰিব নোৱাৰে, সেই কাৰণে কহডাল পিন্ধে দৰাই। সেইডালকে হৰেকৃষ্ণই পিন্ধিবলৈ পাহৰিলে। মুঠতে বৰপেটীয়া দৰাই পিন্ধা সেই বিশেষ পাগৰি (পাগুৰি), ধুতি-পাটৰ চোলা, কান্ধত 'চেলাং' ('ছেলাং') লৈ 'বৰ' সাজিছে হৰেকৃষ্ণই। ডিঙিত সোণৰ হাৰ। এই হাৰডালত বন্ধা থাকে কলগছৰ সৰু এডাল আঁহ। যিডাল কলগছত দৰাক নোওৱা হয়, দৰাৰ মাকে সেই কলগছডালৰ গাঁঠিত একেবাৰতে কামুৰি এডাল আঁহ উলিয়ায় আৰু সেই আঁহডালকে সযতনে, ডিঙিৰ হাৰডালত বান্ধি দিয়ে।

মঞ্চত এই প্ৰতিযোগিতা চলিছিল দহ নে বাৰজন 'বৰ'ৰ মাজত। কইনাঘৰ পোৱাৰ আগে আগে এই প্ৰতিযোগিতা আৰম্ভ হয়। হাতত কাগজ 'ডাপনি'খন লৈ দৰা আগুৱাই গৈছে, বাট আগচা হৈছে— দৰাক সুধিছে, 'সপোনত ঐশ্বৰ্য ৰায়ক লগ পালে সপোনটো কেনেকৈ শেষ হোৱাটো বিচাৰে?'

মহাবিদ্যালয়ৰ সপ্তাহবিলাকত 'দৰা-কইনা' প্ৰতিযোগিতা পতাৰ খবৰ কিছুমান বাতৰি কাগজত পঢ়িবলৈ পাওঁ মাজে-সময়ে। কিন্তু প্ৰপ্ৰেক্ষিত ক্লাবৰ এই প্ৰতিযোগিতা মোৰ সঁচাকৈয়ে অনুপম যেন লাগিল। তেওঁলোকৰ এই প্ৰপ্ৰেক্ষিত চিন্তাধাৰাক মোৰ ধন্যবাদ জনাবলৈ মন গ'ল। এনেকৈ ৰাজহুৱাভাৱে।

হৰেকৃষ্ণক বাট আগচি ধৰোঁতে সোধা প্ৰশ্নটোৰ সি কি উত্তৰ দিছিল মোৰ সোধা নহ'ল। কিন্তু তাক মই ক'লো— 'তই যেতিয়া সঁচা-সঁচি 'বৰ' হ'বি, তেতিয়া 'কহ'ডাল পিন্ধিবলৈ নাপাহৰিবি।'

**চম্পাৱতী তোমাৰ ঘাটত ...**

ৰভাতলীত মোৰ ওচৰত আহি বহিলহি এইজনী গীতাঞ্জলি। নাতিদূৰৈত সেয়া তাইৰ গিৰিয়েক হেমেন। দুয়ো গান গায়। টিভিত গীতাঞ্জলিক মই প্ৰথম দেখিছোঁ। তাই কইনাৰ বৰদেউতাকৰ ছোৱালী, মোৰ আন এজন মাখাৰ ছোৱালী। এইখন চোতালতেই এখন ৰভাতলীত এদিন গীতাঞ্জলিৰো বিয়া হৈছিল।

গীতাঞ্জলি আৰু হেমেনে অসমৰ বিভিন্ন ঠাইত গান গাইছে। ৰুদ্ৰ বৰুৱা আৰু পাৰ্বতীপ্ৰসাদ বৰুৱাৰ গীতৰ বহু কৰ্মশালা কৰিছে। নিজেও শিকিছে, আনকো শিকাইছে সেই ধুনীয়া গানবোৰ— 'পকাধানৰ মাজে মাজে সৰু সৰু আলি', 'ওৰে ৰাতি অন্ধকাৰত আছিলে মোৰ দুৱাৰ বন্ধ।' বিভিন্ন ঠাইত 'ওৰে ৰাতি অন্ধকাৰত' (পাৰ্বতীপ্ৰসাদ বৰুৱাৰ এই গীতটো 'প্ৰভাতী পখীৰ গান' চিনেমাখনত শুনিছিলোঁ আৰু যোৰহাটত এক অনুষ্ঠানত পাৰ্বতীপ্ৰসাদৰ পুত্ৰ প্ৰণৱিৰাম বৰুৱাই মোৰ ব্যক্তিগত অনুৰোধত এই গীতটি গাই চিৰদিনলৈ তেওঁৰ প্ৰতি মোক কৃতজ্ঞ কৰি ৰাখিছিল) গীতটি গাই গীতাঞ্জলিহঁতে সমাদৰ পাইছিল। কিন্তু হেমেনে এদিন ধুবুৰীৰ এক অনুষ্ঠানত তফজ্জুল আলীৰ কলমৰ (জ্যোতিষ ভট্টাচাৰ্যৰ কণ্ঠত ধ্বনিবদ্ধ) এই গীতটি গাই যি সমাদৰ পাইছিল, সেয়া হেনো অপূৰ্ব, অভাৱনীয় আৰু চিৰস্মৰণীয়—

'চম্পাৱতী তোমাৰ ঘাটত চপালো মোৰ নাও, ৰূপৰ পাহাৰ সোণৰ খনি কিজানি মই পাওঁ।' এই গীতটো লিখিবলৈ তফজ্জুল আলীয়ে ক'ত প্ৰেৰণা পাইছিল মই নাজানো, হেমেনেনো ইমান চিৰনতুন-পুৰণি এই গীতটি গাবলৈ ক'ত উৎসাহ পাইছিল মই নাজানো। সেই যে কেইমাহমানৰ আগতে এদিন শ্ৰীৰামপুৰৰ পৰা আহি থাকোঁতে চম্পাৱতী নদীৰ দলংখন পাই গাড়ী ৰখাই মই নামি দলঙত থিয় হৈ বৈছিলো, অদূৰত নদীৰ বুকুত অকলশৰীয়া নাওখন চলাই চলাই নাৱৰীয়াজন গৈ আছিল, মই নাওখন চাই আছিলো। ক'লৈ গৈ আছে নাওখন? চম্পাৱতীৰ ঘাটলৈ? তেওঁৰ নাওখনত সোণ নাই, ৰূপ নাই। কিন্তু চম্পাৱতীৰ আলফুলীয়া মন পাবলৈ তেওঁ নাও বাই গৈ আছে— 'মই বিদেশী অচিনাকি তাকেই এবাৰ চাওঁ ...'।

এই গীতাঞ্জলিক ক'লো— 'তফজ্জুল আলীৰ আৰু এটা ধুনীয়া গান আছে, তই পাব্লিক ফাংশ্যনত গাবি— 'অ', মোৰ প্ৰাণৰে সঁচা শিল্পী, মোক ক্ষমা কৰা, মোক ক্ষমা কৰা/মোৰ অক্ষমতাক তুমি দায় নধৰা যেন, মোক ক্ষমা কৰা'।

গীতাঞ্জলি-হেমেন সংগীতৰ মানুহ। মই নহওঁ। বাদ্যযন্ত্ৰৰ হাহাকাৰেৰে অতিষ্ঠ কৰি তোলা অসমীয়া বৰ্তমানৰ গানবোৰৰ মাজতো যে চুকে-কোণে অজস্ৰ মানুহে এতিয়াও সেই গানটো শুনিবলৈ ব্যাকুল হয়— চম্পাৱতী তোমাৰ ঘাটত ...!

ৰভাতলী পাতলিব ধৰিছে। দৰা আহিবৰ হৈছে। গীতাঞ্জলিক মই ক'লো— 'ইয়াৰ পাছত তইঁতে বীৰেন দত্তৰ গানৰ কৰ্মশালা কৰিবি। ষ্টেজত গাবি সেই গানবোৰ— 'বহু দিন বকুলৰ গোন্ধ পোৱা নাই', বা 'আকাশে-বতাহে ইমান সুৰৰ গুণ্ গুণ' বা 'বৰষা তোমাৰ চকুত মেঘৰ অঞ্জন।'

মই গান নোগোৱা মানুহটোলৈ নতুন প্ৰজন্মৰ গান গোৱা ছোৱালী গীতাঞ্জলিয়ে তথা লাগি চাই থাকিল।

**আমি বং ছাটিয়াম**

দৰা আহিল। বৰপেটাৰ সুবিখ্যাত আতচবাজী আৰম্ভ হ'ল। দৰা আগছি ধৰিলে ছোৱালী কেইজনীমানে। বচকী এজনীয়ে দৰাক সুধিলে— 'আপুনি উত্তৰ গুৱাহাটীৰ পৰা গায়নহাটীলৈ আহি পাওঁতে কিমানখন দলং পাৰ হৈ আহিল?' কমালেৰে মুখ ঢাকি থকা গাড়ীৰ ভিতৰৰ লাজকুৰীয়া দৰাই কি উত্তৰ দিলে নুশুনিলো। কোনোবা এটাই চিএৰি চিএৰি দৰাক উদ্ধাৰ কৰাৰ বাবে কোৱা শুনিলো— 'সোধাজনীয়ে নিজেও নাজানে। কৈ দিয়ক চল্লিশখন বুলি।'

'দেউতাৰ পদূলি, উদুলি-মুদুলি দৰা আদৰিব কোনে দাপোনমতী'। যদি কোনোবাই এই গীতটি বজালেহেঁতেন এই মুহূৰ্তত কেছেটেত!

দৰা আদৰাৰ সময়ত চলিছে ভীষণ চাউল ছটিওৱা-ছটি। দৰাৰ মূৰৰ ওপৰত ছাতি ধৰি আছে এজনে।

হাইটাৰ ষৰৰ 'লালখাটা'খন মোক দেখুৱাব খোজা মোৰ সেই মাজুজনে হঠাতে দৰাঘৰীয়াক কৈ দিলে— 'আপোনালোকে যদি চাউল ছটিওৱা বন্ধ নকৰে, বৰপেটাত দৌল উৎসৱ আহি

আছে, আমি এতিয়া কং ছুটিয়াম আপোনালোকক।'

কইনাঘৰীয়াৰ এনেকুৱা মধুময়, ৰণময়, ৰংময় 'ধমক' খাবলৈ কোন দৰাঘৰীয়াৰ মন নাযায় বাৰু? ফাগুনমহীয়া বিয়া তাতে!

### লাই হালে-জালে শিৱসাগৰ নাজিৰা

হোমৰ গুৰিত দৰা বহাৰ সময়ত বড়াতলীৰ এচুকত দুলীয়াজানৰ পৰা অহা মোৰ মা, বৰপেটাৰ মোৰ মাহী, মামী আদিবোৰ লগ হৈ বিয়ানাম গাই আছে। পঞ্চানন চৈধুৰীক লগ পোৱাৰ পৰা হোমৰ গুৰিৰ এই সময়খিনিলৈকে সাত ঘণ্টা সময় অহৰহ বড়াতলীত কেছেটত গান বাজি আছিল··· বিহুগীত। এই প্ৰথম মই আজিৰ বড়াতলীত বিয়ানাম শুনিলো—

'লাই হালে-জালে শিৱসাগৰ নাজিৰা
আবেলি বতাহে শিৱসাগৰ নাজিৰা
দৰা ধৰা ল'ৰাটোৰ কিমান টকা হাজিৰা ...।'

বহুদিনৰ আগতে এই চোতালতে এজন বিয়াৰ বড়াতলীত মাহী এজনীৰ বিয়াত শুনা বিয়ানাম এফাকি মোৰ মনত আছে— 'ন খাদ্যলৈ যাবানে/তাৰ পানী খাবানে/সঁচাকৈয়ে বাইদেউ তুমি আমাক এৰি যাবানে।' বৰপেটাবাসীৰ অতি চেনেহৰ নৈ ন-খাদ্যৰ সলনি বিয়াগীতত আহিল এইবাৰ 'শিৱসাগৰ-নাজিৰা'· ভৱিষ্যতৰ কোনোবা এজন বিয়াত হয়তো শুনিম 'আমেৰিকা-জাপান'!

'দৰা ধৰা ল'ৰাটোৰ কিমান টকা হাজিৰা'ত কিন্তু বৰপেটাৰ সেই প্ৰখ্যাত 'খিচা গীত' (জোৰা নাম)ৰ উত্তাপ নাই। সেই খিচা গীতৰ উত্তাপ হোমৰ জুইৰ উত্তাপতকৈও বেছি হ'ব লাগে, তেতিয়াহে দৰাবো দৰা হোৱা যেন লাগে। আৰু পূৰ্বতি নিশা দৰাৰ লগত যোৱাখিনি হৈ বাটচ'ৰাৰ মুখলৈ হিয়ালি-জিয়ালি কান্দি ওলাই আহিবলৈ কইনাজনীয়ে শক্তি পায়।

নাই, গোটেই বড়াতলী বিচাৰি বিচাৰিও মই সেই চাৰি-পাঁচজনীয়া মানুহৰ গ্ৰুপটো বিচাৰি নাপালো। কেও পাটিৰ সেই গ্ৰুপটো, মন গ'লে যে মাজে মাজে 'বোৱাই চে আয়া মেৰা দোস্ত' বজাই থাকে! আপোন মনে এচুকত যে কোনেও নেদেখাকৈ পিড়ি পাৰি থাকে! এই দৃশ্যবিলাক নেদেখা বিয়াবিলাক মোৰ কিবা বিয়া যেনেই নালাগে দেখোন!

'লাই হালে-জালে' গাই থকা নামতীকেইগৰাকীয়ে পুৱা পানী তুলিবলৈ 'চিন পৰা ডিঙিলৈ বাওঁতে কি গাই গৈছিল মোৰ সোধা নহ'ল তেওঁলোকক।

# ২৮ |

## ডাকঘৰ

এই কাহিনীৰ নেপথ্যত আছে ৯ অক্টোবৰ, ২০০৬ ৰ 'দৈনিক বাতৰি'ত প্ৰকাশিত দুটা দীঘলীয়া বাতৰি।

প্ৰথমটোৰ শিৰোনাম 'নলবাৰীত ফিলাটেলী কৰ্মশালা সম্পন্ন' আৰু দ্বিতীয়টো 'ডাকঘৰ কৰ্মচাৰীৰ অভাৱত ঘাঁহী আৰু জামুগুৰিবাসীৰ ব্যাপক সমস্যা'। দ্বিতীয়টো শিৰোনামৰ কাষত লিখা আছে— 'আজি আন্তঃৰাষ্ট্ৰীয় ডাকঘৰ দিৱস'।

বাতৰি কাকতত বিভিন্নধৰণৰ কৰ্মশালা কিছুমান অনুষ্ঠিত হৈ থকা কথা প্ৰায় সদায় বাতৰি কাকতৰ পৃষ্ঠাত প্ৰকাশ পায়। বঙিতাত শংকৰী সংগীতৰ প্ৰশিক্ষণ কৰ্মশালাৰ আয়োজন, ঔষধৰ পৰিমিত ব্যৱহাৰ বিষয়ক কৰ্মশালা, অসম বিদ্যাপীঠত বলুকা শিল্পৰ কৰ্মশালা, কাকজানত ভিকিৰ কৰ্মশালা, আয়ুৰ্বেদিক বিকাশ সম্পৰ্কীয় কৰ্মশালা, মৰাণত অসম লেখিকা সংস্থাৰ শিশু সাহিত্য কৰ্মশালা, 'মূল্য সংযোজিত মৎস্য সামগ্ৰীৰ প্ৰস্তুতি' শীৰ্ষক কৰ্মশালা, প্ৰাকৃতিক ৰঙৰ ব্যৱসায়িক ব্যৱহাৰ বিষয়ক কৰ্মশালা, পূৰ্বোত্তৰত শান্তি প্ৰক্ৰিয়া শীৰ্ষক ৰাষ্ট্ৰীয় কৰ্মশালা, প্ৰুফ ৰীডিং সম্পৰ্কীয় কৰ্মশালা, যোৰহাটত ফাৰ্ম জাৰ্নেলিজমৰ কৰ্মশালা সম্পন্ন, কলাক্ষেত্ৰত গায়ন-বায়ন কৰ্মশালাৰ আয়োজন, লেণ্ডমাইনৰ বিৰুদ্ধে কৰ্মশালা। কত কি! বাতৰি কাকতত প্ৰকাশ হয় এইবোৰ শিৰোনামেৰে এইবিলাক কৰ্মশালাৰ খবৰ।

তেনে পটভূমিত ফিলাটেলী সম্পৰ্কীয় নলবাৰীত অনুষ্ঠিত কৰ্মশালাখনৰ খবৰে মোৰ দৃষ্টি আকৰ্ষণ কৰিলে। মই গভীৰ মনোযোগেৰে বাতৰিটো পঢ়িলো। নলবাৰী চহৰ এলেকাৰ পাঁচখন উচ্চ শিক্ষানুষ্ঠানৰ ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকক লৈ অলপতে নলবাৰী-এৰ্ক খাঁ ডাক সংমণ্ডলৰ উদ্যোগত নলবাৰীৰ ক্ৰীড়া ভৱনত ডাক টিকট সংগ্ৰহ, অৰ্থাৎ ফিলেটেলী সম্পৰ্কত এই কৰ্মশালাখন অনুষ্ঠিত কৰা হৈছিল। ফিলাটেলী সম্পৰ্কত কি কি ধৰণৰ কথাবোৰ কৰ্মশালাৰ আয়ত্তৰ ভিতৰলৈ আহিব পাৰে, সেই সম্পৰ্কত মোৰ মনত বহুতো কৌতূহল থাকি গৈছে। তেনেকুৱা পটভূমিতে প্ৰকাশিত সেই বাতৰিটোৰ শেষৰ অংশটোৱে মোক বিশেষভাৱে আলোড়িত কৰি গ'ল। এই অংশত প্ৰকাশ হৈছিল যে ডাক সংমণ্ডলটোৰ অধীক্ষকগৰাকীয়ে ভাষণত নলবাৰীৰ সমূহ ছাত্ৰ-ছাত্ৰী, অভিভাৱকক নলবাৰী প্ৰধান ডাকঘৰত দুশ টকাকৈ জমা কৰি একোটাকৈ ফিলাটেলীক ডিপোজিট একাউণ্ট খুলিবলৈ অনুৰোধ জনায়। সেই কৰ্মশালাখনতেই এক মনোজ্ঞ বক্তব্যত নলবাৰী ডাকঘৰৰ মাৰ্কেটিং একজিকিউটিভ, প্ৰতিষ্ঠিত কৰি বিজয় শংকৰ বৰ্মনে তেওঁৰ কবিতাত ফিলাটেলীয়ে আনি দিয়া সংযোগৰ বিষয়ে চমুকৈ কয় বুলি বাতৰিটোত লিখা হৈছে।

'দৈনিক বাতৰি'ত সিদিনা প্ৰকাশিত দ্বিতীয়টো বাতৰি সিমান উৎসাহজনক নহয়। বাতৰিটোৰ 'খবৰ'— নগাঁও চহৰ পোৱাৰ আগে আগে বেৰেজীয়াৰ পৰা পাঁচ কিলোমিটাৰ ভিতৰৰ কলংপৰীয়া অঞ্চল ধাঁহী। চল্লিশ বছৰ পূৰ্বে এই ধাঁহী নামৰ ঠাইডোখৰত ডাকঘৰটো স্থাপন কৰা হৈছিল। আনহাতে, বেৰেজীয়া চাৰিআলিৰ পৰা এক কিলোমিটাৰমান ভিতৰত জামুগুৰি ডাকঘৰটো। ধাঁহীৰ ডাকোৱালজনে দুবছৰৰ আগতে বদলি হৈ যোৱাৰ পাছত কোনো ডাকোৱাল আৰু সেই ডাকঘৰত নিয়োগ নকৰাত বাইজৰ অসুবিধা হৈছে। আনহাতে, জামুগুৰি ডাকঘৰৰ দুজন কৰ্মচাৰীয়ে এবছৰৰ আগতে অৱসৰ লোৱাৰ পাছত সেই ঠাইত কাকো নিযুক্তি নিদিয়াত বাইজৰ ইমানেই অসুবিধাৰ সৃষ্টি হৈছে যে জামুগুৰি নামৰ এই ডাঙৰ গাঁওখনৰ তিনিজন গাঁওবুঢ়াই আৰু লগতে গাঁও পঞ্চায়তৰ সভাপতিজনে যোৱা ফেব্ৰুৱাৰী মাহতে নগাঁও সংমণ্ডলৰ ডাকঘৰৰ তত্ত্বাৱধায়কলৈ লিখিত পত্ৰও প্ৰেৰণ কৰিছে।

এইখিনিৰ উপৰি, দ্বিতীয়টো বাতৰিৰ ভিতৰত এই ডাকঘৰ দুটাৰ অভাৱ-অভিযোগৰ সম্পৰ্কত আৰু বহুতো কথা সুন্দৰভাৱে বৰ্ণনা কৰা হৈছে। কাষত ক'লা এক আয়তক্ষেত্ৰত বগা ৰঙেৰে লিখা আছে— 'আজি আন্তৰ্জাতিক ডাকঘৰ দিৱস'।

কিমানবোৰ কথাই দোলা দি দি যায় এই বাতৰিবোৰ পঢ়াৰ পাছত মনৰ মাজত।

কোনো এক ভিতৰুৱা অঞ্চলৰ ডাকঘৰ। কোনো এক অজান ঠাইৰ পৰা আহে তাত কোনোবা পোষ্ট মাষ্টৰ, কোনোবা গ্ৰুপ-ডি, ডাকোৱাল। কোনোবা চহৰৰ মাজমজিয়াৰ ডাকঘৰত এক্সট্ৰা ডিপাৰ্টমেণ্টেল পোষ্টমেন, কাষ্টমাৰ কেয়াৰ চেণ্টাৰ, মিশ্চ ভেণ্ডৰ, ট্ৰেজাৰাৰ, পোষ্টেল এচিষ্টেণ্ট, মাৰ্কেটিং একজিকিউটিভ— কত কি!

মোৰ শৈশৱৰ ডাকঘৰ মই দেখা নাই। মোৰ কৈশোৰত মই ডাকঘৰ দেখা পাইছো— কি মায়াময়!

A-374 এইটো দুলিয়াজানৰ ডাকঘৰ। আমাৰ কোৱাটাৰ D+62হে। 'A' টাইপ কোৱাৰ্টাৰ

এটা ঘৰ নম্বৰ ৩৭৩। অইল ইণ্ডিয়া লিমিটেডৰ এইটো কোৱাৰ্টাৰতে দুলীয়াজান নিৰ্মাণ হৈ উঠাৰ লগে লগে ডাক বিভাগে দুটা কোঠাৰ ডাকঘৰটো স্থাপন কৰিছিল— পঞ্চত্ৰিশ বছৰমানৰ আগতে। এইটো ঘৰৰ বাহিৰৰ বাৰাণ্ডাৰ খুঁটা এটাত ৰঙা লেটাৰ বক্সটো ওলমাই থোৱা আছে। ষষ্ঠ শ্ৰেণীৰ কোনোবা এদিন জীৱনৰ প্ৰথমটো 'লেখা' লিখি ডাকঘৰৰ লেফাফাত ঠিকনাটো লিখি এইটো 'চিঠি-বাকচ'তে সুমুৱাই দিছিলো আলফুলে। লেফাফাটো যাতে ভালে-কুশলে বস্তাত সোমাই দুলীয়াজান ৰে'ল ষ্টেশ্যনত ৰে'লত উঠি গুৱাহাটীলৈ যায়— গুৱাহাটী ৰে'ল ষ্টেশ্যনত যাতে নিৰাপদে নামে। তাৰ পিছত যাতে আছাম ট্ৰিবিউন বিল্ডিঙত প্ৰৱেশ কৰে! কিমান যে আশা আৰু সপোন সিদিনা।

প্ৰৱেশ কৰিলে। এদিন, ১৯৬৪ চনৰ ১২ নৱেম্বৰ তাৰিখে 'অসমবাণী'ত মোৰ সেই মৰমৰ লেখাটো প্ৰকাশ হৈ গ'ল— 'নেহৰু খুৰা'। কি আনন্দ, কি আনন্দ, কি আনন্দ।।

তাৰ পাছত, কিমান ইনলেণ্ড কাৰ্ড, কিমান পোষ্টকাৰ্ড, কিমান এনভেলপ্ এই লেটাৰ বক্সটোত সুমুৱাই সুমুৱাই দিছিলো। ক'লৈ ক'লৈ পঠিয়াইছিলো! কিমান আছিল এইবিলাকৰ দাম!

যোৰহাটৰ জনমভূমি প্ৰেছলৈ, গুৱাহাটীৰ নতুন অসমীয়া, অসম বাতৰি, দৈনিক অসম, উকলি, জোনবিৰি— কিমানবোৰ বাতৰি কাকত-আলোচনীলৈ এইটো লেটাৰ বক্সতেই সযতনে সুমুৱাই দিছিলো ইয়াৰ আখৰবোৰ— এটি-দুটি-হেজাৰটি তৰা যেন। কিমান অচিনাকি মোৰ দৰে কিশোৰসকললৈ, তৰুণসকললৈ চিঠি লিখিছিলো, ক'ৰ ক'ৰ ঠাইলৈ। কটন কলেজিয়েট স্কুলৰ ছাত্ৰ ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্যই দশম শ্ৰেণীত থাকোঁতেই গুৱাহাটীৰ বালভৱনৰ পৰা প্ৰকাশিত 'বাল্যজ্যোতি' নামৰ মাহেকীয়া বাতৰি কাকতখন সম্পাদনা কৰিছিল। মোৰ পত্ৰবন্ধু ভূপেন্দ্ৰই দুই পইচাৰ ডাকটিকট লগাই সেই 'বাল্যজ্যোতি' মোলৈ পঠিয়াই দিয়ে। নৱম শ্ৰেণীতে কটন কলেজিয়েটৰ সত্যেন্দ্ৰনাথ চৌধুৰীৰ লগত চিঠিৰে চিনাকি মোৰ। তিনিটা বছৰ আমি কিমান চিঠি লিখিলো! সত্যেন্দ্ৰৰ চিঠিবোৰ 'A-374' ঘৰটোলৈ। মোৰ চিঠিবোৰ সত্যেন্দ্ৰলৈ পঠিয়াওঁ এইটো লেটাৰ বক্সত। আকাশবাণী গুৱাহাটীৰ 'অকণিৰ মেল'লৈ, চেন্নীয়াৰ চ'ৰালৈ কিমান চিঠি পঠিয়াওঁ। ক'ৰবাৰ ক'ৰবাৰ কিছুমান ঠাইৰ সাহিত্য প্ৰতিযোগিতাবোৰত যোগদান কৰোঁ, ফলাফল ওলায়, পুৰস্কাৰৰ কিতাপবোৰ আহে এইটো ডাকঘৰলৈ। মোৰ মৰমৰ ডাকঘৰটোলৈ।

বাল্যজ্যোতি লৈ, চিঠি লৈ D+62 ৰ আমাৰ ঘৰলৈ ডাকোৱালজন আহে; কেতিয়াবা সাধাৰণ পোছাকত, কেতিয়াবা খাকী পোছাকত। মাজে মাজে ডাকোৱালবোৰ সলনি হয়— বেলেগ বেলেগ মানুহ আহে। তেওঁলোকৰ দুজনমানৰ মুখবোৰ মোৰ এতিয়াও মনত আছে। ক'লৈ গ'লগৈ সেই মানুহবোৰ এতিয়া? ক'ত আছেগৈ চাগে'! বুঢ়া হ'লগৈ নিশ্চয়।

পুৱা পুৱা প্ৰায়েই লেটাৰ বক্সত চিঠি দিবলৈ স্কুললৈ যোৱাৰ আগতে মই এই ডাকঘৰটোলৈ আহোঁ। ভিতৰৰ কোঠাটোৰ বাৰাণ্ডাত কিছুমান মানুহে বস্তাৰ পৰা চিঠিবোৰ উলিয়াই উলিয়াই ডাকঘৰৰ মোহৰটো মাৰে— চটক্ চটক্। সেইবোৰ ছৰ্টিং কৰে। মই ওচৰতে থিয় হৈ

থাকোঁ। D+62 ৰ চিঠি থাকিলে মোক দিয়ে। সকলোবোৰ চিঠিৰ ছৰ্টিং শেষ নোহোৱালৈকে থিয় হৈ থাকোঁ— কিজানিবা শেষৰখন আমাৰ ঘৰৰ হয়। কেতিয়াবা এখনো নাহে। উভতি আহোঁ আমন-জিমনকৈ।

আজিকালি দুলীয়াজানত ডাঙৰ ডাকঘৰ হ'ল। সেই A-374 কোৱাৰ্টাৰটোত আজিকালি অইল ইণ্ডিয়াৰ কোনোবা কৰ্মচাৰী থকা হ'ল। কিন্তু মোৰ মনৰ বিস্তীৰ্ণ প্ৰান্তৰত A-374 সেই বন্ধা লেটাৰ বক্সটো, সেই বঙালী মহিলা কৰ্মচাৰীগৰাকী, কেইজনমান চিনাকি ডাকোৱালৰ মুখ মই সদায়েই উজলাই ৰাখিম। সদায়েই। কলকাতা মহানগৰীৰ কৈখান মহলৰ পুৰণি জেনেৰেল পোষ্ট অফিচটো দেখিছোঁ, পাণবজাৰৰ সুদৃশ্যমান মেঘদূত ভৱন দেখিছোঁ। ডিগবৈ বাৰ চিমেট্ৰীৰ ওচৰত পেঙেৰী গাঁৱত ভঙা, উৰলি যোৱা ঘৰ এটাৰ বাহিৰৰ খুঁটা এটাত বন্ধা লেটাৰ বক্স এটা দেখিছোঁ। কিন্তু, মোৰ মনত স্থাপিত হৈছে এটাই ডাকঘৰ— দুলীয়াজানৰ A-374।

ৰৰঠেকেৰাবাৰীত ভিত শইকীয়া, নবোবাথানৰ নবকুমাৰ চমুৱা, ইথিওপিয়াৰ Alage ATVET কলেজৰ গুণাঢ্য কুমাৰ উপমন্যু, অমৃক কৈমাৰীৰ অনিতা খাখলাৰী, পুতলি হালোৱা গাঁৱৰ মানবজ্যোতি ৰৰা, ৰৰমূৰিকোণাৰ অঞ্জন ভট্টাচাৰ্য, বি আৰ পি এল বিদ্যালয়ৰ কৃষ্টি মজুমদাৰ, ন-শদিয়াৰ মণিমালা ৰৰা বৰুৱা, ৰৰপেটাবোতৰ ড্ঃ প্ৰিয়ম্বদা দাস— কিমানৰ কিমান চিঠি আহিছে কিমানবোৰ ডাকঘৰৰ মোহৰৰ ফুল-চন্দন লেপাফাবোৰৰ কপাল শুৱাই! এইবোৰতো চিঠি নহয়! এইবোৰ যে আকাশভৰা ৰৌদ্ৰভৰা। উত্তাপ দিছে, আলোক দিছে আৰু দূৰ-সুদূৰৰ পৰা আশা দিছে। তেওঁৰ স্কুলৰ ল'ৰা-ছোৱালীবোৰক মোলৈ গল্প-কবিতা কিছুমান পঠিয়াবলৈ বুদ্ধি ক'বলৈ অচিনাকিভাৱে এদিন ৰঙিয়াৰ ইলা দেৱী অধিকাৰীলৈ চিঠি এখন পঠিয়াইছিলো। আজি তেওঁ মোৰ টেলিফোন-বান্ধৱী— বহু সমস্যাৰ বহু কথা বহু ৰাতি বহু সময় ধৰি টেলিফোনত তেওঁ মোৰ লগত আলোচনা কৰে— আমি লগ হৈ সমাধানসূত্ৰ বাহিৰ কৰোঁ টেলিফোনতে— টেলিফোনতে ডেৰ-দুঘণ্টা সময় খুটিয়াই খুটিয়াই চাওঁ জীৱনতকৈ জীৱন কিমান আৰু কেনেকৈ উজ্জ্বল কৰিব পাৰি। নতুন বছৰৰ শুভেচ্ছা জনাই গ্ৰীটিংছ কাৰ্ড এখন পঠিয়াই দিলো এদিন শিৱপুৰ ডাকঘৰৰ মোহৰত কেৰালাৰ কোচিনৰ বিপুল শইকীয়া নামৰ অচিনাকি ব্যক্তিলৈ। আন্দামানৰ কমোটিতে নিশা ২.০৩ বজাত লিখা, নিশা ৮.৪৫ বজাত গোৱাত লিখা, ডাইজানত জাহাজত দুপৰীয়া ১২ বজাত লিখা কবিতা কিছুমান পঠিয়াই দিলে কোচিনৰ নেভী কৰ্মী, যুৱক বিপুল শইকীয়াই মোলৈ। এইবোৰতো কবিতা নহয়— এইবোৰ কলমৰ ফুল। ডাকঘৰৰ চেনেহ মাটি-পানীত জীপ লৈ উঠিছে। ডাকোৱালৰ জোলাত সোমাইছে, হাতৰ মুঠিত এই কলমৰ ফুল লৈ ডাকোৱাল আহিছে মোৰ ঘৰলৈ। মোৰ অচিনাকি, অনাত্মীয় ডাকোৱাল। এয়াতো চিঠি নহয়— এয়া যে অপৰিচিতৰ অযাচিত প্ৰীতি। ডাকঘৰে হিয়া উজলাই মোলৈ পঠিয়াই দিছে।

খুব মিহি মিহি গলাৰে এজনে এদিন ফোন কৰিলে। মোৰ অচিনাকি। তেওঁ স্কুলৰ ডেকা। নাজিৰা ডাকঘৰত ডাক কৰ্মচাৰী হিচাপে চাকৰি কৰে। স্কুলঘৰে ফাজলি কাকতত লেখা-মেলা কৰে। এদিন স্কুলৰ ডেকা নাজিৰা ডাকঘৰৰ পৰা সাপেখাতী ডাকঘৰলৈ বদলি

হ'ল। সদায় তেওঁ পুৱা এখন ট্ৰেইনত নাজিৰাত উঠি সাপেখাতীত নামে। আকৌ গধূলি সাপেখাতীৰ পৰা ট্ৰেইনত নাজিৰালৈ ঘূৰি আহে। এই সাপেখাতী ডাকঘৰত এসময়ত মোৰ খুৰাদেৱে চাকৰি কৰিছিল পোষ্ট মাষ্টৰ হিচাপে। মই ভাবি আছিলো, পোষ্ট মাষ্টৰবিলাকৰ বৰ ভাল— ডাকঘৰৰ পৰা মনে মনে পোষ্ট কাৰ্ড, এনভেলপবোৰ আনি আনি, চিঠি লিখি থাকিব পাৰে কাৰোবালৈ কাৰোবালৈ। কি যে ভাবিছিলো সৰুতে!

কুলধৰ ডেকাৰ দৰে আৰু এজন ডাক বিভাগৰ কৰ্মচাৰীৰ সৈতে মোৰ হৈছিল পৰিচয়— বিপুলৰ সৈতে হোৱাৰ দৰে, গ্ৰীটিংছ কাৰ্ডৰ জৰিয়তে। কাৰ্ডখন পোৱাৰ সাত মাহমানৰ মূৰত তেওঁ মোলৈ চিঠি এখন লিখিছিল— 'আপুনি মোলৈ পঠোৱা কাৰ্ডখন সাঁচি ৰাখিছোঁ'। তেওঁ আৰু লিখিছিল— 'ডাক বিভাগত মোৰ অভিজ্ঞতাবোৰ প্ৰায় তিতাই নহয়, বিৰাট অসুখী হৈ পৰিছোঁ। সময় বহুত কম। দিনটোত যদি আৰু দুঘণ্টামান সময় পালোহেঁতেন!' শেষত লিখিছিল— 'অপেক্ষা কৰিলো বগা খামৰ ভিতৰত এখন দীঘল চিঠি'। তেওঁৰ চিঠিখন মই পাইছিলো ডাকঘৰৰ মৰম-চেনেহেৰে আবৰি ০৮.০৮.০৬ তাৰিখে। বগা খামত দীঘল চিঠি এখন আজিও তেওঁলৈ মোৰ লিখা হোৱা নাই। তেওঁক 'অসুখী'ৰ পৰা 'সুখী' কৰিবলৈ মই চেষ্টাও কৰা নাই। কিন্তু, তেওঁক মই দুঘণ্টা সময় দিনটোত আৰু উলিয়াই দিলো। বগা খামত এখন সৰু কাগজত, পুৱা ৫.৩০ বজাৰ পৰা নিশা ১১.৩০ লৈ এখন ৰুটিন বনাই দিলো। দিনটোত তেওঁৰ আৰু দুঘণ্টা সময় উলিয়াই দি বিস্তৃত কাৰ্যসূচী যুগুতাই দিলো। আৰু ডাকঘৰৰ লেটাৰ বক্সত সেই ৰুটিনখন মই তেওঁলৈ পঠিয়াই দিলো। এদিন মই অফিচৰ কামত তেওঁলোকৰ চহৰখনলৈ যাওঁতে তেওঁৰ ডাকঘৰত মই প্ৰৱেশ কৰিলো— প্ৰথমবাৰৰ কাৰণে মই তেওঁক লগ পালো— এক মিনিট— ছাৰ্টৰ জেপত ভৰাই নিয়া ৰবীন্দ্ৰ সংগীতৰ কেছেট এটা তেওঁৰ হাতত দিলো তুলি আৰু গুচি আহিলো। বগা খামত যিদিনা মই তেওঁলৈ দীঘল চিঠি লিখিম, সেই চিঠিত মই তেওঁক এটা প্ৰশ্ন কৰিম— পুৱা চাৰে নমান বজাৰ পৰাই পেন্সনৰ কাগজ একোখন হাতত লৈ এই যে তোমাক বিচাৰি গাঁও-ভূঁইৰ পৰা বুঢ়া-বুঢ়ী মানুহবিলাক আহিছে, সেইবিলাকে তোমাক অসুখী কৰিছে নেকি? তেওঁলোকৰ প্ৰত্যেকৰে মাজত থকা সুখবিলাকৰ পৰা অকণ অকণ সুখ তেওঁলোকে নজনাকৈয়ে মনে মনে আনি তোমাৰ দুখৰ কুলা-পাছিবিলাকত ভৰাই নোথোৱা কিয়?

তেওঁ কোন? তেওঁ বিজয় শংকৰ বৰ্মন। মনোৰম কবিতাৰে তেওঁ মোৰ মন মনোময়, মোহময় কৰি ৰাখিছিল বহুদিন। নলবাৰীত অনুষ্ঠিত ফিলাটেলী কৰ্মশালাত তেওঁ তেওঁৰ কথাখিনিত তেওঁৰ কবিতাত ফিলাটেলীয়ে আনি দিয়া সংযোগৰ বিষয়ে চমুকৈ কৈছিল। কি কৈছিল বিজয় শংকৰে মোৰ জনা নহ'ল। তেওঁ কৰ্মশালাত চমুকৈ কথা কওক বাৰু, কিন্তু মোলৈ তেওঁ সেই কথাখিনি দীঘলকৈ লিখিবলৈ, মই বগা খামত লিখিবলগীয়া দীঘল চিঠিখনত তেওঁক লিখিম— চিঠিখন ডাকঘৰত দিবৰ সময়ত প্ৰাৰ্থনা কৰিব— মোৰ চিঠিখন যাতে বাটতে নেহেৰায়, আহিবলগীয়া বিজয় শংকৰৰ চিঠিখনো যাতে বাটতে নেহেৰায়।

আৰু খাঁহী, জামুগুৰিৰ ডাকঘৰবিলাক? কিমান সমস্যা সেই অঞ্চলৰ মানুহৰ এই ডাকঘৰ

দুটাৰ কাৰণে? এইবিলাক সমস্যা আৰু বহু ডাকঘৰতে আছে। সেই যে বাতৰি কাকতৰ পৃষ্ঠাবিলাকত পঢ়িবলৈ পাওঁ— কোনোবা ডাকঘৰৰ পোষ্ট মাষ্টৰে ডাকঘৰৰ টকা আত্মসাৎ কৰিছে, এই যে আমাৰ চুবুৰীটোলৈ এসময়ত, চিঠি দিবলৈ অহা ডাকোবালজনে চিঠিখিনি বিলাবৰ সময়ত গৃহস্থৰ পৰা মাজে মাজে পইচা বিচাৰিছিল, চিঠি সময়মতে নিদিয়াৰ বাবে ডাকোবালক যে ছাজা-পেণ্ডিং কৰা হয়, বদলি কৰা হয়। সেই পেডেৰীৰ ডাকঘৰটো! কিমান আছে তেনেকুৱা ডাকঘৰ।

ডাকঘৰবিলাকৰ এত বহু ভিতৰুৱা সমস্যা থাকিলেও সেটাৰ বক্সটোৰ কোনো সমস্যা নাই। গোটেই বাতি সেই বক্সটোৰ 'আলহী'বোৰৰ চলে হৃদয় বিনিময়। কত সুখ-দুখৰ কথা পাতে চাগে' বাতিটো সিহঁতে নিজৰে মাজতে। পুৱাতেই যে আঁতৰি যাব সিহঁত ইজনে সিজনৰ পৰা— ৰে'লত উঠিব, জাহাজত উঠিব, এৰোপ্লেনত উঠিব। কোন ক'লৈ যায়।

শিলপুখুৰীৰ আছাম ট্ৰিবিউন উপ-ডাকঘৰত ৯ অক্টোবৰৰ দিনা বাহিৰত এখন বেনাৰ আঁৰি থোৱা দেখিছিলো— 'World Post Day'। বিশ্বৰ ডাকঘৰে ডাকঘৰে দিৱস উদ্‌যাপন হ'ব— আঁচনি ঘোষণা হ'ব। আৰু বহুত কিবা হ'ব।

কিন্তু মোৰ মনত সেইটো ডাক দিৱসেই মই সদায় পালন কৰিম, যিদিনা প্ৰথম মই হাতত এটা এনভেলপ লৈ দুলীয়াজানৰ A-374 ডাকঘৰটোলৈ গৈছিলো, বাহিৰৰ খুঁটাটোত ওলোমাই থোৱা বক্স সেটাৰ বক্সটোত এনভেলপটো সুমুৱাই দিলোঁ। লাহেকৈ এটা শব্দ হৈছিল প্ৰায় উদং বাকচটোত চিঠিখন পৰাৰ লগে লগেই। সেয়া আছিল যেন ছোৱালীৰ নূপুৰৰ শব্দ— যি আজিও ছন্দোময় কৰি ৰাখিছে মোৰ হৃদয়।

# ২৯।

## হৃদয় দুৱাৰ খোলা

এই যি বাট মোৰ সমুখত, এই বাট মোৰ বহুদিনৰ চিনাকি। এই বাটেৰে মোৰ দেউতাও এদিন আহিছিল। এদিন এই বাটেৰেই ময়ো আহিছিলো। আজি অষ্টমী, দুৰ্গা পূজাৰ দিনা এই বাটেৰেই মই আকৌ আহিছোঁ মোৰ চিনাকি বাটৰ ধূলি বিচাৰি।

শাৰদীয় পূজাৰ বতৰ। মণ্ডপে মণ্ডপে ঢাক-ঢোলৰ শব্দত পূজা পূজা পৰিবেশ। দুলীয়াজানৰ ফাঁচী বজাৰৰ কাষত দুলীয়াজান নেপালী সমাজৰ দুৰ্গা পূজা এয়া। দুলীয়াজানৰ আমাৰ ঘৰলৈ গুৱাহাটীৰ পৰা বিষয়বিলাকত আহোঁ, পূজাত নহয়। এইবাৰ পূজাতে আহিলো। আমাৰ শৈশৱ-কৈশোৰত দুৰ্গা পূজাৰ তিনি দিন অইল ইণ্ডিয়া লিমিটেডে আমি পঢ়া অইল ইণ্ডিয়া হায়াৰ ছেকেণ্ডাৰী স্কুলৰ সন্মুখত, বাস্কেটৰ সিপাৰে থকা, নেহৰু ময়দানত হিন্দী, অসমীয়া, বাংলা ভাষাৰ একোখন চিনেমা দেখুৱাইছিল। ডাঙৰ বগা পৰ্দা এখন বাঁহৰ দুটা খুঁটাত লগাই দিয়ে। গেলেৰীৰ ওচৰৰ পৰা প্ৰজেক্টৰেৰে চিনেমা দেখুৱায়— আমি গধূলি হোৱাৰ আগতেই গেলেৰীত গৈ বহি থাকোঁ। অষ্টমীৰ দিনা দেখুৱায় অসমীয়া চিনেমা। তেনেকুৱা এটা অষ্টমীতে দেখুৱাইছিল এবাৰ ৰোহিণী কুমাৰ বৰুৱা পৰিচালিত কথাছবি 'মনোমতী'। 'মনোমতী' চাবলৈ পোৱাৰ গৌৰৱ মই আজিও যেনেকৈ অনুভৱ কৰোঁ, অইল ইণ্ডিয়াই 'মনোমতী' প্ৰদৰ্শন কৰা বাবে তেওঁলোকলৈ কৃতজ্ঞতা মই আজিও জ্ঞাপন কৰোঁ।

আজিকালি আৰু নেহক ময়দানত দুৰ্গা পূজাত চিনেমা দেখুওৱা নহয়।

এয়া টিপলিং তিনিআলি। সোঁফালে কিছুদূৰ গৈ যেতিয়া এটা বাটেৰে নাহৰকটীয়ালৈ যাব পাৰি আৰু আন এটা বাটেৰে ডিব্ৰুগড়লৈ।

আমাৰ গাড়ী বাওঁফালে ঘূৰিল। এইটো ডিগবৈলৈ যোৱা বাট। আমি ডিগবৈলৈ যাওঁ।

টিপলিঙৰ ঠিক এইখিনিৰ পৰা ডিগবৈলৈ ৩২ কিলোমিটাৰ। এইখন টিপলিং নদী। ওপৰত এইখন কংক্ৰীটৰ দলং। নাজানো, মোৰ শৈশৱত ১৯৬২ চনৰ ২৭ নৱেম্বৰৰ দিনা ডিগবৈৰ পৰা প্ৰথম আহি দুলীয়াজান পাওঁতে এই ৰাস্তাটোত এই টিপলিং নদীৰ ওপৰত কংক্ৰীটৰ এই দলংখন আছিল নে নাই। এইখন ৰাস্তাটোৰ বাওঁফালে টিপলিংঘাট উচ্চ মাধ্যমিক বিদ্যালয়। ১৯৫৬ চনত স্থাপিত। অলপ আঁতৰত ১৫৬ নং টিপলিং প্ৰাথমিক বিদ্যালয়, ১৯৪৯ চনত স্থাপিত। এই ঠাইখনৰ ডাকঘৰ— 'জালনী' ডিব্ৰুগড়।

১৯৬৩ চনত অইল ইণ্ডিয়া লিমিটেডে দুলীয়াজানত অইল ইণ্ডিয়া উচ্চতৰ মাধ্যমিক বিদ্যালয় স্থাপন কৰিছিল অইল ইণ্ডিয়াৰ কৰ্মচাৰীসকলৰ সন্তানসকলৰ বাবে। তেতিয়া স্কুলখনত চতুৰ্থ শ্ৰেণীৰ পৰা ক্লাছবোৰ আৰম্ভ কৰা হৈছিল। তাৰ আগৰখিনি প্ৰাইমাৰী শিক্ষাৰ বাবে দুলীয়াজানত কোনো স্কুল নাছিল। এই টিপলিঙতে কোনোবা এডোখৰত অইল ইণ্ডিয়াই এখন প্ৰাইমাৰী স্কুল পাতি দিছিল, সেই প্ৰাইমাৰী শ্ৰেণীৰ ল'ৰা-ছোৱালীখিনিৰ কাৰণে। তৃতীয় শ্ৰেণীলৈকে শ্ৰেণীবোৰ আছিল এইখন স্কুলত— জালনী প্ৰাইমাৰী স্কুল। দুলীয়াজান তৈলনগৰীৰ পৰা চাৰি কিলোমিটাৰমান নিলগত। অইল ইণ্ডিয়াই বাছ চলাচলৰ ব্যৱস্থা কৰিছিল এই সৰু সৰু ল'ৰা-ছোৱালীবিলাক দুলীয়াজানৰ পৰা এই স্কুললৈ অনা-নিয়া কৰিবলৈ। পাছত অইল ইণ্ডিয়াই দুলীয়াজানত পূব জালনী, পশ্চিম জালনী আৰু মধ্য জালনী নামৰ তিনিখন প্ৰাথমিক বিদ্যালয় স্থাপন কৰিলে আৰু টিপলিঙৰ সেই প্ৰাইমাৰী স্কুলখন এদিন নোহোৱা হৈ গ'ল।

বুঢ়ীদিহিং নদীৰ পাৰৰ এই তৈলক্ষেত্ৰ দুলীয়াজানৰ পুৰণি নাম হেনো আছিল জালনী। এদিন অটব্য হাবি-জংঘলেৰে ভৰপূৰ এই অঞ্চলটোত পোৱা তেল আৱিষ্কৃত হ'ল। ১৮৮৯ চনত ডিগবৈ পথাৰত তেলৰ পুংটো প্ৰথম স্থাপন হোৱাৰ বিপৰীতে দিহিং নদীৰ পাৰৰ নাহৰকটীয়াত ১৯৫৩ চনত স্বাধীন ভাৰতৰ প্ৰথমটো তেলৰ পুং আৱিষ্কাৰ হৈছিল। এই আৱিষ্কাৰৰ লগে লগে আৰম্ভ হৈ গৈছিল এক নতুন যুগৰ— যাৰ প্ৰথম সাক্ষী দুলীয়াজান।

দুলীয়াজানতেই নহয়, টিপলিঙতো অইল ইণ্ডিয়াৰ কিছুমান কৰ্মচাৰী আছিল। সেইসকলৰ সন্তানবোৰে উচ্চ শিক্ষাৰ বাবে আমাৰ অইল ইণ্ডিয়া উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ আহিছিল চতুৰ্থৰ পৰা ওপৰৰ শ্ৰেণীসমূহলৈ পঢ়িবলৈ। তেওঁলোককো টিপলিঙৰ পৰা দুলীয়াজানলৈ অনা-নিয়া কৰিবলৈ অইল ইণ্ডিয়াই বাছ দিছিল। আমাৰ লগত পঢ়িছিল পূৰ্ণিমা নামৰ বঙালী ছোৱালী এজনী নাইনমানলৈকে— তাই এইখন বাছত আহিছিল টিপলিঙৰ পৰা। ক'ত বা আছে এতিয়া সেই পূৰ্ণিমা।

'কমলা কেম্প'। 'কমলা গ্ৰাণ্ট'। বিভিন্ন নাম এই ঠাইখিনিৰ। চহকেলৰ কমলা নামৰ এক ব্যক্তি বিশাল ভূমিখণ্ডৰ অধিকাৰী আছিল এই অঞ্চলত। হয়তো ইয়াতেই থাকি তেওঁ

তেওঁৰ ব্যৱসায়-বাণিজ্য চলাই গৈছিল দুলীয়াজান জন্মৰ ওচৰা-ওচৰি সময়খিনিত। তেওঁৰ নামেৰেই এই অঞ্চলটো জনাজাত আছিল 'বৰুৱা কেম্প' হিচাপে। ৰাস্তাৰ বাওঁফালে এই পুৰণি ঘৰটো আমাৰ শৈশৱত এটা চিনেমা হল আছিল। এদিন বন্ধ হৈ গ'ল। আমি থাকিছিলো মাজতে। এতিয়া পুৰণি কিছুমান লোহাৰ সামগ্ৰী পৰি আছে সন্মুখত। বন্ধ হৈ যোৱা প্ৰতিখন ঠাইৰ এনেকুৱা পুৰণি চিনেমা হল জাতীয় ঘৰবোৰ দেখিলে মোৰ হৃদয় ভৰি আহে। কিবা এক দুৰ্ভাগ্যত এইবোৰ ঘৰ এনেকৈ এদিন স্তব্ধ হৈ যায়। ডাঙৰ ডাঙৰ তলা ওলমি ৰয় দুৱাৰবোৰত। কৰ্ট-কাছাৰীত মোকৰ্দমা চলে। কোন জিকিব, কোন হাৰিব, দীৰ্ঘদিন ধৰি উৎকণ্ঠাত ৰয় কথাবোৰ। আৰু কোনেও নেদেখাকৈ, কোনেও নুশুনাকৈ বন্ধ আকাশৰ তলত সেই ঘৰবোৰে ৰুদ্ধশ্বাস পেলায়— উচুপি উচুপি বিনায়। বাটেদি যোৱা অগণন গাড়ী-মটৰৰ শব্দতো আজি আৰু সাৰ নাপায় বৰুৱা কেম্পৰ এই নিজম-নিতাল চিনেমা হলটো। নাজানো তাৰ মেনেজাৰবিলাক ক'লৈ গ'ল, ক'লৈ গ'ল গেট কীপাৰবিলাক, প্ৰজেক্টৰটো।

বৰুৱা তিনিআলি পাৰ হ'লো। বগৰীবাড়-গুটিবাৰী পাৰ হ'লো। নিচেই কাষতে এখন দুলীয়াজানৰ দৰে শিল্প নগৰীৰ গাতে লাগি থকা এই গাঁওবিলাকতো অইল ইণ্ডিয়াৰ পৰশ লাগি আছে। অনুভৱ হয় তেনেকুৱা।

পদুমণি। এই ঠাইৰ পৰা পোনে পোনে বাওঁফালে ডিগবৈলৈ ২৫ কিলোমিটাৰ। সোঁফালে উষাপুৰ ডেৰ কিলোমিটাৰমান। এই উষাপুৰতে থাকে লাচিত হাজৰিকা নামৰ এজন সংগ্ৰামী যুৱক, যি নিজৰ দুহাতেৰে শ্ৰম কৰি ব্যৱসায়-বাণিজ্য চলাই আছে, আৰু হৃদয়েৰে অসমৰ বিভিন্ন প্ৰান্তৰ নৱীন কবিসকলক আমন্ত্ৰণ কৰি আনি নিজৰ চোতালত বছৰৰ একোটা দিনত আড়ম্বৰেৰে কবি সন্মিলন পাতি আছে।

ৰঙিলীটিং, ৰূপাইবাম, কল্যাণপুৰ আদি ঠাইবোৰ পাৰ হৈ আমি ডিগবৈৰ ফালে গৈ আছোঁ। বাটৰ দুয়োকাষে ধাননি পথাৰ। অ'ত-ত'ত দূৰত ওখ ওখ, থিয় থিয় অইল ইণ্ডিয়াৰ তেলখাদৰ ৰিগবোৰ। আমাৰ শৈশৱ এই ৰিগবোৰৰ ওচৰে-পাঁজৰে পাৰ হৈছিল বাবে আজিও এইবোৰে আমাক বহু কথা কওঁ কওঁ কৰে।

ডিগবৈৰ অসম অইল কোম্পানীয়ে নাহৰকটীয়াৰ সেই তেলৰ পুংটো খান্দি উলিওৱাৰ পাছত হাবি-জংঘলৰ এই বুঢ়ীদিহিং অৱবাহিকাটোত প্ৰচুৰ খাৰুৱা তেলৰ সম্ভাৱনীয়তালৈ অনুমান কৰি ভাৰত চৰকাৰে যুটীয়া খণ্ডত এটা কোম্পানীৰ লগত ১৯৫৮ চনৰ ১৪ জানুৱাৰীৰ দিনা এখন প্ৰাৰম্ভিক চুক্তি সম্পাদন কৰিলে। আৰু ১৯৫৯ চনৰ ১৮ ফেব্ৰুৱাৰীত এই চুক্তিখন চূড়ান্ত কৰি অইল ইণ্ডিয়াৰ জন্ম দিলে। দুলীয়াজানৰ বজাৰৰ ওচৰত ফায়াৰ ব্ৰিগেডৰ সন্মুখত ইটা গাঁথনিৰ যি ঘৰটো আছে, সেইটো ১৯৫৯ চনত নিৰ্মিত আৰু স্থাপিত। আজি সেইটো অইল ইণ্ডিয়া লিমিটেডৰ চিভিল ইঞ্জিনীয়াৰিং ডিপাৰ্টমেন্টৰ অফিচ।

ভাদৈ পাঁচআলি। দুলীয়াজান-ডিগবৈৰ বাটত সৰ্বাধিক জনপ্ৰিয় ঠাইৰ নাম। দুলীয়াজানৰ মানুহৰ মুখে মুখে শুনা যায় 'ভাদৈ পাঁচআলি'। আচলতে নামটো মৰমলগাও। ইমান দূৰ আহিলো, এই প্ৰথম ভাদৈ পাঁচআলিতহে দেখিলো ৰাস্তাৰ কাষত দুৰ্গা পূজাৰ পেণ্ডেল।

বাটৰ সোঁফালে সৌটো ভাদে আৰুকী চকী। ১৯৬৯ চনত স্থাপিত।

অইল ইণ্ডিয়াত বাৰ্মা অইল কোম্পানী আৰু ভাৰত চৰকাৰৰ অংশ আছিল ক্ৰমে তিনিভাগৰ দুভাগ আৰু তিনিভাগৰ এভাগ। পাছত ১৯৬২ চনৰ ১ জানুৱাৰীৰ পৰা অইল ইণ্ডিয়াই তেওঁলোকৰ কাৰ্যালয় দুলীয়াজানত স্থাপন কৰি পূৰ্ণাংগ ৰূপত কাম-কাজ চলাবলৈ ধৰিলে।

ঠিক কি কি ব্যৱস্থাত নাজানো, ডিগবৈৰ অসম অইল কোম্পানীৰ পৰা এচ বিষয়া-কৰ্মচাৰী অইল ইণ্ডিয়ালৈ বদলি হৈ আহিল দুলীয়াজানলৈ। দুলীয়াজানত এওঁলোকৰ বাবে তেতিয়াও পৰ্যাপ্তসংখ্যক আবাসগৃহ নিৰ্মাণ হৈ উঠা নাই। পৰিয়ালবোৰ ডিগবৈতে থাকে, কিন্তু কৰ্মচাৰীসকলে দুলীয়াজানত চাকৰি কৰে। সপ্তাহটোৰ শেষত শনিবাৰে তেওঁলোক পুনৰ পৰিয়ালৰ কাষ পায়গৈ ডিগবৈত। সোমবাৰে পুৱাতেই আকৌ এসপ্তাহৰ বাবে ডিগবৈত পৰিয়ালটো এৰি থৈ কৰ্মক্ষেত্ৰ দুলীয়াজান পায়হি। আমাৰ দেউতাও তেনেদৰে বদলি হৈ আহি দুলীয়াজানত চাকৰি কৰে। আমি ডিগবৈত তেতিয়া।

বাওঁফালে এইখন নামফলক— Dihing-Patkai Elephant Reserve (Kajhalguri)। ইয়াৰ পৰা ডিগবৈলৈ আৰু ১৮ কিলোমিটাৰ বাকী। অটব্য হাবি এখন। ২০০৩ চনৰ ১৭ এপ্ৰিল তাৰিখে ৰাজ্য চৰকাৰে এক অধিসূচনামৰ্মে এই স্থানক হস্তী সংৰক্ষিত বনাঞ্চল ঘোষণা কৰে। ডিব্ৰুগড়, তিনিচুকীয়া আৰু শিৱসাগৰ জিলাৰ চৰাইদেউ, ডিব্ৰুগড়, মাঘেৰিটা আৰু তিনিচুকীয়া মহকুমাক সামৰি সৰ্বমুঠ ৯৭৭ বৰ্গকিলোমিটাৰ এলেকাৰ এই সংৰক্ষিত বনাঞ্চলত দিহী, কাকজান, ডিবাৰু, ডিংকপানী, মাকুমপানী, বগাপানী, অভয়পুৰ আদি বনাঞ্চল সোমাই আছে। দুৱাৰমৰা, কথা, নলনি, ফিলবাৰী, টকৌবনি, ভৰালি আদি সৰু সৰু বনাঞ্চলসমূহো ইয়াৰ অন্তৰ্ভুক্ত হৈছে।

মনত পৰে, ডিগবৈৰ চেণ্ট্ৰেল প্ৰাইমাৰী স্কুলত পঢ়ি থাকোঁতে ক্লাছত কেতিয়াবা হঠাতে এনেয়ে সুধি দিয়ে কাৰ কাৰ দেউতাকহঁত দুলীয়াজানলৈ বদলি হৈছে। বৰ দুখ লাগে তেতিয়া লগৰ এই ল'ৰা-ছোৱালীবোৰক ইয়াতে এৰি থৈ মই যে এদিন গুচি যাব লাগিব দুলীয়াজানলৈ। বৰ দুখ লাগে।

এইটো। এই ৰাস্তাটোৰেই আমাৰ দেউতাহঁত দুবছৰমান এনেকৈ ডিগবৈ-দুলীয়াজান অহা-যোৱা কৰিলে। ব্ৰিটিছ কৰ্মচাৰীয়া চাহাবৰ গাড়ীত সোমবাৰে পুৱাতেই দেউতা গুচি যায় দুলীয়াজানলৈ। এসপ্তাহৰ মূৰত আহি দেউতাই হাবি-জংঘলৰ মাজে মাজে নিৰ্মাণ হ'বলৈ ধৰা নতুন ঠাই দুলীয়াজানৰ কথা আমাক শুনায়। আৰু শুনায় আজিৰ পৰা এই ডিগবৈ-দুলীয়াজানৰ কেঁচা ৰাস্তাটোৰ বহু কাহিনী। বাটে ভেটি ধৰা বনৰীয়া হাতীৰ জাকৰ কাহিনী। আৰু ঔ টেঙাৰ কাহিনী। এই ৰাস্তাটোৰ দুয়োকাষে বহু ঔ টেঙা গছ আছিল। মোনা ভৰাই ভৰাই দেউতাই ঔ টেঙাবোৰ আনিছিল।

আজি মই আকুলভাৱে চালো বাটৰ দুয়োকাষে। অ'ত-ত'ত দুই-এজোপা ঔ টেঙা গছ আছে। পঞ্চত্ৰিশ বছৰৰ আগতে দেউতা যেতিয়া এই বাটেৰে আহিছিল, এইকিলাক ঔ টেঙা গছ হয়তো তেতিয়া কেঁচুৱা আছিল। বা ওপজাই নাছিল। কিমান কথা, কিমান কথা এই

ঔ গছবিলাকে ক'ব খোজে চাগে'।

বহু বছৰ হ'ল। কিন্তু হাবিৰ সেই অটব্য ৰূপ আজিও আছে এই বাটৰ দুয়োকাষে। নিমাওমাও আজি অষ্টমীৰ দুপৰীয়া এই অৰণ্যৰ গভীৰতাত। এক মায়াময়তাই অৰণ্যক নহয়, মোকেই গ্ৰাস কৰি পেলাইছে যেন।

বাটৰ বাওঁফালে সৌৱা নগাজান OCS (Oil Collecting Station)। ১০-১৫ টামান তেলখাদৰ পৰা মাটিৰ তলেৰে পাইপেৰে তেল আনি আনি এই ষ্টেশ্যনবিলাকত জমা কৰি থয়। ইয়াৰ পৰা এইবোৰ যায় শোধনাগাৰলৈ, শোধন হ'বলৈ।

নগাজানৰ পিছত সোঁফালে সৌটো যোৰাজান অইল কালেক্টিং ষ্টেশ্যন। হয়তো, ভিতৰে ভিতৰে এনেকুৱা আৰু কিছুমান ষ্টেশ্যন আছে। প্ৰকৃতিৰ বুকুত মানুহৰ জীৱনৰ ইতিহাসৰ সমল বুটলি বুটলি। যেন মানুহৰ হৃদয়ৰ অজস্ৰ অলিন্দ-নিলয়েদি বৈ বৈ আহে প্ৰকৃতিৰ এই ৰক্তধাৰা— অনাগত ভৱিষ্যতৰ প্ৰতিশ্ৰুতি কঢ়িয়ায়। কোনে জানে!

ইমান দীঘল এক পথ— অৰণ্যৰ মাজে মাজে!

ইমান কথা এই অৰণ্যৰ— পথৰ দাঁতিয়ে দাঁতিয়ে!

ডিগবৈত আমাৰ হাস্পতাল টিলাৰ ঘৰটোৰ পিছফালে প্ৰকাণ্ড এটা তেলখাদ আছিল। অলপ আঁতৰত এটা ৰে'ললাইন। অসম অইল কোম্পানীৰ সামগ্ৰী কিছুমান কঢ়িয়াই মালগাড়ী চলে সেই লাইনেৰে। ৰে'লবোৰে আমাৰ শৈশৱৰ বহু মধুৰ সোঁৱৰণি কঁপাই কঁপাই ক'ৰবালৈ অহা-যোৱা কৰি থাকিছিল। খাদটোৰ পৰা ক'লা ক'লা তেলবোৰ নিগৰিয়েই থাকিছিল। সেইবোৰ বৈ বৈ আহি আমাৰ কোৱাৰ্টাৰৰ পিছফালৰ প্ৰায় বাৰাণ্ডাখনেই চুইছিল।

এইবোৰ চৰাইপুং-লক্ষীপথাৰ অৰণ্য। আমাক প্ৰায় এৰোঁ এৰোঁ হৈছে। এইখন বৰজান। ইয়াতেই শেষ হৈছে অৰণ্য। অৰণ্যৰ এই শেষ প্ৰান্তৰে কিয় জানো মোৰ মনটো উদাস কৰি তুলিলে। ইয়াৰ পৰা ডিগবৈলৈ আৰু দহ কিলোমিটাৰ।

দুলীয়াজানত কিছুমান কোৱাৰ্টাৰ বনোৱা হৈ গৈছে। ডিগবৈৰ পৰা কিছুমান পৰিয়াল ডিগবৈ এৰি দুলীয়াজানলৈ গুচি আহিছে। এৰি থৈ আহিছে ডিগবৈত এক ভগ্ন হৃদয় আৰু সেই হৃদয়েৰে শব্দ কৰি ওলাই অহা কান্দোন। ডিগবৈত যিসকল থাকি গ'ল, তেওঁলোকে বুজিব নোৱাৰিব; যিসকলে ডিগবৈ এৰি থৈ আহিল, তেওঁলোকে বুজিব ডিগবৈ কিমান মৰমৰ ঠাই! কিমান মৰমিয়াল ঠাই! জন্মস্থান বুলি নহয়, শৈশৱ অতিবাহিত কৰা বুলি নহয়, ডিগবৈ নামটোৱেই এনেদৰে আলোড়িত কৰি ৰাখে মোক প্ৰতি পল-অনুপল।

বৰজানৰ পিছত বালিজান। ইয়াৰ পৰা মাথোঁ তিনি কিলোমিটাৰ ডিগবৈলৈ।

চীনৰ যুদ্ধ তেতিয়া ভৰপক। ১৯৬২ চন। ডিগবৈ-দুলীয়াজান আদি শিল্পনগৰীবিলাকৰ কাৰণে বিদেশী ৰাষ্ট্ৰৰ আক্ৰমণ অতিশয় উদ্বেগৰ কাৰণ। ইতিমধ্যেই অসম অইল কোম্পানী আৰু অইল ইণ্ডিয়া লিমিটেডেহে এনেকৈ আমাৰ নিচিনা ডিগবৈ এৰোঁ এৰোঁ পৰিয়ালবোৰক মুৰব্বীজনৰ লগত থাকিবলৈ নিৰ্দেশ দিছে। আৰু তাৰেই ফলস্বৰূপে আমি এদিন দেউতাৰ লগত দেউতাৰ কৰ্মস্থলী দুলীয়াজানলৈ গুচি যাবলৈ ঠিক কৰিলো।

২৭ নৱেম্বৰ, ১৯৬২ চন। ক'ত মোৰ চেণ্ট্ৰেল প্ৰাইমেৰী স্কুল, ক'ত সেই তেলখাদৰ

পৰা নিগৰি অহা ক'লা ক'লা তেল? সকলোকে এৰি থৈ আজি আমি যামগৈ ডিগবৈৰ পৰা। যুদ্ধ শাম কটাৰ পাছতহে বোলে বছৰেকীয়া পৰীক্ষাবোৰ হ'ব।

টিপাম চাহ বাগিচা পাৰ হ'লো। বাটৰ কাষত বাওঁফালে পুৰণা এখন নামফলকত লিখা আছে— Welcome to Digboi। আচলতে ডিগবৈক মইহে স্বাগতম জনাইছোঁ স্নেহ হৃদয়েৰে— যাতে ডিগবৈ এক সুৰ হৈ, এক ফুল হৈ উপচি উপচি আহক মোৰ বুকুলৈ। জুৰাই যাওক মোৰ মনৰ প্ৰাংগণ বহু কতু আৰু বহু পানেৰে।

আৰু, এইটো এটা কিলোমিটাৰ পোষ্ট— Digboi-0। ডিগবৈ শূন্য।

ঠিক ইয়াৰ পৰাই এদিন মই বুকু শূন্য কৰি ডিগবৈ এৰি থৈ আহিছিলো। আৰু ঠিক এই ঠাই আহি পালেই সকলো শূন্যতা নোহোৱা হয় মোৰ। ওলাই যায় সকলো শূন্যতা হৃদয়ৰ খোলা দুৱাৰেদি।

# ৩০।

## তুমি মধুমিতা

মধুমিতাৰ সৈতে মোৰ পৰিচয় এখন চিঠিৰ জৰিয়তে। মধুমিতাৰ সৈতে কবি বীৰেশ্বৰ বৰুৱাৰ পৰিচয় এখন চিঠিৰ জৰিয়তে। মধুমিতাৰ সৈতে পূৰ্ণানন্দ শৰ্মা আৰু মৃগাংক বৰুৱাৰো পৰিচয় চিঠিৰ জৰিয়তে।

ইমানবোৰ অপৰিচিতৰ সৈতে এনেদৰে চিঠিৰে পৰিচয় হোৱা কোন তেওঁ মধুমিতা? তেওঁ মধুমিতা মহন। শিৱসাগৰ জিলাৰ পাটসাঁকো মহাবিদ্যালয়ৰ স্নাতক দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰী। এইখিনিলৈকে মধুমিতাৰো পৰিচয় ইমানেই। মধুমিতাৰ কথা আৰু আছে।

এদিন মই মোৰ ঘৰৰ ঠিকনাত পাতল মুগা বৰণৰ এটা খামত চিঠি এখন পালো, ১৮.০২.০৫ তাৰিখে। এটকীয়াকৈ মুঠ তিনি টকাৰ ডাকটিকট লগোৱা আছে লেফাফাটোত বাওঁফালে একেবাৰে কোণত— সচৰাচৰ টিকত লগোৱা ঠাইৰ বিপৰীতে। টিকট তিনিটাৰ ওপৰত লিখা আছে— 'More Urgent Post'। কিন্তু দুটকা কম খৰচতে চিঠিখন মোলৈ আহিল। মই খুলিলো লেফাফাটো। ডাঙৰ ডাঙৰ আখৰেৰে এখন বগা কাগজত লিখা এখন চিঠি। মই প্ৰথমে একেবাৰে তললৈ চালো। নামটো শ্ৰীমতী মধুমিতা মহন, পাটসাঁকো মহাবিদ্যালয়, স্নাতক দ্বিতীয় বাৰ্ষিক।

মধুমিতা। এয়া মধুমিতা। মধুমিতাই মোলৈ চিঠিখন লিখিছিল ০৮.০১.০৫ তাৰিখে।

আৰু মই পাইছিলো ডেৰ মাহ পাছত। মোৰ জানিবৰ বা অনুসন্ধান কৰিবৰ মন যায়— এই ডেৰ মাহ কাল চিঠিখন ক'ত আছিল। কোনোবা ডাকঘৰত পৰি আছিল নে ডাকোৱালৰ বেগটোৰ মাজতে সোমাই মৰম বিচাৰি আছিল, নে বে'লে বে'লে ভ্ৰমণ কৰি ফুৰিছিল। হয়তো আটাইবোৰ।

মধুমিতাই লিখিছিল—

'.. আপোনাৰ লগত মোৰ প্ৰথম চিনাকি 'আমাৰ অসম' কাকতৰ জৰিয়তে।.. এদিন আপোনাৰ স্বৰচিত এটি অনন্য সুন্দৰ কবিতা পঢ়িবলৈ পালো, কবিতাৰ শিৰোনাম 'ইমান বাতি চিমেন নদী'। এই কবিতাটি ইমান ভাল লাগিল যে মই পেপাৰৰ পৰা কাটি এদিন কলেজৰ Cultural Programmeত আবৃত্তি কৰিছিলো।' চিঠিখনৰ পিছৰ অংশখিনি পঢ়াৰ মোৰ ধৈৰ্য নাছিল। আনন্দ-উলাহেৰে মোৰ হৃদয় পাৰাপাৰহীনভাৱে উপচি পৰিছিল। অনাবিল আনন্দত মই বিমুগ্ধ হৈ পৰিছিলো। মোৰ এটা কবিতা কোনো এক অচিনাকি গুণমুগ্ধ পাঠিকাই বাতৰি কাকতখনৰ পৰা কাটি কলেজৰ সাংস্কৃতিক অনুষ্ঠানত পাঠ কৰিব, মই নজনা-নেমেলাকৈ— এয়া মোৰ বাবে আছিল অভাবনীয়। এয়া মোৰ বাবে অনিৰ্বচনীয় আৰু অপ্ৰত্যাশিত। নিৰ্ঘাত এয়া এক অপৰিচিতৰ অযাচিত প্ৰীতি, যি মোক মুহূৰ্ততে কৰি তুলিছিল বাংময়।

মই মধুমিতাৰ চিঠিখন পোৱাৰ দুদিন আগতে ১৬ ফেব্ৰুৱাৰী সংখ্যাৰ 'প্ৰান্তিক'ত প্ৰকাশ পাইছিল কবি বীকেশ্বৰ বৰুৱাৰ কবিতা এটা— 'এখন চিঠিৰ উত্তৰ'। কবিতাটোৰ প্ৰথমফাকি এনেধৰণৰ—

'২০০৪ চনৰ ১ ডিচেম্বৰ
সেই তাৰিখত 'প্ৰান্তিক'ত প্ৰকাশিত
মোৰ 'অন্তৰীণ' শীৰ্ষক কবিতাটো
পঢ়িবলৈ পাই
তোমাৰ অনাবিল আনন্দ
আৰু সেই আলোচনীখন
সংগ্ৰহ কৰিব নোৱাৰি
তোমাৰ বিনম্ৰ বিষাদ
এইবোৰ কথা
তোমাৰ চিঠিৰ পৰাই জানিলো।'

কবিতাটোৰ মাজৰ ফালে আছে— 'মোৰ পৰা বহুত দূৰত/উজনিৰ এখন ঠাই/এখন কলেজত তুমি পঢ়ি আছা।' এতিয়া মই নিশ্চিত হ'লো, বীকেশ্বৰ বৰুৱাৰ কবিতাৰ, উজনিৰ এখন কলেজত পঢ়ি থকা এই ছোৱালীজনী মধুমিতা— মোৰ 'ইমান বাতি চিমেন নদী' কলেজৰ সাংস্কৃতিক অনুষ্ঠানত মই নজনাকৈয়ে আবৃত্তি কৰা পাঠিকাজনো কলেজৰ মধুমিতা মহন। মধুমিতাই পাইছিল মোৰ কবিতা—

'ইমান বাতি আকাশত

এবুকু ডুবি আছিল চিমেন নদীখন
বাট হেৰুৱাই টৌবোৰ সোমাল
পদ্মাবতী দলেৰ আধা বোৱা তাঁতশালখনত ...।'

মই লৰালৰিকৈ বিচাৰি বিচাৰি বীৰেশ্বৰ বৰুৱাৰ 'অন্তৰীণ' উলিয়ালো।

'কেইজোপামান ফুলৰ গছ
পাচলিৰ বাগিচা
আৰু এখন অৰ্ধদেৱাল
তাৰ মাজতেই আমি অন্তৰীণ। আমাৰ নাই নে কি এনে এটি জীৱন
যাৰ চৌপাশে অপমান-অনাটনপীড়িত
বাস্তৱতাৰ কোনো দেৱাল নাই?'

আছে। তেনে এটি জীৱনৰে সন্ধান দিছিল মধুমিতাই, যেতিয়া তেওঁ মোৰ অজানিতে পাঠ কৰিছিল উজনিৰ এখন ঠাইত, মোৰ পৰা বহু দূৰত, এখন কলেজত মোৰ চিমেন নদীৰ সেই কবিতা—

'আজি ওৰে ৰাতি কপৌ উৰিব চিমেন পাৰত
আজি ওৰে ৰাতি কেতেকী গোন্ধাব চিমেন পাৰত।'

মধুমিতাই তেওঁৰ চিঠিখনত মোলৈ লিখিছিল— 'আজিৰ যান্ত্ৰিক যুগত চিঠিৰ মূল্য হেৰাই যোৱাৰ উপক্ৰম হৈছে যদিও মই চিঠি লিখি ভাল পাওঁ। প্ৰকৃততে চিঠিয়েহে মানুহৰ হৃদয়ে হৃদয়ে আনন্দ-উৎসৱ পাতিব পাৰে।' এই সৰল বিশ্বাসত গভীৰ বিশ্বাসী মোৰ পৰা বহু দূৰত, বীৰেশ্বৰ বৰুৱাৰ পৰা বহু দূৰত, চিমেন নদীক ভাল পোৱা এক মধুময় অনুভৱ— যি অপমান-অনাটনপীড়িত বাস্তৱতাৰ দেৱাল ভাঙি ওলাই আহিছে আৰু 'অন্তৰীণ'ৰ পৰা উদ্ধাৰ কৰি উলিয়াই আনিছে এক কবি সত্তাক।

মধুমিতাই মোলৈ লিখা চিঠিখনতো লিখিছিল আৰু বীৰেশ্বৰ বৰুৱাৰ 'এখন চিঠিৰ উত্তৰ' কবিতাটো পঢ়িও মই জানিছিলো উজনিৰ এখন ঠাই পাটসাঁকোৰ এক সুহৃদয়া পাঠিকা মধুমিতা মহনে কবি বীৰেশ্বৰ বৰুৱালৈ চিঠি লিখিছিল এখন। তেওঁ মোলৈ লিখিছিল— 'যান্ত্ৰিকতাত, বোমা-বাৰুদৰ ধূলিত টুকুৰা-টুকুৰ হৈ উৰি যাব মানুহৰ হৃদয়, মৰম-চেনেহ, ভালপোৱা, আশা-আকাংক্ষা সকলো।' তেওঁ মোলৈ আৰু লিখিছিল— 'সেয়েহে আমি চিঠিৰে গঢ়ো আহক ভাতৃত্ববোধ, বন্ধুত্ব আৰু মানৱতাৰ চিৰন্তন ইতিহাস।'

আৰু বীৰেশ্বৰ বৰুৱাই মধুমিতাৰ সেই মধুৰ চিঠিখনৰ উত্তৰ লিখিছিল তেওঁৰ কবিতাটোত এনেদৰে—

'নিজকে মই প্ৰায়েই সোধোঁ :
মই কি বিচাৰিছোঁ? কি?' (অন্তৰীণ)

এই প্ৰশ্নৰ তেওঁ উত্তৰ বিচাৰি পাইছিল মধুমিতাৰ চিঠিখনত এদিন। সেয়েহে তেওঁ লিখিছিল—

'সেইবোৰৰ মাজত ধ্ৰুৱতৰা আছে

যি দেখা দিয়ে, মনত সাঁচ বহুরায়
আৰু চিৰদিনীয়া বন্ধুত্বৰ বাবে
হাত আগবঢ়ায়।' (এখন চিঠিৰ উত্তৰ)

ক'ত আছিল সেই প্ৰশ্নকৰ্ত্তা? পাটসাঁকো কলেজত। হয়তোবা, - মধুমিতাৰ বহু শব্দ কটাকটি কৰি, ডাঙৰ ডাঙৰ আখৰেৰে লিখা ফুলস্কেপ কাগজৰ চিঠি এখন?।

মধুমিতাক মই আজিও লগ পোৱা নাই। বহুতো বৰ্ণাও নামৰ এখন অখ্যাত গাঁৱৰ নাম মই কাহানিও শুনা নাছিলো। পাটসাঁকো কলেজো মই দেখা নাই। কিন্তু পাটসাঁকোৰ পৰা মধুমিতা মহন নামৰ এক অনুৰাগী পাঠিকাই মোৰ মনৰ মাজত গঢ়ি তুলিছিল এখন সবল সাঁকো, যাৰ ওপৰেদি পাৰ হ'ব পাৰি সকলো বাধাৰ প্ৰাচীৰ, যি গঢ়ি তোলে জীৱনৰ অপাৰ সৌন্দৰ্যৰ উৰ্বাল, যি নিজেই বাধা হৈ থিয় হয় সকলো জটিলতা আৰু কুটিলতাৰ দুৰ্গম পথত।

আৰু এই সাঁকোৰ ওপৰেদিয়েই বগাই এদিন কবি বীৰেশ্বৰ বৰুৱাই আৱৰ্ত্ত কৰিছিল তেওঁৰ 'পাটসাঁকোলৈ যাত্ৰা'।

'পাটসাঁকোলৈ যাত্ৰা' কবি বীৰেশ্বৰ বৰুৱাৰ এটা মনোৰম কবিতা। প্ৰথম বছৰ প্ৰথম সংখ্যা 'সাতসৰী'ত প্ৰকাশ হৈছিল। মৰম-চেনেহেৰে হৃদয় গঢ়িব খোজা এক অখ্যাত গাঁৱৰ এক ততোধিক অখ্যাত পাঠিকাৰ হৃদয়ত সঞ্চিত হৈ থকা সকলো শুভকামনাক সম্মান জনাই মধুমিতা মহনৰ 'পাটসাঁকোলৈ যাত্ৰা' কৰিছিল এজন অৱসৰপ্ৰাপ্ত ভাৰতীয় প্ৰশাসনিক সেৱাৰ বিষয়াই। নহয়, ভুল হৈছে। এক অনামী প্ৰভাতত জাকি মাৰি উঠি যোৱা কিছুমান চৰায়ে তুলি যোৱা কাৰ্কলিৰ স্পন্দনত এক কম্পিত হৃদয়ৰ নৱৰী কৰিয়ে যেন বিচাৰি পাইছিল তেওঁৰ হৃদয়বাৰ্তা— যি তেওঁ শুনাৰ খুজিছিল হৃদয়ে হৃদয়ে, অথচ এক অপাৰণ দুখত তেওঁ এদিন ক্ষুব্ধ হৈ লিখিছিল এই পংক্তি -

'কেতিয়াবা নিজেই নুবুজা এক উত্তৰ পাওঁ
আৰু সেই উত্তৰটো
মোৰ হাতৰ মুঠিতে আহিও
সদায় হেৰায় যায়।' (অন্তৰীণ)

ক'ত আছিল লুকাই সেই নুবুজা উত্তৰ? থাকেনে সেই উত্তৰ হাতৰ মুঠিত? এই প্ৰশ্নৰ উত্তৰ ২০০৪ চনৰ ১ ডিচেম্বৰলৈকে কবিয়ে পোৱা নাছিল। তাৰ পিছতে তেওঁ মধুমিতা মহনৰ চিঠি পাইছিল। পঢ়িছিল সেই চিঠি; আৰু সেই চিঠি পঢ়ি তেওঁ পাইছিল বিচাৰি সেই নুবুজা উত্তৰ। ক'ত?

'হয়তো আজি আবেলিত
তোমাৰ কিতাপৰ মাজত
মোৰ কবিতাবে তুমি পৃষ্ঠাচিহ্ন দিছা।' (এখন চিঠিৰ উত্তৰ)

মধুমিতা কোনো কবি নহয়, কোনো কবিতাৰ নায়িকা নহয়। কিন্তু এক প্ৰবীণ কবিক তেওঁ উদ্বুদ্ধ কৰিব পাৰিছিল এই কবিতা শাৰী লিখিবলৈ—

'তোমাৰ ফুলকুমলীয়া কল্পনাত
অনেক মহান সম্ভাৱনা শুই আছে;
যিদৰে আমি নীৰবে জীয়াই আছোঁ
আমাৰ সুহৃদয়ৰ বন্ধুসকলৰ হৃদয়ত।' (এখন চিঠিৰ উত্তৰ)

মধুমিতাৰ চিঠিখন পাই ময়ো এদিন গভীৰ প্ৰত্যয়েৰে অনুভৱ কৰিছিলো আমি 'জীয়াই আছোঁ আমাৰ সুহৃদয় বন্ধুসকলৰ মাজত।' আৰু তাৰ সত্যতাৰ প্ৰমাণ দিয়েই কলেজৰ অনুষ্ঠানত মোৰ অপৰিচিতা এক গুণগ্ৰাহীয়ে মোৰ কবিতা আবৃত্তি কৰি মোক নীৰৱে জীয়াই থকাৰ সন্মান জনাইছিল—

'ইমান ৰাতি আন্ধাৰত
একাঁঠু ডুবি আছিল ৰোবাবোৰ
তৰাবোৰে বিচাৰি নাপালে কেঁচা আলিবোৰ
সুধিলে— ইমান ৰাতি চিমেন নদী ব'বনে অকলে।'

কবিয়ে কল্পনাৰ সকলো সম্ভাৱনাক বিচাৰি আৰম্ভ কৰিলে এই যাত্ৰা— 'পাটসাঁকোলৈ যাত্ৰা'।

ভূচিত্ৰাৱলী উলিয়াই ল'লো। মধুমিতাই চিঠিত লিখা ঠিকনা মতে শিৱসাগৰ জিলাৰ মেপখন মেলি ল'লো। কিমান গাঁও— খামুন গাঁও, লুনপুৰিয়া গাঁও, মাউত্ত গাঁও, মৰিদিলিং গাঁও। কিমান হাট— খৰাহাট, নাওহাট, বৰহাট। কিমান জান— দিহাজান, শামুকজান, মৰাণজান। কিমান নৈ— টিফুক নৈ, মামদাং নৈ, দৰিকা নৈ, ডিমৌ নৈ। কিন্তু ক'তা, ক'তোতো এখন সাঁকো নাই— নাই 'পাটসাঁকো'। কেনেকৈ যাব আমাৰ কবি পাটসাঁকোলৈ?

'মই যেতিয়া পাটসাঁকো গৈ পাম
(এতিয়াও মই বহুত দূৰত)
যিবোৰ শব্দৰ মধুৰ সঁহাৰি
আহি থুপ খাইছে
মোৰ পদূলিৰ ফুলবোৰৰ পাহিত
সেই শব্দবোৰ তেতিয়াও
বতাহত আন্দোলিত হৈ থাকিবনে?' ('পাটসাঁকোলৈ যাত্ৰা')

বতাহে কঢ়িয়াই আনিব গুৱাহাটীৰ কবিলৈ পাটসাঁকোৰ সুবাস। ধূলিবোৰে পেলাব বাট গুৱাহাটীৰ কবিক বহুতা বৰগীতৰ অচিন যাত্ৰাৰ। পাতৰ আঁৰৰ কোনো পখীয়ে শুনাব গীত দেৱালৰ আঁৰৰ কবিক। বাটৰ কাষৰ অনামী কোনো ফুলে শিকাব নিৰ্জনৰ কবিক লিখিবলৈ এই শাৰী কবিতা—

'কিন্তু মই ক'ব পাৰোঁ
যে তোমাৰ নিষ্পাপ সঁহাৰি চিৰদিন
সজীৱ হৈ থাকিব মোৰ নিৰ্জন মনত।' (পাটসাঁকোলৈ যাত্ৰা)

কোনো এক হিমসনা প্ৰভাতত মেদিনী চৌধুৰীয়ে এদিন আৰম্ভ কৰিছিল গুৱাহাটীৰ

পৰা শিৱসাগৰলৈ এক অনন্য যাত্ৰা— 'অনন্য প্ৰান্তৰ'। আৰু আজি কাজত মোনাটো লৈ ভলৌ ভলৌকৈ বোজকাটি ফুৰা বীৰেশ্বৰ বৰুৱা কবিয়ে কৰিব এক অনন্য যাত্ৰা— 'পাটসাঁকোলৈ যাত্ৰা'।

'ইতিমধ্যে গছৰ পাত অনেক সৰিব

অনেক ফুল ভূলুণ্ঠিত হ'ব

কিন্তু অধিক উজ্জ্বল হ'বা তুমি।' (পাটসাঁকোলৈ যাত্ৰা)

কোনো এক সহযাত্ৰীয়ে সুধিব হয়তো কবিক, কি তেওঁৰ এই যাত্ৰাৰ উদ্দেশ্য। কবিয়ে ক'ব—

'মোৰ আশা : চহৰৰ

ধূলি-বালি-ধোঁৱাৰ পৰা আঁতৰত

পাটসাঁকোৰ উজ্জ্বল সজীৱতাৰ মাজত

মই অনেক শান্তি বিচাৰি পাম।'

প্ৰিয় কবিলৈ মধুমিতাই তেওঁৰ হৃদয়ত সাজি থৈছে পাতৰ সাঁকো। সৰি পৰা বহু গছৰ পাতেৰে, ইখন হৃদয়ৰ পৰা সিখন হৃদয় সংলগ্ন কৰি, পাটসাঁকোত তেওঁ বৈ আছে পৃথিৱীৰ সকলো বন্ধ দুৱাৰ-খিৰিকী খুলি গাবলৈ সেই কবিতা -

'মই অপেক্ষা কৰি আছোঁ

এনে এজাক পাতল বৰষুণৰ বাবে

যাৰ আৰ্দ্ৰতাই পাটসাঁকোত

তোমাৰ কোমল মুখনি তিয়াব (পাটসাঁকোলৈ যাত্ৰা)

দুয়ো দুয়োৰে বাবে অপেক্ষাৰত— এক কবি, এক আবৃত্তি। এক কলম, এক কণ্ঠ। সেয়েহে হয়তো মধুমিতাই মোলৈ চিঠিত লিখিছিল আৰু কোনো এক হৃদয় প্ৰাংগণত বহা অনেক অভ্যাগত পৰীক মই শুনাম পঢ়ি মধুমিতাৰ সেই চিঠিৰ কথা— 'চিঠিয়ে বোৱাব পাৰে স্নেহৰ নদী, গোৱাব পাৰে সূৰ্যোদয়ৰ গান, শুনিয়াব পাৰে অন্তহীন সাগৰৰ অমৃতময় বাণী।'

সহযাত্ৰীয়ে হয়তো কবিক সুধিব পাৰে কোন আছে তেওঁৰ বাবে, ৰুচিগ্ৰাৱলীত ঠাই নোপোৱা পাটসাঁকোত, অপেক্ষা কৰি? আৰু তেতিয়াই মধুমিতাই মোলৈ লিখা চিঠিখনৰ এই কথাখিনি গুণগুণাই বতাহে তেওঁক পঢ়ি শুনাব -

'গছৰ সেউজীয়া পাতত আমাৰ সপোনবোৰ খুপ খাই আছে। এখিনি

এজাক নতুন বতাহৰ সন্ধানত আমি'

আৰু তেতিয়া প্ৰথম উপলব্ধি হ'ব সেৱালৰ জীৱন কবিৰ, চিটিপাতনৰ ধোঁৱাৰে ধূসৰিত কবিৰ, মহানগৰীয়ে কোৱাই যোৱা কবিৰ এই অনুভৱ -

'আৰু আমি দুয়ো বুজি পাম

যে আমাৰ এই

দূৰণিবটীয়া পবিত্ৰ বন্ধুত্বৰ মাজত

তিনিশ কিলোমিটাৰ ব্যৱধান

আচলতে কেৱল এক অৰ্থহীন অবাস্তৱতাহে।' (পাটসাঁকোলৈ যাত্ৰা)

মই মধুমিতাৰ চিঠিখন আকৌ মেলি চালো। 'চিঠিয়ে হৃদয়ত ছুনামিৰ সৃষ্টি কৰি দিব পাৰে; কিন্তু আন কোনো ই-মেইল, কম্পিউটাৰ, এছ এম এছ, ইণ্টাৰনেটৰ ইমান শক্তি নাই।' হয়তো সেয়েহে কলেজৰ ফাংশ্যনত মধুমিতাই গাইছিল সেই কবিতা—

'ইমান ৰাতি আন্ধাৰত

সাৰে থাকে নাইট ডিউটীৰ চিপাহী

তাৰ পকেটত শুই থাকে দীঘলীয়া চিঠি

বদৰপুৰৰ প্ৰিয়ম্বদা নন্দীৰ।'

মধুমিতাই মোলৈ লিখিছিল— 'আমি পাহৰা উচিত নহয়, সৃষ্টিৰ পৰা ধ্বংসলৈ অৰণ্যৰ সেউজীয়াখিনিত আমাৰ জীৱনৰ প্ৰথমটো খোজ।' কথাবাৰ মোক প্ৰথম মধুমিতাই শিকালে। কলেজত লোকৰ কবিতা ফাংশ্যনত গোৱা পাটসাঁকোৰ মধুমিতাই। কিজানিবা এই কবিতা আছিল পাটসাঁকোৰ কবিতা।

মণিবোৰ এড়ী কাপোৰ দি সলাই লোৱা দেখিছিলো। মণিবোৰ পিন্ধি বৰ ভাল পায় বোলে।' কৰাই মাজিয়ে ক'লে। চাংমাজি, হুকুমাবাৰ'ই সকলোৱে শুনিলে। শুনিলে আৰিমত্তয়ো— যেন জয়ন্তীয়া মণি পিন্ধি গংগাৱতী এইমাত্র চামাদি কঁপাই গোভা ৰাজ্যৰ বুকুৰে খোজ পেলায় যাবগৈ।

ডাইনিং হলৰ দুৱাৰৰ ওপৰত টিনৰ ফলকখন মই আকৌ এবাৰ চালো— জোনবিল। গংগাৱতী ৰাণী মণি নিবলৈ অহা জোনবিল— এড়ী কাপোৰ সলাবলৈ অহা জোনবিল।

উভতি যাওঁতে সোমাম গোভা ৰজাৰ ঘৰত।

এইবাৰ আমাৰ যাত্রা নেলী ৰজাৰ কাৰেঙলৈ।

নেলী ৰজাৰ বাসস্থানৰ ওচৰতে শ্ৰীশ্ৰীঘুনোচা জাদুৱা নামঘৰৰ কাষৰ মাটিডোখৰত আমাৰ সাংস্কৃতিক পৰিক্ৰমা বিভাগৰ পৰা তিৱা সাংস্কৃতিক মিউজিয়াম এটা নিৰ্মাণ কৰা হ'ব। সেই উদ্দেশ্যেৰে মই নেলীৰ ৰজা ৰামসিং দেওৰজাৰ আবাস পালোহি। মাটিডোখৰ পৰিদৰ্শন কৰিবলৈ।

পশ্চিমে পলাশুৰিৰ পৰা পূবে দহালিলৈ নেলী ৰজাৰ সীমা। চৈধ্যখন গাঁও এই ৰাজ্যৰ অন্তৰ্ভুক্ত। উত্তৰে ধাননি পথাৰবোৰ, দক্ষিণে কাৰ্বি আংলং জিলাৰ সীমা। এয়াই নেলী ৰাজ্য।

ওচৰৰ নামঘৰটোৰ কাষতে এটা ৰাজহুৱা ঘৰ। এইটো ঘৰতেই হয় ব'হাগ মাহত গোসাঁই মেলা। প্ৰজাসকল আহে এই মেলালৈ। নতুন মকৰীয়াত থকা কুঁৱৰী ঘৰত নেলী ৰজা ৰামসিং দেওৰজাই গাগুৰি, টঙালি, ধুতী-পাঞ্জাবী পিন্ধি ৰজা সাজে। উলহ-মালহ লাগে নেলী ৰাজ্যত। সেনাপতি, দলৈ, ভিতৰ মাজি, খেলমা আদি কৰি পঁয়ত্রিশজন বিষয়াৰ সহযোগত ৰজা আহে এই গোসাঁই মেলালৈ। কুকুৰা যুঁজ হয়। আনন্দত আত্মহাৰা হয় নেলী ৰাজ্যৰ তিৱাসকল।

মোক নেলী ৰজাৰ ৰাণীয়ে ক'লে, এইবাৰৰ মাঘৰ বিহুত এই ৰাজহুৱা গৃহটোৰ উনৈশটা কুকুৰাৰ যুঁজ হৈছিল। মাঘৰ বিহুত কোনো মেলা নহয় তাত।

এইবছৰ ১৫ আৰু ১৬ জানুৱাৰী তাৰিখে জোনবিলৰ পাৰত জোনবিল মেলা হৈছিল। নেলী ৰজা ৰামসিং দেওৰজাও তালৈ গৈছিল। গোভা ৰজাই সৰু সৰু ৰাজ্যবোৰ ডিমৰীয়া, নেলী, খলা, চহৰি আদিৰ ৰজাসকলক এই মেলালৈ নিমন্ত্রণ জনায়।

ৰাষ্ট্ৰীয় ঘাইপথ ৩৭ৰ পৰা বাওঁফালে ফালৰি কাটি সৰু ৰাস্তা এটাৰে মই মিউজিয়ামৰ মাটি চাবলৈ আহি নেলী ৰজাৰ বাসগৃহ পাইছিলো। কিন্তু, সেই বাটে নগৈ পোনে পোনে ঘাইপথেদি গৈ থকা হ'লে অলপ পাছতে মই ৰাস্তাৰ বাওঁফালে এখন চাহবাগিচা পালোহেঁতেন, আমচৈ বাগিচা।

বিশাল ব্ৰহ্মপুত্ৰ নাৱেৰে পাৰ হৈ আহি প্ৰতাপপুৰৰ কিশোৰী ৰাণী চন্দ্ৰপ্ৰভা, গোভা ৰাজ্যৰ তৰুণ ৰজা সাধুকুমাৰ দেওৰজাৰ ৰাজ্যত আশ্ৰিতা ৰাণী। পত্নী চন্দ্ৰপ্ৰভাক গোভা ৰজাৰ হাতত পৰিত্যাগ কৰি বহুদিনৰ পাছত এদিন চোৰাংচোৱা পঠিয়াই ৰাণীৰ খবৰ লোৱাইছিল প্ৰতাপ চন্দ্ৰই। চন্দ্ৰপ্ৰভাই শুনিছে গোভা ৰজা সাধুকুমাৰ অত্যাচাৰী নহয়। কিন্তু

এই চোৰাংচোৱাক, হাতীবন্ধা বন্দীৰে বান্ধি থোৱা এই যুৱকজনক, অথালি-পথালিকৈ মাৰিছে সাধুকুমাৰে। চন্দ্ৰপ্ৰভাই জানিব পাৰিছে এই কথা।

কিয় ইমান অধৈৰ্য হৈ পৰিছিল সাধুকুমাৰ আজি? তাকে সুধিবলৈ সাধুকুমাৰক মাতি আনিছিল ৰাণী চন্দ্ৰপ্ৰভাই নিজৰ শয়নকক্ষলৈ।

নিজৰ কৰ্মৰ সমৰ্থন কৰি গোভা ৰজাই প্ৰতাপপুৰৰ ৰাণীক স্পষ্টভাৱে কৈছিল, 'প্ৰতাপপুৰত আপোনাৰ কিমান সন্মান আছিল মই নাজানো। কিন্তু এই ৰাজ্যত আপোনাৰ সন্মান আছে। এই ৰাজ্যৰ আপুনি আপোন মানুহ। আপোনাক অপমান কৰাৰ অধিকাৰ কাৰো নাই ৰাণীদেউ। ৰজা প্ৰতাপচন্দ্ৰৰো নাই।'

গোভা ৰজা সাধুকুমাৰৰ এই অনাহক উত্তেজনাত প্ৰতাপপুৰৰ ৰাণী চন্দ্ৰপ্ৰভাৰ অন্য সন্দেহ হৈছে। 'এই ৰজা হাউলিত মই নিৰাপদ অনুভৱ নকৰো গোভা ৰজা। কাৰণ মই আৰ্য নাৰী। হিন্দু নাৰী। আমি দ্বিতীয় স্বামী গ্ৰহণ কৰিলে অপৰাধ।' ক্ষান্ত হোৱা নাই ৰাণী। তেওঁ আকৌ কৈছে, 'মই ৰজা প্ৰতাপচন্দ্ৰৰ সন্তানৰ মাতৃ হ'বলৈ ওলাইছোঁ গোভা ৰজা। মোক সন্মানজনক আশ্ৰয় দিয়া বাবে আপোনাৰ ওচৰত মই কৃতজ্ঞ। তাতকৈ অধিক নহয় গোভা ৰজা। অৰ্থহীন সপোন দেখি সময় আৰু শক্তিৰ অপচয় নকৰিব।'

অনাৰ্য হ'লেও গোভা ৰজাৰ অভাৱ হোৱা নাছিল আৰ্য ৰাণীৰ। এই বেঁকা কথাৰ তাৎ খুলি পেলোৱাৰ শক্তিৰ। অভাৱ হোৱা নাছিল এই বেঁকা কথাত অপমানিত হোৱাৰ আৰু তীব্ৰ কষ্ট অনুভৱ কৰাৰ শক্তিৰ। 'আমি আপোনাক সন্মান কৰো ৰাণীদেউ। ভাল পাওঁ। কিন্তু লোভ নকৰো। আমাৰ সমাজে আমাক এনে লোভ কৰিবলৈ শিকোৱা নাই।' গোভা ৰজাৰ অদম্য কণ্ঠ।

ক্ষান্ত হোৱা নাই অনাৰ্য গোভা ৰজা। সমগ্ৰ গোভা ৰাজ্যৰ হৈ তেওঁ তীব্ৰ অপমান অনুভৱ কৰিছে। আশ্ৰিতা ৰাণীৰ শয়নকক্ষত উদাত্তকণ্ঠে অনাৰ্য গোভা ৰজাই তেতিয়াও তিৱা সমাজৰ সকলো সন্মান একত্ৰিত কৰি আৰ্য ৰাণীক কৈয়ে আছে তেওঁৰ বুকুৰ কথা, গোভা ৰাজ্যৰ বুকুৰ কথা, তিৱা সমাজৰ বুকুৰ কথা, 'নিশ্চিন্তে, যিমান দিনলৈ মন যায় ইয়াত থাকক। এই ৰাজ্যখন আপোনাৰ। যদি প্ৰতাপপুৰলৈ উভতি যোৱাৰ ইচ্ছা হয়, ক'ব— সসন্মানে থৈ আহিমগৈ।'

ক'ৰবাৰ এক আৰ্যৰাণীৰ বেঁকা বাক্যবাণত অপমানিত তৰুণ গোভা ৰজাৰ বুকুৰ জুইকুৰা তেতিয়াও নুমুৱা নাই। তিৱা সমাজৰ সন্মান এই আৰ্যৰাণীৰ সন্মুখত প্ৰতিষ্ঠা নকৰালৈকে যেন ৰজা ক্ষান্ত নহয়— 'মা মহাদেৱীৰ শপত এই ৰাজ্যখনত মই কেতিয়াও থাকি নাথাকো। বিশেষ প্ৰয়োজন নহ'লে মই তিৱাৰে লোসোমাৰ্ড। মই আমচাই মাৰ্জঙৰ ৰাজ্যখনলৈ গুচি যাম। আজিয়েই গুচি যাম।'

সেই আমচাই মাৰ্জং। গোভা ৰজাৰ পুৰণি ৰাজধানী।

এইখন চাহ বাগিচা আমচৈৰ এই নামফলকখন দেখিলেই মোৰ বুকুত একিলম একিলাকৈ মেল খাই যায় ৰীতা চৌধুৰীৰ সেই উপন্যাস 'দেওলাংখুই'ৰ পৃষ্ঠাবোৰ। মেলি মেলি আহি ৰৈ যায়হি ১৩ পৃষ্ঠাটোত। এক সহজ-সৰল অনাৰ্য যুৱ ৰজাক অন্য এখন ৰাজ্যৰ এক আৰ্য

অবিবেচক ৰজাৰ গৰ্ভৱতী যুৱতী আশ্ৰিতা ৰাণীয়ে যি অপমানৰ কাইট নিক্ষেপ কৰিছিল, তাৰ তীব্ৰ অথচ সুঘ্ৰাণময় প্ৰতিশোধ এই ফুলৰ পাপৰিবোৰ ছটিয়াই ছটিয়াই ওলাই গৈছিল আত্মমৰ্যাদাসম্পন্ন গোভা ৰজা। নিজৰ সমাজখনক, নিজৰ ৰাজ্যখনক সন্মান দিব জানিছিল এই তৰুণ ৰজাই। তেওঁ সন্মান দিব জানিছিল অন্য এখন দেশৰ মৰ্যাদাসম্পন্না ৰাণীৰ মৰ্যাদাক। বসন্তত যেতিয়া কুঁহিপাতবোৰ পোখা মেলি ওলায় বাটৰ কাষৰ এই আমচৈ চাহ বাগিচাত, গোভা ৰজাৰ সেই মৰ্যাদাবোধৰ সুতীব্ৰ ঘ্ৰাণ মই সেই কুঁহিপাতবোৰত পাওঁ। মই উদ্বেলিত হৈ উঠোঁ। জোনাক ৰাতি যেতিয়া এই চাহ বাগিচাত জোনবাইৰ মধুৰ হাঁহিৰ খলকনি দেখোঁ, তাৰ মাজত জিলিকি উঠা দেখা পাওঁ মই তৰুণ গোভা ৰজাৰ এক সমুজ্জ্বল উদ্দীপ্ত মুখছবি। সেই ৰাতি সৰিয়হ তেলৰ বন্তিৰে আলোকিত ৰাণী চন্দ্ৰপ্ৰভাৰ শয়নকক্ষত যি ভাস্বৰ ছবি গোভা ৰজাৰ সমগ্ৰ শৰীৰত চন্দ্ৰপ্ৰভাই দেখা নাপাইছিল, আমচৈৰ চাহপাতৰ কোমল সেউজীয়াবোৰত সেই ছবিখন মনোময় ৰূপত উদ্ভাসি উঠা মই দেখা পাওঁ সদায়।

চন্দ্ৰপ্ৰভাৰ বুকুৰ স্বাভিমানৰ প্ৰতিটো ধূলিকণাক বতাহত উৰুৱাই দি গোভা ৰজা সাধুকুমাৰ আমচাই মাৰ্জ্জঙৰ ৰাজপ্ৰাসাদলৈ গুচি যোৱা বাটটো বিচাৰি মই প্ৰায়ে উদ্ভ্ৰান্ত হ'ব খোজো। কোন বাটে গ'লগৈ সাধুকুমাৰ দেওৰজা? কোনবাটে? অভিমানৰ বিজয়ধ্বজা উৰুৱাই গুচি গ'ল দেওৰজা— গোভাৰ দেওৰজা। কোনবাটে?

ৰাণী চন্দ্ৰপ্ৰভা থাকি গ'ল আশ্ৰিত গোভা ৰাজ্যৰ ৰাজানঃত। আমচাই মাৰ্জ্জঙৰ পৰা গোভা ৰাজানঃলৈ আৰু কেতিয়াও নাহিছিলনে গোভা ৰজা সাধুকুমাৰ?

আহিছিল। কিন্তু চন্দ্ৰপ্ৰভাক এবাৰো দেখা নকৰাকৈ বাহিৰে বাহিৰে গুচি গৈছিল।

কিন্তু আজি আহিছে সাধুকুমাৰ চন্দ্ৰপ্ৰভাৰ ওচৰলৈ— আমচাই মাৰ্জ্জঙলৈ গুচি যোৱাৰ পাছত প্ৰথমবাৰ আহিছে চন্দ্ৰপ্ৰভাক লগ পাবলৈ।

আজি চন্দ্ৰপ্ৰভাৰ কেঁচুৱাকণক বাহিৰলৈ উলিয়াব। উৎসৱ পাতিছে ৰাজানঃৰ মানুহবোৰে। তালৈ আহিছে আমচাই মাৰ্জ্জঙৰ পৰা সাধুকুমাৰ দেওৰজা।

আহি দেওৰজাই চন্দ্ৰপ্ৰভাক দেখা কৰিবলৈ অনুমতি বিচাৰিছে। অনুমতি? আশ্ৰিতা এক ৰাণীক দেখা কৰিবলৈ এই ৰাজ্যৰ ৰজাই অনুমতি বিচাৰিছে? অনুমতি!

সুদূৰৰ ব্ৰহ্মপুত্ৰ যেন কঁপি উঠিল— প্ৰতিটো লহৰ যেন কঁপি উঠিল। আকৌ এবাৰ যেন লজ্জাত অৱনত হ'ল ব্ৰহ্মপুত্ৰৰ প্ৰতিটো লহৰ।

সেই যে সিদিনা মিথ্যা এক অভিযোগত মহাপ্ৰতাপী অহংকাৰী প্ৰতাপপুৰৰ যুৱক ৰজাই বিক্ৰমেৰে অধিকাৰ কৰা মায়াপুৰ ৰাজ্যৰ উদ্বোধনী অনুষ্ঠানৰ অন্তত তেওঁৰে ভলতীয়া আমন্ত্ৰিত ৰাজ্যৰ ৰজা সাধুকুমাৰক অবিবেচক এক সিদ্ধান্তত উপনীত হৈ নিজ পত্নী চন্দ্ৰপ্ৰভাক অৰ্পণ কৰিছিল আৰু নিৰ্দেশ দিছিল এক সান্ত্বনা বতাহত গোভা ৰাজ্যৰ বিকল্প হিচাপে আজি ৰাতিয়েই ব্ৰহ্মপুত্ৰইদি গোভা ৰজাই চন্দ্ৰপ্ৰভাক নিজ ৰাজ্যলৈ লৈ যাওক, সেই মুহূৰ্ততো কঁপি উঠিছিল ব্ৰহ্মপুত্ৰৰ অজস্ৰ লহৰ।

কি দোষ আছিল চন্দ্ৰপ্ৰভাৰ? অন্তৰ্দ্বিতে ব্ৰহ্মপুত্ৰৰ পানীত পৰিছিলতো!

কি দোষ আছিল সাধুকুমাৰৰ? মৃত্যুমুখী চন্দ্ৰপ্ৰভাক পানীৰ পৰা তুলি আনি জীৱন ৰক্ষা

কৰিছিলতো!

বজাই বিসৰ্জন দিছে ৰাণীক— মৰমৰ ৰাণীক, যাক মাতিছিল মহীয়সী বুলি। সন্দেহত। মিথ্যা অপবাদত বিধ্বস্ত কিশোৰী ৰাণী চন্দ্ৰপ্ৰভাই এদিনৰ পৰিচিত এক অচিন ৰাজ্যৰ এক অচিন যুৱক বজা সাধুকুমাৰক সিদিনা সুধিছিল এটি মাথোঁ প্ৰশ্ন— 'প্ৰতাপ চন্দ্ৰৰ পত্নীক অপযশ শিৰত লৈ লগত লৈ গ'লে গোভাৰ প্ৰজাই আপোনাক ত্যাগ কৰিব নেকি গোভা ৰজা?'

অপলক মুহূৰ্ত এটাত তৰুণ ৰজাই অপৰিচিতা এক ৰাণীক উত্তৰ দিছিল— 'মোৰ ৰাজ্যৰ প্ৰজা ইমান হীন নহয় ৰাণীদেউ।'

তাৰ পাছত স্থিৰ সিদ্ধান্ত লৈছিল আৰ্য ৰাণী চন্দ্ৰপ্ৰভাই— 'উচ্চ বংশ, উচ্চ ক্ষমতা, উচ্চ বৈভৱৰ গৌৰৱেৰে গৰ্বিত আৰ্য নৰপতিৰ ৰাজগৃহত মই বসে কৰিলোঁ। দেখিলো ক্ষেত্ৰেকে তাত নাৰীৰ মৰ্যাদা সামান্য কাৰণত পদানত হয়। মই এই মৰ্যাদাহীন জীৱনৰ পৰা নিজেই মুক্তি বিচাৰিছোঁ গোভা ৰজা— মোক লৈ যাওক।'

মাজৰাতি। ব্ৰহ্মপুত্ৰৰ অন্ধকাৰ পানী। এখন নাৱত অপৰিচিতা ৰাণী চন্দ্ৰপ্ৰভাৰ অপৰিচিত যাত্ৰা।

আন এখন নাৱত অপৰিচিত ৰজা সাধুকুমাৰৰ পৰিচিত যাত্ৰা। গোভা ৰাজ্যালৈ ব্ৰহ্মপুত্ৰৰ অজস্ৰ লহৰ কঁপাই কঁপাই দুখন শংকিত নাও সেই ৰাতি কম্পিত এক নিমাওমাও যাত্ৰাত গৈ থাকিল গৈ থাকিল গৈ থাকিল।

সৰিয়হ তেলৰ বন্তিৰ পোহৰত গোভা ৰাজান্তঃৰ ৰাণী চন্দ্ৰপ্ৰভাৰ শয়নকক্ষ পৰিত্যাগ কৰি যোৱাৰ পাছত ৰাণীক সাক্ষাৎ কৰিবলৈ প্ৰথমবাৰৰ বাবে গোভা ৰজা সাধুকুমাৰ আহিছে— ৰাণীৰ অনুমতি বিচাৰি।

চন্দ্ৰপ্ৰভাৰ বুকুৰ ব্ৰহ্মপুত্ৰৰ প্ৰতিটো লহৰক থৰ্‌থৰকৈ কঁপাই তুলি গোভা ৰজাই চন্দ্ৰপ্ৰভাৰ অনুমতি বিচাৰিছে!

আজিৰ এই চন্দ্ৰপ্ৰভাৰ কৈচুৱাৰ অশৌচ গুচোৱা বৃহৎ অনুষ্ঠানটোতো গোভা ৰজায়ে আয়োজন কৰিছে। তেনেহ'লে চন্দ্ৰপ্ৰভাৰ অনুমতি কিয়? কিয় অনুমতি বিচাৰিছা তুমি গোভা ৰজা?

আমাৰ গাড়ী আহি জোনবিল পালেহি। আজি ২২ জানুৱাৰী। ১৫ আৰু ১৬ জানুৱাৰীত দুদিনীয়াকৈ এই জোনবিলৰ পাৰত জোনবিল মেলা বহিছিল। মাথোঁ এসপ্তাহ আগতে।

দেশত গণতন্ত্ৰ স্থাপন হ'ল। কিন্তু অসমৰ তিৱাসকলৰ সামাজিক ব্যৱস্থাত আজিও এক মৰ্যাদাসম্পন্নভাৱে চলি আছে ৰাজতন্ত্ৰৰ সাংস্কৃতিক ৰূপ। তিৱা গোভা ৰজাৰ মাথৰিকত ৰাজমৰ্যাদাৰে তিৱা ৰজাৰ পাত্ৰ-মন্ত্ৰীসহ মন্ত্ৰী পাৰিষদ বহে। গোভা ৰজা আহি জোনবিলৰ পাৰত চাম্যাদিত আশ্ৰয় লয়। সন্ধাই-পৰাই তোলে চাম্যাদি।

সেই চাম্যাদি— জোনবিলৰ মেলাতে ৰজাৰ ৰূপৱতী ৰাণী পংগোৱতী অহাৰ কথা লৈ তেতিয়া তিৱাসকলৰ বুকু উথপথপ্ লগা মনোৰম চৰ্চা হোৱা চাম্যাদি। সেই চাম্যাদি— জয়ন্তীয়াৰ পৰা মণি আনিবলৈ এড়ী কাপোৰ সলাবলৈ পংগোৱতী অহা কথাৰে আমেজমোলাই উঠা

সেই চামাদি।

মাঘ বিহুৰ উৰুকাৰ দিনা জোনবিলত সামূহিকভাৱে মাছ ধৰাৰ পৰম্পৰা আছে। মাছুৰৈসকলৰ পৰা ৰজাই মাছ এভাগ কৰ হিচাপে সংগ্ৰহ কৰে। জোনবিলৰ বুকু জাল-জাকৈ-পলৰ চাবত কঁপি কঁপি উঠে। পাহাৰ ভাঙি নামি আহে মামা-মামী, কাৰ্বি, খাচী, জয়ন্তীয়া, লালুং। পিঠিত ভাৰ বান্ধি নামি আহে— আদা, জলকীয়া, হালধি, কচু, লা, গন্ধক ধূনা কত কি!

আৰু মণি! জয়ন্তীয়া মণি!

ভৈয়ামৰ পৰা এই মেলালৈ আহে কোমল চাউল, সান্দহ গুৰি, পিঠা, কত কি!

আৰু এড়ী চাদৰ! খলা ৰাজ্যৰ এড়ী চাদৰ!

তিবাসকলৰ পৰম্পৰাগত বিনিময় প্ৰথা আৰম্ভ হয় এই জোনবিল মেলাত— কচুৰ সলনি গন্ধক, ধূনাৰ সলনি জলকীয়া, হালধিৰ সলনি সান্দহগুৰি।

মণিৰ সলনি এড়ী চাদৰ! হৃদয়ৰ সলনি হৃদয়!

সৌবোৰ কাগজ-কানি এতিয়াও পৰি আছে জোনবিল পাৰত। নেলীৰ পৰা ৰজা আহিছিল, খলাৰ পৰা, ডিমৰীয়াৰ পৰা, শিলচাঙৰ পৰা।

গোভাৰ পৰা আহিছিল সোতৰ বছৰীয়া ডেকা ৰজা— দীপসিং দেওৰজা।

ৰাজ্য চৰকাৰে ৰাজ ভাট্টা প্ৰদান কৰিছে তিবা ৰজাসকলক।

দাবী উঠিছে, স্মাৰকপত্ৰ লিখিছে— জোনবিল মেলাৰ নামত দুশ বিঘা মাটি আবণ্টন দিব লাগে, এটা স্থায়ী ৰাজদৰবাৰ নিৰ্মাণ কৰিব লাগে, এটা বিজ্ঞানসম্মত যাদুঘৰ নিৰ্মাণ কৰিব লাগে। আমি জোনবিল এৰিবৰ পৰত সাঁজ লাগিছিল। মাঘ মাহৰ গধূলিৰ জোনবিল।

'অসময়ত আমনি দিয়াৰ বাবে ক্ষমা বিচাৰিছোঁ ৰাণীদেউ!' কিমান দিন হৈ গ'ল ব্ৰহ্মপুত্ৰৰ লহৰ কঁপাই কঁপাই অকলশৰীয়া নাবত উঠি চন্দ্ৰপ্ৰভা এদিন আহি গোভা ৰাজ্য পোৱা! কিমান দিন হৈ গ'ল চন্দ্ৰপ্ৰভাৰ শয়ন কক্ষত সৰিয়হ তেলৰ বন্তিৰ আলোকত এক অন্ধকাৰ-তিৰস্কাৰ গহ্বৰত চন্দ্ৰপ্ৰভাক নিক্ষেপ কৰি আমচাই মাৰ্জ্জঙলৈ গোভা ৰজা গুচি যোৱা। তথাপি, তথাপি গোভা ৰজা সাধুকুমাৰৰ সাধুবাদৰ অন্ত নপৰিল। কেতিয়াও যেন অন্তই নপৰিব। কেতিয়াও।

দুটা বিশেষ কথা আলোচনা কৰিবলৈ অনুমতি বিচাৰি, অসময়ত অহা বাবে ক্ষমা বিচাৰি গোভা ৰজা চন্দ্ৰপ্ৰভাৰ ওচৰলৈ আহিছিল।

'আপোনাৰ পুত্ৰৰ ভৱিষ্যতৰ কথা লৈ মই চিন্তিত ৰাণীদেউ। আপুনি যদি তেওঁক প্ৰতাপপুৰলৈ গুভতাই লৈ যাবলৈ খুজিছে তেনেহ'লে মোক কওক। মই মূৰ দোঁৱাই ৰজা প্ৰতাপচন্দ্ৰৰ ওচৰলৈ লৈ যাম।' অন্তহীন বিনয়ৰ এক বিন্দু স্পৰ্শ কৰি গোভা ৰজাই ৰাণী চন্দ্ৰপ্ৰভাক প্ৰস্তাৱ দিছিল।

নাযায়। চন্দ্ৰপ্ৰভা নাযায়। আৰু চন্দ্ৰপ্ৰভাই পুত্ৰ আৰিমত্তকো প্ৰতাপপুৰলৈ নপঠায়। 'এই সমাজে তাক মানুহৰ দৰে জীয়াই থাকিবলৈ শিকাব। মই নিজেও নিজৰ পৰিচয় ত্যাগ কৰিম। ময়ো এই সমাজৰ এজন হৈ পৰিম। নতুন নাম ল'ম। তাক এটা নাম দিয়ক।'

গোভা ৰজাই আৰিমত্তৰ নাম দিছিল মৃগাংক। আৰিমত্তক গোভাৰ সমাজে মৰ্যাদা দিয়া নাম। আৰু চন্দ্ৰপ্ৰভা? আৰ্য চন্দ্ৰপ্ৰভা তিবা সমাজত হৈছিলগৈ 'কন্যাৰী'।

আৰু দ্বিতীয় প্ৰস্তাবটো? অনুমতি লৈ গোভা ৰজাই কোনটো দ্বিতীয় প্ৰশ্ন চন্দ্ৰপ্ৰভাৰ ওচৰত উত্থাপন কৰিব খুজিছে?

'আপোনাৰ পুত্ৰ আৰিমত্তক আমাৰ সমাজে মোৰ কুলৰ অধিকাৰী হ'বলৈ অনুমতি প্ৰদান কৰিছে। ভৱিষ্যতে গোভাৰ ৰজা হ'ব পাৰিব তেওঁ।' সাধুকুমাৰে ক'লে।

'কি কৈছে আপুনি গোভা ৰজা?' শৰীৰত যিমান শক্তি আছিল সিমান শক্তিৰে চন্দ্ৰপ্ৰভাই চিৎকাৰ কৰি উঠিল। 'আপোনাৰ পুত্ৰসকলক বঞ্চিত কৰি, অন্য দেশৰ, অন্য জাতিৰ বৈৰী ৰজাৰ পুত্ৰক ৰাজসিংহাসন এৰি দিব। ই অন্যায়। ঘোৰ অন্যায়।'

চন্দ্ৰপ্ৰভাৰ চিৎকাৰক ধূলিৰ লগত মিহলাই দি, নহয় নহয়— চন্দ্ৰপ্ৰভাকহে যেন ধূলিৰ লগত মিহলাই দি গোভা ৰজা সাধুকুমাৰে এটা এটা শব্দৰে চন্দ্ৰপ্ৰভাক কৈ উঠিল, 'মা মহাদেউৰ শপত খাই কৈছোঁ— মই কেতিয়াও সংসাৰ নকৰোঁ। আপোনাৰ পুত্ৰকেই মই মোৰ পুত্ৰ হিচাপে সমাজ মাতি নিজৰ কৰি ল'ম। যদি আপুনি অনুমতি দিয়ে।'

আকৌ অনুমতি বিচাৰিছে সাধুকুমাৰে। আকৌ অনুমতি!

বিস্ময়ত হতবাক হৈ পৰা চন্দ্ৰপ্ৰভালৈ চাই চাই মই নিজে কঁপি উঠিছোঁ। 'দেওলাংখুই'ৰ পাতবোৰ মেলি মেলি যোৱা মোৰ হাতখন কঁপি কঁপি উঠিব ধৰিছে। সেই পাতবোৰ পঢ়ি পঢ়ি যোৱা মোৰ চকু দুটা কঁপি কঁপি উঠিছে।

মোৰ ওঁঠ দুটা কঁপি উঠিছে, 'আৰু কিমান অনুমতি বিচাৰিবা দেওৰজা? আৰু কিমানটা অনুমতি তোমাৰ ওঁঠত থুপ খাই আছে দেওৰজা?'

এই দুটা— ঠিক এই দুটা প্ৰশ্ন সুধিবৰ বাবেই এই গড়কাপ্তানি পৰিদৰ্শন বঙলাৰ চকীদাৰজনক সুধি সুধি সৰু বাস্তা এটাৰে আহি গোভা ৰজাক বিচাৰি গোভা ৰজাৰ ঘৰ পাইছোহি। আধা পোহৰ আধা এন্ধাৰ বাট এটা। পৰিদৰ্শন বঙলাৰ কাষেদি।

'মই এইবুলি তোমাক ক'ব খুজিছোঁ গোভা ৰজা— সৰিয়হ তেলৰ বন্তিৰে আলোকিত এটা শয়নকক্ষৰ পৰা সিদিনা বাতি ওলাই গৈ তুমি যি বাট ল'লা, সেই বাটেৰে তুমি মাথোঁ শত-সহস্ৰজনী চন্দ্ৰপ্ৰভাক নাৰী কৰি নাৰাখিলা, শত-সহস্ৰজন সাধুকুমাৰকো তুমি পুৰুষ কৰি ৰাখিলা। এই কথা মই এবাৰ ক'ব খুজিছোঁ সাধুকুমাৰ, মাথোঁ এবাৰ। তুমি মোক অনুমতি দিবানে গোভা ৰজা?'

এই কথাখিনিকে ক'বৰ বাবে মই আধা পোহৰ আধা এন্ধাৰ বাট এটাৰে গোভা ৰজাৰ ৰাজনৰৰ ফালে আগবাঢ়িছোঁ।

'গোভা ৰজা ঘৰত নাই। কেনিবা ওলাই গৈছে।' ৰাজনৰৰ পৰা খবৰ দিছে।

মই আমচাই মাৰ্জঙৰ ফালে যোৱা বাটটোলৈ চালোঁ। সেউজীয়া সুঘ্ৰাণ এটাই আমোলমোলাই তুলিছে সেই বাট। নিৰ্জন বাটটোৰে কোনোবা একজন সেইফালে গৈ থকা দেখিছোঁ— কোন?

সৰিয়হ তেলৰ বন্তিৰে আমচাই মাৰ্জঙৰ বাট আলোকিত হৈ উঠিছে।

# ৩২।

## মোৰ মৰমৰ কলং

এই যাত্ৰা মোৰ তেজপুৰৰ পৰা নগাঁৱলৈ। মাজ জেঠৰ এদিন। এই যাত্ৰাত মোৰ সহচৰ কলং। মোৰ মৰমৰ কলং।

মোৰ কৰ্মক্ষেত্ৰৰ এখন জিলা নগাঁও। নগাঁৱৰ ছাৰ্কিট হাউছত জিলা উপায়ুক্ত আৰু জিলাখনৰ কলিয়াবৰ আৰু হোজাই মহকুমাৰ মহকুমাধিপতি দুজন আৰু এঘাৰটা ৰাজহ চক্ৰৰ চক্ৰ বিষয়াসকলৰ স'তে ৰাজহ সম্পৰ্কত মিটিং। এখন চৰকাৰী মিটিং। সেই মিটিংলৈ বুলি মই নগাঁৱলৈ আহিছোঁ।

পুৱা বেলাতেই তেজপুৰ এৰিছোঁ। মোৰ কৰ্মক্ষেত্ৰৰ মুখ্য স্থান তেজপুৰ।

বহু বছৰৰ আগতে যোৰহাটৰ কৃষি কলেজত পঢ়ি থাকোঁতে মোৰ এজন বন্ধুৱে এখন ফটো দেখুৱাইছিল মোক— তেওঁৰ ফটো। ক'লা-বগা। কলঙত তেওঁ সাঁতুৰি থকা ফটো। তেওঁৰ জন্ম হৈছিল নগাঁৱৰ ভোটাই গাঁৱত। কিশোৰৰ কোনোবা এদিন মনৰ উলাহেৰে তেওঁ তেওঁৰ মৰমৰ কলঙত নাদুৰি-সাঁতুৰিছিল— সেইৰ উন্মাদনা আঁতৰাবলৈ নে কলঙৰ প্ৰেমত পৰিবলৈ। সেই কথা তেওঁ জানে। তেওঁ মাথোঁ সাঁতুৰিছিল। কোনোবা এজনে পাৰৰ পৰা তেওঁৰ ফটো এখন তুলিছিল। তাৰ বহু বছৰৰ পাছত এলবামত থোৱা সেই ফটোখন তেওঁ মোক এদিন কলেজ হোষ্টেলত দেখুৱাইছিল। শেষ কিশোৰ আৰু প্ৰথম যৌৱনৰ

কলং-বলিয়া এক নগাওঁৰ ডেকাৰ সুঠাম ফটো সেইখন। তেওঁ মোক কৈছিল— 'তোমাৰ গাঁৱৰ পৰা তেনেই ওচৰত কলং।' উন্মীত্ত দুচকুৰে কলংপ্ৰেমিকৰ উচ্ছ্বসিত কণ্ঠস্বৰ এয়া'।

'মই কলং দেখাই নাই।' ফটোখনলৈ চাই চাই বিষণ্ণকণ্ঠে কৈছিলো তেওঁক।

তাৰ কিছু বছৰৰ পাছৰ পৰা কলং দেখিবলৈ আৰম্ভ কৰিছো। পুৱা ছয় বজাত, গধূলি ছয় বজাত। দিনৰ দহ বজাত, ৰাতি দহ বজাত। ভৰ দুপৰীয়া-মাজনিশা। মুকলি আকাশৰ তলত, প্ৰচণ্ড ৰ'দত। গ্ৰীষ্ম-বৰ্ষা-শৰতত আৰু হেমন্ত-শীত-বসন্তত। ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথত। যাত্ৰাপথত কেতিয়াবা মোৰ সোঁকালে কলং, কেতিয়াবা বাওঁফালে। কেতিয়াবা মই কলঙলৈ চাওঁ আৰু কেতিয়াবা কলঙে মোলৈ।

মই কলঙত সাঁতোৰা নাই। কিন্তু বুকুৰেদি বোৱাই নিছো কলং।

কলিয়াবৰ তিনিআলি পোৱাৰ আগে আগে এয়া ৩৭-এ ৰাষ্ট্ৰীয় ঘাইপথত কলঙৰ দলং। তলত এখন কলং— মেটেকাৰে ভৰা নিথৰ কলং।

এয়া আৰম্ভণি। আজিৰ এই যাত্ৰাৰ প্ৰথম কলং এয়া।

'খোবা-খুকুনীৰ আগদিনাই জাক বগীতৰা আৰু নগেৰ মইনাহি আজলীক গা ধুবলৈ কলঙৰ পাৰলৈ লৈ গ'ল। বগীতৰাই তাইক ক'লে— 'ন-খোৱালী, এয়াই কলং। কলঙৰ সিপাৰেই আমাৰ পথাৰ। তাতেই আমাৰ খোৱাতলী।' হঠাৎ মোৰ মনত পৰিল দীপক কুমাৰ বৰকাকতিৰ সুদীৰ্ঘ উপন্যাস 'কলংপাৰৰ ইতিকথা' কিতাপখনৰ .১ পৃষ্ঠাত থকা এই কথাখিনি।

হঠাৎ সেই কলেজ হোষ্টেলত দেখা ক'লা-বগা ফটোখন এখন ৰঙীণ ফটো হৈ যেন মোৰ সন্মুখত জিলিকি উঠিল, আৰু ক'লে— 'এয়াই কলং...।'

কাৰোবাক যেন চিঞৰি চিঞৰি ক'বলৈ মন গ'ল মোৰ— 'এয়াই কলং।' এয়াই কলং।

কিছুদিনৰ আগতে কলিয়াবৰৰ বাজহ চক্ৰ বিষয়া কাৰ্যালয়ত কলত সময় মই বহি লৈছিলো মণ্ডল-কানুনগোসকলৰ লগত। মই কলঙৰ বুকুত সোমাব খোজো— সেই বাবে।

নগাঁও জিলাৰ পূব দিশৰে কুকুৰাকটা পাহাৰৰ নামনিত কলঙৰ জন্ম হয় ৰজাপুখুৰী এটা সুঁতি হিচাপে। কলিয়াবৰ বাজহ চক্ৰত কলং আৰম্ভ হৈছে হাতীমুৰাত আৰু শেষ হৈছে মিছামুখত। এই হাতীমুৰা কলঙৰ উৎস বুলি কোৱা হৈছে।

কলিয়াবৰ বাজহ চক্ৰৰ পূবৰ্থীয়া মৌজাৰ আঠ নম্বৰ লাটৰ লাট মণ্ডল এওঁ। মোৰ সমুখৰ টেবুলখনত চিঠা, তৌজী, মেপ উলিয়াই লৈ জুখি জুখি তেওঁ তেওঁৰ লাইটোৰেদি যে মোৰা কলঙৰ দৈৰ্ঘ্য উলিয়ালে— খুপি খুপি। ২৬,৭১৬ ফুট। আৰু এই সুঁতিৰ উত্তৰে তেওঁ চিঠাবহী চাই, মেপ চাই ঠাকৰ কৰিলে গাঁও— হাতীমুৰা আৰু সোণাৰি গাঁও। দক্ষিণে দক্ষিণপাট গাঁও আৰু জখলাবন্ধা চহৰ।

এইবাৰ মোৰ সমুখত চতিয়ালৰ মৌজাৰ চাৰি নম্বৰ লাটৰ লাট মণ্ডল। কাষত কানুনগো আৰু চক্ৰ বিষয়া নৱজ্যোতি ওজা। আগৰ লাটটো শেষ হোৱাৰ পাছত এইটো লাটত কলঙে উজাই লৈছে। সেয়েহে আগৰ লাটৰ দক্ষিণী দক্ষিণপাট গাঁও এইবাৰ এইটো লাটত দক্ষিণপাট নামেৰেই গাঁওখনে কলঙৰ উত্তৰ পাৰলৈ আহিল। কাষত মণ্ডলৰ মেপ মতে আৰু চৌহদ্দীমতে

গাঁও— সোণাৰি গাঁও, মাধবটাৰী, দুলাল মাধবটাৰী আৰু নিজ পূবথৰীয়া। এইটো লাটত কলঙৰ দক্ষিণ পাৰে গাঁওবোৰ পৰিছে— সৰুভগীয়ে, শাকমুঠি, চতিয়াল আৰু কুঁৱৰীটোল। মণ্ডলৰ এই লাটটোত জুখি জুখি মণ্ডলজনে কলঙৰ দৈৰ্ঘ্য উলিয়ালে ২২,২২০ ফুট।

তেজপুৰৰ পৰা ২৫ কিলোমিটাৰ নামি আহি ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ ধৰিলো— এয়া কলিয়াবৰ তিনিআলি। ইয়াৰ পৰা পূবে জখলাবন্ধা হৈ উজনিলৈ আৰু পশ্চিমে নগাঁও হৈ কোনোবা ধুবুৰীলৈ।

এই চুকটোৰ পৰা নগাঁৱলৈ ৪৩ কিলোমিটাৰ ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ।

নৱজ্যোতি ওজাৰ অফিচৰ মণ্ডলকেইজনক মই এটা অদ্ভুত কামত নিয়োগ কৰিলো নেকি? গোটেই ৰাজহ চক্ৰটোৰ মাজেৰে কিমান দৈৰ্ঘ্যত কলং বৈ গৈছে এই হিচাপটো উলিয়াবলৈ দি মই মণ্ডলসকলক বিপাঙত পেলালো নেকি? সৰু এডাল স্কেলেৰে পুৰণি একোখন মেপত খেপিয়াই খেপিয়াই কলং বিচাৰি বিচাৰি যুঁকিয়াই থকা কামটো বৰ অযুক্তিকৰ, যন্ত্ৰণাদায়ক হ'ল নেকি?

মই মণ্ডলসকলক বুজাবলৈ চেষ্টা কৰিলো— 'চাওক, আমি যে বহি আছো এইটো চাৰ্কোল অফিচাৰৰ কোঠা, এই কোঠাটোৰ বেৰত এখন ডাঙৰ মেপত ৰাজহ চক্ৰটোৰ এখন মেপ থাকিব লাগে, য'ত অকাই-পকাই কলং বৈ গৈছে আৰু সেই কলঙৰ দুয়োপাৰৰ গাঁওবোৰ সেই মেপখনত স্পষ্টভাৱে লিখা আছে। এই মেপখন এখন বেলেগ মেপ হ'ব লাগে, যিখনলৈ চাই কলঙৰ প্ৰতি অকলংপৰীয়া এজনৰ কলঙলৈ নতুনকৈ মৰম উপজিব পাৰে।'

মোৰ তেনেকুৱাই হৈছিল। তেজপুৰৰ সংমণ্ডলত চাকৰি কৰিবলৈ আহি প্ৰথমবাৰৰ বাবে কলং মোৰ বুকুৰেদি অন্য ধাৰাৰে বৈ যাব ধৰিলে। অন্য এক মৰমেৰে কলঙক মই আপ্লুত কৰিবলৈ ধৰিলো।

এইছোৱা পথ ৰঙা, বেঙুনীয়া, গুলপীয়া, হালধীয়া হৈ আছে আজি মাজ জেঠৰ দিনবিলাকত। নাজানো কোনোবাই কাহানিবা এনেকুৱা বৰণৰ হাজাৰ হাজাৰ ফুলেৰে এই পথ মোহময় হৈ উঠিব বুলি অনুমান কৰি আলফুলে কিছুমান ফুলৰ পুলি ৰুই থৈ গৈছিল নেকি— কৃষ্ণচূড়া, এজাৰ, ৰাধাচূড়া, সোণাৰু!

কলিয়াবৰ ৰাজহ চক্ৰৰ এই কাৰ্যালয়টোৰ অলপ আঁতৰত, পশ্চিমে, ৰাষ্ট্ৰীয় ঘাইপথৰ উত্তৰে কুঁৱৰীটোল পুলিচ থানা। ১৯০৪ চনত স্থাপিত। ১৯০৪ চনত স্থাপন হোৱা এই পুলিচ থানাৰ ২০০৪ চনত শতবৰ্ষ পূৰ্ণ হওঁতে শতবাৰ্ষিকী উদ্‌যাপন হৈছিল নেকি মই নাজানো। পুলিচ থানা এখনৰ কিয় শতবাৰ্ষিকী পাতিব লাগে বুলি প্ৰশ্ন উত্থাপন মই মোৰ মনৰ মাজত কৰি উঠি উত্তৰটো মই নিজেই বিচাৰি বিচাৰি লওঁ— যি কাৰণত কটন কলেজৰ শতবাৰ্ষিকী উদ্‌যাপন কৰিব লাগে, ঠিক একে কাৰণতেই পুলিচ থানাবো শতবাৰ্ষিকী পালন কৰিব লাগে— পটভূমি বেলেগ হ'ব পাৰে; কিন্তু উদ্দেশ্য একেই।

ৰৰভগীয়া মৌজাৰ ছয় নং লাটৰ মণ্ডলজনে মেপ-চিঠা চাই চাই ক'লে— কুঁৱৰীটোল পুলিচ থানাখন ৰৰভগীয়া মৌজাৰ কুঁৱৰীটোল গাঁৱৰ ১৪৭ নং ডাগৰ তিনি বিঘা দুকঠা দহ

লেচা মাটিৰে আবৃত।

চতিয়াল মৌজা অতিক্ৰমী কলং বাগৰি আহিছে আকৌ পুৰণিগাঁৱ মৌজাৰ মাজেৰে। অৱশ্যে তেনেই কম দৈৰ্ঘ্যৰ। এই মৌজাৰ পাঁচ নং লাটৰ লাট মণ্ডলজনে (স্কুল চলাই কলঙৰ দৈৰ্ঘ্য উলিয়ালে— ৩,১৬৮ ফুট. এই অঞ্চলৰ উত্তৰে মৰিয়াগাঁও আৰু পশ্চিমে কুঁৱৰীটোল।

পুলিচ থানাৰ শতবাৰ্ষিকীত প্ৰকাশ হ'বলগীয়া স্মৃতিগ্ৰন্থখনত সেইখন থানাৰ প্ৰথমজন দাৰোগাৰ নাম আৰু ছবি যিদৰে প্ৰকাশ হ'ব লাগে, তেনেকৈ ছবি নহ'লেও নাম, কিম্বা প্ৰথমজন কয়দীৰো প্ৰকাশ হ'ব লাগে। সেই থানাখনলৈ কিতাপখনৰ আৰক্ষী অধীক্ষকজনাৰাকী প্ৰথম যিদিনা আহিছিল, সেই তাৰিখটো আৰু সেইখন থানাৰ লক-আপত প্ৰথমজন মানুহ সোমোৱা তাৰিখটো স্মৃতিগ্ৰন্থখনত উল্লেখ থাকিব লাগে— আৰক্ষী অধীক্ষকজনৰ নামটো, লক-আপৰ মানুহজনৰ নামটোও। বেলেগ বেলেগ পৃষ্ঠাত।

মোৰ সমুখত এইবাৰ বৰভগীয়া মৌজাৰ ছয় নং লাটৰ লাট মণ্ডল। তেওঁৰ লাটত কলং ১৭,৩৯৬ ফুট দৈৰ্ঘ্যৰে বৈ গৈছে। যাওঁতে উত্তৰ পাৰে মৰিয়াগাঁও, লাহিচুক, ওপৰ বৰভগীয়া আৰু দক্ষিণে কুঁৱৰীটোল আৰু হাতীবলগাঁও গাঁওকেইখন চুই গৈছে।

পুলিচ থানাৰ শতবাৰ্ষিকীৰ স্মৃতিগ্ৰন্থখনৰ বাবে কৰভণি আহিব ক'ৰ পৰা? থানাখনৰ অন্তৰ্গত প্ৰতিখন গাঁও-চহৰৰ প্ৰতিটো পৰিয়ালে এটকা এটকাকৈ কৰ-কৰভণি দিদিবনে? এইখন থানাৰেই এজন অ' চিয়ে কোনোবা এটা পৰিয়ালৰ ভেকা ল'ৰা এটাক মৰিয়াই-ওৰিয়াই এবাৰ আধা মৰা কৰি থৈছিল বুলি সেই পৰিয়ালটোৱে টকা এটা দিদিবনে?

কৃষ্ণচূড়া-সোণাৰুৰে কলিয়াবৰ-নগাঁও ৰাষ্ট্ৰীয় ঘাইপথেই নহয়, মোৰ মনটোও জাতিস্কাৰ কৰি তুলিছে। ফুলাম হৈ পৰিছে মোৰ মনটো।

বৰভগীয়া মৌজাৰ ছয় নম্বৰ লাটৰ পিছত কলং বৈ গৈছে পাঁচ নম্বৰ লাটৰ মাজেদি মুঠ ১১,৯৪৬ ফুট দৈৰ্ঘ্যৰে। লাট মণ্ডলে কৈ গ'ল মোক দুয়োপাৰৰ গাঁওবোৰৰ নাম। উত্তৰে নিজ বৰভগীয়া, নামগাঁও, পানীগাঁও। দক্ষিণে দাবিনাজি, মৰাকিলগাঁও, বৌমাৰী বিল (পথাৰ)।

গাড়ী ৰখাই নামি গ'লো। মোৰ কাৰ্ষকালে এইখন হাতীগাঁও প্ৰাথমিক বিদ্যালয়, ১৯৫৫ চনত স্থাপিত, লগতে নামঘৰটো। স্কুল খুলিবলৈ এতিয়াও সময় আছে।

এইছোৱা পথ সোণাৰু-কৃষ্ণচূড়া-ৰাধাচূড়াই নহয়, যি দুবিধ বিশেষ গছে এই পথছোৱাক মনোৰম কৰি ৰাখে, সেয়া তামোল আৰু নাৰিকল, যেন ঘৰে ঘৰেই ওখ ওখ তামোল আৰু ওখ ওখ নাৰিকল। তামোল আৰু নাৰিকলৰ এই মায়াময় ৰাজ্য অসমৰ আৰু কোনো ৰাষ্ট্ৰীয় ঘাইপথৰ দুকাষত দেখা নাযায়।

এইখন কাষকালে দাবিনাজি গাঁৱৰ নামঘৰ। ডকাতসকলৰ বহা প্ৰাংগণত ঘৰটোৰ ওপৰত টিনপাত উঠোৱা নাই। অথচ ঘৰটোৰ খুঁটাবোৰ দেখিলে ভাব হয়, ঘৰটো বহু দিনৰ পৰা যেন অৰ্ধনিৰ্মিত হৈ আছে। সোঁকাষে এইখন দাবিনাজি প্ৰাথমিক বিদ্যালয়— ১৯৪৮ চনত স্থাপিত।

ঘাইপথৰ সোঁহাতে এইখন এখন কাঠৰ দলং কলঙৰ ওপৰত। এই দলঙত উঠিলো আৰু

তললৈ চালো— এখন কলং। দূৰলৈ চালো— এখন কলং। সেউজীয়া শেলুৰৈৰ চামনি পৰিছে কলঙৰ বুকুত। ঠায়ে ঠায়ে পাতলকৈ মেটেকা গজিছে কলঙৰ বুকুত। কোনে যেন মোক ক'লেহি— এয়াই কলং। আৰু এয়া নামগাঁও। বৰালিগাঁও। বৰালিগাঁও প্ৰাথমিক বিদ্যালয়— ১৯৫৭ চনত স্থাপিত।

অলপ দূৰ গৈ সোঁহাতে গাড়ী ঘূৰালো পানীগাঁৱৰ ফালে কলঙৰ কংক্ৰিটৰ দলঙৰ ওপৰেদি। এইখন গুদামঘাট দলং। তলত এখন স্বচ্ছ কলং, পৰিষ্কাৰ তাৰ পানী, কজলা তাৰ বৰণ আৰু বৰ্ণহীন তাৰ মৰম!

কলংপাৰৰ কিছুমান অসমৰ গাঁও। কলঙক মহিমামণ্ডিত কৰি তোলা কিছুমান নগাঁৱৰ গাঁও। বহু বহু কবিক বন্দী কৰি ৰাখিব পৰা এক অনামী মোহময়তাৰ কলং। সোণাৰুৱে হালধীয়া কৰি ৰখা কলংপাৰৰ এই গাঁও—

'আজি এই কলঙৰ নিজান পাৰত বহি কি যে
দেখিছোঁ সপোন,
সিপাৰৰ এজাৰৰ ৰূপৰ অনল-শিখা সোণাৰুৰ
সোণালী যৌৱন।' ('কলংপাৰত'— দেৱকান্ত বৰুৱা)

এওঁ বৰভগীয়া মৌজাৰ তিনি নম্বৰ লাটৰ লাট মণ্ডল। তেওঁ কাগজত জুখি-মাখি তেওঁৰ লাটত কলঙৰ দৈৰ্ঘ্য উলিয়াই দিছে— ১০,৫৬০ ফুট। এই সুঁতিৰ উত্তৰে পৰিছে হালোৱাগাঁও, মিছামুখ আৰু দক্ষিণে মিছা আৰু মিছামুখ।

খেপিয়াই খেপিয়াই কলঙৰ দৈৰ্ঘ্য বিচাৰি উলিওৱা কলিয়াবৰ ৰাজহ চক্ৰৰ লাট মণ্ডলকেইজনক মই আহিবৰ পৰত ধন্যবাদ জনাইছিলো। এই কাম কেৱল মাত্ৰ কলঙক লৈ কিয়? সোৱণশিৰি, দিখৌ, গদাধৰ, কুশিয়াৰা কত নদীক লৈ হ'ব পাৰে।

গাড়ী আমাৰ আকৌ ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথত আওৱাইছে। ৰঙীয়া ফুলৰ পাপৰি গচকি, থানাৰ অ' চিৰ স্মৃতিগ্ৰন্থ সম্পাদনা কৰিবলৈ আহৰি ক'ত? লেখাবোৰ, ফটোবোৰ কোনে গোটাব? প্ৰুফ চাবলৈ প্ৰেছলৈ ঢাপলি মেলিব কোনে? ডি এছ পি হে'ড কোৱাৰ্টাৰে? এইবোৰ কাম কৰিবলৈ স্থানীয় কলেজখনৰ ছাত্ৰ সন্থা গোটটো আগবাঢ়ি নাহিবনে? সম্পাদকৰ দায়িত্ব ল'বলৈ কলেজখনৰ এজন অধ্যাপক আগবাঢ়ি নাহিবনে?

মই কাকো কেতিয়াও নোসোধো— কুঁৱৰীটোল পুলিচ থানাৰ জন্ম শতবাৰ্ষিকী কেতিয়াবা পতা হৈছিলনে? কিন্তু মোৰ মনৰ মাজত এই বিষয়ক ভালেবোৰ প্ৰশ্ন সদায়ে থাকি যাব। সাঁচি থ'ম সেই প্ৰশ্ন আলফুলে, সযতনে।

মাজে মাজে কলং মোৰ কাষত নাই— বহু দূৰলৈ গুচি গৈছে ক'ৰবালৈ। মাজে মাজে তেনেই কাষলৈ আহে ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ দাঁতিলৈ।

সেই তেনেকুৱা দূৰণিৰ এঠাইত মোৰ মৰমৰ কলং কলিয়াবৰ ৰাজহ চক্ৰ পাৰ হৈ চামগুৰি ৰাজহ চক্ৰত সোমাইছে। প্ৰথমেই বৰ্তাগড়া মৌজাৰ দুই নং লাট মণ্ডলৰ শিয়ালেখাতী গাঁৱত। এই ঠাইত কলঙৰ দক্ষিণকালে গাঁওবোৰ পৰিছেগৈ খলিহামাৰী, ৰবালিটুপ, ভুলমতলী, গৰুমৰা, জোমোৰাগুৰি, বৰ্তাগড়া, চকিটোপ, গটঙা আৰু সোণাবিৰালি। গুণীয়াৰে জুখি জুখি

এই প্ৰতিখন গাঁৱৰ কাষেৰে বৈ যোৱা কলঙৰ দৈৰ্ঘ্যবোৰ বৰ কষ্ট কৰি কৰি মোক চক্ৰ বিষয়া দীপাংকৰ দাসৰ বাজহ চক্ৰৰ মণ্ডলসকলে দিছিল।

ৰাষ্ট্ৰীয় ঘাইপথৰ দাঁতিত সৌফালে এইখন এখন চিমেণ্টৰ চককাৰী ফলক ভাঙি থকা। তাৰ গাত বঙা আখৰেৰে লিখা আছে মধ্যযুগৰ কলিয়াবৰত অৱস্থিত আহোম সামৰিক ঘাটিৰ এক গুৰুত্বপূৰ্ণ অংশ এই মিছা কোঠ। ঐতিহাসিক চামধৰা গড়ৰ কিছু পূবে অৱস্থিত এই কোঠ আক্ৰমণ কৰিবলৈ অহা মোগলৰ সৈন্যে মহাপৰাক্ৰমেৰে ১৬৬২ খ্ৰীষ্টাব্দত আহোম সেনাপতি লাচেন হাতীবৰুৱাই যি বিক্ৰম দেখুৱাই যুদ্ধত পৰিছিল, সেয়া মোগলৰ বাবে আশ্চৰ্যকৰ কথা আছিল। মোগলে লাচেন হাতীবৰুৱাৰ হৃৎপিণ্ডটো কাটি উলিয়াইছিল আৰু এইটো এটা কলঙিলৰ সন্মান দেখিছিল তেওঁলোকে।

এই গড়টোতেই নাৰিকল পুলি আদি ৰুইছিল, ৰক্ষণাবেক্ষণ কৰিছিল পশ্চিম কলিয়াবৰ উন্নয়ন খণ্ডই ২০০০-০১ বিত্তীয় বৰ্ষত। সেই সময়ৰ মহামান্য ৰাজ্যপাল এছ কে সিনহা মহাশয়ে নবনিৰ্মিত এই মিছা কোঠটো ১১/৩/২০০১ তাৰিখে ৰাইজৰ বাবে উন্মোচন কৰিছিল। এই গড়টোৰ দৈৰ্ঘ্য ১,৪৮৪ মিটাৰ, প্ৰস্থ আঠ মিটাৰ আৰু আনুমানিক উচ্চতা চাৰি মিটাৰ। এইবাৰ কলং দূৰৈত থাকি গ'ল। আকৌ আহিব কাষলৈ কোনোবা এবাৰ।

দিজুবস্তি প্ৰাথমিক বিদ্যালয়, আমনিবস্তি প্ৰাথমিক বিদ্যালয় আদি ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষে কাষে আমাৰ গাড়ীয়ে অতিক্ৰম কৰি আহিছে। বিদ্যালয়বোৰলৈ ল'ৰা-ছোৱালীবোৰ আহিব ধৰিছে। কৃষ্ণচূড়া-ৰাধাচূড়াৰ পাপৰিৰে ৰাজপথ ৰঙীন দলিচা যেন হৈছে।

মিছা কোঠৰ দৰে আৰু এখন চিমেণ্টৰ ফলক ৰাস্তাৰ দাঁতিকাষে। পশ্চিম কলিয়াবৰ উন্নয়ন খণ্ডই বনোৱা— A defence monument of mediaval Assam (Assam-China wall)। এইটো চামধৰা গড়। স্বৰ্গদেউ প্ৰতাপ সিংহৰ ৰাজত্বকালত (১৬০৩-১৬৪১ খ্ৰীঃ পূঃ) ব্ৰহ্মপুত্ৰৰ দুয়োকাষে একত্ৰিশ কিলোমিটাৰ দৈৰ্ঘ্যৰ, ৪.৫ মিটাৰ উচ্চতাৰ, ৫০ মিটাৰ প্ৰস্থৰ এই গড়টো নিৰ্মাণ কৰা হৈছিল। ব্ৰহ্মপুত্ৰৰ দক্ষিণকাষে যিখিনি গড় বৈ আছে, তাৰ দৈৰ্ঘ্য ১১.২ কিলোমিটাৰ।

এইখন ১৯৩০ চনত স্থাপন হোৱা কঠালবাড়ী প্ৰাথমিক বিদ্যালয়। এইখন কঠালবাড়ী গাঁও। কলং মোৰ তেনেই কাষে কাষে— মটীয়া বৰণৰ কলং— কলং যেন লগৰ বন্ধু।

এইখন কাঠৰ দলং কাৰেঙাৰী চকিটোপত। মই গাড়ীৰ পৰা নামি দলংখন চালো। মটীয়া বৰণৰ কলং দলঙৰ তলেদি বৈ গৈছে। পাৰত সৰু সৰুকৈ মৰাপাটৰ গছবোৰ গজি উঠিছে। পাৰ হৈ অহা প্ৰায়খিনি বাটৰ দাঁতিত, বাহিৰে কলঙৰ পাৰত মৰাপাটৰ খেতি আৰম্ভ হৈছে। আৰু হয়তো এমাহমানৰ পাছত খাদিৰ মটীয়া পানীৰ এইবোৰ উদং পথাৰত সেউজীয়া হৈ উঠিব পথাৰ।

১৯৬১ চনৰ পটিয়া বেঙেলী প্ৰাথমিক বিদ্যালয় বাটৰ সৌফালে।

সৌফালে এইখন ১৯৫০ চনৰ চামগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়। বাওঁফালে চামগুৰি পুলিচ থানা। কেতিয়া স্থাপন হোৱা? লিখা নাই ফলকত।

এইটো চামগুৰি ৰাজহ চক্ৰ বিষয়াৰ কাৰ্যালয়। ফুকনৰটোল নামঘৰ এইটো। সমুখত বাটচ'ৰা।

ৰঙাগড়া মৌজা শেষ হ'ল।

আৰু এইটো। এইটোৱেই সেই ১৯০৪ চনত নিৰ্মাণ কৰা চামগুৰি গড়কাপ্তানি পৰিদৰ্শন বঙলা। এবাৰ মোক গধূলি এই থেৰৰ চালিৰ পুৰণি ঘৰটোৰ পূব ফালৰ কোঠাটোত এই বঙলাটোৰ চকীদাৰ নাৰায়ণ ঘাটোৱাৰে হাতৰ দীঘল টৰ্চটো মাৰি ক্ষীণ পোহৰত বেৰত ওলোমাই থোৱা ক'লা ব'ৰ্ড এখন দেখুৱাইছিল। বহু বছৰৰ আগতে। ব'ৰ্ডখনত লিখা আছিল বিভিন্ন সময়ত এই বঙলাত ক'ৰবাৰ পৰা আহি খন্তেক সময়ৰ বাবে জিৰণি লৈ যোৱা বহু বৰেণ্য ব্যক্তিৰ নাম। প্ৰথমটো নাম অসমৰ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈৰ। তেওঁ আহিছিল ১৮/৮/৪৮ তাৰিখে। আৰু বহুকেইজন।

কোনোমতে নিজৰ শৰীৰটো থিয় কৰি ৰখা এই শতবৰ্ষী পৰিদৰ্শন বঙলাটোৰ প্ৰতি মোৰ হৃদয়ত আছে অভাবনীয় মমতা। এইটো ঘৰৰো শতবৰ্ষ পালন কৰিব নালাগিছিলনে বাৰু? এখন আটোমটোকাৰি স্মৃতিগ্ৰন্থ?

মটীয়া ৰঙৰ কলং মোৰ তেনেই কাষেদি বৈ গৈছে। যেন চুয়ে যাব মোক—
'লাগিছে আপোন মোৰ। উটি অহা মেটেকাৰ কনবীয়া
বিহফুল পাহি
চকুলোৰো সিপাৰৰ দুখৰ কাহিনী কিবা সিও মোক
কয় হাঁহি হাঁহি।' (কলংপাৰত, দেৱকান্ত বৰুৱা)

দীপাংকৰ দাসৰ ৰাজহ চক্ৰৰ মণ্ডলে দিয়া হিচাপ মতে এয়া ভেলেউগুৰি মৌজা। এইটো মৌজাত কলঙৰ দক্ষিণ পাৰে গাঁওবোৰ বৰালিগাঁও, নিজ ভেলেউগুৰি, পহুকটা, ব্ৰহ্মচাৰী সত্ৰ, হয়বৰ গাঁও আৰু মিকিৰহাট। উত্তৰ পাৰে খাটোৱাল মৌজাৰ বাজিয়াগাঁও, গেৰুৱামুখ, নিজ খাটোৱাল, বৰংগাতলী, সূতাৰগাঁও আৰু পানীগাঁও। পাৰ হৈ অহা এক বিস্তীৰ্ণ অঞ্চল অন্য সম্প্ৰদায়ৰ লোক বসবাস কৰা কাৰণে সেইবোৰ ঠাইত নামঘৰ দেখা পোৱা নাছিলো। সেইবোৰত আছিল কিছুমান মছজিদ আৰু সৎসংগ কেন্দ্ৰ।

মাজতে বহু ঠাইজুৰি কলঙৰ পাৰত ৰাষ্ট্ৰীয় ঘাইপথৰ দাঁতিত নামঘৰ দেখা পোৱা নাছিলো। এইবাৰ বাওঁফালে এয়া ১৮৯৩ চনৰ বৰালিগাঁও প্ৰাথমিক বিদ্যালয় ১৮৯৩ চনৰ— ৰঙা কৃষ্ণচূড়া আৰু নাৰিকল গছ এজোপা কাষত। কাষতে বৰালিগাঁও নামঘৰ। সমুখত বাটচ'ৰা। বাটচ'ৰাত বহি আছে দুটা সিংহ মূৰ্তি। এইখিনিতে বাটৰ সোঁফালে কলঙত এখন উত্তৰ-দক্ষিণ লগ লগাই কাঠৰ দলং।

ভেলেউগুৰি মৌজাৰ শেষত চামগুৰি ৰাজহ চক্ৰত কলঙে চুই গৈছে দক্ষিণে দুখন গাঁও— পুৰণিগুদাম আৰু কাষবিগাঁও আৰু উত্তৰে পানীগাঁও আৰু হালোৱাগাঁও।

এই চাৰিখন গাঁও খাটোৱাল চলচলী মৌজাৰ অন্তৰ্গত। একা-বেঁকাকৈ অ'ত-ত'ত বৈ যোৱা এই চামগুৰি ৰাজহ চক্ৰৰ প্ৰতিখন গাঁৱৰ কলঙৰ দৈৰ্ঘ্য মোক মণ্ডলসকলে জুখি জুখি উলিয়াই দিছিল আৰু সেই হিচাপে এই চক্ৰত কলঙৰ দৈৰ্ঘ্য ১,২২,৫৩৮ ফুট।

আৰু ইয়াৰ লগে লগে আৰম্ভ হৈছে কলংপাৰৰ নগাঁও সদৰ ৰাজহ চক্ৰৰ সীমা— শিঙৰীয়াপোটনী মৌজা।

শিঙৰীয়াপোটনী মৌজা আৰম্ভ হোৱাৰ আগলৈকে চামগুৰি চক্ৰত ৩৭ নং ৰাস্তাৰ দুয়োকাষে অনেকবোৰ বিদ্যালয়-নামঘৰ। তেলীয়াগাঁও প্ৰাথমিক বিদ্যালয়, তেলীয়াগাঁও নামঘৰ, হয়বৰগাঁও নামঘৰ, ১৯২১ চনৰ খিৰিকিহাট প্ৰাথমিক বিদ্যালয়, খিৰিকিহাট নামঘৰ, সাউদ ভোলানাথ প্ৰাথমিক বিদ্যালয়, বৰবাচুক নামঘৰ, গড়মূৰ নামঘৰ, পুৰণিগুদামৰ ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা মহাবিদ্যালয়, যাঠি বছৰ পূৰ্ণ কৰা বাপুজী ভৱন, আৰু পুথিভঁৰাল, ১৯১৪ চনৰ ২২৫ নং পুৰণিগুদাম নিম্ন বুনিয়াদী বিদ্যালয়, আউনীআটী নামঘৰ, কাৰখিগাঁও নামঘৰ, বাহবপতা নামঘৰ, ন-আলি নামঘৰ, জালিজিগা নামঘৰ।

ইমান ওচৰা-উচৰিকৈ ইমান গাঁও, সিমান গাঁৱৰ গাতে লগাকৈ ৰাষ্ট্ৰীয় ঘাইপথৰ কাষত ইমান নামঘৰ অসমৰ আৰু কোন ঠাইত আছে মই দেখা নাই। সৰ্বাচলতে সমগ্ৰ নগাঁও জিলাৰ ৰাষ্ট্ৰীয় ঘাইপথেদি যেতিয়াই অহা যোৱা কৰোঁ, নগাঁৱৰ এই নামঘৰবোৰ মই গণি যাবলৈ প্ৰয়াস কৰোঁ; কিন্তু ব্যৰ্থ হওঁ। ঠিক কি অৰ্থত ইমান ঘনাই ঘনাই নামঘৰবোৰ স্থাপন কৰা হৈছিল, সেয়া আজিও মোৰ দুৰ্বোধ্য হৈ থাকিল।

এই বাটছোৱাত তেলীয়াগাঁও নামঘৰৰ কাষত বাটৰ কাষৰ্ফালে এটা সৰু পকীঘৰৰ ওপৰত বঙা আখৰেৰে লিখা আছে— 'পোহৰ আগন্ত পুথিভঁৰাল'; কোনে কি উদ্দেশ্যত কোন বছৰত এইটো পুথিভঁৰাল স্থাপন কৰিছিল জানিবলৈ মন থাকি গ'ল মোৰ।

ডাঁমৰগাঁও নামঘৰটো দেখি মনত পৰিছিল 'প্ৰান্তিক'ৰ পাতত ডঃ ভবেন্দ্ৰ নাথ শইকীয়াই ছাবে লিখা 'জীৱন-বৃত্ত'ৰ সেই বাক্যকেইশাৰীলৈ— 'মোৰ ঘৰ আছিল পুৰণিগুদাম আৰু চামগুৰিৰ মাজৰ ডাঁমৰগাঁও নামে এখন গাঁৱত। পাঠশালা আৰু হাইস্কুলৰ তলৰ শ্ৰেণীৰ দিনবোৰত আমি বছৰত দুবাৰমানকৈ ডাঁমৰগাঁৱত গৈ আছিলো। ফৌজদাৰীপট্টীৰ পৰা দহ মাইলমান দূৰৰ সেই গাঁওখনলৈ কৰা ভ্ৰমণটোৱেই মোৰ কাৰণে বৰ বিচিত্ৰ আছিল।'

অসমীয়া সাহিত্যৰ অনেককেইজন ৰথেলা সাহিত্যিকৰ জন্ম দিয়া নগাঁও, কলংপৰীয়া কবিসকলৰ সোঁৱৰণিৰেও বিখ্যাত হৈ থাকিব চিৰকাল। নৱকান্ত বৰুৱা, দেৱকান্ত বৰুৱাৰ সাহিত্যত ৰূপালী ৰূপ লোৱা কলং নিজেই অসমীয়া সাহিত্যত এটা অতি মনোৰম চৰিত্ৰ হৈ চিৰকাল উজলি ৰ'ব— কপৌ দেউতাৰ হাড়, কলংপাৰত মাজনিশা, কলংপাৰত ইত্যাদি অমৰ সৃষ্টিবোৰ তাৰেই যুগসাক্ষী যেন।

সেই কলঙেই আজি মোৰ এই যাত্ৰাত মনোৰম যাত্ৰাসংগী হৈ মোক পুলকিত কৰি ৰাখিছে। হয়তো যৌৱনৰ কোনো এক মায়াময় দিনত দেৱকান্তক মাজনিশাৰ কলঙে আবেগেৰে সাৱটি ধৰি তেওঁৰ প্ৰেয়সীৰ ওচৰতে অভিমানী কৰি তুলিছিল—

'অন্তৰে আহিলা লাহৰী? বাট চাই আছোঁ তোমাল'কে
অথনিৰে পৰা;
লুকাই আহিছা। ভয় নাই নেদেখে কোনেও, জোনবাই
ডাৱৰে আবৰা।' (কলংপাৰত মাজনিশা— দেৱকান্ত বৰুৱা)

মই ক্ষণিকৰ অতিথি। মই কি বুজিম কলংপৰীয়া কবিৰ কলঙৰ স'তে কৰা হৃদয় বিনিময় কথা!

নগাঁও বাজহ চক্ৰৰ চক্ৰ বিষয়া ভাগৱতীয়ে বহু যতনাই তেওঁৰ চক্ৰৰ মাটি তিয়াই বৈ যোৱা কলঙৰ উত্তৰ পাৰ আৰু দক্ষিণ পাৰৰ গাঁওবিলাকৰ নামবোৰ আৰু সেইবোৰত কলঙৰ দৈৰ্ঘ্য মণ্ডলৰ স্কেলেৰে জুখি জুখি মোক দিছিল।

শিঙীয়াপোটনী মৌজাত আৰম্ভ হোৱা নগাঁও সদৰ চক্ৰৰ কলংপাৰৰ গাঁওবোৰত উত্তৰে কৰৈয়নী, মৰাভিয়াল আৰু দক্ষিণে উৰিয়াগাঁও, নিজ গোমোঠা গাঁও আৰু নৰ্তম গাঁও— ক্ৰমে এক আৰু দুই নং লাটৰ। তাৰ পিছত কাছমাৰী মৌজাত খুঁটিকটীয়া গাঁও (৪ নং লাট), এলেঙি সত্ৰ (৮ নং লাট), শেনচোৱা গাঁও (৯ নং লাট) কলঙৰ দক্ষিণ পাৰে অৱস্থিত। ইয়াৰ পিছৰ মৌজা পাখিমৰীয়া মৌজা। কলঙৰ উত্তৰে এক নং লাটত মৰাভিয়াল গাঁও, কোটয়নী গাঁও, কমাৰটুপ গাঁও, জাৰণিগাঁও আৰু ন-বেবেজীয়া গাঁও। আনহাতে তিনি নং লাটত আউনীআটী সত্ৰ, মহমৰীয়া গাঁও, বৰজহা গাঁও আৰু দক্ষিণপাট সত্ৰ। ইয়াৰ পিছত আহিছে নিজ চহৰ মৌজা। ইয়াত কলঙৰ উত্তৰ পাৰে নিজ চহৰ মৌজাত এক নং লাটত তেলিয়াগাঁও, নৰ্তম গাঁও, ডিফলু গাঁও আৰু দুই নং লাটত উত্তৰ পাৰে তেলিয়া পহুকটা গাঁও আৰু দক্ষিণে ডিমৰুগুৰি গাঁও আৰু ভোটাইগাঁও।

এই সমুদায় পথত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথত মোৰ দুয়োকাষে বহু বিদ্যালয়, নামঘৰ, সত্ৰ, পুথিভঁৰাল। নৰ্তম গাঁও নামঘৰ, মাহমুদীয়া মাদ্ৰাছা, গজলা সত্ৰ, উৰিয়াগাঁও নামঘৰ, ভোটাইগাঁও নিম্ন বুনিয়াদী বিদ্যালয়, চকবিগাঁও মজলীয়া বিদ্যালয়।

আৰু বাটৰ কাষত সোঁফালে এয়া বিশাল এখন খেলপথাৰ। তোৰণখনত লিখা আছে নীলা ৰঙৰ আখৰ— 'নগাঁওৰ শইকীয়া ভোটাই ডেকা খেলপথাৰ।'

আৰু এই সকলোবোৰৰ চৰণ ধুৱাই ধুৱাই নীৰৱে কলং বৈ গৈছে— কলং নীৰৱে বয়। নীৰৱে কলঙে নিৰন্তৰ বৈ আহি কোনো এক অচিন পথিকক তেজপুৰৰ পৰা নগাঁও চহৰলৈ মাজ জেঠৰ এদিন উৰাউল হৈ কলংবলিয়া হ'বলৈ প্ৰেৰণা যোগায়।

নাইট ক্লুপাৰত বহি হয়তো মাজনিশাৰ কলংপাৰ মই বহুবাৰ দেখিছোঁ। হয়তো কোনো এক ব্যৰ্থ প্ৰেমিক কবিক আবৃত্তি কৰা শুনিছোঁ কলংপাৰত মাজনিশা। প্ৰিয়তমাক কাষত বহুৱাই লৈ—

'তোমাৰ বিয়ালৈ আৰু কেইদিন বাকী? দহদিন? মাথোঁ
দহদিন আছে?
এনে দহনিশা তুমি যাবা তোমাৰ বাটেদি, মই যাম
মোৰ বাটে বাটে।' (কলংপাৰত মাজনিশা— দেৱকান্ত বৰুৱা)

আজি মোৰ ইমান কাষেদি বৈ গৈছে কলং। সেই কলঙক দেৱকান্ত-নৱকান্তৰ দৰে উপলব্ধি কৰিবলৈ মই কেতিয়া শিকিম? আজীৱন মই তাৰ বাবে শ্ৰম কৰি যাম।

নগাঁও ৰাজহ চক্ৰৰ চক্ৰ বিষয়াই লাহে লাহে মোক আনি নগাঁও ৰাজহ চক্ৰৰ টাউন মৌজা পোৱালেহি। তিনি নং লাটৰ এয়া টাউন নৰ্তম গাঁও। আৰু এয়া টাউন নগাঁও।

সমগ্ৰ এই অঞ্চলজুৰি মণ্ডলসকলে নগাঁও ৰাজহ চক্ৰত চামগুৰি চক্ৰ শেষ হোৱাৰ পৰা টাউন নগাঁও পোৱালৈ কলঙৰ দৈৰ্ঘ্য উলিয়াই দিছে মুঠ ১,০৮,২৬৭ ফুট।

নগাঁও চহৰ। উপায়ুক্তৰ কাৰ্যালয়। ১৮৩৩ চনত এই জিলাত উপায়ুক্তৰ কাৰ্যালয় স্থাপন হৈছিল। ডাঙৰ দুখন ফলকত, তোকাত বৰ সুন্দৰকৈ সকলোৰে চকুত পৰাকৈ জিলা প্ৰশাসনে এই কথা জিলিকাই ৰাখিছে। ই এক দায়িত্বপূৰ্ণ প্ৰশংসনীয় কাম। কিন্তু তাৰ আগতে মোক জিলা উপায়ুক্তই এইখন জিলাত ১৮৩৭ চনৰ পৰা দেশৰ স্বাধীনতালৈকে (১৯৪৬-৪৭) উপায়ুক্ত হিচাপে কাৰ্যনিৰ্বাহ কৰা ৭৮ গৰাকী ব্ৰিটিছ আই চি এছ আৰু ভাৰতীয় উপায়ুক্তসকলৰ তালিকা এখন দিছিল।

এইটো নগাঁও ছাৰ্কিট হাউছ। ইয়াতেই মই উপায়ুক্ত আৰু ৰাজহ বিষয়াসকলৰ এখন ৰাজহ সম্পৰ্কীয় মিটিং ল'ম। তালৈকে বুলি তেজপুৰৰ পৰা এই ছাৰ্কিট হাউছলৈ বুলি একেটা বাট আহোঁতে কলং মোৰ কাষে কাষে আহিছে। এতিয়া ছাৰ্কিট হাউছৰ কাষতো কলং আহি মোৰ কাষ পালেহি।

ছাৰ্কিট হাউছৰ সন্মুখত এয়া কলং নীৰৱে বৈ গৈছে। ইপাৰ-সিপাৰ সংযোগকৈ এইখন কলঙৰ ওপৰত কংক্ৰিটৰ দলং— আনন্দৰাম ঢেকিয়াল ফুকন দলং। পূৰ্বৰ ব্ৰিটিছে সজা এ টি ৰোডৰ কলঙৰ ওপৰৰ লোহাৰ দলংখনৰ ঠাইত এই বৰ্তমানৰ দলংখন ১৯৫৮ চনত সম্পূৰ্ণ হৈ উঠিছে। শতাধিক বছৰ লোহাৰ দলংখনৰ ঠাইত এতিয়া আনন্দৰাম ঢেকিয়াল ফুকন দলং এয়া।

সিপাৰত পূৱফালে সৌখন নয়নাভিৰাম আন এখন কংক্ৰিটৰ দলং— দেৱকান্ত বৰুৱা সেতু। ওচৰা-উচৰিকৈ কলঙৰ ওপৰত দুখনকৈ পথ দলং নগাঁও চহৰৰ মজিয়াত। কি ঐতিহ্যৰ পোনপটীয়া সোঁৱৰণি এইবোৰ।

ব্ৰিটিছ যুগত অতি দক্ষতাৰে ৰাজহ প্ৰশাসনত জড়িত হৈ একালত নগাঁও জিলাৰ উপায়ুক্তৰ দায়িত্বভাৰো গ্ৰহণ কৰা কৃতিমান অসম সন্তান, সু-সাহিত্যিক আনন্দৰাম ঢেকিয়াল ফুকনক কলঙে শ্ৰদ্ধাৰে নিজৰ বুকুত স্থান দি এই দলংখন নিৰ্মাণ কৰোৱাই তুলিছে। পাৰত আনন্দৰাম ঢেকিয়াল ফুকনৰ এক পূৰ্ণদৈৰ্ঘ্য মূৰ্তি। কলঙক সুঁৱৰি। নগাঁৱক সুঁৱৰি।

বহু দীঘলীয়া বুৰঞ্জীয়ে কলঙক মহিমামণ্ডিত কৰি ৰাখিছে, সেই কথা কলঙৰ কজলা পানীয়ে ক'ব, ওকাল কলঙৰ চাপৰিয়ে ক'ব, বাৰিষাৰ কলঙৰ উটি অহা মেটেকাই ক'ব, ব'হাগৰ সৰি পৰা পলাশ, সোণাৰু, কৃষ্ণচূড়াৰ পাহিয়ে ক'ব।

নাজানো, কি হতাশাই দেৱকান্তৰ কলমৰ আগত এনেদৰে ভুমুকি মাৰিছিল—

'আমাক পাহৰি যাব অনাগত ভৱিষ্যই, মানুহৰ
মিছা ইতিহাসে,
আমাক পাহৰি যাব প্ৰভাতৰ পুৱেকণে, সন্ধিয়াৰ
সুদূৰ আকাশে।'

মই ছাৰ্কিট হাউছত সোমালো। সন্মুখত সিপাৰে কলং। মোৰ মুখামুখি কলং। তাত উটি গৈছে ৰঙা, কেঁকুৰীয়া, হালধীয়া, ওলমীয়া জেঠৰ ফুলৰ পাহি। সৌবোৰলৈ চাই চাই

দেবকান্তৰ কবিতা। কাক উদ্দেশ্যি ক'ব নোৱাৰো, মোৰ কণ্ঠেৰে ওলাই আহিল-

'বুকুৰ বেদনা সি। ময়ো যাম, সময় সোঁতত উটি
আৰু কত যাব;
আহিব নতুন কবি কলংপাৰত বহি যৌৱনৰ
আবৃত্তি শুনাব।'

মই হাতৰ ঘড়ীলৈ চালো। মিটিঙলৈ পাঁচ মিনিট।

# ৩৩।

## ৰমাকান্ত, ঘনকান্ত ইত্যাদি

চহৰৰ আঢ্যবন্ত ব্যক্তি ষাঠি বছৰীয়া গৌৰীশংকৰ ৰায়চৌধুৰীৰ ঘৰৰ ৰমাকান্তৰ কথা এয়া।

গৌৰীশংকৰ ৰায়চৌধুৰীয়ে পুৰণি ডিজাইনৰ মেজ এখনত বহি কিবা লিখিছে। তেওঁ প্ৰতিভাৰ কথা লিখিছে। তেওঁৰ পৰিবাৰ প্ৰতিভা।

মূল ঘৰৰ বাহিৰৰ দুৱাৰত কলিং বেল বাজিছে। সংগীতৰ মিচিনা। আকৌ বাজিছে।

ঘৰত কোনো নাই কলিং বেলৰ শব্দত দুৱাৰমুখলৈ গৈ কোন আহিছে চাবলৈ। ৰমাকান্তও নাই। এই সময়ত সি বজাৰ কৰাৰ নামত ওলাই যায়। কোনে বেল বজাইছে? কোন আহিছে? এই ঘৰ-মাটি বিক্ৰী কৰা হ'ব বুলি খবৰ এটা ওলাইছিল— সেই কাৰণেই আহিছে নেকি? অথচ এনে এটা সময় আছিল এইটো ঘৰত আগকালৰ মূল দুৱাৰখনে ভৰিপিয়েই নাপাইছিল। এই ৰমাকান্ত আৰু সেই ঘনকথা ছোৱালীজনীৰ মাজত কলিং বেলৰ শব্দ শুনি দুৱাৰ খোলা লৈয়েই কিমান যে ৰকা-ধুনা। এই নিভা আছে, এই প্ৰতিভা আছে, পূৰ্ণ-নীলিমা আছে, মুকুল আছে। কোন কিমানবাৰ আহে— কিমানবাৰ কলিং বেল বাজে। আহৰিয়েই নাই ৰমাকান্তহঁতৰ। আৰু বহুত কেতেবোৰ আহে এই ঘৰলৈ। প্ৰসন্ন ত্ৰিপাঠী আহে, নিয়োগী উকিল আহে।

আৰু আহিছিল বিমান। বিমানক গৌৰীশংকৰ ৰায়চৌধুৰীয়ে মাতি আনিছিল। এইবাৰ

দুৱাৰেদিয়েই বিমান আহি এইটো সুসজ্জিত ড্ৰয়িং ৰুমত বহিছিল। ৰমাকান্ত নিজেও এদিন এইখন দুৱাৰেদিয়েই এইখন ঘৰলৈ আহিছিল। প্ৰথমতে কিবা চাকৰি-বাকৰি পাব বুলি গাঁৱৰ পৰা ওলাই আহিছিল ৰমাকান্ত। গাঁৱৰ ঘৰত আই-বোপাই আছে, ভনী দুজনী আছে, ভাই এটাই পঢ়ি আছে।

গৌৰীশংকৰ ৰায়চৌধুৰী তৃতীয়। আৰু সৰু কন্যা নিভা বাইদেৱে ৰমাকান্তক কৈছিল— থাক ইয়াতে, চাকৰি বিচাৰি টলৌ টলৌকৈ ঘূৰি ফুৰিব নালাগে। ময়ে তোৰ কিবা এটা বন্দবস্ত কৰি দিম। এতিয়া বাইদেৱো গ'লগৈ।

ক'লৈ গ'ল নিভা? কিয় গ'ল?

এই কথা ৰমাকান্তই জানে। আৰু বহুত কথা ৰমাকান্তই জানে। চহৰৰ আঢ্যৱন্ত ব্যক্তি গৌৰীশংকৰ ৰায়চৌধুৰীৰ ঘৰৰ বহু কথা এই ৰমাকান্তই জানে। ৰমাকান্তৰ মুখৰ পৰা এইবোৰ কথা জানিবৰ বাবেই ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ 'সমুদ্ৰমন্থন' নামৰ নাটকখনৰ পৰা গৌৰীশংকৰ ৰায়চৌধুৰীৰ ঘৰৰ ঠিকনা বিচাৰি বিচাৰি এইখিনি পাইছোঁহি। দেখিছোঁ, ভিতৰত গৌৰীশংকৰে পুৰণি ডিজাইনৰ মেজ এখনত বহি কিবা লিখি আছে। তেওঁ প্ৰতিভাৰ কথা লিখিছে নেকি?

বাহিৰত কলিং বেল বাজিছে। ভিতৰত ৰমাকান্ত নাই। চহৰৰ আঢ্যৱন্ত ব্যক্তি পঞ্চাশ বছৰীয়া পৰিমল তালুকদাৰৰ ঘৰৰ ঘনকান্তৰ কথা এয়া।

শিৱনাথ তালুকদাৰৰ তৃতীয় পুত্ৰ, বিমল-অমলৰ ভায়েক পৰিমল তালুকদাৰে কলিকতাত বিদেশী কোম্পানীৰ পঞ্চাশ হেজাৰটকীয়া দৰমহাৰ মেনেজিং ডিৰেক্টৰৰ চাকৰি কৰিছিল। ককায়েকহঁত, ভায়েক নিৰ্মল, সকলোৰে কাৰণে দুটা দুটা কোঠালি, বেলেগ বেলেগ পাকঘৰ, বেলেগ বেলেগ বাথৰুম, ভনীয়েক মিত্ৰা-চিত্ৰাহঁতৰ কাৰণে দুটা কোঠালি আৰু এই ঘনকান্তৰ কাৰণেও এইটো এটা কোঠালিৰ ব্যৱস্থাৰে আৰ্কিটেক্টৰ হতুৱাই পৰিমল তালুকদাৰে প্ৰকাণ্ড এটা ঘৰৰ ব্লু-প্ৰিণ্ট এটা আঁকাই থৈছিল। সেই কোম্পানীৰ ইঞ্জিনীয়াৰ কাকলিয়ে এবছৰ সময়ৰ ভিতৰতে সেই ঘৰটো সাজি উলিয়াইছিল।

কিন্তু, এই গোটেই ঘৰটোত এইবোৰ মানুহ কাৰোৰে নাম নাথাকিল। পৰিমল তালুকদাৰে গোটেই ঘৰটো ঘনকান্তৰ নামত লিখি দিলে:

আজি পৰিমল তালুকদাৰৰ পঞ্চাশ বছৰীয়া জন্মদিন। কালি মাথোঁ তেওঁ মেনেজিং ডিৰেক্টৰৰ চাকৰিৰ পৰা স্বেচ্ছামূলক অৱসৰ লৈছে। কলিকতাত আছে তেওঁ। অসমৰ ঘৰৰ পৰা ককায়েক বিমল-অমলক এৰোপ্লেনৰ টিকটৰ ব্যৱস্থা কৰি দি কলিকতালৈ মতাই আনি পৰিমলে তেওঁলোকক হোটেলত ৰাখিছে। কাকলিক লগত লৈ পৰিমলৰ কলিকতাৰ ঘৰটোলৈ ঘনকান্তও আহিছে।

মাকৰ মৃত্যু হ'ল। ভায়েক নিৰ্মল হৰে ৰাম-হৰে কৃষ্ণ গোৱা টকলামূৰীয়া মানুহ কিছুমানৰ লগত নেপালৰ ফালে গুচি গৈছে। নিজে নাটক কৰা দলটোৰ মাৰ্ডাৰ কেছত সৰু ভনীয়েক চিত্ৰা জে'লত আছে। দিপেন নামৰ ল'ৰাটোৰ লগত ডাঙৰ ভনীয়েক মিত্ৰাৰ বহুত বদনাম আছিল। বছৰি পঁয়ত্ৰিশ হেজাৰ টকা দিপেনক দি থকাৰ ব্যৱস্থাৰে দিপেনৰ মুখ বন্ধ কৰি ৰাখি পৰিমল তালুকদাৰে যোগীন্দৰ সিং নামৰ কলিকতাৰ পাঞ্জাবী ল'ৰা এটাৰ লগত মিত্ৰাৰ বিয়া

পাতি দিছে।

আজি পৰিমল তালুকদাৰৰ পঞ্চাশ বছৰীয়া জন্মদিন। কলিকতাৰ তেওঁৰ ঘৰটোৰ ড্ৰয়িং ৰুমটোত বিমল-আনন্দ বহি আছে। পৰিমলে মাতি আনিছে তেওঁলোকক। বিমলাও বহি আছে। তাইকো মাতি আনিছে। ভিতৰৰ কোঠা এটাত কাকলি আছে। ঘনকান্তও। সকলোৰে মাতে ঘন্দা।

ঘন্দাক ভিতৰৰ পৰা মাতি আনিছে পৰিমল তালুকদাৰে। অসমৰ পুৰণি ঘৰটো ৰাখি আছিল ঘন্দাই। চাবিও তেওঁৰ হাতত। পৰিমলে চাবিটো ল'লে। ককায়েকে বিমলক দিলে আৰু ক'লে -- 'তোমালোক ইয়াৰ পৰা গৈয়েই পুৰণি ঘৰটোলৈ উঠি যাবা।'

তেনেহ'লে কাকলিয়ে সজা প্ৰকাণ্ড নতুন ঘৰটোত কোন থাকিব? পৰিমলে তাৰো ব্যৱস্থা কৰিছে। সেই ঘৰটোৰ দুটা কোঠালিত ঘন্দা থাকিব। বাকী গোটেই ঘৰটোত কাকলিহঁতৰ নিচিনা ছোৱালী থাকিব।

কেনেকুৱা ছোৱালী? কাকলিৰ নিচিনা মানসিক বিকাৰগ্ৰস্ত ছোৱালী। পাঁচটা মানুহৰ লগত নাম সাঙোৰ খোৱা কাকলি। পৰিমল তালুকদাৰে তেওঁক বিয়া কৰাম বুলি প্ৰতিশ্ৰুতি দিছিল। বহুত কথা সেইবোৰ।

এই গোটেইবোৰ কথা ঘনকান্তই জানে।

কাকলিহঁতৰ নিচিনা ছোৱালীবে ভৰি থকা সেই প্ৰকাণ্ড ঘৰটোৰ ঘনকান্তৰ কোঠা দুটাৰ ফালে আগবাঢ়িলো। এই প্ৰকাণ্ড ঘৰটোৰ ঠিকনা মই ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ 'স্বৰ্ণ জয়ন্তী' নাটকখনৰ পৰা বিচাৰি বিচাৰি উলিয়াইছিলো।

সুসজ্জিত ড্ৰয়িং ৰুমত গৌৰীশংকৰ ৰায়চৌধুৰীয়ে পত্নী প্ৰতিভা, ডাঙৰীয়ৰী নীলিমা আৰু জোঁৱাই পূৰ্ণ, পুতেক মুকুল আৰু সৰু জীয়ৰী নিভাৰ সন্মুখতে বিমানক ক'লে— তুমি নিভাক বিয়া কৰাব খোজা? যি ক'ব খোজা নিৰ্ভীকভাৱে, স্পষ্ট ভাষাৰে, খোলা মাতেৰে ক'বা। কোৱা।

বিমান : হয় খোজো।

আৰু সেইবাৰেই আধা ঘন্টাৰ ভিতৰতে কথা পাতি নিভা আৰু বিমানৰ বিয়াখনৰ কথা সিদ্ধান্ত ল'বলৈ গোটেইখনকে ড্ৰয়িং ৰুমলৈ মাতি আনিছিল গৌৰীশংকৰে।

নিভা আৰু বিমানৰ মন মিলিছে— আণ্ডাৰষ্টেণ্ডিং হৈছে। এই কথা দুয়োৰে মুখত শুনি গৌৰীশংকৰে এক মুহূৰ্তও ৰ'ব খোজা নাই। কাৰণ, তেনেকুৱা কিছুমান আণ্ডাৰষ্টেণ্ডিং, ভালপোৱা-প্ৰেম নীলিমাৰ ভনীয়েক, নিভাৰ বায়েক, গৌৰীশংকৰৰ দ্বিতীয়জনী ছোৱালী দীপাৰো হৈছিল। গৌৰীশংকৰে সেইবোৰৰ মৰ্যাদা দিব নোৱাৰিলে। আত্মহত্যা কৰিছিল দীপাই।

গতিকে নিভা আৰু বিমানৰ সম্পৰ্কত গৌৰীশংকৰ ৰায়চৌধুৰীৰ স্পষ্ট কথা— 'মই এইক্ষণ প্ৰণয় কৰো, আৰু এইবাৰ এইৰ মনক মই সন্মান কৰিম।'

প্ৰতিভা-নীলিমা-পূৰ্ণ সকলোৱেই উঠিল— বিমানৰ কি আছে? সেইডাক নাই, মাক ঘ্ৰাত ছিলটৈ পৰা। বিমান কোন বংশৰ প্ৰতিভাই নাজানে। তেওঁৰ মতে বিমানৰ ভাঙৰ বংশ আনন্দ কৰাৰ কোনো লক্ষণ নাই।

দেখি আছে এইবোৰ কথা ৰমাকান্তই।

নিভা আৰু নীলিমা, নিভা আৰু প্ৰতিভা, নিভা আৰু পূৰ্ণৰ দুৰ্যোৰ তৰ্ক-বিতৰ্ক শুনি আছে ৰমাকান্তই।

ব্যৱসায় কৰাৰ নামত যোৱা ইমানটা বছৰে নীলিমা-পূৰ্ণই গৌৰীশংকৰৰ পৰা বেগুলাৰলি টকা নি আছে। হয়, কেতিয়া কি নিছে তাৰ হিচাপ পূৰ্ণৰ আছে। কিন্তু, নিভাৰ স্পষ্ট প্ৰশ্ন— 'কেতিয়া কি ওভতাই দিছে তাৰ হিচাপ আছে?'

এইবোৰো শুনি আছে ৰমাকান্তই। গৌৰীশংকৰ ৰায়চৌধুৰীৰ ঘৰলৈ ৰমাকান্ত আহিছিল ক'ৰবাত পিয়ন-চকীদাৰৰ চাকৰি বিচাৰি বিচাৰি আহি।

আৰু পৰিমল তালুকদাৰহঁতৰ ঘৰলৈ ঘনকান্ত আহিছিল। ঘনকান্তৰ মাক পৰিমল তালুকদাৰৰ দেউতাক শিৱনাথ তালুকদাৰ থাকোঁতেই আহিছিল। আঠ বছৰ মানুহগৰাকীয়ে এইখন ঘৰত গোলামি খাটিছিল। মানুহজনী ঢুকুৱাৰ পিছত বিয়াল্লিশ বছৰ ৰমাকান্তয়ো এইখন ঘৰত গোলামি খাটি আছেহি। সেই মানুহজনীৰ গৰ্ভত শিৱনাথ তালুকদাৰে ঘনকান্তৰ জন্ম দিছিল। শিৱনাথৰ পত্নী, পৰিমলহঁতৰ মাক প্ৰভাই মৰিবৰ সময়ত পৰিমল তালুকদাৰক কৈ গৈছিল যে তেওঁৰ স্বামীক তেওঁ ক্ষমা কৰিব লাগে নে নালাগে, সেইবোৰ তেওঁ সিপুৰীত স্বামীক লগ পালে ঠিক কৰিব, কিন্তু ঘন্দাক যেন পৰিমলহঁতে আৰু গোলাম কৰি নাৰাখে।

আচলতে পৰিমল তালুকদাৰে বহুত আগৰ পৰাই ঘন্দাক গোলাম কৰি ৰখা নাছিল। পৰিমল তালুকদাৰ মহান আছিল বাবে নে ঘন্দা মহান আছিল বাবে?

'মই আমেৰিকাত থাকি বৰ মানুহ হ'লো— মোক ডাঙৰ হোৱাৰ সুবিধা দিওঁতে তোমালোকে বহুদিন বৰ কষ্ট খালা। মই ঘৰত থাকি সেইখিনি কষ্ট খালে কিজানি তোমালোকো মোৰ নিচিনা ডাঙৰ মানুহ হ'লাহেঁতেন— এইকেইষাৰ কথা তোমালোকৰ কাৰণে মন্ত্ৰ আছিল।' কলিকতাৰ ঘৰৰ কোঠাত ককায়েক-ভনীয়েকহঁতক পৰিমলে এইবোৰ কথা কৈ থাকোঁতে ভিতৰৰ সিটো কোঠাৰ পৰা ঘনকান্তই এইবোৰ শুনি আছিল।

শুনি থকাই নহয়, ঘনকান্তই দেখি আছিল এই এষাৰ মন্ত্ৰ মাতি মাতিয়েই ককায়েক-ভনীয়েকহঁতে পৰিমল তালুকদাৰ নামৰ এই পঞ্চাশ বছৰীয়া মানুহজনক গুহি আছিল। তেওঁলোকৰ কোনোৱেও এবাৰলৈও সোধা নাছিল, কাকলিয়ে পৰিমলৰ টকাৰে সাজি দিয়া সেই প্ৰকাণ্ড ঘৰটোত পৰিমলৰ কাম কোনটো?

ইমান স্বাৰ্থপৰ হ'ব পাৰেনে মানুহ? হয়তো পৰিমল তালুকদাৰহঁতৰ ঘৰত নথকা হ'লে ঘনকান্তই নাজানিলেহেঁতেন মানুহ ইমান স্বাৰ্থপৰ হ'ব পাৰে বুলি।

পৰিমলৰ বিদেশী কোম্পানীটোৰ ঠিকা দুটা পৰিমলে বিক'মেও কৰি দিছিল ককায়েক অমল আৰু ভনী-জোঁৱায়েক যোগীন্দৰ সিঙক। অমল তালুকদাৰে চয়তানি কৰি কোম্পানীক সত্তৰ হেজাৰ ডলাৰ লোকচান ভৰাইছিল; যোগীন্দৰ সিঙে কোম্পানীক প্ৰৱঞ্চনা কৰিছিল, ঠগিছিল। ঘন্দাই জানে— এই দুয়োজন মানুহক পৰিমল তালুকদাৰে বিক'মেও কৰিছিল বাবে কোম্পানীয়ে শাস্তি দিছিল পৰিমল তালুকদাৰক। পৰিমলক কোম্পানীয়ে আমেৰিকালৈ বদলি কৰি লৈ গৈছিল সেইখিনি সময়ত যি সময়ত তেওঁ মানসিক বিকাৰগ্ৰস্ত কাকলিৰ ওচৰত থাকিব লাগিছিল।

মানুহৰ এই প্ৰকাৰৰ নীচতা হয়তো পৰিমল তালুকদাৰৰ ঘৰত নথকা হ'লে ৰমাকান্তই কেতিয়াও দেখা নাপালেহেঁতেন। আৰু এদিন নিভা গুচি গৈছিল বিমানৰ জগত। মাক-বায়েক-ভিনিয়েক সকলোৱে অমতত। তাই এটা সংগ্ৰামৰ পথ লৈছিল তাইৰ মনৰ মানুহটো বিমানক এটা ডাঙৰ বংশ আৰম্ভ কৰিব পৰাকৈ মানসিক শক্তিৰ ইন্ধন যোগাবলৈ। কিন্তু পূৰ্ণই— ভিনিয়েকে নিভাক শান্তিত থাকিব নিদিলে। বিমান প্ৰথম আহিছি' কিনা সেতাই পূৰ্ণক কোবা কথাবোৰ পূৰ্ণৰ মনত সদায় আছে। তেওঁ নিভাৰ ওপৰত প্ৰতিশোধ ল'ব লৈছিল। চক্ৰান্ত কৰি বিমানক জে'লত ভৰাইছিল। বিমান জে'লত থকা কথাটো ৰমাকান্তই জানিছিল। কিন্তু পূৰ্ণৰ চক্ৰান্তটোৰ কথা তেওঁ নাজানিছিল।

পিয়ন-চকীদাৰৰ চাকৰি বিচাৰি বিচাৰি নিভাইতৰ ঘৰ আহি নোপোৱা হ'লে ৰমাকান্তই নাজানিলেহেঁতেন ইমান চহকী, ইমান আচাৰৱন্ত এই গৌৰীশংকৰ ৰায়চৌধুৰীৰ ঘৰখনৰ ভিতৰখন আচলতে ইমান ফোপোলা! ইমান দুৰ্ভগীয়া এই বিশাল সম্পত্তিৰ অধিকাৰী গৌৰীশংকৰ ৰায়চৌধুৰী নামৰ মানুহজন— এই কথা ৰমাকান্তই এই প্ৰতিভা-নীলিমা-পূৰ্ণইতৰ নিচিনা মানুহবোৰক দেখি দেখি জানি উঠিছে!

তেনেহ'লে কিয় এই ৰমাকান্তই সিদিনা গৌৰীশংকৰৰ পকাচুলি খিচি খিচি কৈ আছিল— 'মোক বিদায়েই দিয়ক। গাঁৱতে গৈ দিন হাজিৰা কৰোঁগৈ।'

'তইতো দেখিছই ঘৰখনত কি হৈ আছে। তইতো দেখিছই মই কিমান কথাত তোৰ ওপৰত ভাৰসা কৰোঁ।' গৌৰীশংকৰৰ উত্তৰবাক্য।

আচলতে পিয়ন-চকীদাৰ এটাৰ চাকৰি বিচাৰি অহা মানুহ এজনৰ ওপৰত কিমান ভাৰসা কৰিব পাৰে গৌৰীশংকৰ ৰায়চৌধুৰীৰ নিচিনা আচাৰৱন্ত মানুহ এজনে, তাৰ হিচাপ ল'বলৈকে মই গৌৰীশংকৰ ৰায়চৌধুৰীৰ ঘৰৰ ঠিকনা বিচাৰি বিচাৰি এইখিনি পাইছোঁহি।

এয়া ৰমাকান্ত।

বিমান জে'লত থকা কালত এদিন ৰাতি নিভা গৌৰীশংকৰ ৰায়চৌধুৰীৰ ঘৰলৈ আহিছিল। বিমানক জে'লত ভৰাই থোৱাৰ ব্যৱস্থা কৰা ভিনিয়েক পূৰ্ণৰ বিৰুদ্ধে এক ভীষণ সংগ্ৰামৰ বেহ ৰচনা কৰি সেই ককায়েক মুকুলক বুজাবলৈ ৰাতিৰ অন্ধকাৰৰ সুযোগত নিভা এদিন ৰাতি ঘৰলৈ আহিছিল। সৎ পথেৰে গৈ গৈ এটা ডাঙৰ বংশ স্থাপন কৰিবৰ বাবেই নিভাই বিমানক জে'লৰ পৰা উলিয়াই আনিব লাগিব। তাই দেখুৱাই দিব লাগিব হাইৱে'ৰ কাষৰ পেট্ৰ'ল পাম্প এটা থকাৰ পিছত ভিনিয়েক পূৰ্ণক আৰু কিহৰ বলে এটা লাগে বুলি কৰা মন্তব্য চূড়ান্ত পৰিণতি।

এইবাবেই নিভাৰ এই বেহ ৰচনা।

ৰমাকান্তই দুৱাৰ খুলি দিছিল। নিভা সোমাই আহিছিল। ৰমাকান্তই সন্মুখতে তাইক দেখি খপকৈ আঁঠুকাঢ়ি নিভাক সেৱা কৰিছিল!

থোকাথুকি কণ্ঠেৰে নিভাই কৈছিল— 'কি কৰিছ? উঠ। ভালে আছ?' ৰমাকান্ত ভালে আছেনে তাৰ খবৰ ল'বলৈ মই গৌৰীশংকৰ ৰায়চৌধুৰীৰ ঘৰলৈ অহা নাই। নিভাই মুকুলক বেহ ৰচনাৰ কি কি কথা ক'লে সেইবোৰ জানিবলৈকো মই গৌৰীশংকৰ ৰায়চৌধুৰীৰ ঘৰলৈ অহা নাই।

পৰিমল তালুকদাৰে বিদেশী কোম্পানীৰ মেনেজিং ডিৰেক্টৰৰ পঞ্চাশ হেজাৰটকীয়া চাকৰি সৎ পথেৰে অৰ্জন কৰা টকাৰে কাকলিয়ে সজা ঘৰটোৰ কাষতে নতুনকৈ আৰু এটা ঘৰ সাজিছে পৰিমল তালুকদাৰে। মই সেইটো ঘৰলৈ নাযাওঁ। মই কাকলিয়ে সজা ঘৰটোৰ যি দুটা কোঠাত ঘনকান্ত থাকে, সেই কোঠালৈ যাম। সেই প্ৰকাণ্ড ঘৰটোৰ বাকী কোঠাবোৰত কাকলিহঁতৰ নিচিনা মানসিক বিকাৰগ্ৰস্ত ছোৱালীবোৰ থাকে— এই ব্যৱস্থা পৰিমল তালুকদাৰে কৰি দিছে।

নিজৰ অৰ্জনেৰে সজা প্ৰকাণ্ড ঘৰ। নিজৰ বাবেই কোঠা নাই তাত।

এইবোৰ কথা জানিবৰ বাবে মই ঘনকান্তৰ কোঠাৰ ফালে আগবঢ়া নাই।

মানুহ কিমান মহৎ হ'লে পৰিমল তালুকদাৰ হ'ব পাৰে সেই কথা বুজিবৰ বাবেও মই ইয়ালৈ অহা নাই— মই আগতেই জানিছিলো যে ফুল-চন্দনৰ ভাল গোন্ধটোকে পৰিমল বোলে!

ৰমাকান্তৰ দৰে বহু মানুহ মোৰ ঘৰলৈকো আহিছিল। ক'ৰবাত পিয়ন-চকীদাৰৰ চাকৰি বিচাৰি। কেতিয়াবা তিনিমাহ, কেতিয়াবা দুবছৰ, কেতিয়াবা ছয় দিন থাকি সেইবোৰ গুচি গৈছে। এবাৰ এজনতো ৰাতিটো থাকিয়েই পিছদিনা পুৱাই মই সাৰ পোৱাৰ আগতেই গুচি গৈছে। আজিও মই বিচাৰি বিচাৰি উলিয়াব নোৱাৰিলো ৰাতিটোৰ ভিতৰতে সেই মানুহটোৰে কি কথাত আমাক বেয়া পাই এনেকৈ গুচি গৈছিল তাৰ কাৰণটো।

কিয় আমি এই মানুহবোৰক ভাবসা কৰিব নোৱাৰো? গৌৰীশংকৰে দেখোন পাৰে ৰমাকান্তৰ ওপৰত ইমান ভাবসা ৰাখিবলৈ!

কি যোগ্যতাৰে এজন মানুহ এঘৰত কাম কৰা মানুহ হিচাপে বাৰশ টকাৰ দৰমহা পাই নিজক এনেকুৱা এটা পৰ্যায়লৈ উঠাই নিব পাৰে যে গৌৰীশংকৰ ৰায়চৌধুৰীৰ দৰে আত্যৱন্ত গৃহস্থজনে তেওঁত ইমান ভাবসা ৰাখিব পাৰে?

হয়। প্ৰতিভা-নীলিমা-পূৰ্ণৰ নীচতাৰ খবৰ ল'বলৈ মই গৌৰীশংকৰ ৰায়চৌধুৰীৰ ঘৰলৈ অহা নাই।

কাকলিয়ে সজাই দিয়া প্ৰকাণ্ড ঘৰটো পৰিমল তালুকদাৰে ঘনকান্তৰ নামত দলিল কৰি দিছে।

হয়। পৰিমল তালুকদাৰৰ মহানতাৰ খবৰ ল'বলৈ মই পৰিমল তালুকদাৰৰ সেই ঘৰটোলৈ অহা নাই।

কি যোগ্যতাৰে বিয়াল্লিশ বছৰ গোলামি খটা মানুহ এজনে নিজকে এনেকুৱা এটা পৰ্যায়লৈ উঠাই নিব পাৰে যে পৰিমল তালুকদাৰৰ দৰে বিদেশী কোম্পানীৰ মেনেজিং ডিৰেক্টৰ এজনে তেওঁৰ প্ৰকাণ্ড ঘৰটো সেই মানুহজনৰ নামত দলিল কৰি দিব পাৰে?

সেই কথা মই জানিব লাগে।

ৰমাকান্ত আৰু ঘনকান্তক মই লগ পাব লাগে। সেইবাবেই।